# সমকালীন অৰ্থনীতি ঃ বিকল্পৰ অন্বেষণ

## (দুই)

অনন্ত কলিতা



নৱযুগ

SOMOKALIN ARTHANITI : BIKALPAR ANWESON - DUI (Contemporary Economy : Search for an Alternative (2) — A Compilation of articles on contemporary economics written by Ananta Kalita & published by Navayug Prakashan, Guwahati - 3 Price Rs. -150/-

নৱযুগ প্ৰকাশন, গুৱাহাটী - ৩

**প্ৰথম প্ৰকাশঃ**

১৪ ডিচেম্বৰ, ২০১১

**প্ৰকাশক ঃ**

ইচ্‌ফাঁকুৰ ৰহমান

আহ্বায়ক, নৱযুগ প্ৰকাশন

৪৫, পি ডি চলিহা পথ

হেদায়েৎপুৰ, গুৱাহাটী- ৭৮১০০৩

ফোন ঃ ৯৪৩৫০-৪২১০২

**মুদ্ৰণ ঃ**

গণশক্তি প্ৰকাশন

পি ডি চলিহা পথ

হেদায়েৎপুৰ, গুৱাহাটী - ৩



# উচৰ্গা

মোৰ সামাজিক সক্ৰিয়তাৰ অমল উৎস
শ্ৰদ্ধেয় প্ৰয়াত নন্দেশ্বৰ তালুকদাৰ
আৰু
শ্ৰদ্ধেয় প্ৰয়াত হৰিদাস ডেকাৰ
স্মৃতিত এই পুথিখনি উচৰ্গা কৰিলোঁ।

—অনন্ত কলিতা

# আগকথা

বিভিন্ন দৈনিক /সাপ্তাহিক বাতৰি কাকত আৰু আলোচনীত প্ৰকাশিত অৰ্থনীতি বিষয়ক প্ৰবন্ধৰ তৃতীয় সংকলনটো প্ৰকাশ হোৱাৰ বাবে নথৈ আনন্দিত হৈছো। অৰ্থনীতি মানুহৰ জীৱনৰ মূল ভেটি। এই সহজ সত্যটো সমাজৰ অধিকাংশ লোকে অনুভৱ কৰিব নোৱাৰে। অসমীয়া মানুহে অসমীয়া জাতি ৰক্ষা কৰাৰ বাবে ভাষা-সংস্কৃতি, ৰাজনীতি, জনগাঁথনি ৰাজ্যৰ ভূমিৰ এলেকা আদি বিভিন্ন ন্যায্য বিষয়কলৈ উদ্বেগ প্ৰকাশ কৰি আহিছে। আৰু ইয়াৰ বাবে আন্দোলনো সংগঠিত কৰিছে। অসমত নতুন নতুন সাহিত্য কলা -সংস্কৃতিৰ সৃষ্টি হৈছে উন্নতিও হৈছে। কিন্তু এই সকলোৰে মূল ভিত্তি যে অৰ্থনীতি সেই কথাটো অধিকাংশ অসমীয়া জনসাধাৰণ বিশেষকৈ বুদ্ধিজীৱিসকলে অনুভৱ কৰিব নোৱাৰে বাবে এই বিষয়ে তেওঁলোকৰ সচেতনতা অতি সীমাবদ্ধ। জাতি এটা সকলো দিশত শক্তিশালী হবলৈ বা বিভিন্ন সৃষ্টিশীল কামত অৰিহণা যোগাবলৈ হ'লে জাতিটোৰ মানুহখিনিৰ প্ৰথম চৰ্ত হ'ল, খাদ্য, পানীয় আশ্ৰয়স্থল আৰু পোচাক -পৰিচ্ছদ। অসমৰ জনসাধাৰণক প্ৰভাবিত কৰিব পৰা বুদ্ধিজীৱি মহল তথা বিজ্ঞ সমাজখনত এই উপলব্ধি বা সচেতনতা পৰিলক্ষিত হোৱা নাই। অৰ্থনীতি আওকাণ কৰি তেখেতসকলে জাতিটোৰ উন্নতি আৰু বিকাশৰ চিন্তাৰে জাতিটো ৰক্ষা কৰিব বিচাৰে।

অৱশ্যে অকল অসমতে নহয় পৃথিৱীটো মানৱ সভ্যতাৰ অগ্ৰগতি আৰু বিকাশৰ লাখ বছৰ পাছতো বা বহু যুগ যুগ ধৰি সমাজত জন্ম হোৱা বিভিন্ন দাৰ্শনিক বিদুষী, বিদ্যাৱান, পণ্ডিত লোকসকলেও উপলব্ধি কৰিব পৰা নাছিল এই সহজ সত্যটো যে জীয়াই থাকিবলৈ মানুহক প্ৰথমে লাগে খাদ্য, পিন্ধিবলৈ কাপোৰ, থাকিবলৈ এটি বাসস্থান।

এই খাদ্য, পৰিধান আৰু আশ্ৰয়ৰ সমস্যাটোকে কোৱা হয় অৰ্থনীতি, যিটো মানৱজাতিৰ সমাজৰ মূল ভিত্তি। অথচ আজিও সৰহ সংখ্যক বুদ্ধিজীৱি বিশেষকৈ অসমত গুৰুত্ব আৰোপ কৰে 'উপৰি কাঠামোৰ' ওপৰতহে, পৰিগাঁথনিৰ ওপৰত নহয়।

লাখ লাখ বছৰ ধৰি এই উপেক্ষিত সহজসত্যটো মানৱ সভ্যতাৰ কোনো দাৰ্শনিক বুদ্ধিজীৱিয়ে যে বুজিব পৰা নাছিল সেই কথাটো সুন্দৰভাৱে ফ্ৰেডৰিক এঙ্গেলছে এইদৰে কৈছে 'ডাৰউইনে যেনেকৈ জৈৱ প্ৰকৃতিৰ বিকাশৰ নিয়ম আৱিষ্কাৰ কৰিছিল তেনেকৈ মাৰ্ক্সে আৱিষ্কাৰ কৰিছিল মানুহৰ ইতিহাসৰ বিকাশৰ নিয়ম। মতাদৰ্শৰ উদ্ধতালিৰে ইমানদিনে অৱজ্ঞা কৰি অহা এই সহজ সত্য হ'ল ৰাজনীতি, বিজ্ঞান, কলা , ধৰ্ম ইত্যাদিৰ প্ৰসাৰতকৈ আমাৰ বাবে জীয়াই থকাৰ ক্ষমতা অপৰিহাৰ্য উপাদান হ'ল- খাদ্য, পানী, আশ্ৰয়, পৰিচ্ছদ। গতিকে প্ৰাণধাৰণৰ আশু বাস্তৱ উপকৰণৰ উৎপাদন আৰু নিৰ্দিষ্ট যুগৰ বা জাতিৰ অৰ্থনৈতিক বিকাশৰ মাত্ৰাই হ'ল সেই ভিত্তি যিটোৰ ওপৰত গঢ়ি উঠে সংশ্লিষ্ট জাতিটোৰ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান, আইনৰ ধ্যান ধাৰণা, শিল্প, কলা-সাহিত্য. আনকি তেওঁলোকৰ ধৰ্মীয় ভাৱধাৰা পৰ্যন্ত। সেয়েহে সেই দিশৰ পৰাই এই সমূহৰ বাখ্যা কৰিব লাগিব। ইমানদিনে ওলোটা ধৰণে কৰি অহা ব্যাখ্যাৰ দৰে নহয়।' *(১৮৮৩ চনৰ ১৭ মাৰ্চত লণ্ডনৰ হাইগেটত কাৰ্ল মাৰ্ক্সৰ সমাধিক্ষেত্ৰত এঙ্গেলছৰ ভাষণ)*

এঙ্গেলছে উক্ত সত্যটো ১৮৯০ চনৰ ২১ ছেপ্টেম্বৰৰ জে ব্লকলৈ লিখা চিঠিখনতো স্পষ্ট ভাৱে প্ৰকাশ কৰিছে, 'অৰ্থনৈতিক পৰিস্থিতি হ'ল ভিত্তি, কিন্তু উপৰি কাঠামোৰ বিভিন্ন বিষয, শ্ৰেণী সংগ্ৰামৰ ৰাজনৈতিক বিষয়সমূহ আৰু ইয়াৰ ফলাফলসমূহ এটি অকাল যুদ্ধৰ পাছত বিজয়ী শ্ৰেণীৰ দ্বাৰা স্থাপিত প্ৰতিষ্ঠানসমূহ ইত্যাদি — আইনী পৰিগাঁথনিসমূহ আৰু যোদ্ধা সকলৰ মস্তিস্কৰ মাজত এই সংগ্ৰামৰ মহিমা, ৰাজনৈতিক, আইনগত দাৰ্শনিক তত্বসমূহ, ধৰ্মীয় ধাৰণাবোৰ আৰু বিভিন্ন পদ্ধতিত এইবোৰৰ বিকাশ, ঐতিহাসিক সংগ্ৰামবোৰৰ ধাৰাপথতো মাৰাত্মক প্ৰভাৱ বিস্তাৰ কৰে। আৰু বহু ক্ষেত্ৰত এইবোৰ সংগ্ৰামৰ গঠনমূলক ৰূপ বা বাহ্যিক অবয়ব নিৰ্ধাৰণত এইবোৰৰ ভূমিকা গুৰুত্বপূৰ্ণ হৈ উঠে। এইবোৰ

বিষয়ৰ মাজত ক্ৰিয়া -প্ৰতিক্ৰিয়া সংঘটিত হৈ থাকে আৰু দুৰ্ঘটনাবোৰৰ বিৰামহীন স্ৰোতৰ মাজত (অৰ্থাৎ আমি যি সমূহ বিষয় আৰু ঘটনা এবাৰ অনুপস্থিত ভাবিব পাৰো আৰু উপেক্ষা কৰিম যিসমূহৰ আন্তঃ সম্পৰ্ক আৰু যোগাযোগ অতি অসম্ভব আৰু সুদূৰ পৰাহত।) অৰ্থনৈতিক বিষয়টো, শেষ বিচাৰত অপৰিহাৰ্য হৈ পৰে। অন্যথা ইতিহাসৰ যিকোনো যুগত তত্ত্বৰ প্ৰয়োগ অতি সহজ কাম হৈ উঠিলেহেতেন, প্ৰাথমিক এটি সৰল সমীকৰণৰ সমাধানতকৈও।' মানৱ সমাজৰ বুনিয়াদী ভিত্তি অৰ্থনৈতিক চিন্তাক বহিৰ্ভূত কৰি আমাৰ বুদ্ধিজীৱিসকলৰ চেতনাত সাহিত্য, সংস্কৃতি, ৰাজনৈতিক, ধৰ্মীয়, নান্দনিক, দাৰ্শনিক জাতীয় আদি উপৰি সৌধৰ উপাদানসমূহে প্ৰভুত্ব কৰি আছে বাবেই অসমৰ জনসাধাৰণৰ সমস্যা সমাধান হোৱা নাই।

মানৱ সমাজৰ বুনিয়াদী ভিত্তি অৰ্থনীতিৰ আভাস অসমীয়া জনসাধাৰণক দিয়াৰ উদ্দেশ্যে সম্মুখত ৰাখি অসমীয়া ভাষাতে বৰ্ত্তমান যুগৰ অৰ্থনীতি পৰ্যালোচনা কৰাৰ প্ৰয়াস কৰি অ'ত ত'ত বিভিন্ন প্ৰবন্ধ লেখাৰ চেষ্টা কৰিছো। বৰ্ত্তমান যুগটোত পুঁজিবাদী অৰ্থনীতিৰ নব্য-উদাৰবাদী বিশ্বায়িত অৰ্থনীতি বা মুক্তবজাৰ অৰ্থনীতিয়ে প্ৰভুত্ব কৰি আছে। এই অৰ্থনীতি সম্প্ৰতি গভীৰ সংকটত। বিশ্বৰ দুই তিনিখন দেশক বাদ দি সৰ্বত্ৰ এই অৰ্থনীতিয়ে মানৱজাতিৰ প্ৰতি কঢ়িয়াই আনিছে চৰম দুখ-দুৰ্দশা। জনসাধাৰণ বিক্ষুদ্ধ হৈ পৰিছে। তিনিশ বছৰীয়া পুৰণি পুঁজিবাদী অৰ্থনীতিয়ে কোনো দেশৰে জনসাধাৰণক দুখ-দুৰ্দশাৰ পৰা মুক্ত কৰিব পৰা নাই। তাৰ কোনো অভিলেখো নাই।

এই পটভূমিত অসমৰ জনসাধাৰণৰ মুক্তি বা দুখ-দুদৰ্শাৰ অৱসান কোন পথৰে হ'ব। সেই কথা জনাৰ বুনিয়াদী প্ৰয়োজন অসমৰ মানুহৰো। মই প্ৰয়াস কৰিছো অসমীয়া ভাষাত অৰ্থনীতিৰ আভাস দিবলৈ। মোৰ প্ৰচেষ্টা সাফল্যমণ্ডিত হ'লে কৃতাৰ্থ হ'ম। মোৰ প্ৰথম প্ৰথম প্ৰবন্ধ সংকলন। 'সমকালীন অৰ্থনীতি ঃ বিকল্পৰ অন্বেষণ' প্ৰকাশৰ ছয় মাহতে সকলো কপি বিক্ৰী হৈ যোৱাত পাঠকসকললৈ ধন্যবাদ জনাইছো। আশা কৰিছো এই সংকলনটোয়েও পাঠকসকলৰ সমাদৰ সমানে লাভ কৰিব। অসমৰ প্ৰাক্তন মুখ্য সচিব ড' হৰেন দাসে এখন গ্ৰন্থ উন্মোচনী সভাত কৈছিল যে অৰ্থনীতি অসমীয়া ভাষাত লিখাৰ প্ৰচেষ্টাৰ ক্ষেত্ৰত মই বাটকটীয়া। তেখেতৰ অভিমতত মই অতি উৎসাহিত হৈছিলোঁ। তেখেতলৈ মোৰ কৃতজ্ঞতা যাচিছোঁ।

এই ছেগতে মোৰ অনুপ্ৰেৰণাৰ উৎস গৰীয়সী আলোচনীৰ সম্পাদক শ্ৰদ্ধেয় ড° লক্ষীনন্দন বৰা, দৈনিক অগ্ৰদূত কাকতৰ সম্পাদক শ্ৰীকনক সেন ডেকা, অসমীয়া খবৰৰ শ্ৰীকুমুদ ৰঞ্জন দাস আৰু প্ৰাক্তন এম এল এ প্ৰখ্যাত মাৰ্ক্সবাদী নেতা শ্ৰীযুত হেমেন দাসলৈ মোৰ কৃতজ্ঞতা যাচিছোঁ।

মোৰ প্ৰবন্ধ-পাতি লেখা-মেলাৰ মোক অশেষ সহায় কৰি আহিছে ভাতৃপ্ৰতীম অনিল কলিতা আৰু প্ৰবীণ কুমাৰ দাসে। মই এওঁলোকৰ ওচৰত চিৰ কৃতজ্ঞ। বিভিন্ন সময়ত সহায় আগবঢ়োৱাৰ বাবে মই মোৰ ভাতৃপ্ৰতীম শৈলধৰ পাঠক, মুক্তি আগৰৱালা আৰু বাবুল পালৰ শলাগ নলৈ নোৱাৰো। ভাতৃপ্ৰতীম সুপ্ৰকাশ তালুকদাৰৰ দিহা পৰামৰ্শ তথা অনুপ্ৰেৰণা, উদ্যোগৰ বাবে তেওঁলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছো। ইচ্‌ফাকুৰ ৰহমান, লংকেশ্বৰ বৰুৱাই আগবাঢ়ি আহি উদ্যোগ গ্ৰহণ কৰাৰ বাবে ধন্যবাদ জনাইছো। সহধৰ্মিনী প্ৰতিমাই মোৰ প্ৰয়াসৰ প্ৰতিটো মুহূৰ্তকে সজীৱ কৰি ৰখাৰ বাবে ধন্যবাদৰ পাত্ৰ। অৱশেষত প্ৰবন্ধবোৰ লেখা আৰু এই সংকলনটো প্ৰকাশ কৰিবলৈ যোগোৱা প্ৰেৰণা, উৎসাহৰ বাবে মোৰ সহৃদয় বন্ধুবৰ্গ, প্ৰবন্ধৰ পঢ়ুৱৈসকল, শুভাকংক্ষী সকলৰ প্ৰতি মোৰ কৃতজ্ঞতা প্ৰকাশৰ লগতে আন্তৰিক ধন্যবাদ জনাইছো। প্ৰেছৰ কৰ্মী শ্ৰীজয়ন্ত বৰ্মন আৰু শ্ৰীজয়ন্ত ৰাজবংশীয়ে বহুকষ্ট স্বীকাৰ কৰি ডি টি পি কৰি দিয়াত তেওঁলোকক ধন্যবাদ জনাইছো।

নৱযুগ প্ৰকাশনে এই সংকলনটো প্ৰকাশৰ দায়িত্ব লোৱাৰ কাৰণে নৱযুগ প্ৰকাশনৰ সকলোকেই মই মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

**অনন্ত কলিতা**

# সূচীপত্ৰ

# ভাৰতৰ জনসাধাৰণে বিনামূলীয়া চিকিৎসা কেতিয়াকৈ পাব?

আজিৰ দিনত জীৱন ধাৰণৰ বাবে স্বাস্থ্য ৰক্ষা কৰিবলৈ উন্নত চিকিৎসা ব্যৱস্থাৰ অতি প্ৰয়োজন। বিজ্ঞানৰ চমকপ্ৰদ উন্নতিৰ লগে লগে বিশ্বত চিকিৎসা ব্যৱস্থাৰ উল্লেখযোগ্য উন্নয়ন সাধন হৈছে। সেয়ে চিকিৎসা ব্যৱস্থা বহু খৰছী হৈ পৰিছে। যদিহে বিনামূলীয়া চিকিৎসা ব্যৱস্থা নাথাকে সাধাৰণ নাগৰিক বেমাৰৰ চিকিৎসাৰ পৰা বঞ্চিত হ'ব লগা হয়। উদাহৰণস্বৰূপে কোনো লোকে সাধাৰণ জ্বৰত ভুগিলেই প্ৰথমে লাগিব ডাক্তৰৰ ফি, তাৰ পাছত জ্বৰৰ কাৰণ বিচাৰি তেজ, প্ৰস্ৰাব আদিৰ বিভিন্ন পৰীক্ষা আৰু শেষত ঔষধ পাতি— অতি কমেও তৎক্ষণাত এক হাজাৰ টকাৰ প্ৰয়োজন হ'ব। কিন্তু দিনে ১০০ টকা মজুৰী পোৱা লোক এজনে এই সামান্য আয়ৰ পৰা স্পেয়াৰ কৰি এক হাজাৰ টকা খৰছ কৰাটো বাদেই মধ্যবিত্তসকলৰো আনকি বেমাৰৰ চিকিৎসা কৰোৱা কঠিন হৈ পৰিছে। সেইবাবেই ভাৰতৰ দৰে দেশত বিনামূলীয়া চিকিৎসা ব্যৱস্থাৰ অতি প্ৰয়োজন।

উন্নয়নশীল দেশ হিচাবে চিকিৎসা ব্যৱস্থাৰ ক্ষেত্ৰত ভাৰতবৰ্ষৰ স্থান পৃথিৱীৰ অতি অনুন্নত দেশকেইখনৰ লেখীয়া। ৰাষ্ট্ৰসংঘৰ মানৱ উন্নয়ন প্ৰতিবেদনত প্ৰতিবছৰে প্ৰকাশিত হয় ভাৰতবৰ্ষৰ চিকিৎসা ব্যৱস্থাৰ শোচনীয় অৱস্থাৰ কথা। ভাৰতত প্ৰতি ১৮টা শিশুৰ ভিতৰত এটা শিশুৰ মৃত্যু হয় এবছৰ পূৰ নৌহওঁতেই, এক হাজাৰ শিশুৰ ভিতৰত ৩৯টা শিশুৰ মৃত্যু হয় জন্মৰ এক-দুই দিনৰ ভিতৰতে আৰু পাঁচ বছৰ পূৰ নৌহওঁতেই মৃত্যু হয় ৭২টাৰ। ভাৰতবৰ্ষৰ লোকৰ জীয়াই থকাৰ গড় বয়সো পৃথিৱীৰ অন্যতম নিম্ন ৬৪ বছৰ। শিশুৰ মৃত্যুৰ হাৰ চহৰাঞ্চলতকৈ গ্ৰামাঞ্চলত অধিক।

ভাৰতৰ মহিলাসকলৰ অৱস্থা বৰ বেয়া। তৃতীয় পৰিয়াল স্বাস্থ্য জৰীপে [3rd National Family Health Survey] প্ৰকাশ কৰিছে যে ভাৰতৰ ১৭.৩ শতাংশ মহিলাৰ স্বাস্থ্য কৰ্মীৰ লগত কোনো যোগাযোগ নহয়। ১৫-৪৯ বয়সৰ মাজৰ মহিলাৰ ৰক্তহীনতা ১৯৯৮-৯৯ চনৰ ৪৯.৭ শতাংশৰ পৰা ২০০5-০৬ চনত ৫৭.৯ শতাংশলৈ বৃদ্ধি হৈছে। সোঁচৰা ৰোগ যেনে— যক্ষ্মা, মেলেৰীয়া, ডেংগু, কলাজ্বৰ, এনকেফেলাইটিজ ইত্যাদিত বিশ্বৰ ভিতৰতে অধিক লোকৰ মৃত্যু হয় ভাৰতত। ভাৰতত যক্ষ্মাত বছৰি মৃত্যু হয় ৩.৭ লাখ লোকৰ। এক লাখ লোকৰ ভিতৰত ৪১৮ জন লোক ভাৰতবৰ্ষত যক্ষ্মা ৰোগত আক্ৰান্ত। বছৰি ২০ লাখ লোক মেলেৰীয়াত আক্ৰান্ত হয়। ২০০১ চনৰ পৰা ইয়াৰ আধাসংখ্যক লোক ছেৰিব্ৰেল মেলেৰীয়াত আক্ৰান্ত হৈছে। সাধাৰণ হাগনি (ডায়েৰিয়া) ৰোগত বছৰি ৬ লাখ শিশুৰ মৃত্যু হয়।

বিশ্বৰ ১৬ শতাংশ লোক বাস কৰে ভাৰতবৰ্ষত। কিন্তু বছৰি মৃত্যু হোৱা লোকৰ ১৮ শতাংশ

ভাৰতৰ আৰু বিশ্বৰ মুঠ ৰোগাক্ৰান্ত লোকৰ ২০ শতাংশ ভাৰতৰ। বিশ্বৰ মুঠ প্ৰসূতি মাতৃৰ মৃত্যুৰ ২০ শতাংশ ভাৰতৰ। ছিটাৰ দ্বাৰা প্ৰতিৰোধ কৰিব পৰা ৰোগত আক্ৰান্ত হৈ বিশ্বৰ ২৬ শতাংশ শিশুৰ মৃত্যু হয় ভাৰতত। পৃথিৱীৰ ৩০ শতাংশ যক্ষ্মা ৰোগী, ৬৮ শতাংশ কুষ্ঠ ৰোগী ভাৰতত। ভাৰতত প্ৰতি বছৰে ১১৫ কোটি ৰোগী বিভিন্ন ৰোগত আক্ৰান্ত হয় ; ইয়াৰে তিনি কোটি লোকক চিকিৎসালয়ত ভৰ্তি কৰি চিকিৎসা কৰাৰ দৰকাৰ হয়। বিশ্ব স্বাস্থ্য সংস্থা (World Health Organisation - WHO)ই ভাৰতক ডায়েবেটিছ ৰাজধানী (Diabetes Capital of World) ৰূপে অভিহিত কৰিছে। ডায়েবেটিছ ৰোগীৰ সংখ্যা ভাৰতত ৫০ লাখ। অতি সোনকালেই ভাৰত হৃদৰোগৰো (cardiac disease) ৰাজধানী হ'ব বুলি কোৱা হৈছে।

বিশ্ব স্বাস্থ্য সংস্থাই সমাপ্ত কৰা এটি পিয়লৰ প্ৰতিবেদন মতে স্বাস্থ্য খণ্ডত ৰাজহুৱা বা চৰকাৰী খৰছ মুঠ ঘৰুৱা উৎপাদন (GDP)ৰ শতাংশৰ ভিত্তিত ভাৰতৰ স্থান ১৭৫ খন দেশৰ ভিতৰত ১৭১। উক্ত পিয়ল মতে স্বাস্থ্য খণ্ডত ব্যক্তিগত খৰছৰ ক্ষেত্ৰত বিশ্বৰ ভিতৰত ভাৰতৰ স্থান ১৭তম ; অৰ্থাৎ ভাৰতৰ জনসাধাৰণে চিকিৎসাৰ বাবে নিৰ্ভৰ কৰিব লাগে ব্যক্তিগত খণ্ডৰ ওপৰত। স্বাস্থ্য খণ্ডত চৰকাৰী বা ৰাজহুৱা খৰছ বিশ্বৰ ভিতৰত নিম্নতম। বিশ্ব স্বাস্থ্য সংস্থাৰ তথ্যমতে ভাৰতত স্বাস্থ্য খণ্ডত মুঠ খৰছ হয় মুঠ ঘৰুৱা উৎপাদনৰ ৫.২ শতাংশ। ইয়াৰে ০.৯ শতাংশ চৰকাৰী খৰছ ; ৪.৩ শতাংশ ব্যক্তিগত খণ্ডৰ খৰছ।

উক্ত তথ্যৰ পৰা ই সহজে অনুমেয় যে ভাৰতৰ নিচিনা ৮০ শতাংশ দুখীয়া লোকৰ দেশত বিশ্বৰ ভিতৰত আটাইতকৈ বেছি অংশ স্বাস্থ্য ব্যৱস্থা বা সুবিধা ব্যক্তিগত প্ৰতিষ্ঠানৰ হাতত। ভাৰতৰ ৭০ শতাংশ নগৰীয়া আৰু ৬৩ শতাংশ গাঁৱলীয়া পৰিয়ালে ব্যক্তিগত প্ৰতিষ্ঠানৰ পৰা ৰোগৰ চিকিৎসা ল'বলৈ বাধ্য হয়। ইয়াৰে ৫ শতাংশ পৰিয়ালৰে চিকিৎসা বীমা আছে। তেওঁলোকৰ পৰিয়ালৰ অন্ততঃ যিকোনো এজন সদস্য বীমাত অন্তৰ্ভুক্ত হৈছে। ভাৰতত মুঠ ব্যক্তিগত চিকিৎসা খৰছৰ ৯০ শতাংশ খৰছ ৰোগীয়ে নিজৰ পকেটৰ পৰা বহন কৰে, যি পৰিমাণ বিশ্বৰ উচ্চতম আৰু বিশ্বৰ ৰোগীৰ নিজৰ গড় খৰছৰ চাৰিগুণ। ২০০১ চনত ভাৰতত চিকিৎসাৰ বাবে খৰচ হৈছে ৮৬ হাজাৰ কোটি টকা। ইয়াৰে ৬৯ হাজাৰ কোটি ব্যক্তিগত, অৰ্থাৎ বেমাৰীয়ে নিজে খৰছ কৰা। বাকী ১৭ হাজাৰ কোটি টকাহে ভাৰতৰ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে মিলি কৰিছে।

পৃথিৱীৰ প্ৰায় দেশেই মুঠ ঘৰুৱা উৎপাদনৰ নিম্নতম ৮ শতাংশ স্বাস্থ্য খণ্ডত খৰছ কৰে ; আনকি ব্ৰিক (BRIC) দেশ (ব্ৰাজিল, ৰাছিয়া, চীনা)কেইখনৰ ভিতৰত ভাৰতে খৰছ কৰে নিম্নতম। চিকিৎসাৰ বাবে জনেপ্ৰতি বছৰি ব্ৰাজিলত খৰছ হয় ৭৫৫ ডলাৰ, চীনত ৩১৫ ডলাৰ ৰাছিয়াত ৫৬১ ডলাৰ, ভাৰতত ১০০ ডলাৰ। ইয়াৰ ভিতৰত জনেপ্ৰতি চৰকাৰী খৰছ ব্ৰাজিলত ৩৩৩ ডলাৰ, চীনত ১২৩ ডলাৰ, ৰাছিয়াত ৩৪৮ ডলাৰ, ভাৰতত ১৯ ডলাৰ মাত্ৰ। ভাৰতত ৮১ শতাংশ খৰছ ব্যক্তিগতভাৱে কৰিব লাগে। ভাৰত হেনো 'আম আদমী'ৰ দেশ। ভাৰতত সেয়ে কোনো ডাঙৰ বেমাৰ হ'লে চিকিৎসাৰ বাবে ঘৰ-মাটি বিক্ৰী কৰিব লাগে। তথ্যমতে চিকিৎসালয়ত ভৰ্তি হৈ চিকিৎসা কৰা ৰোগীৰ ভিতৰত ৪০ শতাংশই ধাৰ কৰি খৰছ বহন কৰিব লাগে। শেষত ঘৰ-সম্পত্তি বিক্ৰী কৰি বছৰি ২ কোটি ভাৰতীয় লোক দাৰিদ্ৰ সীমাৰেখাৰ তললৈ গুচি যায়।

ভাৰতৰ ৫০ শতাংশ লোকে কোনো ধৰণৰ চিকিৎসাৰ সুবিধা নাপায়। ভাৰতত প্ৰয়োজনীয় ন্যূনতম সংখ্যক কমিউনিটি হেল্থ্ চেণ্টাৰৰ আধাও নাই। ৪,৭১১ চাব চেণ্টাৰত কোনো নাৰ্চ বা

স্বাস্থ্যকৰ্মী নাই। ৬৮.৬ শতাংশ প্ৰাথমিক চিকিৎসালয় (Primary Health Centre)ত মাত্ৰ এজন ডাক্তৰ বা ডাক্তৰ নায়েই। ৮০৭ খন প্ৰাথমিক চিকিৎসালয়ত ডাক্তৰ নাই। বিশেষজ্ঞ (specialists) ৬৪.৯ শতাংশ ঘাটি কমিউনিটি হেল্‌থ্ চেণ্টাৰসমূহত। বিদ্যুৎ আৰু পানীযোগান নোহোৱাকৈ ক্ৰমে ১,১৮৮ খন আৰু ১,৬৪৭ খন প্ৰাথমিক চিকিৎসালয় (PHC) চলে। দেশত ৫০ শতাংশ চাব চেণ্টাৰ, ২৪ শতাংশ প্ৰাথমিক চিকিৎসালয় (PHC), ১৬ শতাংশ কমিউনিটি হেল্‌থ চেণ্টাৰ (CHC)ৰ কাম চলে ভাড়া ঘৰৰ পৰা।

জাতীয় গাঁৱলীয়া স্বাস্থ্য মিছন (National Rural Health Mission) আঁচনি প্ৰৱৰ্তন কৰা হৈছিল ৰাজহুৱা খণ্ডৰ স্বাস্থ্য ব্যৱস্থাই ঢুকি নোপোৱা কামখিনি কৰাৰ বাবে আৰু ২০১২ চনলৈ প্ৰতি বছৰে ৫০ হাজাৰ কোটি টকা খৰছ কৰাৰ কথা আছিল। কিন্তু বছৰে ১০ৰ পৰা ১২ হাজাৰ কোটিৰ বেছি খৰছ কৰা হোৱা নাই। ২০০৮-০৯ বিত্তীয় বছৰত আৱণ্টন হৈছে ১২ হাজাৰ ৭০ কোটি টকা। এই টকাখিনিৰ সৰহভাগেই দুৰ্নীতিৰ বলি হয়। স্বাস্থ্য কেন্দ্ৰসমূহত বেতনভোগী স্বাস্থ্যকৰ্মীৰ সলনি আশা (ASHA) আঁচনি প্ৰৱৰ্তনৰ দ্বাৰা স্বেচ্ছাসেৱক নিয়োগ কৰি ৬০০ টকা মাননি দিয়াৰ নিয়মেৰে নামতহে কেন্দ্ৰসমূহ খোলা হৈছে। দেশৰ উচ্চতম ন্যায়ালয়ে (Supreme Court) কৈছে যে দেশৰ গাঁৱলীয়া স্বাস্থ্য ব্যৱস্থা কাগজে-কলমেহে আছে ; বাস্তৱত নাই। ২০০৮ চনৰ ১ অক্টোবৰত দিয়া এটি ৰায়ত উচ্চতম ন্যায়ালয়ে (মুখ্য দণ্ডাধীশ-বালকৃষ্ণণ, দণ্ডাধীশ অশোক ভান আৰু দণ্ডাধীশ সদাশিৱম) কৈছে যে গাঁও অঞ্চলত কোনো চিকিৎসক নাই। প্ৰাথমিক চিকিৎসালয়সমূহৰ কাম চলে কোনো ডাক্তৰ নোহোৱাকৈ। এই চিকিৎসালয়সমূহ হিচাবতহে আছে ; বাস্তৱত কাম নাই। ["In rural areas, there are no doctors They (PHCs) are functioning only on paper Hospitals function without any doctor "]

স্বাস্থ্য খণ্ডৰ এনে অৱহেলাৰ ফলতে দেশত সৰু সৰু নাৰ্ছিংহোমৰ বিস্ফোৰণ ঘটে। দেশত চিকিৎসালয়ৰ বিছনাৰ ৬২ শতাংশ চৰকাৰী চিকিৎসালয়ৰ , ৩৮ শতাংশ বিছনা ব্যক্তিগত চিকিৎসালয়ৰ। ব্যক্তিগত চিকিৎসালয়ৰ ৮৪ শতাংশত বিছনা অতি কম ; অৰ্থাৎ ৩০ খন বিছনা বা কম বিছনাযুক্ত নাৰ্ছিংহোমহে। এক শতাংশ নাছিংহোমতহে বিছনা বেছি , অৰ্থাৎ ২০০ বা অধিক বিছনাযুক্ত নাৰ্ছিংহোম বা হাস্পতাল। ভাৰত স্বাধীন হোৱাৰ ছয় দশকৰ পাছতো দেশত স্বাস্থ্যৰক্ষাৰ আন্তঃগাঁথনিৰ কোনো উন্নতি নহ'ল। এফ আই চি চি আই (FICCI)ৰ তথ্যমতে ১৯৯৬ আৰু ২০০৪ চনৰ মাজত ১০০০ লোকৰ ভিতৰত বেমাৰ চিকিৎসাৰ বাবে অহা লোকৰ সংখ্যা ৬৬ শতাংশ বৃদ্ধি হৈছে ; অৰ্থাৎ প্ৰতি হাজাৰ লোকৰ মাজত ৫৫ জনৰ বিপৰীতে ৯১ জন লোক ৰোগৰ চিকিৎসাৰ বাবে চিকিৎসালয়ত উপস্থিত হয়। সেই সময়ছোৱাত বিছনাৰ সংখ্যা হাজাৰ লোকৰ মাজত ০.৯৬ খনৰ বিপৰীতে ০.৮৬ খনলৈ হ্ৰাস হৈছে। অৱশ্যে ডাক্তৰৰ সংখ্যা ০ ৪ জনৰ পৰা ০.৬ জনলৈ বৃদ্ধি হৈছে আৰু নাৰ্চৰ সংখ্যা ০.৬ৰ পৰা ০.৯ জনলৈ বৃদ্ধি হৈছে। কিন্তু ডাক্তৰ-নাৰ্চৰ সংখ্যা চীন ব্ৰাজিলৰ তুলনাত নগণ্য। চীনত হাজাৰ লোকৰ মাজত ১.৫ ডাক্তৰ আছে। বিশ্ব পৰ্যায়ত পৃথিৱীৰ মুঠ ৰোগীৰ ভাৰতত ২০ শতাংশ ৰোগীৰ বিপৰীতে মাত্ৰ ৬ শতাংশ বিছনা, ৮ শতাংশ ডাক্তৰ, ৮ শতাংশ নাৰ্চ, ৯ শতাংশ স্বাস্থ্যকৰ্মী, ১ শতাংশ লেবৰেটৰী টেকনিচিয়ানহে আছে। বাওঁপন্থী দলসমূহৰ হেঁচাত প্ৰথম ইউ পি এ চৰকাৰে উমৈহতীয়া ন্যূনতম কাৰ্যসূচী (CMP)ত এইদৰে লক্ষ্য ৰাখিছিল যে স্বাস্থ্য খণ্ডত অতি কমেও চৰকাৰী খৰছ মুঠ ঘৰুৱা উৎপাদনৰ ২-৩ শতাংশলৈ বৃদ্ধি কৰিব (The UPA Government will raise public spending on health to at

least 2-3 percent of GDP)। অতি পৰিতাপৰ কথা যে বৰ্তমানলৈ জি ডি পিৰ এক শতাংশও স্বাস্থ্য খণ্ডত খৰছ কৰা হোৱা নাই। দেশৰ স্বাস্থ্যৰক্ষা ব্যক্তিগত খণ্ডৰ ওপৰত নিৰ্ভৰশীল। সেইকাৰণে দেশৰ ৮০ শতাংশ লোক, যিসকলৰ আয় জনেপ্ৰতি দিনে ২০ টকাৰ তলত, তেওঁলোক ৰোগৰ চিকিৎসাৰ পৰা বঞ্চিত। ৰোগাক্ৰান্ত হ'লে মৃত্যুৰ বাহিৰে তেওঁলোকৰ গতি নাই।

অসংগঠিত খণ্ডৰ প্ৰতিষ্ঠানৰ জাতীয় কমিছনে (National Commission for Enterprises in the Unorganised Sector - NCEUS) পৰামৰ্শ আগবঢ়াইছিল যে দাৰিদ্ৰ সীমাৰেখাৰ তলৰ ৩০০ নিযুত লোকৰ বাবে ৩০ হাজাৰ টকাৰ স্বাস্থ্য বীমা কৰাৰ বাবে— বাস্তৱত সিও কাৰ্যকৰী নহ'ল। ভাৰতবৰ্ষই মুঠ ঘৰুৱা উৎপাদনৰ বৃদ্ধিৰ হাৰৰ ক্ষেত্ৰত বিশ্বৰ ভিতৰত দ্বিতীয় পৃথিৱীৰ আগশাৰীৰ উন্নয়নশীল দেশ। কেন্দ্ৰীয় চৰকাৰৰ লক্ষ্যও হ'ল জি ডি পিৰ হাৰ বৃদ্ধি। কিন্তু সামাজিক খণ্ডৰ উন্নয়নৰ হাৰ বৃদ্ধিত কোনেও গুৰুত্ব দিয়া নাই। ❑❑

*১৩ নৱেম্বৰ, ২০০৯*

# পুঁজিবাদৰ বিকাশৰ স্বৰূপ

আমেৰিকা যুক্তৰাষ্ট্ৰ পৃথিৱীৰ ভিতৰত ধনী তথা সমৃদ্ধিশালী নদন-বদন দেশ। দ্বিতীয় মহাসমৰৰ পাছত ধন আৰু সামৰিক ক্ষেত্ৰত সৰ্ববৃহৎ শক্তি হিচাবে খ্যাতি লাভ কৰিছে। বিশেষকৈ ১৯৯১ চনত ছোভিয়েট ৰাছিয়াৰ বিপৰ্যয়ৰ পাছত বিশ্বত আমেৰিকা অপ্ৰতিৰোধ্য শক্তিত পৰিণত হয়। ফলস্বৰূপে পৰৰাষ্ট্ৰ ইৰাকৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰি আক্ৰমণ কৰা ঘটনা পৃথিৱীৰ কোনো শক্তিয়ে বাধা দিব নোৱাৰিলে বা আমেৰিকাই কোনো দেশৰ আপত্তিক গুৰুত্বই নিদিলে। আমেৰিকা এখন শিল্পসমৃদ্ধ পুঁজিবাদী দেশ। তুচ্ছসংখ্যক মাল্টি বিলিয়নাৰ আৰু বিলিয়নাৰে বহু কোটি শ্বেতাংগ, কৃষ্ণাংগ কৰ্মী বাহিনীক তেওঁলোকৰ শিল্প প্ৰাতিষ্ঠানত নিয়োগ কৰে। প্ৰায় ৯০ শতাংশ আমেৰিকা যুক্তৰাষ্ট্ৰৰ কৰ্মঠ (Active) লোক মজুৰি শ্ৰমিক কৰ্মচাৰী আৰু ইয়াৰে ৩৩ শতাংশ শ্ৰমিক কৰ্মচাৰীয়ে উদ্যোগসমূহত কাম কৰে। কৃষি খণ্ডৰ কৰ্মীতকৈ আমেৰিকাৰ উদ্যোগ খণ্ডৰ কৰ্মীৰ সংখ্যা সাতগুণ অধিক। আমেৰিকাত উদ্যোগৰ দৰে কৃষি ক্ষেত্ৰকো অতি যান্ত্ৰিকতা প্ৰদান কৰা হৈছে আৰু দহ শতাংশ কৃষি ফাৰ্মত প্ৰায় ৯০ শতাংশতকৈ অধিক কৃষিখণ্ডৰ শ্ৰমিক কৰ্মচাৰীয়ে কাম কৰে। এই দহ শতাংশ কৃষি ফাৰ্মত কৃযি খণ্ডৰ যন্ত্ৰপাতি, সাৰ, কীটনাশক আদিৰ ব্যৱহাৰ ৮০ শতাংশ। সৰু ফাৰ্মসমূহে এই ডাঙৰ ফাৰ্মসমূহৰ লগত প্ৰতিযোগিতাত হাৰ মানি সা-সম্পত্তি বিক্ৰী কৰিবলগাত পৰে। বৃহৎ ফাৰ্মসমূহৰ স্বাৰ্থত কৃষিখণ্ডৰ উন্নত উৎপাদনৰ গৱেষণা চৰকাৰী খৰচতে সম্পন্ন হয়।

১৯৯০ চনৰ আগলৈকে আমেৰিকা যুক্তৰাষ্ট্ৰই পুঁজিবাদী বিশ্বৰ ৬৭ শতাংশ উদ্যোগীয় উৎপাদন কৰিছিল আৰু চাৰি/পাঁচটা বৃহৎ ক'ৰপোৰেচনে সমগ্ৰ উদ্যোগ আৰু অৰ্থনীতি নিয়ন্ত্ৰণ কৰিছিল। মটৰগাড়ী (অটোমোবাইল)। উৰাজাহাজ, ৰকেট আদি উদ্যোগৰ ক্ষেত্ৰত আমেৰিকা ১৯৯০ চনলৈকে পৃথিৱীত ১ নম্বৰ আছিল আৰু আজিও যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ উদ্যোগৰ ক্ষেত্ৰত পৃথিৱীত এক নম্বৰ। ১৯৭০ চনৰ পৰাই কম্পিউটাৰ আৰু কম্পিউটাৰৰ বিভিন্ন যন্ত্ৰাংশ উৎপাদনৰ ক্ষেত্ৰত বিশ্বৰ প্ৰথম স্থানত আছিল আৰু পুঁজিবাদী বিশ্বৰ ৬৭ শতাংশ উৎপাদন কৰিছিল। বিশ্বজুৰি ৱেব (World Wide Web) হ'ল ইউৰোপীয়ান আবিষ্কাৰ। ইয়াৰ প্ৰাৰম্ভিক গঠন (initial form) উন্নত কৰিছিল ব্ৰিটিছ আৰু বেলজিয়ামৰ বিজ্ঞানীসকলে ছুইছ গৱেষণাগাৰত বহি। কিন্তু ইণ্টাৰনেটত তেওঁলোকৰ নাম দেখা নাযায়। কম্পিউটাৰ খুলিলেই বিল গেইটছৰ আমেৰিকান কোম্পানী 'মাইক্ৰ'ছফ্ট'ৰ (microsoft) নাম। ধন আৰু মিলিটাৰী-বলেৰে পৃথিৱীৰ সকলোৰে ওপৰত কৰ্তৃত্ব চলোৱাৰ ক্ষমতা আমেৰিকাৰ আছে।

আমেৰিকাই উচ্চ প্ৰযুক্তি প্ৰভুত্ব (High tech dominance) প্ৰদৰ্শন কৰি ১৯৯১ চনত পাৰ্চিয়ান গ'ল্ফত, ১৯৯৯ চনত কচোভোত, ২০০২ চনত আফগানিস্থানত, ২০০৩ চনত ইৰাকত উচ্চতম সমৰ প্ৰযুক্তিৰে যুদ্ধৰ অৱতাৰণা কৰি বিশ্বৰ জনগণক আমেৰিকাৰ নিয়ন্ত্ৰণত ৰখাৰ ভাবুকিৰ আভাস দিছিল। ৩০ কোটি জনসংখ্যাৰ আমেৰিকাৰ সৰ্বোচ্চ মুঠ ঘৰুৱা উৎপাদন প্ৰায় ১৪ ট্ৰিলিয়ন ডলাৰ ; ১১০ কোটি জনসংখ্যাৰ দেশ ভাৰতৰ মুঠ ঘৰুৱা উৎপাদন খুব বেছি এক ট্ৰিলিয়ন ডলাৰ। ভাৰতৰ জনসংখ্যাৰ এক-চতুৰ্থাংশ জনসংখ্যাৰ দেশ আমেৰিকা যুক্তৰাষ্ট্ৰৰ মুঠ ঘৰুৱা উৎপাদন ১৪ গুণ বেছি।

উক্ত সমৃদ্ধি আৰু সম্পদৰ বাবে আমেৰিকাই তেওঁলোকৰ অৰ্থনৈতিক নীতিৰ গৌৰৱ কৰে আৰু পৃথিৱীত মানৱ সমাজৰ সমস্যা সমাধানৰ বাবে তেওঁলোকৰ অৰ্থনৈতিক নীতি বিশ্বৰ সকলো দেশেই অৱলম্বন কৰাৰ হেঁচা প্ৰয়োগ কৰে। সত্তৰ দশকত ৰোনাল্ড ৰিগানে স্বনিয়ন্ত্ৰিত (Self-regulating) আৰু লেইছেজ ফেয়াৰ (Laisseg-faire) বজাৰ অৰ্থনীতি অৱলম্বন কৰিবলৈ পৃথিৱীৰ সকলো দেশকেই বাধ্য কৰাইছিল আৰু বিশেষকৈ ১৯৯১ চনত সমাজতন্ত্ৰৰ বিপৰ্যয়ৰ পাছত বাধাহীনভাৱে পুঁজিবাদী অৰ্থনীতিৰ স্বনিয়ন্ত্ৰিত বজাৰ অৰ্থনীতিৰ আধাৰত নব্য-উদাৰবাদী প্ৰক্ৰিয়াৰে, গোলকীকৰণ তত্ত্বৰে পৃথিৱীৰ সকলো দেশকে বান্ধি পেলাইছিল। বিভিন্ন দেশৰ শাসক গোষ্ঠীক বিশ্বাস কৰিবলৈ বাধ্য কৰাইছিল যে তেওঁলোকৰ দেশৰ জনগণৰ আৰ্থিক উন্নয়ন নব্য-উদাৰবাদী অৰ্থনীতিয়েহে কৰিব পাৰিব।

২০০৮ চনৰ বিশ্ব পৰ্যায়ৰ অৰ্থনীতিৰ মহাসংকটে প্ৰমাণ কৰিলে যে আমেৰিকাৰ পুঁজিবাদী শাসক গোষ্ঠীৰ অৰ্থনীতিৰ নিৰ্দেশনা পৃথিৱীৰ জনগণৰ বাবে মাৰাত্মক যন্ত্ৰণাদায়ক। এই অৰ্থনৈতিক তত্ত্বই বিশ্বৰ কোটি কোটি জনসাধাৰণৰ বাবে কঢ়িয়াই আনিলে বিপৰ্যয়-- দুখ-যন্ত্ৰণা। এই অৰ্থনীতিৰ তত্ত্ববিদ তথা পুঁজিবাদী শাসক গোষ্ঠীয়ে এই তত্ত্বৰ মৰ্যাদা তথা শুদ্ধতা ৰক্ষা কৰিবলৈ উঠি-পৰি লাগিল। এই অৰ্থনীতি ৰক্ষা কৰিবলৈ জনগণৰ ৰাজহৰ কোটি কোটি বিলিয়ন ডলাৰ খৰচ কৰিবলৈ ধৰিলে ; কিন্তু সন্তুষ্টি নে পৰিতাপৰ কথা যে চীন দেশৰ বাহিৰে প্ৰায় সকলো দেশৰেই, বিশেষকৈ পুঁজিবাদীৰ স্বৰ্গ আমেৰিকাৰ জনগণৰ ক্ৰমে অধিক সংখ্যক প্ৰতিনিয়ত কৰ্মসংস্থানহীন, বাসস্থানহীন, চিকিৎসা সুবিধাহীন হৈ চৰম দৰিদ্ৰ অৱস্থাপ্ৰাপ্ত হ'ল।

আমেৰিকাৰ শ্ৰম বিভাগে কেইদিনমান আগতে প্ৰকাশ কৰা তথ্যমতে অক্টোবৰ মাহত আমেৰিকাৰ নিবনুৱা লোকৰ হাৰ ১০.২ শতাংশ ; ছেপ্টেম্বৰত আছিল ৯.৮ শতাংশ। এই পৰিসংখ্যা ১৯২৯ চনৰ মহা-সংকটৰ পাছত উচ্চতম। আন-এক তথ্যমতে বাস্তৱত কৰ্মসংস্থানহীন আৰু স্থায়ী কামৰ অভাৱত অলপ সময়ৰ বাবে কাম কৰা পাৰ্টটাইম নিবনুৱা মিলি ১৭.৫ শতাংশ ; অৰ্থাৎ কৰ্মঠ ছজন আমেৰিকান লোকৰ ভিতৰত এজন কৰ্মসংস্থানহীন। আমেৰিকাৰ আগৰ ৰেকৰ্ড মতে উচ্চতম কৰ্মসংস্থানহীনতাৰ শতাংশ আছিল ১৭.১।

কেলিফৰ্ণিয়া, অৰিজোনা আদি ৰাজ্য আৰু মেনুফেকচাৰিং উদ্যোগ কেন্দ্ৰ যেনে— মিচিগান, অ'হিও, অৰিগান, ৰোডে, দক্ষিণ কাৰোলিনা আদি ঠাইত নিবনুৱা লোকৰ হাৰ অধিক— ২০ শতাংশ। চি এম ৰিণহাৰ্ট (C M Reinhart) আৰু কে এছ ৰগফ (K S Rogoff) নামৰ দুজন আমেৰিকান প্ৰখ্যাত অৰ্থনীতিবিদে অতি সম্প্ৰতি এখন কিতাপত লিখিছে যে অহা পাঁচ বছৰলৈ এইদৰে নিবনুৱাৰ হাৰ বৃদ্ধি হৈ থাকিব। ২০০৭ চনৰ পৰা আমেৰিকাত ৭০ লাখ কৰ্মচাৰীক কৰ্মচ্যুত

কৰা হৈছে। আমেৰিকাৰ হাউছহোল্ড তথ্যমতে (Household data) যোৱা অক্টোবৰ মাহত ৫,৯০,০০০ জন কৰ্মচাৰী ছাটাই হৈছে। যোৱা তিনিমাহত ১৪ লাখ কৰ্মচাৰী ছাটাই হৈছে। প্ৰতিষ্ঠানসমূহৰ তথ্যমতে যোৱা ১২ মাহত ৫৫ লাখ কৰ্মচাৰী হ্ৰাস কৰা হৈছে ; কিন্তু হাউছহোল্ড তথ্যমতে এই হ্ৰাসৰ পৰিমাণ ৬৪ লাখ। বৰ্তমান চৰকাৰী হিচাপমতে ১৬ নিযুত কৰ্মঠ লোক নিবনুৱা। বেচৰকাৰী তথ্যমতে এই সংখ্যা আৰু অধিক। আমেৰিকাৰ বাতৰি কাকত এখনে কৈছে যে উক্ত সংখ্যাসমূহ পৰিসংখ্যাহে ; বাস্তৱত বহু বেছি সংখ্যক লোকে মজুৰি সংকোচন আৰু স্থায়ী কামৰ অভাৱত ভুগিছে। মুঠ শ্ৰমিকৰ ৬ শতাংশ আংশিক (part time) কৰ্মী। কিশোৰসকলৰ মাজত নিবনুৱাৰ হাৰ হ'ল ২৭ শতাংশ— যিসকল ৰাষ্ট্ৰপতি নিৰ্বাচনত অ'বামাৰ সমৰ্থক আছিল।

চৰকাৰৰ ৮০০ বিলিয়নৰ উদ্দীপক পেকেজে অৰ্থনৈতিক মন্দাৰ পৰা আৰোগ্য লাভ কৰাত সহায় কৰিব পৰা নাই। অ'বামা প্ৰশাসনে দাবী কৰিছে যে উদ্দীপক পেকেজে ১ নিযুততকৈ অধিক কৰ্মসংস্থান সৃষ্টি কৰিছে, কিন্তু উক্ত দাবীৰ প্ৰতি অ'বামাৰ বন্ধু বা সমালোচক অৰ্থনীতিবিদ কোনেও সমৰ্থন জনোৱা নাই। তেওঁলোকৰ মতে উক্ত উদ্দীপক পেকেজে প্ৰকৃত অৰ্থনীতিতকৈ (Real Economy) ৱাল ষ্ট্ৰিটকহে (ৱালষ্ট্ৰিটৰ বিত্তীয় প্ৰতিষ্ঠানসমূহক) সহায় কৰিছে। সেয়েহে বৃহৎ পুঁজিপতিসকল সুখী। তেওঁলোকৰ মতে অৰ্থনৈতিক সংকট আৰোগ্যৰ পথত। বিশ্বৰ আটাইতকৈ প্ৰশংসিত লগ্নীকাৰী (investor), বিশ্বৰ দ্বিতীয় ধনী লোক মাইক্ৰ'ছফ্‌ট্‌ৰ প্ৰতিষ্ঠাপক বিল গেইট্‌ছৰ পৰম বন্ধু ৱাৰেন বাফেটে ক'ল'ম্বিয়া বিশ্ববিদ্যালয়ত যোৱা সপ্তাহত বক্তব্য ৰাখিছে যে আমি অৰ্থনৈতিক সংকট পিছ পেলাই আহিছো। পুঁজিবাদ জীৱন্ত (Capitalism is alive)। আমেৰিকাৰ মুঠ ঘৰুৱা উৎপাদনৰ বিকাশ উন্নতিমুখী হৈছে। এই বছৰৰ প্ৰথম ৬ আৰু ৯ মাহৰ মাজত মুঠ ঘৰুৱা উৎপাদনৰ ০.৯ শতাংশ বিকাশ হৈছে। তেখেতে কৈছে আমেৰিকা পৃথিৱীৰ ভিতৰত বৃহত্তম অৰ্থনীতি -- সকলোৱে আমেৰিকাত লগ্নী কৰক।

উক্ত ঘটনাই স্পষ্টভাৱে প্ৰকাশ কৰিছে পুঁজিবাদৰ চৰিত্ৰ। পুঁজিবাদৰ আৰোগ্য লাভৰ লগত জনগণৰ আৰ্থিক উন্নয়ন বা জনগণৰ দৰিদ্ৰতা নিবাৰণ আদি সমস্যাৰ কোনো সম্পৰ্ক নাই। জনগণৰ প্ৰতি পুঁজিবাদৰ কোনো দায়বদ্ধতা নাই। অলপসংখ্যক বিত্তৱানৰ সমস্যা সমাধানেই পুঁজিবাদৰ লক্ষ্য। বৰ্তমান আমেৰিকান পুঁজিবাদী অৰ্থনীতিয়ে যোৱা জানুৱাৰীৰ পৰা অক্টোবৰ মাহলৈকে আমেৰিকাত ১১৫টা বেংক দেউলীয়া কৰিছে। এই বন্ধ হোৱা বেংককেইটাৰ ভিতৰত ৱাশ্বিংটন মিচুৱেলৰ সম্পত্তিৰ পৰিমাণ ৩০৭ বিলিয়ন ডলাৰ। বন্ধ হোৱা বেংক এফ বি অ' পি (FBOP)ৰ সংখ্যা ৭৭০টা। ৱাৰেণ বাফেটে দেখিছে যে বৰ্তমান আমেৰিকান পুঁজিবাদী অৰ্থনীতিয়ে পুঁজিপতিসকলৰ সংকট আঁতৰোৱাৰ পথত। তেওঁলোকৰ কোনো উদ্বেগ নাই আমেৰিকান জনসাধাৰণৰ সমস্যাৰ বাবে সেয়েহে তেখেতে ঘোষণা কৰিছে 'পুঁজিবাদ জীৱন্ত'।

ন'বেল বঁটা বিজয়ী অৰ্থনীতিবিদ পাল ক্ৰুগমানে তেখেতৰ 'নিউইয়ৰ্ক টাইম্‌চ'ত প্ৰকাশিত এটি প্ৰবন্ধত কৈছে—

"Either (i) the stimulus has failed, unemployment is still rising, so we shouldn't do any more, or (ii) the stimulus has succeeded, GDP is growing, so we don't need to do any more The truth, which is that the stimulus was too little of a good thing that it helped, but it wasn't big enough seems to be too complicated for an era of sound-bite politics"

ক্ৰমগমানে আৰু কৈছে যে আমেৰিকাত মুঠ ঘৰুৱা উৎপাদন বিকাশৰ অৰ্থনৈতিক নীতি আছে ; কিন্তু কৰ্মসংস্থান বৃদ্ধিৰ অৰ্থনৈতিক নীতি নাই। ইৰাক বা আফগানিস্থান যুদ্ধৰ কাৰণে আমেৰিকান যুৱকসকলে মৃত্যুৰ ভয়ত আগতে মিলিটাৰীৰ চাকৰি এৰাই চলিছিল। বৰ্তমান কৰ্মসংস্থানহীন হৈ দৰিদ্ৰতাৰ ভয়ত অতি শিক্ষিত আমেৰিকান যুৱকসকলেও মিলিটাৰীত যোগ দিবলৈ সাজু হৈছে। বহু অৰ্থনীতিবিদে আমেৰিকাৰ বৰ্তমান অৰ্থনীতিৰ আৰোগ্য লাভৰ প্ৰৱণতাক কৰ্মসংস্থানহীন আৰোগ্য (jobless recovery) নামেৰে নামকৰণ কৰিছে।

আনহাতে চীন চৰকাৰৰ উদ্দীপক পেকেজে চীনৰ সকলো নিবনুৱাৰ কৰ্মসংস্থান দিয়া তথা নতুন কৰ্মসংস্থান সৃষ্টি কৰাৰ কথা আমেৰিকান, ইউৰোপীয় অৰ্থনীতিবিদসকলেও স্বীকাৰ কৰিছে। এই বছৰৰ তৃতীয় তিনিমাহত (3rd quarter) মুঠ ঘৰুৱা উৎপাদনৰ বিকাশ ৮.৯ শতাংশ হৈছে। ৰপ্তানি হ্ৰাস পাইছে ; কিন্তু জনগণে কৰ্মসংস্থান পোৱা বাবে ক্ৰয় ক্ষমতা, লগতে ঘৰুৱা চাহিদা বৃদ্ধি হৈছে। সেয়েহে উদ্যোগীয় উৎপাদনৰ বিকাশ ১৬ শতাংশ হৈছে। ৱাশ্বিংটনৰ আন্তৰ্জাতিক অৰ্থনীতিৰ পিটাৰচন প্ৰতিষ্ঠানৰ অধ্যাপক নিকোলাচ লাৰ্ডিয়ে চীনৰ অৰ্থনীতি সম্বন্ধে কৈছে— "Things have moved in a much more positive direction" পুঁজিবাদী আৰু সমাজবাদী অৰ্থনীতিৰ প্ৰাৰ্থক্য আৰু লক্ষ্য আমেৰিকা আৰু চীনৰ ঘটনাৰাজিৰ পৰা সহজেই উপলব্ধি কৰিব পাৰি। ◻◻

২৭ *নৱেম্বৰ*, ২০০৯

# বাৰ্লিনৰ দেৱাল ভঙা হ'ল
# বিশ্বৰ মানৱ সমাজৰ মাজৰ দেৱালসমূহ কেতিয়া ভাঙি পৰিব

পূব আৰু পশ্চিম জাৰ্মানীৰ মাজৰ বাৰ্লিন দেৱাল ভাঙি পেলোৱা বিশ বছৰ হ'ল। পূব জাৰ্মানীৰ নাম আছিল জাৰ্মান ডেম'ক্ৰেটিক ৰিপাব্লিক (GDR) আৰু এইখন কমিউনিষ্ট জাৰ্মানী আছিল। পশ্চিম জাৰ্মানীৰ নাম আছিল ফেডাৰেল ৰিপাব্লিক অব্ জাৰ্মানী (FRG) এইখন পুঁজিবাদী অৰ্থনীতিৰ জাৰ্মান। পূব জাৰ্মানীত সাম্যবাদী শাসনৰ পতন হোৱাত পশ্চিম জাৰ্মানীৰ লগত সংযুক্ত হয় আৰু বাৰ্লিন দেৱালখন ভাঙি দিয়া হয়। দুয়োখন জাৰ্মানী মিলি এখন জাৰ্মানী হয়। এই ঘটনা পুঁজিবাদীসকলৰ বাবে আনন্দদায়ক আৰু সমাজবাদীসকলৰ বাবে দুখৰ ঘটনা। যিয়েই নহওক কিয় এই ঘটনা ইতিহাস হৈ ৰ'ল।

বাৰ্লিন দেৱাল ভঙা উৎসৱ বিশ বছৰ জুৰি প্ৰতি বছৰেই হয়তো পালন কৰি থকা হৈছে; কিন্তু যোৱা বিশ বছৰে মানৱ সমাজৰ মাজৰ দেৱাল ভঙাৰ প্ৰস্তুতিৰ অগ্ৰগতিৰ পৰিবৰ্তে অধিক মজবুত দেৱাল এখনৰহে সৃষ্টি কৰা হ'ল। কেইদিনমানৰ আগতে বাতৰিত প্ৰকাশ যে যোৱা দুবছৰে বিশ্বত অপুষ্টিত ভোগা লোকৰ সংখ্যা ২০০ নিযুতৰ পৰা বৃদ্ধি হৈ এশ কোটি হৈছে। ২০০৮ চনৰ পুঁজিবাদী অৰ্থনীতিৰ মহা সংকট হেনো আৰোগ্য লাভ কৰাৰ পথত। পুঁজিপতিসকলৰ স্বাৰ্থতহে ই আৰোগ্য লাভ কৰিছে; সাধাৰণ জনগণৰ সংকট বৃদ্ধি হৈছে। আমেৰিকাৰ দৰে সমৃদ্ধিশালী দেশত সংকটৰ আৰোগ্য লাভৰ নামত কৰ্মসংস্থানহীন লোকৰ সংখ্যা দ্ৰুত হাৰত বৃদ্ধি হৈছে। বিশ্ববেংকৰ তথ্যমতে আৰু ৫৯ নিযুত লোকে তেওঁলোকৰ কৰ্মসংস্থান হেৰুৱাব ২০০৯ চনৰ ভিতৰত। বৰ্তমানৰ অতি দৰিদ্ৰ (Extreme poverty) লোকৰ লগত আৰু ৯ কোটি লোক ২০১০ চনৰ ভিতৰত অতি দৰিদ্ৰ শ্ৰেণীত পৰিণত হ'ব। অৰ্থনৈতিকভাৱে অতি উন্নত আমেৰিকা, ইউৰোপতে ক্ৰমে ১০.৫ আৰু ১২ শতাংশ হাৰত নিবনুৱাৰ সংখ্যা বৃদ্ধি হৈছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ পিট্‌চ্‌বাৰ্গত জি-২০ শীৰ্ষ সন্মিলনত বিশ্বৰ উন্নত আৰু উন্নয়নশীল দেশসমূহ মিলি পুঁজিবাদক জীয়াই ৰখাৰ উপায় উদ্ভাৱনৰ চেষ্টা কৰিছে। সংকট জৰ্জৰিত উত্তৰ বিশ্বক পুনৰ গঠন (Reshaping the post crisis world) কৰাৰ শ্লোগান দি দায়িত্বশীল গোলকীকৰণেৰে (Responsible Globalisation) নব্য উদাৰবাদী অৰ্থনীতিক পুনৰ্জীৱন দিয়াৰ অনুশীলন কৰিছে। যি নব্য-উদাৰবাদী অৰ্থনীতিয়ে বিশ্ব অৰ্থনীতিলৈ মহা সংকট আনি জনগণলৈ চৰম দুৰ্দশা কঢ়িয়াই আনিলে সেই নব্য-উদাৰবাদী অৰ্থনীতিক

বিদায় নিদিয়াকৈ ইয়াৰ পৰিধিৰ ভিতৰতে জি-২০ৰ শীৰ্ষ সন্মিলনত অৰ্থনীতিৰ সমাধান বিচাৰিছে অংশ গ্ৰহণকাৰীসকলে। বিশ্বৰ শীৰ্ষ নেতাসকলে জনগণৰ অৰ্থনৈতিক সমস্যাৰ সমাধানৰ পথ বিচৰাৰ পৰিবৰ্তে পথ বিচাৰিছে পুঁজিপতিসকলৰ সমস্যা সমাধানৰহে। গতিকে উক্ত নীতিৰে সংকটে আৰোগ্য লাভ কৰিলে বিশ্বৰ অৰ্থনৈতিক সমস্যাৰ সমাধান নহ'ব। যি মূল্য বাঢ়ে তাৰ দুপাততে চিন। আমেৰিকাৰ অৰ্থনীতিৰ আৰোগ্য লাভৰ পৰিণতি কৰ্মসংস্থানহীন পুনৰ্জীৱনে (Jobless recovery) প্ৰতিফলিত কৰিছে যে এই আৰোগ্য প্ৰকৃত আৰোগ্য নহয়।

আকৌ, জাতিসংঘৰ (UN) মানৱ উন্নয়ন প্ৰতিবেদনত কোৱা হৈছে যে তৃতীয় বিশ্বৰ চহৰসমূহৰ বস্তি এলেকাত বাস কৰা লোকৰ মাজত দুৰ্ভিক্ষ সৰ্বব্যাপী। আনকি ধনী শিল্পোন্নত দেশত ৩৭ নিযুত লোক নিবনুৱা। এশ নিযুত বাসস্থানহীন, বহু নিযুত লোকে আধা পেটে জীৱন-নিৰ্বাহ কৰিছে।

"For the multitude of displaced rural people crowding the Third World's urban slums, food no longer comes from the earth and their own toil, but from markets that demand cold hard cash. Endemic hunger is not uncommon Even in rich industrialized countries, at least thirty seven million people are unemployed, one hundred million are homeless, and millions more are underfed"

জোচেফ ডালাকাৰে (Joseph Dalaker) তেওঁৰ 'Poverty in the United States'ত লিখিছে যে দশকজোৰা অৰ্থনৈতিক পুনৰ্জীৱিতকৰণৰ পাছতো ৩৫ নিযুত আমেৰিকান লোকক দাৰিদ্ৰ সীমাৰেখাৰ তলৰ পৰা উন্নীত কৰিব পৰা নাই। (In the US, for example, a decade-long economic recovery was unable to lift an estimated 35 million Americans above the poverty line.)

নব্য-উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ পৰিণতিত ভাৰতীয় সমাজ জীৱনতো বাৰ্লিন ৱাল দিনে দিনে আৰু অধিক শক্তিশালী হৈ পৰিছে। দেশত অপুষ্টিত ভোগা শিশুৰ সংখ্যা ক্ৰমে বৃদ্ধি হৈ ২০ কোটিৰ অধিক হৈছে। আৰ্থিক সংকটৰ ফলশ্ৰুতিত দেশত অকল বয়ন, অলংকাৰ খণ্ডতে ১৩ লাখ লোকে কৰ্মসংস্থান হেৰুৱাইছে। আনহাতে ফৰবেচ (FORBES) আলোচনীয়ে প্ৰকাশ কৰা তথ্যমতে ভাৰতত এই বছৰত বিলিয়নাৰৰ সংখ্যা দুগুণ হৈ ৫২ জন হৈছে ; যোৱা বছৰত ২৭ জন আছিল। এওঁলোকৰ মুঠ সম্পত্তি যোৱা বছৰত আছিল ১২৭ বিলিয়ন ডলাৰ। এই বছৰত হৈছে ২৪৩ বিলিয়ন ডলাৰ; অৰ্থাৎ এবছৰত ১১৬ বিৰ্লিয়ন ডলাৰ (১১৬ বিলিয়ন ডলাৰ মানে পাঁচ লাখ কোটি টকাৰো অধিক— এই বছৰৰ দেশৰ ঘাটি বাজেট চাৰি লাখ কোটি টকা; অৰ্থাৎ এওঁলোকৰ বৃদ্ধি দেশৰ ঘাটি বাজেটতকৈও বেছি)। বিলিয়নাৰসকলৰ মুঠ সম্পত্তি বৃদ্ধিৰ হাৰ ৯০ শতাংশতকৈও অধিক। দেশৰ মুঠ ঘৰুৱা উৎপাদন এই বছৰত ৯ শতাংশৰ পৰা নিম্নগামী হৈ ৬ শতাংশৰ তললৈ গৈছে। এই ৫২ জন বিলিয়নাৰৰ আয়ৰ পৰিমাণ দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ এক চতুৰ্থাংশ আৰু দেশৰ মুঠ বিদেশী মুদ্ৰা জমাৰ (২৮৫ বিলিয়ন ডলাৰ) সমান। এই ধনৱানসকলৰ ভিতৰত মুকেশ আম্বানী এক নম্বৰত আছে— আয় ৩২ বিলিয়ন ডলাৰ (আম্বানীয়ে স্বেচ্ছাই ৬৬ শতাংশ দৰমহা কৰ্তন কৰা সত্ত্বেও!) ফৰবেচ মেগাজিনখনে কৈছে যে ভাৰতৰ ১০০ জন ধনী মানুহৰ মুঠ আয়

২৭৬ বিলিয়ন ডলাৰ আৰু চীন দেশৰ ১০০ জন ধনী লোকৰ আয় ১৭০ বিলিয়ন ডলাৰ। তিনিজন ভাৰতৰ ধনী লোকৰ আয় ৭৯.৫ বিলিয়ন ডলাৰ আৰু চীনৰ প্ৰথম ২৪ জন বিলিযনাৰৰহে আয় ৮০ বিলিয়ন ডলাৰ— ভাৰতৰ প্ৰথম তিনিজনৰ সমান।

ভাৰতৰ প্ৰায় ৯০০ বিলিযন ডলাৰ মুঠ ঘৰুৱা উৎপাদনৰ ১০০ জন নাগৰিকৰ এক চতুৰ্থাংশতকৈও অধিক ২৭৬ বিলিয়ন ডলাৰ। গতিকে, ভাৰতৰ বাকী ১১০ কোটি জনগণৰ ভাগত থাকিল ৬২৫ বিলিয়ন ডলাৰ। এই টকাৰো দেশৰ ১৫/২০ শতাংশ লোকৰ ভাগত ৫০০ বিলিয়ন ডলাৰ আৰু বাকী ৮০ কোটি লোকৰ ভাগত ১২৫ বিলিয়ন ডলাৰ হ'ব। গতিকে, দেশৰ ৮০ কোটি লোকৰ সম্পত্তি বা আয় দেশৰ ৫ জন লোকৰ সমান (মুকেশ আম্বানী, লক্ষ্মী মিট্টাল, অনিল আম্বানী, আজিম প্ৰেমজী, ৰুইয়া)। ভাৰতৰ গড জনমূৰী আয় ৮২০ ডলাৰ। এই গড় আয় হিচাপ কৰোতে মুকেশ আম্বানীৰ দৰে ধনীক শ্ৰেণীৰ আয়ো অন্তৰ্ভুক্ত কৰা হয়। ৮০ শতাংশ লোকৰ আয় এক ডলাৰৰ তলত (অৰ্জুন সেনগুপ্ত কমিটি)। ভাৰতত এমুঠিমান সমৃদ্ধিশালী ধনী লোক আৰু ৮০/৮৫ কোটি দুখীয়া সৰ্বস্বান্ত লোকৰ মাজত এখন প্ৰচণ্ড শক্তিশালী বাৰ্লিন ওৱাল। তাৰ নিৰ্মাণকাৰী হ'ল ধনতান্ত্ৰিক অৰ্থনীতি।

সামগ্ৰিকভাৱে পৃথিৱীত ঠিক ভাৰতৰ দৰে এমুঠিমান অতি ধনী লোকৰ বিপৰীতে কেইবাশ কোটি দৰিদ্ৰ লোক। তাৰ মাজত নব্য-উদাৰবাদী অৰ্থনীতি সৃষ্ট প্ৰকাণ্ড দেৱাল। পৃথিৱীৰ হৰ্তা-কৰ্তা নব্য-উদাৰবাদী অৰ্থনীতিৰ মালিকসকলে আৰু বহুতো তেনে দেৱালৰ সৃষ্টি কৰিছে। যেনে-- ধনী আৰু দুখীয়া দেশৰ মাজত, আন্তৰ্জাতিক বাণিজ্যত, ইত্যাদি। পুঁজি আৰু পণ্যৰ গোলকীকৰণ হৈছে , কিন্তু ধনী দেশসমূহে দুখীয়া দেশৰ পৰা লোক গমন গোলকীকৰণ কৰা নাই , তাতো এখন দেৱাল নিৰ্মাণ কৰিছে। উন্নত দেশসমূহত ক'লা আৰু বগা মানুহৰ মাজত আৰু এখন দেৱাল আছে। বাৰ্লিনৰ দেৱাল ভঙা হ'ল। কিন্তু বিশ্বৰ মানৱ সমাজৰ উক্ত দেৱালসমূহ কেতিয়া ভাঙি পৰিব? কোন সমাজ ব্যৱস্থাই ভাঙিব পাৰিব? এইক্ষেত্ৰত চুইজাৰলেণ্ডৰ IMD Business School-ৰ অধ্যাপক Mr Jean Pierre Lehman-এ সঠিকভাৱেই কৈছে—

While justifiably celebrating the 20th anniversary of the Berlin Wall's destruction and the progress made by humanity, it is difficult, nonetheless, not to feel sadness. For in truth, while the Berlin Wall may have been torn down, there remain many walls that are defiantly standing and indeed new ones that have been erected. *(Business Line 2.11.'09)*। ☐☐

*৪ ডিচেম্বৰ, ২০০৯*

# ছদ্মবেশী গণতন্ত্ৰ

This is true since the members of legislative bodies are selected by political parties, largely financed or otherwise influenced by private capitalists who for all practical purposes separate the electorate from the legislature.

*–Albert Einstein*

ভাৰতবৰ্ষ গণতান্ত্ৰিক দেশ। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি (১৯৪৫-৫৩) ট্ৰুমানে হেনো কৈছিল ভাৰতবৰ্ষ "মুক্ত লোকৰ মহান দেশ"। ৰাষ্ট্ৰপতি অ'বামাই ড° মনমোহন সিঙৰ সম্বৰ্ধনা অনুষ্ঠানত উক্ত কথাষাৰ দোহাৰিছে। ড° মনমোহন সিং ডাঙৰীয়াইও ৱাছিংটনৰ সেই অনুষ্ঠানত কৈছে— চীন দেশত গণতান্ত্ৰিক মূল্যবোধ নাই। তাৰ বিপৰীতে ভাৰতে এই মূল্যবোধৰ সৈতে অৰ্থনৈতিক বিকাশ বিশ্বাস কৰে। তেখেতে আৰু কৈছে চীন দেশৰ অৰ্থনৈতিক বিকাশ অগণতান্ত্ৰিক ব্যৱস্থাত হৈছে। চীনে মানৱ অধিকাৰ আৰু বহুজাতিগত বৈশিষ্ট্য, বিচিত্ৰ সংস্কৃতি, বিভিন্ন ধৰ্মীয় অধিকাৰ আদিৰ প্ৰতি গুৰুত্ব নিদিয়ে। আমাৰ দেশতকৈ চীনৰ অৰ্থনৈতিক বিকাশ উচ্চ পৰ্যায়ৰ বুলি স্বীকাৰ কৰি ড° সিঙে কয় যে অৰ্থনৈতিক বিকাশতকৈ ওপৰত উল্লেখিত আন মূল্যবোধসমূহ বেছি গুৰুত্বপূৰ্ণ।

ভাৰতবৰ্ষ গণতান্ত্ৰিক দেশ। ভোটাধিকাৰ তথা মতামত প্ৰকাশৰ অধিকাৰ সকলোৰে আছে। আপাত দৃষ্টিত জনগণেই গণতান্ত্ৰিক পদ্ধতিৰে তেওঁলোকৰ শাসনকৰ্তা ঠিক কৰে। কিন্তু ভাৰতত জনগণৰ অৰ্থনৈতিক স্বাধীনতা আছেনে? ভাৰতৰ সকলো নাগৰিকৰ বাবে আবাসস্থল, কৰ্মসংস্থান, স্বাস্থ্যৰক্ষাৰ সুবিধা, শিক্ষাৰ ব্যৱস্থা আছেনে? জনগণে অৰ্থনৈতিক সমস্যাত জৰ্জৰিত হৈ দাৰিদ্ৰ অৱস্থাত থাকি গণতন্ত্ৰৰ সোৱাদ উপলব্ধি কৰিব পাৰে জানো? গণতান্ত্ৰিক মূল্যবোধ তেওঁলোকৰ বাবে বোধগম্য হয় জানো? পেটৰ ভোক গুচিলে, প্ৰকৃত শিক্ষাৰ সুবিধা পালে, স্বাস্থ্যৰক্ষাৰ সুবিধা ল'ব পাৰিলে, মূৰৰ ওপৰত এখন চালি থাকিলেহে গণতন্ত্ৰৰ ভেটি বিকশিত হয়। ভাৰতৰ ৭০ শতাংশ দাৰিদ্ৰ অৱস্থাৰ লোকে গণতন্ত্ৰ কি নুবুজে বা তেওঁলোকক গণতন্ত্ৰ কি বুজিবলৈ দিয়া নহয়। ভাৰতত সম্পত্তি অধিকাৰৰ গণতন্ত্ৰ আছে। যিকোনো উপায়ে এজনে সম্পত্তি কৰিব পাৰিলে তাৰ ৰক্ষণাবেক্ষণৰ বাবে আইন-কানুন আছে। গতিকে ভাৰতত আছে শোষণ কৰাৰ অধিকাৰ, দুৰ্নীতি কৰাৰ অধিকাৰ, পুঁজি আহৰণ কৰাৰ (accumulation of wealth) অধিকাৰ। ভাৰতত যোগ্য ভোগ্য বসুন্ধৰা— survival of the fittest– যোগ্যসকলহে ইয়াত জীয়াই থাকিব পাৰিব। আমাৰ দেশৰ গণতান্ত্ৰিক মূল্যবোধ হ'ল দেশৰ অধিকাংশ লোকক দাৰিদ্ৰ অৱস্থাত ৰাখি অলপ সংখ্যক লোকৰ দ্বাৰা সম্পদ আহৰণ। দেখাত ভাৰতত সকলো সাধাৰণ নাগৰিকৰে অধিকাৰ আছে, গণতন্ত্ৰ আছে ; কিন্তু প্ৰকৃততে এই অধিকাৰ প্ৰয়োগ কৰাৰ সুযোগ-সুবিধা তথা সামৰ্থ্য এওঁলোকৰ নাথাকে। গতিকে গণতন্ত্ৰৰ নামত মুষ্টিমেয় এটা শ্ৰেণীহে সকলো সম্পদৰ অধিকাৰী হয় আৰু গণতন্ত্ৰ কেৱল এই শ্ৰেণীটোৰ বাবেহে।

বৰ্তমানৰ পৃথিৱীত গণতান্ত্ৰিক ৰাষ্ট্ৰব্যৱস্থাত বা ৰাষ্ট্ৰসমূহৰ সংবিধানত আৰু কাৰ্যকলাপবোৰত নানা ধৰণৰ বৈচিত্ৰ্য থাকিলেও কাৰ্যতঃ পুঁজিপতি শ্ৰেণীৰ একনায়কত্বই চলি আছে। পুঁজিবাদী উৎপাদন ব্যৱস্থা শান্তিপূৰ্ণভাৱে চলাই যোৱাৰ প্ৰয়োজনত সকলো ৰাষ্ট্ৰই সকলো ধৰণৰ আইন প্ৰণয়ন কৰে আৰু পুঁজিবাদী ব্যৱস্থাৰ বিৰুদ্ধে গঢ়ি উঠা সকলো প্ৰকাৰৰ সংগঠন, সকলো প্ৰকাৰৰ আন্দোলন, সকলো ধৰণৰ জনমতক অবদমিত কৰি ৰখাৰ উদ্দেশ্যে য'ত যেতিয়াই প্ৰয়োজন হয়, সেইমতে আইন প্ৰণয়ন কৰে আৰু তেনে আইন প্ৰণয়ন কৰাৰ ব্যৱস্থা সংবিধানতে আছে। এনেধৰণৰ গণতান্ত্ৰিক ৰাষ্ট্ৰ প্ৰতিষ্ঠা হোৱাৰ দিনৰ পৰা আজিলৈ ৰাষ্ট্ৰসমূহৰ গণতন্ত্ৰৰ দৃষ্টান্ত হ'ল এই দেশবোৰত সকলোধৰণৰ অধিকাৰ, গণতান্ত্ৰিকভাৱে নিৰ্বাচিত চৰকাৰ, ব্যক্তি স্বাধীনতা আদি আটাইবোৰ মহৎ মহৎ অধিকাৰেই একমাত্ৰ শোষক শ্ৰেণীসমূহৰ স্বাৰ্থ ৰক্ষা কৰি থাকিব পৰা পৰ্যায়ত বা ভিত্তিতহে আছে। বাস্তৱত সকলো পুঁজিবাদী দেশৰ গণতান্ত্ৰিক ৰাষ্ট্ৰ বৃহৎ পুঁজিপতি শ্ৰেণীৰ একনায়কত্বৰ বাহিৰে একো নহয়। বহু দেশত বৃহৎ পুঁজিপতি শ্ৰেণীৰ লগত জমিদাৰ শ্ৰেণীও আছে। পুঁজিবাদী অৰ্থনীতিৰ গণতান্ত্ৰিক ৰাষ্ট্ৰবোৰ সকলো শ্ৰেণীৰ লোকৰ বাবে গণতন্ত্ৰ নহয় , অধিকাংশ জনগণৰ বাবে গণতন্ত্ৰৰ প্ৰহসন। মানৱতাবাদী বিশ্ববিখ্যাত বিজ্ঞানী এলবাৰ্ট আইনষ্টাইনেও কৈছে— "We see before us a huge community of producers, the members of which are uneasingly striving to deprive each other of the fruits of their collective labour-not by force but on the whole in faithful compliance with legally established ruler."

বহু প্ৰশংসিত আমাৰ গণতান্ত্ৰিক দেশৰ লগত সমাজবাদী দেশ বা আমাৰ প্ৰধানমন্ত্ৰীৰ ভাষাত অগণতান্ত্ৰিক চীন দেশক তুলনা কৰিলে স্পষ্ট হৈ পৰে এই দুই শ্ৰেণীৰ ৰাষ্ট্ৰত কোন শ্ৰেণীৰ লোক বেছি লাভান্বিত হয়। অৰ্থনৈতিক বিকাশৰ হাৰ বা মুঠ আভ্যন্তৰীণ উৎপাদনৰ বিকাশৰ হাৰৰ তথ্য বাদ দি এই দুই ধৰণৰ ৰাষ্ট্ৰত যি পৰিমাণৰ অৰ্থনৈতিক বিকাশ হৈছে ইয়াৰ দ্বাৰা সৰ্বস্তৰৰ জনসাধাৰণ লাভান্বিত হৈছে নে নাই তাৰ তুলনাও আমি কৰিব পাৰো।

বিশ্ববিখ্যাত আলোচনী 'Time', যি সমাজবাদী চিন্তাধাৰাৰ মুখপত্ৰ বা সমৰ্থক নহয়, সেইখন আলোচনীত গণ-প্ৰজাতান্ত্ৰিক চীনৰ ৬০ বছৰ পূৰ্তি সম্বন্ধে ২৮ ছেপ্টেম্বৰ (২০০৯) সংখ্যাত প্ৰকাশিত এটা প্ৰবন্ধৰ পৰা আমি সমাজবাদী চীনৰ জনগণৰ আৰ্থিক উন্নয়ন তথা গণতান্ত্ৰিক মূল্যবোধৰ ভিত্তিৰ প্ৰসাৰতাৰ আভাস পাওঁ—

"গণ-প্ৰজাতান্ত্ৰিক চীনত জন্মৰ ৬০ বছৰীয়া উৎসৱ আয়োজনৰ বাবে আকৰ্ষণীয় বহু সাফল্যই আছে। চীন দেশ পৃথিৱীৰ আটাইতকৈ জনবহুল আৰু শিল্পোন্নত। পৃথিৱীৰ তৃতীয় বৃহত্তম অৰ্থনীতি আৰু বাণিজ্যভিত্তিক দেশ। চীনৰ বিজ্ঞান আৰু প্ৰযুক্তি বিশ্ব উদ্ভাৱক (Global innovator) আৰু বিশ্ব পৰ্যায়ৰ বিশ্ববিদ্যালয়ৰ ব্যৱস্থা (World class University system) আছে। চীনৰ অত্যাধুনিক সামৰিক শক্তি বৃদ্ধি হৈছে আৰু দিনে দিনে বৃদ্ধি হৈছে কূটনৈতিক মৰ্যাদা।

"২০০৮ চনত চমকপ্ৰদভাৱে অলিম্পিক খেলৰ আয়োজন আৰু ২০০৯ চনত চাংহাই এক্সপোৰ আয়োজনেৰে চীনে বিজ্ঞান, প্ৰযুক্তি, বৌদ্ধিক, খেলা-ধূলা সকলোৰে চমকপ্ৰদ উন্নতি প্ৰদৰ্শিত কৰি চীনৰ বিকশিত শক্তি আৰু অধিক শক্তিশালী কৰিছে। বৰ্তমান বিশ্ব অৰ্থনৈতিক মহাসংকটৰ পৰা উদ্ধাৰ লাভ কৰা চীন পৃথিৱীৰ প্ৰথম দেশ আৰু ই এই আৰোগ্য লাভৰ ক্ষেত্ৰত বিশ্বৰ আন আন দেশকো সহায় কৰি আছে।"

ড° মনমোহন সিঙে চীনৰ জনগণৰ গণতান্ত্ৰিক অধিকাৰ সম্বন্ধে উদ্বেগ প্ৰকাশ কৰিছে। উক্ত প্ৰবন্ধত লিখক Shambaugh-এ [আমেৰিকাৰ ৱাছিংটনৰ জৰ্জ ৱাছিংটন বিশ্ববিদ্যালয়ৰ চীনা নীতি আৰু কাৰ্যসূচীৰ(policy and programme) অধ্যাপক] কৈছে— "মই দেখিছিলো ১৯৮০ৰ দশকত ব্যক্তি স্বাধীনতা নাটকীয়ভাৱে বিকশিত হৈছে আৰু অৰ্থনৈতিক উন্নতি ঘটিছে (I then witnessed the dramatic blossoming of personal freedoms and economic growth in the 1980s.)" চীনত ব্যক্তি স্বাধীনতা বিকশিত হোৱাৰ কথা (Shambaugh-এ) এজন আমেৰিকানে কৈছে; চীনৰ সমৰ্থক কোনো কমিউনিষ্টে কোৱা নাই। তেখেতে 'Time' আলোচনীৰ প্ৰবন্ধত আৰু কৈছে— "Three decades later, Chinese society has fully blossomed. Chinese today experience a wide variety of personal freedoms in daily life. Chinese state and society have also recommended with the past, emphasizing confucian and Buddhist values that they and their ancestors had never known.

"MAO spent his lifetime trying to transform Chinese society in his utopian, socialist and revolutionary vision He tried to create a "new socialist man" and an equitable society. His regime succeeded in providing the world's largest population with food to eat, housing and basic services Social vices were eliminated, literacy was expanded, life expectancy increased and infant mortality decreased. These were no small achievements

More than 200 million people have been lifted out of poverty and the members of a growing middle class with disposal income travel abroad, invest in the stock market, dine out and decorate their stylish apartments with furniture purchased from stores like Ikea. Access to education has become far more widespread. Some 21 million students attend university today, while an estimated 300,000 study abroad every year. Approximately 206 million Chinese children attend primary and secondary schools Basic literacy is almost universal in China today, while it was roughly 20% in 1949.

In 1949 more than 90% of the population lived in rural areas , given the expansion of the urban areas, slightly more than half (720 million) do today according to offical statistcs " *(TIME - 28/09/09)*

২০০৮ চনৰ বিশ্ববেংকৰ মানৱ উন্নয়নৰ প্ৰতিবেদনতো কৈছে যে চীনৰ দ্ৰুত কৃষিখণ্ডৰ উন্নয়নে ১৯৮১ চনৰ দৰিদ্ৰ লোকৰ হাৰ ৫৩ শতাংশৰ পৰা ৮ শতাংশলৈ নমাই আনিছে। বৰ্তমান চীনত দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোক ৫ শতাংশ। তাৰ বিপৰীতে ভাৰতত ৭৭ শতাংশ দিনে ২০ টকাৰ তলৰ আয়ৰ লোক। ড° মনমোহন সিং ডাঙৰীয়াই গৌৰৱ কৰা ধৰণৰ কি গণতন্ত্ৰ উপভোগ কৰিছে এই গৰিষ্ঠ সংখ্যক ভাৰতীয়ই? দিনে-ৰাতি তেওঁলোকৰ চিন্তা কেৱল অন্ন, বস্ত্ৰ, বাসস্থান, কৰ্মসংস্থান, চিকিৎসা সুবিধা, শিক্ষা ইত্যাদি। আমাৰ দেশৰ গণতন্ত্ৰই উপৰোক্ত জীৱন ধাৰণৰ নিম্নতম সুবিধাখিনিৰ নিশ্চয়তা প্ৰদান কৰিব পৰা নাই। চীনৰ ৬.৮ শতাংশ শিশুৰ বিপৰীতে ভাৰতত ৪৪.৪ শতাংশ শিশু অপুষ্টিত ভোগে। ভাৰতত ভৱিষ্যৎ প্ৰজন্মই কিধৰণৰ গণতান্ত্ৰিক মূল্যবোধ উপলব্ধি কৰিব?

ড° মনমোহন সিঙে কৈছে— "আমেৰিকা যুক্তৰাষ্ট্ৰ ভাৰতৰ স্বাভাৱিক মিত্ৰ"। পৃথিৱীৰ সচেতন লোকসকল নিশ্চয় আচৰিত হ'ব— সাম্ৰাজ্যবাদী আমেৰিকা ভাৰতৰ স্বাভাৱিক মিত্ৰ হ'ল কেনেকৈ। ইতিহাসে কি কয়? নিজ দেশৰ বৃহৎ পুঁজিৰ স্বাৰ্থত আমেৰিকাই পৃথিৱীৰ বিভিন্ন দেশৰ আভ্যন্তৰীণ বিষয়ত সামৰিক হস্তক্ষেপ কৰি আহিছে, জনগণক দমন কৰিছে, লাখে লাখে গণহত্যা কৰিছে আৰু

পৃথিৱীৰ প্ৰায় দেশকে নিজৰ অৰ্থনৈতিক মুনাফাৰ স্বাৰ্থত নিয়ন্ত্ৰণত ৰাখিছে। আমেৰিকাৰ ইলিনইজ বিশ্ববিদ্যালয়ৰ অধ্যাপক ৰবাৰ্ট ডব্লিউ মেক্কেন্সি আৰু অৰেগন বিশ্ববিদ্যালয়ৰ অধ্যাপক তথা 'Monthly Review' আলোচনীৰ সহযোগী সম্পাদক জন বেল্লামি ফোষ্টাৰে তেখেতসকলৰ "Pox Americana" নামৰ কিতাপখনত লিখিছে— "মাৰ্কিন সাম্ৰাজ্যবাদৰ প্ৰাথমিক উদ্দেশ্যই হ'ল মাৰ্কিন কৰপোৰেচনসমূহক লগ্নীৰ বাবে সুবিধা প্ৰদান কৰা আৰু এই কৰপোৰেচনসমূহক অগ্ৰাধিকাৰ ভিত্তিত বিভিন্ন দেশৰ অতি গুৰুত্বপূৰ্ণ প্ৰাকৃতিক সম্পদৰ ওপৰত কৰ্তৃত্ব প্ৰদান কৰা। ইয়াতে ইউ এচ কৰ্পোৰেচনসমূহৰ একাধিপত্য বৃদ্ধি পাইছে আৰু আন্তৰ্জাতিক প্ৰতিযোগিতাত সাফল্য লাভ কৰাৰ যোগ্যতা অৰ্জন কৰিছে— অত্যাধিক লাভৰ মানসেৰে। উক্ত স্বাৰ্থ সিদ্ধিৰ বাবেই আমেৰিকাৰ সমৰসজ্জা তেওঁলোকৰ পুঁজিবাদৰ অবিচ্ছেদ্য অংগ। আমেৰিকান কৰপোৰেচনৰ স্বাৰ্থত য'তেই দৰকাৰ তাতেই আমেৰিকাই হস্তক্ষেপ কৰে।"

আমেৰিকাই বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ, বিশ্ব বাণিজ্য সংস্থা ব্যৱহাৰ কৰিছে নিজ দেশৰ বহুজাতিক নিগমসমূহৰ আধিপত্য বজাই ৰাখিবলৈ। এই সত্য ন'বেল বঁটা বিজয়ী বিশ্ববিখ্যাত অৰ্থনীতিবিদ জোচেফ ষ্টিগলিজে তেখেতৰ গ্ৰন্থসমূহত উদঙাই দিছে। এই আমেৰিকাই ভাৰতৰ অৰ্থনৈতিক উন্নয়ন তথা জনগণৰ দাৰিদ্ৰ মোচনত কি সহায় কৰিব। আমেৰিকাৰ অতীত আৰু বৰ্তমানৰ ৰেকৰ্ড হ'ল বিভিন্ন দেশক দমন কৰি বৃহৎ পুঁজিপতিৰ স্বাৰ্থত শোষণ কৰি থকা। তাৰ বাহিৰে কোনো দেশৰেই অৰ্থনৈতিক উন্নয়ন কিম্বা দাৰিদ্ৰ্য নিবাৰণত সহায় কৰাৰ কোনো ৰেকৰ্ড আমেৰিকাৰ নাই। জৱাহৰলাল নেহেৰুৰ দিনত নেহেৰুৱে ভাৰতৰ আন্তঃগাঁথনি উন্নয়নৰ বাবে তীখা উদ্যোগ স্থাপন কৰিব খুজিছিল। সেই সময়ত ভাৰতীয় পুঁজিপতিসকলৰ পুঁজি যথেষ্ট নাছিল বৃহৎ তীখা উদ্যোগ গঢ়িবলৈ। সেয়ে নেহেৰুৱে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ওচৰ চাপিছিল। আমেৰিকাই কৈছিল— যিমান তীখা লাগে আমি যোগান ধৰিম, ভাৰতে কিয় তীখা উদ্যোগ গঢ়িব লাগে, অৰ্থাৎ তীখা উদ্যোগৰ ক্ষেত্ৰত ভাৰত আত্মনিৰ্ভৰশীল হোৱাতো আমেৰিকাই বিচৰা নাছিল। বিচাৰিছিল ভাৰত সদায় আমেৰিকাৰ ওপৰত নিৰ্ভৰশীল হৈ থাকক। নেহেৰুৱে আমেৰিকাৰ স্থিতিত হতাশ হৈ তেতিয়াৰ ছোভিয়েট ৰাছিয়াৰ ওচৰ চাপিছিল। ছোভিয়েট ৰাছিয়াই অতি আগ্ৰহেৰে সন্মত হৈছিল ভাৰতত তীখা উদ্যোগ নিৰ্মাণ কৰি দিবলৈ আৰু আজিৰ ভিলাই, দুৰ্গাপুৰ আদি তীখা উদ্যোগ সমাজবাদী দেশ ছোভিয়েট ৰাছিয়াই নিৰ্মাণ কৰি দিছিল। ভাৰতত তেল উদ্যোগ, শোধনাগাৰ, পাইপ লাইন আদিও সমাজবাদী দেশসমূহৰ সহায়ত নিৰ্মাণ কৰা। আমেৰিকাৰ স্থিতি আছিল সদায় ভাৰতবিৰোধী। ভাৰতৰ পৰম্পৰা আছিল গোষ্ঠী নিৰপেক্ষ আন্দোলনৰ (NAM) আৰু তাৰ মাজেদিহে আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰিছে। পাকিস্তানৰ পৰা বাংলাদেশক উদ্ধাৰ কৰাৰ সময়ত আমেৰিকাই সপ্তম নৌবহৰ পঠাইছিল ভাৰত আক্ৰমণ কৰিবলৈ। সমাজবাদী দেশ ৰাছিয়াইহে ভাৰতক ৰক্ষা কৰিছিল।

ভাৰতৰ অৰ্থনৈতিক বিকাশ তথা দাৰিদ্ৰ নিবাৰণৰ ক্ষেত্ৰত আমেৰিকা কেতিয়াও সহায়ক নহ'ব। আমেৰিকা গণতন্ত্ৰৰ গেৰান্টি নহয়; পুঁজিবাদী একনায়কত্ববাদৰহে গেৰান্টি। সমাজবাদেহে গণতন্ত্ৰৰ বিকাশৰ প্ৰকৃত ভিত্তি তৈয়াৰ কৰে। প্ৰকৃত মানৱ মুক্তি হৃদয়ৰ পৰিৱৰ্তনৰ ওপৰত নিৰ্ভৰ নকৰে; নিৰ্ভৰ কৰে জীৱনৰ বস্তুগত পৰিৱৰ্তনৰ ওপৰত। ❑❑

*১১ ডিচেম্বৰ, ২০০৯*

# অসমত সন্ত্ৰাসবাদৰ অৱসান ঘটিব কেতিয়াকৈ ?

সন্ত্ৰাসবাদৰ অৱসান অসমৰ জনসাধাৰণে অন্তৰৰ পৰা কামনা কৰে ৰাজ্যখনলৈ শান্তিৰ পৰিৱেশ ঘূৰি অহাতো বিচাৰে। আলফাৰ সভাপতি অৰবিন্দ ৰাজখোৱা আৰু উপ-সেনাধ্যক্ষ ৰাজু বৰুৱা আটক হোৱাত অসমৰ জনগণে উৎকণ্ঠাৰে আশা কৰি আছে যে আলফা আৰু ভাৰত চৰকাৰৰ মাজত আলোচনা অনুষ্ঠিত হ'ব আৰু আলফা সমস্যাৰ সমাধান হ'ব। অসমৰ জনসাধাৰণে আলফা সমস্যাৰ সমাধান বিচাৰে এই কাৰণেই যে যোৱা ২০/২৫ বছৰত বহু নিৰপৰাধী, নিৰীহ লোকৰ মৃত্যু হৈছে, ৰাজ্যখনৰ অৰ্থনৈতিক দিশত বহু ঘাত-প্ৰতিঘাতৰ সৃষ্টি হৈছে; ফলস্বৰূপে জনগণে আৰ্থিকভাৱে দুৰ্দশাগ্ৰস্ত অৱস্থাত দিন কটাবলগীয়া হৈছে। সন্ত্ৰাসবাদৰ কালছোৱাত বলপূৰ্বক ধন আদায়ৰ যি ধুম উঠিল সিয়ে অসমৰ জনগণক বাৰুকৈয়ে হাৰাশাস্তি কৰিলে। আলফা, ছালফা, অনা-আলফা, এন ডি এফ বি, ডি এফ চি, কাৰ্বি আংলঙৰ সন্ত্ৰাসবাদী, কাছাৰৰ সন্ত্ৰাসবাদী আদিৰ বাবে অসমলৈ বলপূৰ্বক ধন আদায়ৰ এক সংস্কৃতি আহিল। শেষৰছোৱাত সন্ত্ৰাসবাদী সংগঠনবোৰত কোনো আদৰ্শ নীতি পৰিলক্ষিত নহ'ল। প্ৰত্যক্ষ হ'ল কেৱল বলপূৰ্বক ধন আদায় আৰু বোমা-বাৰুদেৰে নিৰীহ লোকৰ হত্যা। এটা সময়ত বলপূৰ্বক ধন আদায়ে এনে পৰ্যায় পালেগৈ যে বিভিন্ন অঞ্চলৰ সৰু সৰু চহৰত পেটে-ভাতে খাই থকা সৰু সৰু ব্যৱসায়ীও বাদ নপৰিল। অকল আলফাই নহয়, অসম তথা উত্তৰ পূৰ্বাঞ্চলত আৰু বহুত উগ্ৰপন্থী সংগঠন আছে। সি যিয়েই নহওক জনগণে সন্ত্ৰাসবাদৰ অৱসান বিচাৰে, শান্তি বিচাৰে, ৰাজ্যখনৰ অৰ্থনৈতিক উন্নতি বিচাৰে— সকলোৱে নিজৰ নিজৰ অৰ্থনৈতিক সমস্যাৰ সমাধান বিচাৰে, কৰ্মসংস্থান বিচাৰে— বিচাৰে দৰিদ্ৰতাৰ অৱসান।

ধৰি লোৱা হ'ল যে আলফাৰ লগত আলাপ-আলোচনা হ'ল, কিছু চৰ্তসাপেক্ষে। আলফা আৰু চৰকাৰৰ মাজত শান্তি চুক্তি হ'ল। জনগণেও স্বস্তিৰ নিঃশ্বাস পেলালে। কিন্তু সন্ত্ৰাসবাদ সৃষ্টিৰ পৰিৱেশ নিৰ্মূল কৰিব নোৱাৰালৈকে এনে সমস্যাৰ স্থায়ী সমাধান অসম্ভৱ। বহুজনে কয় আলফা শেষ হ'ব— কিন্তু দিছপুৰৰ আলফাসমূহ কেতিয়া শেষ হ'ব? সন্ত্ৰাসবাদ কোনে সৃষ্টি কৰে? সেয়ে সন্ত্ৰাস সৃষ্টিৰ মূল বস্তুগত পৰিস্থিতিৰ (objective situation) অৱসান নহ'লে সন্ত্ৰাসবাদৰ অন্ত নপৰিব। আলফা শেষ হ'লেও অন্য ৰূপত সন্ত্ৰাসবাদ থাকিবই।

অসমৰ বাহিৰেও আজি ভাৰতৰ বিভিন্ন ৰাজ্য সন্ত্ৰাসবাদৰ দ্বাৰা আক্ৰান্ত হৈছে— মাওবাদী বা অন্যান্য ৰূপত। সন্ত্ৰাসবাদ সৃষ্টিৰ বাবে হয়তো সন্ত্ৰাসবাদী নেতৃত্বৰ কিছু অংশৰ কোনো লক্ষ্য বা অভিপ্ৰায় থাকে। কিন্তু এই সংগঠনসমূহৰ বহুসংখ্যক অনুসৰণকাৰী, সমৰ্থক তথা কেডাৰে দৰিদ্ৰতা, অনগ্ৰসৰতাত ভুগিহে সমাজৰ পৰা বিচ্ছিন্ন হৈ সেই সংগঠনসমূহৰ প্ৰতি আনুগত্য প্ৰকাশ কৰে। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো গৰিষ্ঠসংখ্যক লোকে খাদ্য, বাসস্থান, চিকিৎসা, শিক্ষা আদি জীৱনধাৰণৰ বুনিয়াদী প্ৰয়োজনীয়খিনিৰ পৰা বঞ্চিত। এই বঞ্চনা, বৈষম্যতাত নিৰ্যাতিতসকলক সন্ত্ৰাসবাদে আকৰ্ষিত কৰে।

আজিৰ অসমত জনগণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ অৱস্থা কি পৰ্যায়ত? বাস্তৱত কোনখন

আঁচনিৰ ৰূপায়ণ হয়? চৰকাৰৰ হৰ্তা-কৰ্তা, বিভিন্ন উচ্চ পৰ্যায়ৰ আমোলা এই চক্ৰৰ লগত অতি ঘনিষ্ঠ বাবে এই লোকসকলে প্ৰচুৰ ধন উপাৰ্জন কৰিব পাৰে। আঁচনি ৰূপায়ণৰ বাবে আবণ্টিত ধনসমূহ লুট হয়। উত্তৰ কাছাৰ পাহাৰ জিলাত বহু পলমকৈ সন্ত্ৰাসবাদৰ সৃষ্টি হৈছে। ভাৰত স্বাধীন হোৱাৰ দিনৰ পৰাই উত্তৰ কাছাৰ জিলাৰ আন্তঃগাঁথনিৰ উন্নয়ন, জনগণৰ আৰ্থিক উন্নয়নৰ বাবে বহু পৰিমাণে ধন খৰচ হৈছে। সেই ধন খৰচৰ অনুপাতে জনগণৰ অকণো উন্নতি হোৱা নাই। বহুদিনৰ আগতে বহুজনৰ মুখে মুখে শুনা কথা উত্তৰ কাছাৰৰ পৰা হেনো চুটকেছ ভৰাই টকা আনিব পাৰি! উত্তৰ কাছাৰৰ জনগণে চৰকাৰী আঁচনিৰ কোনো সুফল পোৱা নাই। সম্ভৱতঃ কোনো চৰকাৰী আঁচনিৰেই তাত ৰূপায়ণ হোৱা নাই। এক শ্ৰেণীয়ে চৰকাৰী ধনৰ শৰাধ কৰিছে; আন এক শ্ৰেণীয়ে সন্ত্ৰাসবাদী কাৰ্যৰ অংগ হিচাবে বলপূৰ্বক ধন সংগ্ৰহ কৰিছে। আজি তাৰ সাধাৰণ লোক চৰকাৰী তথা সন্ত্ৰাসবাদী দুই শ্ৰেণীৰ দ্বাৰা বেয়াকৈ আক্ৰান্ত।

চাৰি বছৰমানৰ আগতে আমি আগৰতলাত ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰীক এটি কামত লগ ধৰিছিলো। কথা প্ৰসংগত আমি তেওঁলোকৰ ৰাজ্যৰ সন্ত্ৰাসবাদৰ কথা আলোচনা কৰিছিলো। অসমৰ পৰা আগৰতলালৈ যাওঁতে ধৰ্মনগৰৰ পৰা দীঘলীয়া পথছোৱা মটৰগাড়ীসমূহে লগত চিকিউৰিটি লৈ আহিব লাগে। মুখ্যমন্ত্ৰীয়ে দৃঢ়তাৰে কৈছিল যে দুই/তিনি বছৰৰ ভিতৰত ত্ৰিপুৰাত সন্ত্ৰাসবাদ নাথাকিব। আমি প্ৰশ্ন কৰিছিলো— সন্ত্ৰাসবাদীসকলৰ লগত আলোচনাৰ পাছত চুক্তি সম্পাদিত হ'ব নেকি! তেখেতে অতি আত্মবিশ্বাসেৰে পুনৰাই কৈছিল— আলোচনা হ'লেতো ভাল। কিন্তু আলোচনা হওক, নহওক, ত্ৰিপুৰাত শান্তি বিৰাজ কৰিব। চৰকাৰে সন্ত্ৰাসবাদক জনগণৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি দিব। জনগণে সন্ত্ৰাসবাদী কেডাৰত যোগদান নকৰাৰ পৰিস্থিতিৰ সৃষ্টি চৰকাৰে কৰিব। বলপূৰ্বক ধন আদায়ো বন্ধ হ'ব। চাৰি বছৰৰ পাছত কিছুদিন আগতে আমি আকৌ আগৰতলালৈ গ'লো তাত মুখ্যমন্ত্ৰীৰ লগত দেখা হ'ল। বৰ্তমান ত্ৰিপুৰাত শান্তি বিৰাজ কৰিছে। আজি আৰু ধৰ্মনগৰৰ পৰা আগৰতলালৈ ডেৰশ কিলোমিটাৰ পথ লগত চিকিউৰিটি লৈ অতিক্ৰম কৰিব নালাগে। যিকোনো লোকে য'লৈ ইচ্ছা বিনাদ্বিধাই যাব পাৰে। বলপূৰ্বক ধন আদায়ৰ এটাও ঘটনা নাই। আমাক দেখিয়েই মুখ্যমন্ত্ৰীয়ে ক'লে যে কৈছিলো নহয়, দুই/তিনি বছৰৰ পাছত ত্ৰিপুৰালৈ শান্তি ঘূৰি আহিব! তেখেতে আৰু ক'লে যে আমাৰ দলক নিৰ্বাচনত হৰুৱাবলৈ আইন-শৃংখলাৰ সৃষ্টি কৰিবলৈ যদিহে কোনো ৰাজনৈতিক দলে সন্ত্ৰাসবাদীসকলক মাতি আনি ধন নিদিয়ে আৰু সন্ত্ৰাসৰ প্ৰতি উৎসাহিত নকৰে, তেনেহ'লে ত্ৰিপুৰাৰ পৰা সন্ত্ৰাসবাদ একেবাৰে নিৰ্মূল হৈছে। তেখেতে আমাক আৰু অনুৰোধ কৰিলে যে সন্ত্ৰাসবাদীসকলৰ মুক্ত অঞ্চল দুটা, নাম হেজামাৰা আৰু মন্দাই, যি ঠাইত পুলিচ-মিলিটাৰী সোমাব পৰা নাছিল, আপোনালোক তালৈ যাওক, জনগণৰ লগত কথা পাতক। বৰ্তমান কোনো সন্ত্ৰাসবাদী তাত নাই। আমাক সেই দুই ঠাইলৈ পঠিয়াই দিছিল। পাহাৰৰ অটব্য অৰণ্যৰ মাজে মাজে মন্দাইলৈ গৈছিলো। ৰাস্তাৰ দুয়োপাৰে দুই-এখন জনজাতীয় গাঁও মাজে মাজে দেখা যায়। মন্দাইত পঞ্চায়তৰ নিৰ্বাচিত প্ৰতিনিধিসকলে স্বাগতম জনাইছিল আমাক। আমি জানিব পাৰিলো যে অঞ্চলটোৰ ৯৯ শতাংশই জনজাতীয় লোক। পঞ্চায়তৰ বিষয়ববীয়াসকলে ক'লে যে তেখেতসকলে সন্ত্ৰাসবাদীৰ আক্ৰমণৰ ভয়ত ১৫ বছৰমান মন্দাইৰ পৰা আগৰতলালৈ গৈ আত্মগোপন কৰি আছিল। মন্দাইলৈ ঘূৰি অহা আজি দুবছৰহে হ'ল। তেওঁলোকে আমাক জানিবলৈ দিলে যে জনগণৰ অৰ্থনৈতিক উন্নয়নৰ দ্বাৰা অঞ্চলটোৰ পৰা সন্ত্ৰাসবাদীক একাশৰীয়া কৰিব পাৰিছে। জনগণৰ সকলোকে কৰ্মসংস্থান, শিক্ষা, চিকিৎসা, বাসস্থানৰ ব্যৱস্থা কৰি দিব পাৰিছে। গণতান্ত্ৰিক

প্ৰক্ৰিয়াৰ পৰা জনগণ বিচ্ছিন্ন আছিল। আজি তেওঁলোকক গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ মাজলৈ আনিব পাৰিছো। আমি ৰাজনৈতিক দলৰ লোক ; কিন্তু চৰকাৰী আঁচনিৰ ৰূপায়ণ আমি দলীয় স্বাৰ্থৰ উৰ্ধৰ্ত কৰিছো সকলোকে এই প্ৰক্ৰিয়াত জড়িত কৰি। দলীয় স্বাৰ্থৰ উৰ্ধৰ্ত দল-মত নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকক জড়িত কৰি চৰকাৰী আঁচনি ৰূপায়ণ কৰিব লাগে বুলি আমাৰ উৰ্ধৰ্তন মহলৰ নিৰ্দেশ। দুৰ্নীতি আমি সম্পূৰ্ণ বিদায় দিছো। যথেষ্ট নহ'লেও সামাজিক খণ্ডত জনগণৰ বাবে কেন্দ্ৰ-ৰাজ্য উভয় চৰকাৰৰ পৰা আমি বহু ধন পাইছো। শিক্ষা, স্বাস্থ্য, কৰ্মসংস্থান, বাসস্থানৰ বাবে পোৱা টকাৰ ১০০ শতাংশই আমি ৰূপায়ণ কৰিছো। সন্ত্ৰাসবাদীসকলৰ প্ৰতি জনগণৰ ভয় নোহোৱা হৈছে। সন্ত্ৰাসবাদীয়ে নতুন কেডাৰ মকৰল কৰিব পৰা নাই। জনগণে তেওঁলোকক আৰু ধন নিদিয়ে। জনগণৰ বাবে সজা টিনপাতৰ ঘৰ আৰু চেনিটাৰী শৌচালয় আমি নিজ চকুৰে দেখিলো। তেনেকৈ চৰকাৰৰ বিভিন্ন আঁচনিযোগে কৰ্মসংস্থাপন, ঔষধ ভৰ্তি সুন্দৰ চিকিৎসালয়, বিশুদ্ধ পানীৰ ব্যৱস্থাৰ সৈতে স্কুলঘৰ, কেল'ৰি হিচাবেৰে মিড্ ডে ফুড, গাঁওবাসীলৈ পাইপযোগে বিশুদ্ধ পানী যোগানৰ ব্যৱস্থা ইত্যাদি। আমাক হেজামাৰলৈও লৈ যোৱা হ'ল। মন্দাইৰ দৰেই জনগণৰ অভূতপূৰ্ব অৰ্থনৈতিক পৰিৱৰ্তন। তাৰ নিৰ্বাচিত প্ৰতিনিধিসকলেও ১৫ বছৰ ধৰি হেজামাৰ এৰি আত্মগোপন কৰি আছিল। এতিয়া সুন্দৰ পৰিস্থিতি। বোমা-বাৰুদ, গণহত্যা নাই।

মুখ্যমন্ত্ৰীয়ে আমাক আৰু কৈছিল যে কেন্দ্ৰৰ আৰু ৰাজ্য বহু সামাজিক খণ্ডৰ আঁচনি আছে। বহুক্ষেত্ৰত আবণ্টিত ধনৰ বৈষম্য থাকিলেও আমি যিখিনি ধন পাইছো, এশ শতাংশই জনগণৰ অৰ্থনৈতিক উন্নয়ন তথা আন্তঃগাঁথনিৰ উন্নয়নত ব্যৱহৃত হৈছে। সন্ত্ৰাসবাদীক ধন দিয়া কাৰ্য বন্ধ কৰা হ'ল। সন্ত্ৰাসবাদীক ধন নিদিয়াকৈয়ে মুক্তভাৱে সকলোৱে কাম কৰাৰ পৰিস্থিতি ত্ৰিপুৰাত জনগণে সৃষ্টি কৰিছে। ত্ৰিপুৰাৰ ৰেইলৰ ঠিকাদাৰসকল অসমৰ। তেওঁলোকৰ দুই-এজনে সন্ত্ৰাসবাদীক ধন দিয়াৰ ইচ্ছা প্ৰকাশ কৰিছিল। চৰকাৰৰ পৰা আমি সাৱধান কৰি দিছো ধন নিদিবলৈ। ত্ৰিপুৰাত নিৰাপত্তাৰ অকণো অসুবিধা নাই। ঠিকাদাৰসকলক কোনেও অপহৰণ কিম্বা হত্যা কৰিব নোৱাৰে। কামৰ গুণগত মান অটুট ৰাখিবলৈও ঠিকাদাৰসকলক সাৱধানবাণী শুনোৱা হৈছে। ত্ৰিপুৰাতো অসমৰ দৰে জাতিগত সমস্যা আছে। ত্ৰিপুৰা জনজাতিৰ বিক্ষোভ আছিল সংখ্যালঘু হোৱাৰ ভয়ত। চৰকাৰে জনজাতিৰ লোকসকলক জয় কৰিব পাৰিছে। তেওঁলোকে জাতিগতভাৱে, অৰ্থনৈতিক উন্নয়নত, দাৰিদ্ৰ নিবাৰণত সকলোতে দৃঢ় বিশ্বাস কৰিছে— আশ্বস্ত হৈছে চৰকাৰৰ ওপৰত। জাতিৰ অস্তিত্ব ৰক্ষাৰ নিশ্চয়তা পাইছে তেওঁলোকে।

অসমত সন্ত্ৰাসবাদীক নিৰ্মূল কৰিবলৈ, সন্ত্ৰাসবাদৰ অৱসান ঘটাবলৈ উক্ত ধৰণে ৰাজ্যৰ অৰ্থনৈতিক, ৰাজনৈতিক দৃশ্যপটৰ পৰিৱৰ্তন কৰিব পাৰিবনে চৰকাৰে? ৰাজ্যত চৰকাৰী যন্ত্ৰৰ বলপূৰ্বক ধন ঘটাৰ বা আত্মসাৎ কৰাৰ অথবা দুৰ্নীতি সংস্কৃতিৰ অৱসান ঘটিবনে? আমাৰ ৰাজ্যত দুৰ্নীতিমুক্ত বিভাগ এটাও নাই। আমাক এজন ঠিকাদাৰে ক'লে যে দাৰিদ্ৰ সীমাৰেখাৰ তলৰ লোকৰ বাবে এতিয়া হেনো ৯০ হাজাৰ টকা দিব ঘৰ সজাৰ বাবে। তেওঁৰ মতে যদি ২০/৩০ শতাংশ লাভো কৰে তথাপি সুন্দৰকৈ ঘৰ সাজি দিব পৰা যায়। কিন্তু বাস্তৱত এটা ঘৰ সাজিবলৈ ২০ হাজাৰ টকা খৰচ কৰাৰ সুযোগো নাই। কৃষি বিষয়া এজনে ক'লে— আজিকালি শস্যৰ হাইব্ৰিড বীজ নিষিদ্ধ কৰা হৈছে। তাৰ পৰিৱৰ্তে উচ্চ উৎপাদনৰ (high yielding varieties) বীজ ব্যৱহাৰ কৰিব লাগে। অসমৰ

কৃষি বিভাগে বহুজাতিক কোম্পানীৰ পৰা বহু কোটি টকাৰ হাইব্ৰিড বীজ কিনিছে। বহু বীজৰ উৎপাদন ক্ষমতা আমাৰ স্বাভাৱিক বীজতকৈ কম। এই দুটা সাধাৰণ উদাহৰণে উদঙাই দিয়ে অসমত কেনেকৈ চৰকাৰী আঁচনি ৰূপায়িত হয়। জনগণৰ কৰ্মসংস্থান, শিক্ষা, স্বাস্থ্য, আবাসস্থলৰ সুযোগ-সুবিধাৰ ব্যৱস্থা নাথাকিলে জনগণৰ অসন্তুষ্টি, বিক্ষোভ থাকিবই। হতাশাত ভুগি সন্ত্ৰাসবাদীসকলৰ প্ৰতি জনগণ আকৰ্ষিত হ'ব, বিপথে পৰিচালিত হ'ব যুৱকসকল। ভাৰতৰ বিভিন্ন ৰাজ্যত জাতি সমস্যা বা সাৰ্বভৌমত্বৰ প্ৰশ্ন নাই। তথাপি সন্ত্ৰাসবাদে গা-কৰি উঠিছে। বহু লোকক হত্যা কৰা হৈছে, পুলিচ-মিলিটাৰী হত্যা কৰা হৈছে, বহু লোক অপহৃত হৈছে— ট্ৰেইনো অপহৰণ কৰি নিছে। যিহেতু দৰিদ্ৰতা আৰু বৈষম্য আছে অসমতো মাওবাদীৰ ভিত্তিও আছে। ইতিমধ্যে হয়তো কিছুসংখ্যক যুৱকক মাওবাদী আদৰ্শই আকৰ্ষিত কৰিছে। সন্ত্ৰাসবাদত যোগ দিয়াৰ বস্তুগত পৰিস্থিতি থাকিলে লোক/যুৱক বিপথে পৰিচালিত হয়। উদ্দেশ্যপ্ৰণোদিতভাৱে সন্ত্ৰাসবাদীৰ কেডাৰ মকৰলত সুবিধা হয়। অসমত আলফাৰ বাহিৰেও প্ৰায় প্ৰতিখন জিলাতেই আন বহুতো উগ্ৰপন্থী সংগঠন আছে। নাগালেণ্ডত এন এছ চি এন মুইভা গ্ৰুপৰ লগত আলোচনা হ'লেও আৰু বহু গ্ৰুপ আছে যিয়ে সদায় বলপূৰ্বক ধন সংগ্ৰহ কৰে। মন্ত্ৰীসকলেও ধন দিয়ে। মণিপুৰৰ নিবনুৱা সমস্যা ভয়ংকৰ। মণিপুৰ ভয়ংকৰভাৱে দুৰ্নীতিগ্ৰস্ত। গতিকে তাতো বহু সন্ত্ৰাসবাদী গ্ৰুপ আছে। তেওঁলোকৰ এটি শ্লোগান হ'ল 'স্বাধীন মণিপুৰ' আৰু আন আদৰ্শ হ'ল বলপূৰ্বক ধন সংগ্ৰহ। মণিপুৰ, নাগালেণ্ডত সকলোৱে সন্ত্ৰাসবাদীসকলক ধন দিবলগীয়া হয়।

অসমৰ জনগণৰ একান্ত আশা যে আলফাৰ লগত যিকোনো প্ৰকাৰে আলোচনা হওক, সমস্যাৰ সমাধান হওক। ভাৰত চৰকাৰে সাৰ্বভৌমত্ব নিদিয়ে। হয়তো সন্মতি প্ৰদান কৰিব স্বায়ত্ত শাসন কিম্বা সমতুল্য অধিকাৰৰ চুক্তি সম্পাদিত হ'ব। জনগণৰ প্ৰকৃত সমস্যাৰ সমাধান হ'ব জানো? অসমৰ বড়ো সন্ত্ৰাসবাদীৰ লগত আলোচনা কৰি ৰাজ্য নিদি স্বায়ত্ত শাসনৰ অধিকাৰ দিলে। বড়ো জনসাধাৰণৰ সমস্যাৰ সমাধান হ'ল জানো? বড়োলেণ্ডত সন্ত্ৰাসবাদৰ অন্ত পৰিল জানো? দুখীয়া বড়ো জনগণৰ প্ৰকৃত সমস্যাসমূহৰ সমাধান হ'ল জানো? এই সুবিধা ভোগ কৰিলে শাসনৰ গাদীত থকা বা তেওঁলোকৰ ঘনিষ্ঠ একাংশ বড়ো মধ্যবিত্ত শ্ৰেণীয়ে।

কলাগুৰু বিষ্ণু ৰাভা, খগেন বৰুৱা, ষ্টেন বৰুৱা, গোবিন্দ কলিতা, হৰিদাস ডেকা আদিসকল সন্ত্ৰাসবাদী আছিল। তেওঁলোকেও বহু পুলিচ, মিলিটাৰী গুলীয়াই মাৰিছিল। সন্ত্ৰাসবাদ পৰিত্যাগ কৰি তেওঁলোক সমাজৰ আদৰ্শপুৰুষ হৈছিল। আজীৱন নিৰ্যাতিত জনগণৰ বাবে যুঁজ কৰিছিল। আজিকালিৰ সন্ত্ৰাসবাদীৰ কি আদৰ্শ নাজানো, তেওঁলোকে গুপ্ত সন্ত্ৰাসবাদ পৰিত্যাগ কৰি মুক্ত সন্ত্ৰাসবাদী হৈ ধন ঘটা কাৰ্যত লিপ্ত হয়। যিকোনো উপায়ে ধনৱান হ'ব খোজে। জনগণক, অসমীয়াক পাহৰি যায়। তেওঁলোক পৰিণত হয় জনগণৰ 'দাদা'ত।

সেয়েহে আমাক কেইজনমান লোকে কোৱাৰ দৰে দিছপুৰৰ আলফা নিঃশেষ হ'ব লাগিব, যদিহে ৰাজ্যৰ সন্ত্ৰাসবাদ নিৰ্মূল হ'ব লাগে। সন্ত্ৰাসবাদ জন্মৰ বস্তুগত পৰিস্থিতিৰ অৱসান ঘটিব লাগিব, অন্যথা সন্ত্ৰাসবাদৰ অৱসান অসম্ভৱ। আলোচনাৰ পাছত আলফাৰ লগত চুক্তি সম্পাদিত হ'লেও সন্ত্ৰাসবাদ নিৰ্মূল নহ'ব। সন্ত্ৰাসবাদ নিৰ্মূল হ'ব চৰকাৰৰ দৃষ্টিভংগী পৰিৱৰ্তনৰ দ্বাৰাহে। ❑❑

*১৮ ডিচেম্বৰ, ২০০৯*

# নব্য উদাৰবাদী অৰ্থনীতি ঃ দৰিদ্ৰতা, মুদ্ৰাস্ফীতি অনিবাৰ্য

যোৱা সপ্তাহৰ ভাৰতীয় অৰ্থনীতিৰ অন্যতম মুখ্য খবৰ— খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধি যোৱা দহ বছৰৰ ভিতৰতে সৰ্বোচ্চ হৈছে। যোৱা ২৮ নৱেম্বৰ তাৰিখে শেষ হোৱা সপ্তাহটোত খাদ্য সামগ্ৰীৰ মূল্য সৰ্বভাৰতীয় ভিত্তিত ১৯.০৭ শতাংশ বৃদ্ধি হৈছে। আন এক চমক লগোৱা প্ৰধান বাতৰি হ'ল যি সময়ত ভাৰতৰ অৰ্থনীতিৰ জয়জয় ময়ময় অৱস্থাৰ কথা আমাৰ প্ৰধানমন্ত্ৰীয়ে ঘোষণা কৰিছে আৰু বিশ্বৰ ধনতান্ত্ৰিক অৰ্থনীতিৰ তত্ত্ববিদসকলে ভাৰতৰ অৰ্থনীতিৰ বিকাশক ভূয়সী প্ৰশংসা কৰিছে, সেই সময়তে ভাৰতত দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা পূৰ্বঘোষিত ২৭ শতাংশ লোকৰ পৰিৱৰ্তে বৰ্তমান ৩৭ শতাংশ বুলি ঘোষিত হৈছে। এই ঘোষণা কৰিছে প্ৰধানমন্ত্ৰীৰ অৰ্থনৈতিক পৰামৰ্শদাতা পৰিষদৰ (Prime Minister's Economic Advisory Council) চেয়াৰমেন শ্ৰীসুৰেশ তেণ্ডুলকাৰৰ নেতৃত্বত গঠিত হোৱা বিশেষজ্ঞ গ্ৰুপৰ (Expert group) সদ্য প্ৰকাশিত প্ৰতিবেদনত।

ভাৰতত খাদ্য সামগ্ৰীৰ মূল্য নিয়ন্ত্ৰণহীন হৈ আকাশচুম্বী হৈ আছে। কেন্দ্ৰীয় তথা ৰাজ্য চৰকাৰসমূহে হেনো বহু ব্যৱস্থা গ্ৰহণ কৰিছে দ্ৰব্যমূল্য হ্ৰাস বা সুস্থিৰ কৰিবলৈ। কিন্তু সেই ব্যৱস্থাসমূহৰ কোনো ফলাফল প্ৰতিফলিত হোৱা নাই। সকলোকে বুঢ়া আঙুলি দেখুৱাই খাদ্য সামগ্ৰীৰ অস্বাভাৱিক মূল্যবৃদ্ধি হৈ আছে। যোৱা বছৰত এনে সময়ত খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিৰ হাৰ আছিল ১০.৪৮ শতাংশ; বৰ্তমান এই হাৰৰ দুগুণ অৰ্থাৎ ১৯.০৫ শতাংশ হৈছে। বহু সময়ত কোৱা হৈছে যে মূল্যবৃদ্ধি অকল ভাৰততে হোৱা নাই; সমগ্ৰ বিশ্বতে হৈছে। আন্তৰ্জাতিক বজাৰতো খাদ্য সামগ্ৰীৰ দাম বৃদ্ধি হৈছে। বিশেষকৈ অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই উচ্চস্বৰে উত্তৰ দিয়ে খাদ্য সামগ্ৰীৰ দৰ বৃদ্ধি অসমতে হোৱা নাই; সমগ্ৰ বিশ্বতে হৈছে। বৰ্তমানৰ খবৰ কিন্তু আমাৰ দেশৰ খাদ্য সামগ্ৰীৰ মূল্যতকৈ আন্তৰ্জাতিক বজাৰত খাদ্য সামগ্ৰীৰ মূল্য বহু কম। চৰকাৰৰ মতে উৎপাদন কমিছে। ভাৰতৰ ধনতান্ত্ৰিক অৰ্থনীতিবিদ National Centre for Agriculture, Economic & Policy Research-ৰ বিশেষজ্ঞসকলেই কৈছে যে খাদ্য সামগ্ৰীৰ আকাশচুম্বী দৰ কেৱল যোগান হ্ৰাসৰ বাবেই হোৱা নাই, এই দৰ বৃদ্ধিত ভৱিষ্যকল্পী, ভোজবাজী (speculative), বেআইনী মজুতকাৰী (hoarding) কলা বেপাৰীৰ ব্যৱসায়ে বিশেষ ভূমিকা পালন কৰিছে। সংগঠনটোৱে আৰু কৈছে যে আন্তৰ্জাতিক তেলৰ বজাৰত অনিশ্চয়তা, নিম্ন হাৰৰ সুদৰ ফলত বজাৰত টকাৰ পৰিমাণ অধিক হোৱাত লগ্নীকাৰীসকলে অতি লাভৰ আশাত তেওঁলোকৰ টকা খাদ্য সামগ্ৰীৰ বজাৰত লগ্নী কৰাত খাদ্য সামগ্ৰীৰ বেআইনী মজুতকৰণ, লাভকল্পীতা, ভৱিষ্যকল্পীতা, ভোজবাজী আদিৰ ব্যৱসায় বৃদ্ধি অস্বাভাৱিক হৈছে।

সৰ্বভাৰতীয় ভিত্তিত আলুৰ দাম যোৱা বছৰৰ তুলনাত ১০২ শতাংশ আৰু দাইলৰ দাম ৪২ শতাংশ বৃদ্ধি হৈছে। এই উচ্চ হাৰৰ খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিত দেশৰ ৭৭ শতাংশ দুখীয়া লোকে

তেওঁলোকৰ ক্ষুদ্ৰ আয়েৰে জীৱন ধাৰণৰ প্ৰয়োজনীয় খাদ্য কিনিব নোৱাৰি আধা পেটে দিন কটাবলগীয়া হৈছে। এই দুখীয়া লোকসকলে তেওঁলোকৰ আয়ৰ প্ৰায় সম্পূৰ্ণখিনি ব্যয় কৰিবলগীয়া হয় খাদ্য সামগ্ৰী সংগ্ৰহ কৰাৰ বাবে। নিম্ন মধ্যবিত্ত লোকসকলৰো কঁকাল ভাঙিছে খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিয়ে। তেওঁলোকেও খাদ্য সামগ্ৰীৰ বাজেট হ্ৰাস কৰিবলগীয়া হৈছে। আকৌ, মাহিলী আয়ৰ সৰহখিনি খাদ্য সামগ্ৰীৰ নামত ব্যয় কৰিবলগীয়া হোৱা হেতু অন্যান্য খৰচ কৰ্তন কৰিবলগীয়া হৈছে। এজন লোকে যোৱা এপ্ৰিল মাহত ৫০০ টকাত যিখিনি খাদ্য সামগ্ৰী ক্ৰয় কৰিছিল, আজি সেইখিনি খাদ্য সামগ্ৰী ক্ৰয় কৰিবলৈ ৬৭৫ বা ৭০০ টকা লাগিব। নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ ফলত দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যা ক্ৰমে ক্ৰমে হ্ৰাস হৈছে বুলি আমাৰ দেশৰ প্ৰধানমন্ত্ৰী তথা নব্য উদাৰবাদী অৰ্থনীতিৰ অধিবক্তা তত্ত্ববিদসকলে ঘোষণা কৰিছিল। নব্য উদাৰবাদী গোলকীয় অৰ্থনীতি ৰূপায়ণৰ পটভূমিত বিশ্বৰ এই অৰ্থনীতিৰ তত্ত্ববিদসকলে ঘোষণা কৰিছিল পৃথিৱীত জনগণৰ দাৰিদ্ৰ্যতা নিবাৰণৰ বাবে, মুক্তিৰ বাবে নব্য উদাৰবাদী অৰ্থনীতি বিশ্বৰ সকলো দেশেই ৰূপায়ণ কৰক। সমাজবাদ অবাস্তৱ— অৰ্থনীতিৰ এই নতুন তত্ত্বইহে মানৱ জাতিৰ মুক্তি সম্ভৱ কৰিব। ১৯৯১ চনত ভাৰতৰ মিশ্ৰ অৰ্থনীতি সংস্কাৰৰ দ্বাৰা নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ পাছত বছৰে বছৰে দেশৰ দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যা হ্ৰাস হোৱাৰ তথ্য কেন্দ্ৰীয় চৰকাৰ আৰু পৰিকল্পনা আয়োগে প্ৰকাশ কৰিছিল। ১৯৯৩-৯৪ বিত্তীয় বছৰৰ ৩৭ ২ শতাংশৰ পৰা ২০০৮-০৯ বিত্তীয় বছৰত ২৭ ৫ শতাংশলৈ হ্ৰাস হৈছিল হেনো। কেন্দ্ৰীয় চৰকাৰ, পৰিকল্পনা আয়োগ আৰু ধনতান্ত্ৰিক অৰ্থনীতিৰ তত্ত্ববিদসকলে দাবী কৰিছিল নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ বাবেহে দৰিদ্ৰ লোকৰ সংখ্যা হ্ৰাস সম্ভৱ হৈছে। অনেক অৰ্থনীতিবিদে মন্তব্য কৰিছিল যে বহু দল তথা লোকৰ বিৰোধিতাৰ বাবে দেশত নব্য উদাৰবাদী অৰ্থনীতি সম্পূৰ্ণৰূপে ৰূপায়িত কৰিব পৰা নাই ; ফলস্বৰূপে দেশৰ সকলো লোকৰ দৰিদ্ৰতা নিবাৰণ সম্ভৱপৰ হোৱা নাই। সেয়ে বৰ্তমানৰ ইউ পি এ চৰকাৰে নব্য উদাৰবাদী অৰ্থনীতি ভাৰতত সম্পূৰ্ণৰূপে ৰূপায়ণ কৰিব লাগে , তেতিয়া ভাৰতৰ লোকৰ দাৰিদ্ৰ মোচন হ'ব।

নব্য উদাৰবাদী অৰ্থনীতিৰ উক্ত অধিবক্তা তথা চৰকাৰৰ দাবীক প্ৰত্যাহ্বান জনাই প্ৰধানমন্ত্ৰীৰ অৰ্থনৈতিক পৰামৰ্শদাতা পৰিষদৰ ভূতপূৰ্ব চেয়াৰমেন সুৰেশ তেণ্ডুলকাৰৰ নেতৃত্বত গঠিত হোৱা বিশেষজ্ঞ কমিটিয়ে (Lxpert Group) দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ বৰ্তমানৰ পৰিকল্পনা আয়োগৰ তথ্য ২৭.৫ শতাংশৰ পৰিবৰ্তে ৩৭.২ শতাংশ বুলি প্ৰতিবেদন দাখিল কৰিছে। এই বিশেষজ্ঞ গ্ৰুপে এজন লোকে নিজৰ আয়েৰে দৈনিক কেলৰি আহৰণ কৰিব পৰা ক্ষমতাৰ ভিত্তিত দাৰিদ্ৰ লোকৰ হিচাপ কৰিছে। উক্ত তথ্যমতে ভাৰতৰ তিনিজন লোকৰ মাজত এজন লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত আছে। উক্ত প্ৰতিবেদনত প্ৰকাশ কৰিছে যে গ্ৰামাঞ্চলৰ ৪১ ৮ শতাংশ লোকে খাদ্য ইন্ধন (Fuel), পোহৰ, বস্ত্ৰ, জোতা-চেণ্ডেল আদি অত্যাৱশ্যকীয় সামগ্ৰী ক্ৰয় কৰাৰ বাবে মাহে ৪৪৭ টকা খৰচ কৰি জীৱন-নিৰ্বাহ কৰে। চহৰৰ ২৫ ৭ শতাংশ লোকে উক্ত অত্যাৱশ্যকীয় সামগ্ৰীত মাহে ৫৭৮.৮ টকা খৰচ কৰি জীৱন-নিৰ্বাহ কৰে।

২০০৭ চনৰ শেষৰ সময়ৰ পৰা নব্য উদাৰ অৰ্থনীতিৰ বিশ্ব পৰ্যায়ৰ মহাসংকট আহি পৰিল। ভাৰতৰ অৰ্থনীতিকো বাৰুকৈয়ে আক্ৰান্ত কৰিলে এই মহাসংকটে। বৰ্তমান পৃথিৱীৰ উন্নত দেশসমূহে দাবী কৰিছে যে তেওঁলোকৰ অৰ্থনীতি বৰ্তমান আৰোগ্যৰ পথত, যদিও জাপানৰ অৰ্থনীতিৰ সংকট আৰু বেছি ঘণীভূত হৈছে, নতুনকৈ আকৌ ডুবাইৰ অৰ্থনীতিত বিপৰ্যয়ে দেখা দিছে।

সংবাদত প্ৰকাশ যে অৰ্থনীতি আৰোগ্যৰ পটভূমিত আমেৰিকাৰ দৰে ধনী দেশত একচেটিয়া পুঁজিপতিসকলে সকাহ পাইছে ; জনগণৰ বাবে সংকট ক্ৰমে গভীৰ হৈছে, নিবনুৱাৰ হাৰে আগৰ ৰেকৰ্ড ভংগ কৰি ১০.৫ শতাংশলৈ বৃদ্ধিপ্ৰাপ্ত হৈছে। ইউৰোপীয় দেশ আৰু জাপানতো সংকটৰ প্ৰভাবৰ পৰা জনগণ মুক্ত হ'ব পৰা নাই যদিও একচেটিয়া পুঁজিপতিসকলে স্বস্তিৰ নিশ্বাস পেলাইছে। বিশ্ববেংকৰ প্ৰতিবেদন অনুসৰিয়েই একমাত্ৰ চীন দেশতহে সৰ্বসাধাৰণ ৰাইজক আৰ্থিক সংকটৰ পৰা উদ্ধাৰ কৰিব পৰা গৈছে আৰু তেওঁলোকৰ জীৱন ধাৰণৰ মান উন্নত হৈছে।

উক্ত পৰিণতি অৱশ্যে নতুন কথা বা কোনো আচৰিত কথা নহয়। নব্য উদাৰ অৰ্থনীতিৰ ই ধৰ্ম। নব্য উদাৰ অৰ্থনীতিৰ অন্তৰ্নিহিত লক্ষ্যই প্ৰতিফলিত হৈছে। নব্য উদাৰ অৰ্থনীতিৰ উদ্দেশ্য বা লক্ষ্যই হ'ল একচেটিয়া পুঁজিপতিসকলৰ হাতত সমাজৰ সকলো সম্পদ পুঞ্জীভূত কৰোৱা আৰু এই মনোপলি হাউছসমূহৰ লক্ষ্য পূৰণৰ প্ৰক্ৰিয়াৰ লগত জনগণৰ যিখিনি অংশৰ দৰকাৰ হয় সেইখিনিৰ মাজত এওঁলোকৰ প্ৰতিষ্ঠানৰ আয়ৰ এক সামান্য অংশহে ভগাই দিয়া হয়। সেইবাবেই এই অৰ্থনীতি ৰূপায়ণৰ ফলত সমাজত এক শক্তিশালী মধ্যবিত্ত শ্ৰেণী বা সম্ভ্ৰান্ত শ্ৰেণীৰ সৃষ্টি হয়। একচেটিয়া পুঁজিয়ে স্বাভাৱিক পুঁজিপতিসকলকো জীয়াই থাকিব নিদিয়ে। তেওঁলোকেই সকলো প্ৰতিষ্ঠান হস্তগত কৰে। সামগ্ৰিকভাৱে পুঁজিবাদী অৰ্থনীতিয়ে বিশেষকৈ নব্য উদাৰবাদী অৰ্থনীতিয়ে মানৱ সমাজত বৈষম্য বৃদ্ধি কৰে প্ৰকটভাৱে। সমাজৰ গৰিষ্ঠ সংখ্যক লোক দুখীয়া বা দৰিদ্ৰ হৈ থাকে।

ভাৰততো নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ ফলত জনগণৰ মাজৰ বৈষম্য বৃদ্ধি পাইছে ; পৰিকল্পনা আয়োগৰ দ্বাৰা ঘোষিত বৈষম্য হ্ৰাসৰ তথ্য সঠিক নহয়। অৰ্জুন সেনগুপ্ত কমিটিয়ে ইতিমধ্যে কৈছিল যে ভাৰতৰ ৭৭ শতাংশ লোক দুখীয়া। নব্য উদাৰবাদী অৰ্থনীতিৰ আশীৰ্বাদত ভাৰতত এক উচ্চ সম্ভ্ৰান্ত শ্ৰেণীৰ সৃষ্টি হৈছে। বহুকেইজন আন্তৰ্জাতিক পৰ্যায়ৰ একচেটিয়া পুঁজিপতিৰো সৃষ্টি হৈছে। ধনতান্ত্ৰিক অৰ্থনীতিৰ অৰ্থনীতিবিদসকলৰ এক জৰীপত প্ৰকাশ যে ২০১০ চনৰ ভিতৰত ভাৰতত ১,৫০,০০০টা পৰিয়াল উচ্চ ধনী (super rich) পৰ্যায়লৈ উন্নীত হ'ব। এওঁলোকৰ বছৰি আয় অতি কমেও এক কোটি টকা হ'ব। ভাৰতৰ প্ৰতি মৰ্যাদাপূৰ্ণ অৰ্থনীতি বিশ্লেষণৰ প্ৰতিষ্ঠান এন চি এ ই আৰ (National Council of Applied Economic Research)ৰ মতে ২০১০ চনৰ ভিতৰত ১০০ নিযুত (দহ কোটি) পৰিয়াল ভাৰতত সম্ভ্ৰান্ত পৰিয়াললৈ উন্নীত হ'ব। তেওঁলোকে বজাৰত বছৰি ২০ লাখ টকা খৰচ কৰিব।

নব্য উদাৰবাদী অৰ্থনীতিৰ মহিমাতে ভাৰতত এক অতি লঘিষ্ঠ সংখ্যক লোক ধনী হৈছে—সমাজৰ সকলো সুখ-সম্ভোগ এওঁলোকে হস্তগত কৰিছে। বাকী একাংশ কোনোমতেহে জীয়াই আছে। অতি সম্প্ৰতি প্ৰকাশ পাইছে যে ভাৰতবৰ্ষত মটৰগাড়ীৰ বিক্ৰী বেছি হৈছে। অক্টোবৰ মাহত উদ্যোগীয় উৎপাদন বিকাশৰ হাৰ ১০.৩ শতাংশ হৈছে। দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ৭০/৮০ শতাংশ এই দহ বা এঘাৰ কোটি লোকৰ ভাগত। এই লোকসকলৰ ক্ৰয় ক্ষমতা বৃদ্ধি হৈছে। এওঁলোকৰ সুখ-সম্ভোগৰ বাবে বিভিন্ন সামগ্ৰীৰ প্ৰয়োজন হৈছে। গতিকে উদ্যোগীয় উৎপাদন দহ শতাংশ বৃদ্ধি হৈছে। বস্তুৰ মূল্যবৃদ্ধি বিশেষকৈ খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিৰ বাবে দেশৰ ৬০/৭০ শতাংশ লোকে জীয়াই থাকিবলৈ খাদ্য কিনিব পৰা নাই ; আন আন উদ্যোগীয় সামগ্ৰী কিনাৰ প্ৰশ্নই নুঠে। আনহাতে, দেশত উদ্যোগীয় উৎপাদনৰ বিকাশৰ সন্তোষজনক তথ্যই দেশৰ অৰ্থনীতিৰ সুস্বাস্থ্যৰ নিৰ্দেশ দিয়ে। কিন্তু পৰিতাপৰ কথা যে এই সুস্বাস্থ্যৰ বতাহে অধিকাংশ জনগণক স্পৰ্শই কৰিব পৰা নাই।

বজাৰত খাদ্য সামগ্ৰীৰ জুই-ছাই দাম। এই জুই-ছাই দামে সমাজৰ উচ্চ শ্ৰেণীৰ লোকৰ স্বাৰ্থত কোনো ক্ষতি কৰা নাই। তেওঁলোকৰ আয়ৰ ১০ শতাংশও খৰচ নহয় খাদ্য সামগ্ৰীৰ শিতানত। অতি উচ্চ পৰ্যায়ৰ মুকেশ আম্বানী বা অনিল আম্বানীৰ দৰে লোকৰ মাহে আয ১ৰ পৰা ১০ কোটি টকালৈ , খাদ্য সামগ্ৰী শিতানত তেওঁলোকৰ আযৰ ১ শতাংশও খৰচ নহয। সেযে দেশৰ বিপুল জনসাধাৰণৰ প্ৰতি কাৰোৱেই কাণ-সাৰ নাই। এওঁলোক সমাজত অতি দুৰ্বল। মাৰ্ক্সে কোৱা ধৰণে এওঁলোকক সমাজত বিচ্ছিন্ন (social alienation) কৰি ৰখা হৈছে। অৰ্থনৈতিক-ৰাজনৈতিক সিদ্ধান্ত গ্ৰহণৰ পৰা এওঁলোকক আঁতৰত ৰখা হৈছে (Excluded from economic and political decision making)। খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধি হ্ৰাস ভৱিষ্যকল্পী, ভোজবাদী, বে-আইনী মজুতকাৰী, কলা বেপাৰীৰ মৰ্জিৰ ওপৰত এৰি দিয়া হৈছে।

ভাৰতৰ তথাকথিত গণতন্ত্ৰত ৭০/৮০ শতাংশ নাগৰিকৰ কোনো ভূমিকা নাই বা তেওঁলোকৰ জীৱন-ধাৰণৰ বাবে দেশৰ অৰ্থনীতিৰ কোনো উৎকণ্ঠা নাই। নব্য উদাৰবাদী অৰ্থনীতি প্ৰতিষ্ঠিত হৈছে বিশ্বৰ একচেটিয়া পুঁজিৰ স্বাৰ্থত। এই অৰ্থনীতি ৰূপায়ণৰ দ্বাৰা জনগণৰ দাৰিদ্ৰৰ অবসান বা মুক্তি কেতিয়াও সম্ভৱ নহয়। সেয়ে এই অৰ্থনীতিৰ আৰোগ্যৰ দ্বাৰা একচেটিয়া পুঁজিৰ সংকট আঁতৰিব পাৰে , জনগণৰ আৰ্থিক সংকট আঁতৰ নহয। □□

*২৫ ডিচেম্বৰ, ২০০৯*

# জলবায়ু পৰিৱৰ্তনৰ ৰাজনীতি আৰু অৰ্থনীতি

আজি জলবায়ু পৰিৱৰ্তনৰ সমস্যাই পৃথিৱীৰ জনগণলৈ চৰম বিপৰ্যয় অনাৰ সম্ভাৱনীয়তাই দেখা দিছে। পৃথিৱীত আজি সঘনাই অনাবৃষ্টিৰ ফলত খৰাং বতৰ, অবতৰীয় অতিবৃষ্টিৰ ফলত বানপানী, সমুদ্ৰৰ চুনামী হাৰিকেন কাটৰিণা আদি নানা প্ৰাকৃতিক দুৰ্যোগ। ফলস্বৰূপে খাদ্য উৎপাদন তথা জীৱন-ধাৰণৰ আন আন আন্তঃগাঁথনি ধ্বংস হোৱা বাবে মানৱ জাতিৰ সমুখত জীয়াই থকাৰ ক্ষেত্ৰত এক বিৰাট প্ৰত্যাহ্বান আহি পৰিছে। আনকি পৃথিৱীৰ অস্তিত্বৰ প্ৰতিযেই আহি পৰিছে এক ভাবুকি।

জলবায়ু পৰিৱৰ্তন অৰ্থাৎ পৃথিৱীত লাহে লাহে উষ্ণতাৰ বৃদ্ধি হৈছে, যাক 'গ্লোবেল ৱাৰ্মিং' বুলি বিজ্ঞানীসকলে অভিহিত কৰিছে। বায়ুমণ্ডলত কাৰ্বন ডাই অক্সাইড গেছৰ পৰিমাণ বাঢ়িলে তাপমাত্ৰা বাঢ়ে গ্ৰীণ হাউছ এফেক্টৰ ফলত। সভ্যতাৰ অগ্ৰগতিৰ লগে লগে পৃথিৱীত বিভিন্ন কল-কাৰখানাৰ উৎপত্তি, কয়লা, তেল আদিকে ধৰি বিভিন্ন ইন্ধনৰ ব্যৱহাৰৰ দ্ৰুতবৃদ্ধি, মানুহৰ উচ্চ পৰ্যাযৰ জীৱন-যাপনৰ দ্বাৰা কাৰ্বন ডাই-অক্সাইডৰ উৎপত্তি আৰু জনবসতিৰ বাবে গছ-গছনি, অৰণ্যৰ হ্ৰাসকৰণৰ ফলতেই গ্ৰীণ হাউছ এফেক্টৰ দ্বাৰা বায়ুমণ্ডলৰ তাপমাত্ৰা বৃদ্ধি হৈছে।

এই গ্ৰীণ হাউচ এফেক্টৰ বাবে কোন বেছি দায়ী? পৃথিৱীৰ বিজ্ঞানীসকলে হিচাপ কৰি দেখুৱাইছে যে কাৰ্বন ডাই-অক্সাইড বা সংক্ষেপে $CO_2$ৰ নিৰ্গমন উন্নত (আমেৰিকা, কানাডা, ইউৰোপৰ দেশসমূহ, জাপান ইত্যাদি) দেশসমূহত জনমূৰী অতি বেছি, পৃথিৱীৰ উন্নয়নশীল তথা দুখীযা দেশসমূহৰ তুলনাত। কাৰণ তেওঁলোকৰ আয় বেছি, জীৱন-ধাৰণৰ মান উচ্চ পৰ্যাযৰ। ২০০৪ চনৰ হিচাপ অনুযাযী বিশ্বত জনমূৰী গড় কাৰ্বন ($CO_2$) নিৰ্গমণৰ পৰিমাণ হ'ল ৪ ১০ টন। আমেৰিকাৰ জনমূৰী নিৰ্গমন ১৯ ৮০ টন, জাৰ্মানীৰ ৯ ৮০ টন, চীনৰ ৩ ২০ টন আৰু ভাৰতৰ ১ ১৯ টন। এই নিৰ্গমনৰ পৰিমাণ নিৰ্ভৰ কৰে জীৱন-ধাৰণৰ মানৰ ওপৰত। আমেৰিকাৰ জনমূৰী আয় হ'ল ৩৫,৪৮৭ ডলাৰ আৰু জনেপ্ৰতি পেট্ৰ'লিযাম আদিৰ খৰচ ৭,৮৩৫ কেজি আৰু বিদ্যুৎ আদি শক্তিৰ খৰচ ১৩,০৬৬ কিলোআৱাৰ (Kwhr)। ইযাৰ বিপৰীতে ভাৰতত জনমূৰী আয় ২৭৩২ ডলাৰ আৰু পেট্ৰ'লিযাম আদি তেলৰ খৰচ হয ৪৩৯ কেজি। চীনত জনমূৰী আয় ৪৮৩৮ ডলাৰ আৰু পেট্ৰ'লিয়াম আদি তেলৰ খৰচ ১০৯০ কেজি। বিদ্যুৎ আদি শক্তিৰ খৰচ ভাৰতত জনমূৰী ৫৫৩ কিলোআৱাৰ, চীনত জনমূৰী ১৩৭৯ কিলোআৱাৰ। সেইবাবে বায়ুমণ্ডলৰ কাৰ্বন নিৰ্গমনৰ হ্ৰাসকৰণৰ ব্যৱস্থাৰ ক্ষেত্ৰত উন্নত দেশসমূহে আগভাগ ল'ব লাগে আৰু হ্ৰাসকৰণ এই দেশসমূহে বেছি পৰিমাণে কৰিব লাগে। আকৌ, এই প্ৰক্ৰিযাৰ বাবে যি বৃহৎ পৰিমাণৰ ধন খৰচৰ দৰকাৰ, সেয়া উন্নত দেশসমূহে বহন কৰিব লাগে। আমেৰিকা, জাপান, ইউৰোপ আদিৰ বাবে বেলেগ বেলেগ বায়ুমণ্ডল নাই। বায়ুমণ্ডল

একেটাই। বায়ুমণ্ডলৰ উষ্ণতা বৃদ্ধিৰ বাবে উন্নত দেশসমূহৰ অৰিহণা বেছি তাৰবাবে এওঁলোক বেছি দায়ী আৰু এওঁলোকৰ বাবেই পৃথিৱীৰ যি উষ্ণতা বৃদ্ধি হৈছে তাৰ কুপ্ৰভাৱে উন্নয়নশীল তথা দুখীয়া দেশসমূহৰ জনগণলৈও দুৰ্দশা কঢ়িয়াই আনিছে। পৃথিৱীৰ বিভিন্ন দেশৰ নিৰ্গমনৰ পৰিমাণ তলৰ তালিকাখনত দিয়া ধৰণৰ—




*(Source All India People's Science Network and Centre for Science Technology and Society)*

ৱৰ্ল্ড ৰিছাৰ্চ ইন্সটিটিউটৰ ২০০৩ চনৰ প্ৰতিবেদন মতে ১৯৫০ চনৰ পৰা ২০০৩ চনৰ সময়ছোৱাত আমেৰিকা যুক্তৰাষ্ট্ৰয়ে প্ৰায় ৫১০০ কোটি টন কাৰ্বন নিৰ্গমন কৰিছে। সেই সময়ছোৱাত চীন আৰু ভাৰতে মিলি (জনবহুল দেশ হোৱা সত্ত্বেও) মাত্ৰ ১৮০০ কোটি টন কাৰ্বন বায়ুমণ্ডললৈ এৰিছে।

বিজ্ঞানীসকলৰ মতে পৃথিৱীৰ বায়ুমণ্ডলত ২৫০ বছৰ ধৰি গ্ৰীণ হাউছ গেছ জমা হৈ আছে। হিচাপ কৰি উলিয়াইছে যে বায়ুমণ্ডলৰ ৮০ শতাংশ গ্ৰীণ হাউছ গেছৰ (GHG) জমা হৈছে ১৭৫০ চনৰ শিল্প বিপ্লৱৰ পৰা, শিল্পোন্নত দেশসমূহৰ বাবে।

বিশ্ব বতৰ বিজ্ঞান সংগঠন (World Meteorological Organisation) আৰু ৰাষ্ট্ৰসংঘৰ পৰিবেশ কাৰ্যসূচীৰ (UN Environment Programme UNEP) উদ্যোগত ১৯৮৮ চনত বিশ্বত প্ৰথম জলবায়ু পৰিৱৰ্তনৰ বিষয়ে গৱেষণা কৰিবলৈ Intergovernmental Panel on climate change (IPCC)ৰ গঠন কৰা হয়। আই পি চি চি এ ১৯৯০ চনত প্ৰথম বতৰ পৰিৱৰ্তনৰ বিষয়ে প্ৰতিবেদন দাখিল কৰে আৰু এই প্ৰতিবেদনৰ পৰিপূৰক প্ৰতিবেদন দাখিল কৰে ১৯৯২ চনত। দ্বিতীয় প্ৰতিবেদন দাখিল কৰে ১৯৯৫ চনত, তৃতীয় প্ৰতিবেদন দাখিল কৰে ২০০১ চনত আৰু ২০০৭ চনত তেওঁলোকৰ দ্বাৰা চতুৰ্থ প্ৰতিবেদন দাখিল কৰা হয়। আই পি চি চিৰ চতুৰ্থ প্ৰতিবেদনে স্পষ্টভাৱে প্ৰকাশ কৰে

জলবায়ুৰ উষ্ণতা বৃদ্ধি আৰু ইয়াৰ প্ৰক্ৰিয়া সম্বন্ধে। এইখিনিতে উল্লেখ কৰিব পাৰি যে আমেৰিকাৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি বুশ্ব চাহাব প্ৰভাবান্বিত বহু বিজ্ঞানীয়ে গ্লোবেল বাৰ্মিঙৰ ভয়াবহতা নুই কৰে— ই স্বাভাৱিক প্ৰতিক্ৰিয়া বুলি কয়। অৱশ্যে আই পি চি চিৰ সৰ্বশেষ অৰ্থাৎ চতুৰ্থ এছেচমেণ্ট প্ৰতিবেদনে এই বিতৰ্কৰ অৱসান ঘটায়।

ৰাষ্ট্ৰসংঘৰ উদ্যোগত বিশ্বৰ উষ্ণতা সম্বন্ধে বা জলবায়ু পৰিবৰ্তনৰ ওপৰত প্ৰথম চুক্তি হয় UN Framwork Convention on Climate Change (UNFCCC) নামেৰে— ৰাষ্ট্ৰসংঘৰ পৰিৱেশ আৰু উন্নয়ন অভিবৰ্তনত (UN Conference on Environment and Development জনপ্ৰিয় নাম Earth Summit)। অভিবৰ্তনখন অনুষ্ঠিত হৈছিল ১৯৯২ চনৰ জুন মাহত ব্ৰাজিলৰ জানেইৰো চহৰত। অৱশ্যে এই চুক্তিৰ কোনো আইনগত বাধ্যবাধকতা নাছিল। সেয়ে ১৯৯৭ চনৰ ডিচেম্বৰ মাহৰ ১ তাৰিখে জাপানৰ কিয়োটো (Kyoto) চহৰত অনুষ্ঠিত ইউ এন এফ চি চি ভুক্ত দেশসমূহৰ সন্মিলনত ১২৫ খন দেশে কিয়োটো প্ৰট'কল নামৰ এখন চুক্তিত চহী কৰে। এই প্ৰট'কলত কোৱা হয় প্ৰথম পৰ্যায়ত শিল্পোন্নত দেশসমূহে ছবিধ প্ৰধান গ্ৰীণ হাউছ গেছৰ নিৰ্গমন ২০১২ চনৰ ভিতৰত ১৯৯০ চনৰ নিৰ্গমনৰ ৫.২ শতাংশ তললৈ নমাব লাগিব। মাৰ্কিন যুক্তৰাষ্ট্ৰই এই চুক্তিত চহী নকৰে। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সদনে এই চুক্তি অনুমোদন নকৰিলে। ৰাষ্ট্ৰপতি বুশ্বে ২০০১ চনত চীন আৰু ভাৰতকে ধৰি উন্নয়নশীল দেশসমূহৰ ক্ষেত্ৰত নিৰ্গমনৰ লক্ষ্য নথকাৰ অজুহাত দেখুৱাই কিযোটো প্ৰট'কল প্ৰত্যাখ্যান কৰে।

২০০৫ চনৰ ১৬ ফেব্ৰুৱাৰীত কিয়োটো প্ৰট'কল কাৰ্যকৰী হয়। এই বছৰৰেই গ্ৰীণেগনছে জি - ৮ৰ শীৰ্ষ বৈঠকত পৃথিৱীৰ উষ্ণতা সম্বন্ধে আলোচনাই প্ৰাধান্য পায়। উন্নত দেশৰ নেতৃত্বই স্বীকাৰ কৰিবলৈ বাধ্য হয় যে জলবায়ু পৰিৱৰ্তন দীৰ্ঘস্থায়ী আৰু ভয়ংকৰ প্ৰত্যাহ্বান। ২০০৬ চনত বিশ্ববেংকৰ অৰ্থনীতিবিদ চাৰ নিকোলাচ ষ্টানে কয় যে পৃথিৱীৰ উষ্ণতা বৃদ্ধিৰ বাবে আৰ্থিক ক্ষতিৰ পৰিমাণ হ'ব বিশ্বৰ মুঠ আভ্যন্তৰীণ উৎপাদনৰ ২০ শতাংশ।

প্ৰাক্তন মাৰ্কিন উপৰাষ্ট্ৰপতি আলগোৰেৰ তথ্যভিত্তিক কাহিনী চিত্ৰ 'এন ইনকনভিনিযেণ্ট ট্ৰুথ'ৰ জৰিয়তে পৃথিৱীত উষ্ণায়নৰ ৰাজনীতি আৰু ভয়াবহতাক উদঙাই দিয়াত আমেৰিকা যুক্তৰাষ্ট্ৰৰ জনমঞ্চও সজাগ হৈ উঠিছে বিশ্ব উষ্ণায়নৰ প্ৰতি।

কিযোটো প্ৰট'কলৰ সময়সীমা পাৰ হ'ব ২০১২ চনত। সেইকাৰণে নতুন আন্তৰ্জাতিক চুক্তি তৈযাৰ কৰাৰ বাবে ২০০৭ চনত ইন্দোনেচিয়াৰ বালিত ৰাষ্ট্ৰসংঘৰ UNFCCC-ৰ বৈঠক অনুষ্ঠিত হৈছিল। পৰিতাপৰ কথা যে তাতো একমাত্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰই গ্ৰীণ হাউছ গেছ নিৰ্গমন হ্ৰাসৰ কোনো বাধ্যতামূলক চুক্তিৰ বিৰোধিতা কৰিছে। ২০০৮ চনত জাপানৰ হোক্কাইডোত অনুষ্ঠিত জি ৮ৰ বৈঠকতো ২০২০ চনৰ পৰিৱৰ্তে ২০৫০ চনৰ ভিতৰত পঞ্চাশ শতাংশ নিৰ্গমন হ্ৰাস কৰাবলৈ উন্নত দেশসমূহ সন্মত হৈছিল-— তাতো কোনো আইনগত বাধ্যবাধকতা নাছিল।

আন্তৰ্জাতিক ক্ষেত্ৰত ১৯৯১ চনৰ পৰা অৰ্থাৎ ছোভিয়েট ৰাছিয়াৰ পতনৰ পাছৰ পৰা আমেৰিকাৰ আধিপত্য। বিশ্ব বাণিজ্য সংস্থাৰ ডোহা ৰাউণ্ড আলোচনাও সমাপ্ত হোৱা নাই আমেৰিকাৰ নেতৃত্বত উন্নত দেশসমূহৰ আধিপত্য ৰক্ষাৰ যুঁজৰ বাবে। আমেৰিকা তথা উন্নত দেশসমূহে পৃথিৱীৰ আন আন উন্নয়নশীল বা দুখীয়া দেশসমূহক তথা ইয়াৰ জনগণক উন্নতিৰ পথত অগ্ৰসৰ হোৱাতো নিবিচাৰে। পৃথিৱীৰ বায়ুমণ্ডল দূষিত কৰি যোৱা ২৫০ বছৰে এই উন্নত দেশসমূহে নিজৰ দেশৰ উন্নয়ন সাধন কৰিছে। বৰ্তমানৰ পটভূমিত আজি বিশ্বৰ উন্নয়নশীল দেশ আৰু দুখীয়া দেশসমূহৰ,

তেওঁলোকৰ দেশৰ জনগণৰ দাৰিদ্ৰ নিবাৰণ, সামাজিক উন্নয়ন, খাদ্য, স্বাস্থ্য, শিক্ষা আদিৰ তাগিদাৰ বাবে দেশৰ অৰ্থনীতিৰ উন্নয়ন আন্তঃগাঁথনিৰ উন্নয়নৰ অত্যন্ত প্ৰয়োজন। সেয়ে বাধ্যতামূলক কাৰ্বন গেছৰ নিৰ্গমন হ্ৰাসৰ লক্ষ্য নিৰ্ধাৰণ কৰিব লাগিব উন্নত দেশৰ ক্ষেত্ৰতহে। অন্যথা এই দেশসমূহৰ উন্নয়ন ব্যাহত হ'ব আৰু জনগণৰ অৱস্থা চৰম দুৰ্দশাগ্ৰস্ত হৈয়ে থাকিব। সেযেহে কাৰ্বন গেছ নিৰ্গমন হ্ৰাসৰ অধিক দায়িত্ব ল'ব লাগিব উন্নত দেশসমূহে। আজিও এই মানৱীয় সমস্যাবোৰৰ ক্ষেত্ৰতো আমেৰিকাৰ সাম্ৰাজ্যবাদী অমানৱীয় ভূমিকাই বিশ্বত আধিপত্য কৰি আছে। সেযেহে সমতাৰ ভিত্তিত উন্নয়নশীল তথা দুখীয়া দেশসমূহৰ ওপৰতো কাৰ্বন গেছৰ নিৰ্গমন হ্ৰাসৰ দায়িত্ব জাপি দি এই দেশসমূহৰ জনগণক পশ্চাদপদ আৰু দৰিদ্ৰতাত ৰাখিব বিচাৰিছে।

এই ক্ষেত্ৰত আমি ভাৰতবৰ্ষৰ সমস্যাৰ কথা উল্লেখ কৰিব পাৰো। ২০৫০ চনৰ ভিতৰত ভাৰতৰ জনসংখ্যা ১৬০ কোটি হ'ব বুলি অনুমান কৰা হৈছে। আনকি ২০২০ চনলৈ যি পৰিমাণৰ জনসংখ্যা বৃদ্ধি হ'ব সেইসকলৰ প্ৰয়োজন পূৰাবলৈ এটি সমীক্ষাত কোৱা হৈছে যে চাউলৰ উৎপাদন ৫৬ শতাংশ, গমৰ উৎপাদন ৬২ শতাংশ, দাইলৰ উৎপাদন ১১৬ শতাংশ বৃদ্ধি কৰিব লাগিব। কিন্তু আনহাতে যদিহে পৃথিৱীৰ উত্তাপ ২° চেলচিয়াছ বাঢ়ে ভাৰতৰ খাদ্য শস্যৰ উৎপাদন ১৫ৰ পৰা ১৭ শতাংশ কমিব আৰু IPCCC-এ ভৱিষ্যৎবাণী কৰা মতে যদি পৃথিৱীৰ উত্তাপ ৪ -ৰ পৰা ৫° চেলচিয়াছ বাঢে ভাৰতৰ খাদ্য শস্যৰ উৎপাদন ৩০ৰ পৰা ৪০ শতাংশ কমিব। ভাৰতৰ জনগণ নাখাই মৰিব। তাৰোপৰি উত্তাপ বৃদ্ধিৰ বাবে বেমাৰ-আজাৰ বৃদ্ধিৰ বাহিৰেও অন্যান্য প্ৰাকৃতিক দুৰ্যোগৰো সৃষ্টি হ'ব।

উক্ত পটভূমিত ডেনমাৰ্কৰ কোপেনহেগেনত জলবায়ু পৰিৱৰ্তন সম্পৰ্কীয় শীৰ্ষ বৈঠক যোৱা ৭ ডিচেম্বৰ (২০০৯)ত অনুষ্ঠিত হৈছে। ১৯৩ খন দেশৰ ১২ দিন ধৰি চলা মাৰাথান আলোচনা যোৱা ১৯ ডিচেম্বৰত অন্ত পৰিল। উন্নত দেশ বিশেষকৈ আমেৰিকাৰ সহযোগী দেশসমূহৰ কাৰ্বন ($CO_2$) নিৰ্গমন হ্ৰাস কৰাৰ কোনো ঐকান্তিক ইচ্ছাৰ অভাৱত কিয়োটো প্ৰট'কল ধৰণৰ আইনগত বাধ্যবাধকতা থকা কোনো চুক্তি সম্পাদিত নহ'ল। উন্নয়নশীল দেশসমূহৰ দৃঢ় ঐক্যত ভাঙোন সৃষ্টি কৰা কাৰ্যত আমেৰিকা সফল হ'ল। বৈঠকৰ ঘোষণাত যদিও কোৱা হৈছে যে বিশ্বত কাৰ্বন ($CO_2$) নিৰ্গমন হ্ৰাস কৰিব লাগিব শিল্পায়ন যুগৰ আগৰ পৰ্যায়ৰ দুই ডিগ্ৰী চেলচিয়াছৰ ওপৰৰ পৰ্যায়লৈ, কিন্তু কোনো বাস্তৱ কাৰ্যক্ৰমণিকা বা পৰিকল্পনা হাতত লোৱা হোৱা নাই। দেশসমূহৰ স্বেচ্ছামূলক প্ৰচেষ্টাৰ ওপৰত সকলো এৰি দিয়া হৈছে। ধনী দেশসমূহৰ কাৰ্বন আৰু গ্ৰীণ হাউছ নিৰ্গমন হ্ৰাসকৰণৰ লক্ষ্য কি হ'ব ঘোষণাৰ ক'তো উল্লেখ কৰা হোৱা নাই। কোনো সময়সীমাৰ উল্লেখ কৰা হোৱা নাই। আনকি ধনী দেশসমূহে উন্নয়নশীল তথা দুখীয়া দেশসমূহক বনানিকৰণ আদিৰ সাহায্য হিচাবে গঠন কৰিব খোজা পুঁজিৰ বাবে ৩০ বিলিয়ন ডলাৰ ২০১০ৰ পৰা ২০১২ চনৰ ভিতৰত আৰু ২০২০ চনৰ পৰা বছৰি ১০০ বিলিয়ন ডলাৰ ক'ৰ পৰা কেনেকৈ সংগ্ৰহ কৰা হ'ব তাৰ কোনো স্পষ্ট পৰিকল্পনা বা আশ্বাস নাই। ঘোষণাটোৰ প্ৰতিক্ৰিয়া হিচাবে বহু বিশেষজ্ঞই কয় যে এক'ৰ্ডখন (Accord) ইমান দুৰ্বল যে দেশসমূহ বিশেষকৈ ধনী দেশসমূহ কাৰ্বন নিৰ্গমন হ্ৰাস কৰাৰ ক্ষেত্ৰত কোনো প্ৰকাৰে দায়বদ্ধ নহয়। ৰাষ্ট্ৰসংঘৰ বিশেষজ্ঞসকলৰ গোপনীয় সমীক্ষা এটি পোহৰলৈ অহাত প্ৰকাশিত হৈছে যে উন্নত দেশসমূহৰ বৰ্তমানৰ স্থিতিয়ে বিশ্বত ৩° চেলচিয়াছ তাপমান বৃদ্ধি কৰিব পাৰে, যি অৱস্থাই বিশ্বৰ জনগণৰ বাবে খৰাং, বানপানী চুনামী আদি কঢ়িয়াই

আনিব। বিশ্বৰ বিশেষজ্ঞসকলৰ দৃঢ়মত যে ২০২০ চনৰ ভিতৰত গ্ৰীণ হাউছ গেছৰ নিৰ্গমন ১৯৯০ চনৰ পৰ্যায়লৈ নিবলৈ হ'লে উন্নত দেশসমূহে ২৫ৰ পৰা ৪০ শতাংশ নিৰ্গমন হ্ৰাস কৰাৰ ব্যৱস্থা ল'ব লাগিব। অন্যথা বিশ্বৰ জলবায়ু পৰিৱৰ্তনত বিৰাট কুপ্ৰভাৱ পৰিব। নতুন দিল্লীৰ Centre for science and environment (CSE)-এ কৈছে যে কোপেনহেগেন একৰ্ডে শিল্পোন্নত দেশসমূহক জলবায়ু পৰিৱৰ্তনৰ ঐতিহাসিক দায়িত্বৰ পৰা ৰেহাই দিছে। উন্নয়নশীল আৰু উন্নত দেশৰ মাজত থকা নিৰ্গমন হ্ৰাসৰ প্ৰাৰ্থক্য আঁতৰ কৰা হৈছে আৰু কিয়োটো প্ৰট'কলক পুনৰ্জীৱিতকৰণৰ প্ৰশ্নটো সম্পূৰ্ণৰূপে অৱজ্ঞা কৰিছে। কোপেনহেগেনৰ ঘোষণা কিয়োটো প্ৰট'কলৰ মূল নীতি "উমৈহতীয়া কিন্তু ব্যতিক্ৰমী দায়িত্ব" (Common but differentiated responsibility)ক সম্পূৰ্ণৰূপে আঁতৰত ৰখা হৈছে। ফলত উন্নত দেশসমূহে নিৰ্গমন হ্ৰাসৰ অধিক দায়িত্বৰ পৰা হাত সাৰিছে। সৰ্বোপৰি, কোপেনহেগেন এক'ৰ্ড মাত্ৰ এক ঘোষণাহে, চুক্তি নহয়। ❑❑

*১ জানুৱাৰী, ২০১০ চন*

# ২০১০ চনৰ ভাৱনা-দুৰ্ভাৱনা

২০০৯ বছৰটো পাৰ হৈ গ'ল। ২০১০ চন আহিছে। নতুন বছৰে বহুতৰ বাবে বহু আশা কঢ়িয়াই আনিব আৰু বহুতৰ বাবে আনিব নিৰাশা। জাপানী আক্ৰমণকাৰীয়ে ভিয়েটনামত পৰাজয় বৰণ কৰাত আৰু ইন্দোচীনা পুনৰ অধিকাৰ কৰিবলৈ ফ্ৰান্সে প্ৰয়াস কৰাৰ আগমুহূৰ্তত ১৯৪৫ চনৰ দুই ছেপ্টেম্বৰৰ দিনা হো চি মিনে ঘোষণা কৰিছিল "বিশ্বৰ সকলো মানুহ জন্মৰ পৰাই সমান, প্ৰত্যেক মানুহৰে জীয়াই থকাৰ, সুখী হোৱাৰ, মুক্ত হোৱাৰ অধিকাৰ আছে" (All men are created equal. They are endowed by their creators with certain unalienable rights among these are life, liberty and the persuit of happiness) এই উক্তিটো ১৭৭৬ চনৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ স্বাধীনতা লাভৰ প্ৰতিবেদনতো ঘোষিত হৈছিল আৰু ১৭৯১ চনৰ ফ্ৰান্স বিপ্লৱৰ ঘোষণাৰ সাৰমৰ্ম ইয়েই আছিল। হো চি মিনে ভিয়েটনামক মুক্ত কৰিবলৈ অকল সমৰ্থই হোৱা নাই, ভিয়েটনামৰ জনগণক জীয়াই থকাৰ অধিকাৰ, সুখী হোৱাৰ অধিকাৰ, স্বাধীন বা মুক্ত হোৱাৰ অধিকাৰৰ নিশ্চয়তা দিয়াৰ ব্যৱস্থা কৰিবলৈও সমৰ্থৱান হৈছিল। আমেৰিকা, ফ্ৰান্স আজি বিশ্বৰ উন্নত দেশ। এই দেশ দুখনে কিন্তু ঘোষণা কৰা ধৰণে সমগ্ৰ জনগণকে সুখী হোৱাৰ, জীয়াই থকাৰ, মুক্ত হোৱাৰ নিশ্চয়তা প্ৰদান কৰিব পৰা নাই। পৃথিৱীৰ অধিকাংশ দেশতেই আছে একেই অৱস্থা— সমগ্ৰ জনগণক জীয়াই থকাৰ, সুখী হোৱাৰ, মুক্ত হোৱাৰ নিশ্চয়তা আজিৰ সমাজ ব্যৱস্থাই দিব পৰা নাই। ১৭৭৬ চনৰ পৰা যোৱা ২৩৫ বছৰে নতুন বছৰে সুভাগমন কৰিছে, পুৰণি বছৰক বিদায় দিয়া হৈছে। কিন্তু বিশ্বৰ সমগ্ৰ জনগণৰ ভাগ্যত জীয়াই থকাৰ অধিকাৰ, সুখী হোৱাৰ অধিকাৰ, মুক্ত হোৱাৰ অধিকাৰ মিলা নাই।

বিশ্বত মানৱ সভ্যতাৰ অগ্ৰগতি হৈছে। বিজ্ঞান, প্ৰযুক্তিৰ অভুতপূৰ্ব অগ্ৰগতিয়ে পণ্য উৎপাদনৰ ক্ষমতা অপৰিসীম বৃদ্ধি কৰিছে। বিশ্বত নানা ধৰণৰ সামগ্ৰী উৎপাদনৰ উপাই উদ্ভাৱন হৈছে যিয়ে মানৱ জাতিক সুখ-সম্ভোগেৰে অতি উচ্চ পৰ্যায়ৰ জীৱন ধাৰণৰ সুবিধা প্ৰদান কৰিছে। অতি পৰিতাপৰ কথা যে জীৱন ধাৰণৰ উচ্চ পৰ্যায়ৰ আহিলা মানৱ সমাজে সমূহীয়াভাৱে উদ্ভাৱন তথা উৎপাদন কৰি, সমাজৰ সকলো শ্ৰেণীৰ লোকক স্পৰ্শ কৰাই, সকলোৰে বাবে উচ্চ পৰ্যায়ৰ জীৱন ধাৰণ পদ্ধতিৰ ব্যৱস্থা কৰিব পৰা নাই। আনকি জীয়াই থকাৰ নিম্নতম সা-সুবিধাখিনিও বিশ্বৰ অসংখ্য লোকে পোৱা নাই।

ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সংগঠন (Food and Agriculture Organisation - FAO) ২০০৯ চনৰ প্ৰতিবেদনত কোৱা হৈছে যে বিশ্বত দৰিদ্ৰ লোক বা অনাহাৰে থকা লোকৰ সংখ্যা এই বছৰত বৃদ্ধি পাইছে। যোৱা বছৰৰ সংখ্যাতকৈ বৰ্তমান বিশ্বৰ ১০০ নিযুতৰ অধিক লোক অনাহাৰে থকা লোকৰ সংখ্যাত যোগ হৈ বৰ্তমান বিশ্বত অনাহাৰে থকা লোকৰ সংখ্যা মুঠ ১০০ কোটি দুই লাখত উপনীত হৈছে। এই লোকসকলে দিনে জীয়াই থকাৰ নিম্নতম প্ৰয়োজনীয় ১৮০০ কেলোৰী খাদ্য আহৰণ কৰিব পৰা নাই। FAO-ৰ হিচাপ মতে যোৱা বছৰ বিশ্বত অনাহাৰে থকা লোকৰ সংখ্যা আছিল ৯১ কোটি ৫ লাখ। এই বছৰত ১১ শতাংশ বৃদ্ধি হৈছে। FAO-ৰ সঞ্চালক প্ৰধান জেকুচ ডিউফে (Jacques Diouf) কৈছে যে নীৰৱ ক্ষুধাৰ সংকটত মানৱ জাতিৰ ছয় ভাগৰ এভাগ লোক আক্ৰান্ত হৈছে যিয়ে বিশ্বৰ শান্তি আৰু নিৰাপত্তাৰ প্ৰতি মাৰাত্মক বিপদৰ সম্ভাৱনাৰ সৃষ্টি কৰিছে।

FAO-ৰ প্ৰতিবেদনত কৈছে যে অধিক শতাংশ অপুষ্টিত ভোগা লোক উন্নয়নশীল দেশসমূহৰ। এচিয়া আৰু প্ৰশান্ত মহাসাগৰীয় অঞ্চলত (Pacific) অনাহাৰে থকা লোকৰ সংখ্যা অধিক— ৬৪.২ কোটি। সদ্য প্ৰকাশিত তথ্যমতে ভাৰতত প্ৰতি তিনিজনৰ ভিতৰত এজন লোক অনাহাৰে থাকে। ভাৰতৰ প্ৰায় ৪০ কোটি লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত। উক্ত প্ৰতিবেদনত কৈছে যে দৰিদ্ৰ লোকৰ সংখ্যা বৃদ্ধিৰ কাৰণ হ'ল নব্য উদাৰবাদী অৰ্থনীতি বা বিশ্বায়িত অৰ্থনীতিৰ সংকট আৰু খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধি। প্ৰতিবেদন মতে খাদ্য সামগ্ৰীৰ মূল্য ২৪ শতাংশ বৃদ্ধি হৈছে। নব্য উদাৰবাদী অৰ্থনীতিয়ে ক্ৰমে অধিক লোকক কৰ্মহীন কৰাত আয়হীন হৈ খাদ্য সামগ্ৰী কিনিব নোৱাৰা অৱস্থাপ্ৰাপ্ত কৰিছে। অনাহাৰে থাকিবলগীয়া হৈছে আৰু বিশ্বত দৰিদ্ৰ বা অনাহাৰে থকা লোকৰ সংখ্যা বৃদ্ধি হৈছে। নব্য উদাৰবাদী অৰ্থনীতিৰ মৌলিক চৰিত্ৰই হ'ল জনগণৰ মাজত আৰ্থিক বৈষম্য বৃদ্ধি কৰা আৰু অধিকাংশ লোকক অৰ্থনৈতিকভাৱে বঞ্চিত কৰা।

মধ্যযুগৰ পৰা শিল্পায়নৰ যুগ ধৰি মানৱ সমাজত দৰিদ্ৰতা সম্বন্ধে আলোচিত হৈছে। পুঁজিবাদী অৰ্থনীতিয়ে বিশ্বৰ দৰিদ্ৰ লোকসকলক কেতিয়াবা স্বৰ্গলৈ লৈ গৈছে আৰু কেতিয়াবা পাতাললৈ নমাই আনিছে। এই লোকসকলক কেতিয়াবা কোৱা হয় অপৰাধী লোক বুলি। এওঁলোক ভাগ্যৰ চিকাৰ হৈছে, অসহায়, নিজেই নিজৰ দুৰ্দশাৰ বাবে দায়ী ইত্যাদি, ইত্যাদি। যোৱা পঞ্চাশ বছৰে বিশ্ব অৰ্থনীতিৰ অভূতপূৰ্ব বিকাশ হৈছে। বিশ্বৰ অৰ্থ সম্পদ সাত গুণ বৃদ্ধি হৈছে। পুঁজিবাদৰ নব্য উদাৰ অৰ্থনীতি ৰূপায়ণৰ তত্ত্ববিদ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰকে ধৰি উন্নত ৰাষ্ট্ৰসমূহে ঘোষণা কৰিছিল যে নব্য উদাৰ অৰ্থনীতি তথা বিশ্বায়িত অৰ্থনীতি ৰূপায়ণৰ দ্বাৰা বিশ্বৰ সকলো দেশে অৰ্থনৈতিক বিকাশ ঘটাব পাৰিব, নিজৰ দেশৰ দাৰিদ্ৰ আঁতৰ কৰিব পাৰিব। ১৯৯০ চনত বিশ্ববেংকে কৈছিল 'দাৰিদ্ৰ হ্ৰাস আজিৰ দিনৰ উন্নয়নৰ আটাইতকৈ জৰুৰী সমস্যা'। বিশ্ববেংকে আৰু কৈছিল— 'অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত বিৰাট প্ৰগতিৰ লগে লগে এক সহস্ৰ কোটি মানুহৰ দাৰিদ্ৰ দুখঃজনক আৰু জঘন্য ঘটনা।' UNDP (United Nations Development Programme)ৰ ১৯৯১ চনৰ পৰা প্ৰকাশিত প্ৰতিবেদনসমূহত দাৰিদ্ৰ দূৰীকৰণৰ নৈতিক দায়িত্ব আৰু মিলিত স্বাৰ্থৰ কথা তুলি ধৰা হৈছিল। আৰ্থিক বিকাশে বিশ্বৰ তেনেধৰণৰ কোনো উপকাৰ সাধন কৰিব পৰা নাই বুলি দুখ প্ৰকাশ কৰা হৈছিল। বিশ্বৰ দাৰিদ্ৰ আৰু দাৰিদ্ৰজনিত সমস্যা বৃদ্ধিহে হ'ব বুলি কোৱা হৈছিল।

দাৰিদ্ৰৰ বিৰুদ্ধে সংগ্ৰাম নব্য উদাৰবাদী তত্ত্ববিদসকলৰ এটি শ্লোগান আছিল। যি সময়ত তৃতীয় বিশ্বৰ দেশসমূহত জনগণৰ দাৰিদ্ৰ দূৰীকৰণ সংগ্ৰামৰ অগ্ৰগতি হৈছিল সেই সময়ত বিশ্ববেংক আগবাঢ়ি আহিছিল সমাজবাদৰ বিকল্প হিচাবে দাৰিদ্ৰ দূৰীকৰণ কাৰ্যসূচীৰ বাবে অৰ্থনীতিৰ নতুন তত্ত্ব উদাৰবাদী অৰ্থনীতিৰ বিধানেৰে। দাৰিদ্ৰ দূৰীকৰণ সম্বন্ধে বিশ্ববেংকে শ্লোগান দিয়ে ১৯৭২ চনৰ পৰা। সেই সময়ৰ বিশ্ববেংকৰ সভাপতি আছিল ভিয়েটনাম যুদ্ধৰ পৰাজিত সেনাপতি মেকনামাৰা। যোৱা ত্ৰিশ বছৰে নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ দ্বাৰা প্ৰতিবছৰে সামাজিক আৰু অৰ্থনৈতিক উন্নয়নৰ এটি ইতিবাচক চিত্ৰ তুলি ধৰে বিশ্ববেংক আৰু আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰে। কিন্তু দাৰিদ্ৰ দূৰীকৰণৰ আৰু বিশেষ কাৰ্যসূচীৰ দৰকাৰ কিয়? নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ দ্বাৰা দেশসমূহৰ যিহেতু অভূতপূৰ্ব অৰ্থনৈতিক বিকাশ হৈছেই, স্বাভাৱিকভাৱেই দাৰিদ্ৰৰ অৱসান হ'ব লাগিব। ১৯৯৭ চনত আৰম্ভ হয় ৰাষ্ট্ৰসংঘৰ দাৰিদ্ৰ দূৰীকৰণৰ প্ৰথম দশক। আই এম এফেও আৰম্ভ কৰে দাৰিদ্ৰ হ্ৰাস আৰু উন্নয়ন বৃদ্ধিৰ কাৰ্যসূচী।

বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰাভাণ্ডাৰৰ বিধান, যোৱা দুই দশকত পলিটিকেল ইকন'মিকত আন্তঃগাঁথনিগত সংস্কাৰ (Structural Reform) আৰু অৰ্থনৈতিক সংস্কাৰ মানবীয় দৃষ্টিৰে (Economic reform with a human face) ৰূপায়িত হৈছে বিশ্বৰ প্ৰায় দেশতে। বজাৰ অৰ্থনীতিৰ শ্ৰেষ্ঠতা আৰু মানৱ মুক্তিৰ বাবে ইয়াৰ উপযোগিতা প্ৰমাণিত কৰাৰ প্ৰচেষ্টা অব্যাহত আছে। উদাৰ বিনিময়, পুঁজিৰ অবাধ গতি, কৰ্তৃত্বহীন চৰকাৰ ইত্যাদি দাৰিদ্ৰ দূৰীকৰণ সংগ্ৰামৰ আহিলা হৈ পৰিছে। বিশ্ববেংকে বছৰি প্ৰতিবেদন প্ৰকাশ কৰি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে যে মুক্ত বিনিময়ৰ মাধ্যমত অৰ্থনীতিৰ বিকাশ হয় আৰু ইয়াৰ ফলত জনগণৰ দাৰিদ্ৰ হ্ৰাস হয়। কিন্তু বিশ্ববেংকৰ পৰিসংখ্যাই স্ববিৰোধিতা প্ৰকাশ কৰিছে। যিসমূহ উন্নয়নশীল দেশে 'মুক্ত' বা 'বজাৰ' বা নব্য উদাৰবাদী, বিশ্বায়নৰ অৰ্থনীতি গ্ৰহণ কৰিছে সেইসমূহ দেশৰ ১৯৫০ আৰু ১৯৮০ চনৰ মাজৰ সামাজিক উন্নয়নৰ সূচকৰ তুলনাত বৰ্তমানৰ সূচক স্থিতিশীল বা নিম্নগামী হৈছে। অৱশ্যে চীন, ভিয়েটনাম আদি সমাজবাদী দেশে দাৰিদ্ৰ দূৰীকৰণৰ ক্ষেত্ৰত বিৰাট অগ্ৰগতি লাভ কৰিছে। আনহাতে আমেৰিকা যুক্তৰাষ্ট্ৰকে ধৰি পৃথিৱীৰ সমগ্ৰ দেশতে নব্য উদাৰবাদী অৰ্থনীতিয়ে জনগণৰ মাজত আৰ্থিক অসমতা বৃদ্ধি কৰিছে। ধনী-দুখীয়া দেশৰ মাজতো অৰ্থনৈতিক ব্যৱধান বৃদ্ধি কৰিছে। ১৯৭৬ চনত এক শতাংশ আমেৰিকান নাগৰিকৰ মুঠ আমেৰিকা যুক্তৰাষ্ট্ৰৰ আয়ৰ ৮.৯ শতাংশ আছিল। কিন্তু ২০০৬ চনত সেই এক শতাংশ লোকৰ মুঠ আমেৰিকাৰ আয়ৰ ২২.৮ শতাংশলৈ বৃদ্ধি হয়। আমেৰিকাৰ মুঠ সম্পদৰ ৭১ শতাংশৰ মালিক হ'ল দহ শতাংশ লোক। আমেৰিকাত যোৱা কেইবা বছৰ ধৰি জনগণৰ মাহিলি আয় স্থিতিশীল হৈ আছে। আনহাতে ধনীসকলৰ আয়ৰ দ্ৰুত অগ্ৰগতি হৈছে। ২০০৮ চনৰ অক্টোবৰত প্ৰকাশিত OECD প্ৰতিবেদন মতে ধনী দেশসমূহত ধনী-দুখীয়াৰ মাজত আৰ্থিক বৈষম্য দিনে দিনে বৃদ্ধি হৈ আছে। ভাৰতবৰ্ষতো নব্য উদাৰবাদী অৰ্থনীতিয়ে বিলিয়নাৰৰ (১ বিলিয়ন এশ কোটি) সংখ্যা বৃদ্ধি কৰিছে। এম এছ স্বামীনাথন গৱেষণা ফাউণ্ডেচন আৰু ৰাষ্ট্ৰসংঘৰ বিশ্ব খাদ্য কাৰ্যসূচীয়ে (UN World Food Programme) যুটীয়াভাৱে প্ৰস্তুত কৰা ভাৰতৰ গ্ৰামাঞ্চলৰ খাদ্য নিৰাপত্তা প্ৰতিবেদনত প্ৰকাশ কৰিছে যে ভাৰতৰ ২৩০ নিযুত গাঁৱলীয়া লোকে অপুষ্টিত ভুগি আছে আৰু বিশ্বত অনাহাৰে থকা লোকৰ ৫০ শতাংশ ভাৰতত আছে। ভাৰতত ২০০১-০৭ চনৰ ভিতৰত জনে প্ৰতি খাদ্য (Food Grains) ভক্ষণৰ পৰিমাণ হ'ল ৪৪৬ গ্ৰাম প্ৰতিদিনে। আনকি ১৯৬০ৰ দশকত, যিসময়ত ভাৰতে খাদ্যাভাৱত পি এল ৪৮০ আঁচনিত গম আমেৰিকাৰ পৰা আমদানি কৰিছিল, সেয়া সেই সময়ৰ গড় খাদ্য ভক্ষণৰ পৰিমাণতকৈ কম। ভাৰতৰ তুলনাত আমেৰিকাত জনেপ্ৰতি গড় খাদ্য ৰক্ষাৰ পৰিমাণ পাঁচগুণ বেছি।

আমাৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই যোৱা ২৭ ডিচেম্বৰত ভুবনেশ্বৰত ইণ্ডিয়ান ইকন'মিক এছোচিয়েচনত (Indian Economic Association) ভাষণ দি কৈছে যে ভাৰতৰ দাৰিদ্ৰ হ্ৰাসত অৰ্থনৈতিক সংস্কাৰ সহায়ক হৈছে। কিন্তু প্ৰধানমন্ত্ৰীৰ অৰ্থনৈতিক উপদেষ্টা পৰিষদৰ চেয়াৰমেন সুৰেশ তেণ্ডুলকাৰে প্ৰতিবেদনত কৈছে— ভাৰতত দাৰিদ্ৰ লোকৰ সংখ্যা বৃদ্ধি হৈ ৩৭ শতাংশ প্ৰতি তিনিজনৰ ভিতৰত এজন। অৱশ্যে নব্য উদাৰবাদী অৰ্থনীতিয়ে ভাৰতত এটি আধুনিক সম্ভ্ৰান্ত শ্ৰেণীৰ সৃষ্টি কৰিছে। ২০০৯ বছৰটোৰ খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিয়ে জনগণক মাধমাৰ শোধাইছে। বহুলোকে নতুনকৈ দাৰিদ্ৰ বাহিনীত যোগ দিছে। আগন্তুক ২০১০ চনৰ বাবে এই দুৰ্ভগীয়া জনগণৰ মনত বিভিন্ন ভাবনা আৰু দুৰ্ভাবনাই বাহ লৈছে— আত্মমৰ্যাদাসম্পন্ন মানুহ হিচাবে সমাজত জীয়াই থাকিবলৈ। ❐

*৮ জানুৱাৰী, ২০১০ চন*

# কাৰো মুখত হাঁহিৰ ৰেঙণি, কাৰো চকুত দুখৰ চকুলো

২০১০ বৰ্ষৰ আৰম্ভণিতে প্ৰধানমন্ত্ৰী, বিত্তমন্ত্ৰী আৰু ভাৰত চৰকাৰৰ অৰ্থনীতিৰ পণ্ডিতসকল মুঠ ঘৰুৱা উৎপাদন বিকাশৰ হাৰ বৃদ্ধিৰ ঘোষণা কৰাত ব্যস্ত হৈ পৰিছে। অৰ্থনৈতিক মহামন্দাৰ প্ৰভাৱৰ পৰা ভাৰতে হেনো আৰোগ্য লাভ কৰিছে। গতিকে দেশৰ অৰ্থনৈতিক বিকাশে অগ্ৰগতি লাভ কৰিছে। বিত্তমন্ত্ৰী প্ৰণৱ মুখাৰ্জী ডাঙৰীয়াই ৭.৫ শতাংশ হ'ব বুলি ঘোষণা কৰিছে। অৰ্থনীতিবিদ প্ৰধানমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই একেই মত পোষণ কৰিছে। দেশৰ মুঠ ঘৰুৱা উৎপাদনত খুব মনোযোগ দিছে চৰকাৰে। জি ডি পি বিকাশৰ শতাংশ বৃদ্ধিৰ দ্বাৰা পৃথিৱীৰ উন্নত দেশৰ নেতাসকলৰ পৰা বাঃ বাঃ পাব আৰু সেই দেশসমূহৰ লাভকামী অনুষ্ঠানৰ ব্যৱসায়ীসকলে ভাৰতৰ শ্বেয়াৰ বজাৰত লগ্নী কৰিব। ভাৰতৰ শ্বেয়াৰ বজাৰৰ চেনচেক্স, নিফ্‌টি আদি সূচক বহু উৰ্ধ্বলৈ উঠিছে— শ্বেয়াৰ বজাৰ ৰমৰমীয়া। কিন্তু ভাৰতৰ আশী শতাংশ লোকে চেনচেক্স, নিফ্‌টি আদিৰ নামেই শুনা নাই— তেওঁলোকে শ্বেয়াৰ বজাৰৰ আওভাও অকণো বুজি নাপায়। চাউল, চেনি, আটা, দাইল, আলু, পিঁয়াজৰ বাহিৰে বুজিবলৈ তেওঁলোকৰ একো নাই। চেনচেক্স, নিফ্‌টিৰ সূচক বৃদ্ধিয়ে যেনেকৈ ভাৰতৰ এক বা দুই শতাংশ লোকৰ মুখত হাঁহি বিৰিঙাইছে, ঠিক সেইদৰে খাদ্য সামগ্ৰীৰ মুদ্ৰাস্ফীতিৰ সূচক বৃদ্ধিৰ বাবে ভাৰতৰ ৭০/৮০ শতাংশ লোকৰ চকুৰে চকুলো ওলাইছে।

স্বাধীন ভাৰতৰ ঘোষণা আছিল যে দেশৰ জনগণ ইংৰাজ শাসনৰ পৰা মুক্ত হৈছে, গতিকে দেশৰ জাতীয় চৰকাৰে জনগণৰ দৰিদ্ৰতা, শিক্ষা, স্বাস্থ্য, বাসস্থানৰ সমস্যা সমাধান কৰিব। অকল শিক্ষাৰ ক্ষেত্ৰতে চাওক— ভাৰত স্বাধীন হোৱাৰ ৬২ বছৰ পাছতো ভাৰতত শিক্ষিতৰ হাৰ অতি কম— ৬৫.৩৮ শতাংশ লোকেহে চহী কৰিব পৰা হৈছে। এই সংখ্যাও মাত্ৰ চহী কৰিব পৰা লোকৰহে ; প্ৰকৃত শিক্ষিত লোক তাৰে আধাসংখ্যকহে হ'ব। গতিকে ভাৰতৰ কিমান সংখ্যক লোকে আন কথা বাদ দিলেও মুঠ ঘৰুৱা উৎপাদন বা জি ডি পি (Gross Domestic Product) মানে বুজি পায়? অৰ্থনীতিৰ অগ্ৰগতি দেশৰ জনসাধাৰণে বুজা ধৰণে হ'লেহে জনসাধাৰণে ভাল, বেয়া বুজিব পাৰিব। তেওঁলোকে যদি খাদ্য সামগ্ৰী যোগাৰ কৰিব পাৰে, থাকিবলৈ মূৰৰ ওপৰত এখন চালি থাকে, পিন্ধিবলৈ বস্ত্ৰ, অসুখত চিকিৎসা ব্যৱস্থা পায়, ল'ৰা-ছোৱালীৰ শিক্ষা ব্যৱস্থা বা কৰ্মসংস্থানৰ সুযোগ হয়, তেতিয়াহে তেওঁলোকৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি হোৱা বুলি অনুভৱ হ'ব। উপৰোক্ত ব্যৱস্থাসমূহৰ অবিহনে তেওঁলোকৰ বাবে জি ডি পি, চেনচেক্সৰ বিকাশ অৰ্থহীন।

আমাৰ দেশৰ বহু বুদ্ধিজীৱী হেনো চিন্তাত পৰিছে চীন দেশৰ বাবে। চীনে এছিয়া মহাদেশৰ বহু দেশক ভাৰত বিৰোধী কৰি তুলিছে। এই সন্দৰ্ভত হেনো এখন বিখ্যাত কিতাপো লিখিছে কোনো বুদ্ধিজীৱীয়ে। কিন্তু ভাৰতৰ জনসাধাৰণৰ বাবে বুদ্ধিজীৱীসকলে চিন্তা নকৰে কিয়? চীন আৰু ভাৰত একে সময়তে স্বাধীন হৈছিল। চীনত বৰ্তমান এশ শতাংশ লোকেই শিক্ষিত। আমাৰ দেশৰ দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোক ৩৭ শতাংশ ; চীনত তিনি বছৰ আগতে ৫ শতাংশ আছিল—

বৰ্তমান হয়তো দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোক তাত নায়েই। সেইদৰে আন আন মানৱ উন্নয়নৰ সূচকৰ ক্ষেত্ৰতো চীন বহুত আগবঢ়া। ভাৰতৰ ৪৪ শতাংশ শিশুৱে অপুষ্টিত ভোগে। চীনত অপুষ্টিত ভোগা শিশু প্ৰায় নায়েই। পৃথিৱীৰ আটাইতকৈ শক্তিশালী দেশ আমেৰিকা যুক্তৰাষ্ট্ৰ ভাৰতৰ স্বাভাৱিক বন্ধু। আমেৰিকা পৃথিৱীৰ একচত্ৰী সম্ৰাট। গতিকে ভাৰতৰ কি ভয়? ভাৰতৰ শাসনযন্ত্ৰই ভয় কৰিবলগীয়া হৈছে ভাৰতৰ জনগণকহে— পশ্চাদপদতা, দৰিদ্ৰতাৰ সুযোগ লৈ মাওবাদীসকলে আৰু মাওবাদীৰ দৰে বহু হতাশগ্ৰস্ত, বিক্ষোভিতসকলে ভাৰত চৰকাৰক প্ৰত্যাহ্বান জনাই আছে। ভাৰতৰ অধিকাংশ জনগণ আৰ্থিক উন্নয়নৰ পৰা বিচ্ছিন্ন হ'ব ধৰিছে। চীনৰ আন্তঃগাঁথনিৰ অৱস্থা চকুত লগা। বিশ্বৰ উন্নত দেশসমূহৰ দ্বাৰা প্ৰশংসাপ্ৰাপ্ত। ঘণ্টাত ৩৪০ কিলোমিটাৰ বেগৰ ৰেইল চলাই চীনে ২০০৯ চনৰ ডিচেম্বৰ মাহত পৃথিৱীত চমক লগালে। ই হ'ল বিশ্বৰ আটাইতকৈ বেছি বেগী ৰেইলসেৱা। দ্ৰুতবেগী ৰেইলৰ ক্ষেত্ৰত পৃথিৱীৰ শক্তিশালী দেশ আমেৰিকা, জাপান, জাৰ্মানীকো চেৰ পেলালে চীনে। প্ৰথম দিনা ট্ৰেইনখনৰ বেগ ঘণ্টাত ৩৯৪.২ কিলোমিটাৰ হৈছে। আমাৰ দেশৰ আন্তঃগাঁথনি তথা ৰেইলসেৱাৰ উন্নয়নৰ ক্ষেত্ৰতনো চীনে কি বাধা দিলে? আমাৰ দেশৰ ৰেইলমন্ত্ৰী মমতা বেনাৰ্জীতকৈ বাকপটু, শক্তিশালী মন্ত্ৰী আছে জানো চীন দেশত। চীনৰ প্ৰতি যদি ইমানেই ভয়, সীমান্তৱৰ্তী ৰাজ্য অসমৰ আন্তঃগাঁথনিৰ উন্নয়ন কৰা নহয় কিয়, যাতে ১৯৬২ চনৰ দৰে বাট-পথ নোহোৱাৰ অজুহাতত ভাৰতৰ সৈন্য পিছ হোঁহকি তেজপুৰলৈ আহিব নালাগে। অসমত এক কিলোমিটাৰ ৰেইল লাইনো বৈদ্যুতিক নহয়— ডাবল ট্ৰেক লাইন নাই। অসমত ৰেইলৰ গতি ঘণ্টাত ৩০/৪০ কিলোমিটাৰ।

ভাৰতৰ শাসক গোষ্ঠীলৈ ডাঙৰ প্ৰত্যাহ্বান আহিব পাৰে ভাৰতৰ জনগণৰ পৰাহে। ভাৰতৰ জনগণ অস্থিৰ, উগ্ৰ হৈ উঠিব পাৰে এদিন, যদিহে ভাৰতৰ জনগণক জি ডি পিৰ বিকাশে চেনচেক্স, নিফ্‌টিৰ বিকাশে স্পৰ্শ নকৰে। প্ৰকৃতাৰ্থত ৭০ শতাংশ লোক শিক্ষিত নহয়— ভাৰতত গণতন্ত্ৰ নে স্বৈৰাতন্ত্ৰ বিৰাজমান তাক এওঁলোকে নুবুজে। জনগণৰ শিক্ষাহীনতা শাসকগোষ্ঠীৰ কাৰণে নিশ্চয় সুবিধাজনক। শিক্ষিত হ'লে জনগণে গণতন্ত্ৰ বুজি পাব, জি ডি পিও বুজিব আৰু জি ডি পিৰ অংশ তেওঁলোকৰ ভাগ্যত নিমিলিলে হতাশাত ভুগিব ; বিক্ষোভিত, অস্থিৰ হৈ উঠিব আৰু গণতন্ত্ৰৰ ব্যৱহাৰ কৰিব। দৰিদ্ৰ, অশিক্ষিত লোকে গণতন্ত্ৰ বুজি নাপায়। সেয়ে শাসক গোষ্ঠীৰ বাবে এই পৰিস্থিতি সুবিধাজনক। ড° মনমোহন সিং ডাঙৰীয়াই ভাৰতৰ গণতন্ত্ৰৰ কথা আমেৰিকাত কৈ গৰ্ব কৰে। চীন দেশক দুষিছে গণতন্ত্ৰহীন বাবে। ড° মনমোহন সিঙৰ ভাৰত দলিত, পীড়িতৰ গণতন্ত্ৰৰ ভাৰতহে।

চীন দেশৰ অৰ্থনৈতিক বিকাশত পৃথিৱীৰ আটাইতকৈ সমৰ শক্তিশালী দেশ আমেৰিকাইও ভয় খাইছে। ন'বেল বঁটা বিজয়ী আমেৰিকান অৰ্থনীতিবিদ পাল ক্ৰুগমানৰ (Paul Krugman) 'চীনৰ নতুন বছৰ' (Chinese New Year) নামৰ নতুন বছৰত লিখা প্ৰবন্ধ এটা পঢ়িলো। তেখেতে লিখিছে— চীন দেশৰ বাণিজ্যই আমেৰিকাৰ ১.৪ নিযুত কৰ্মসংস্থান ধ্বংস কৰিব (Chinese mercantilism may end up reducing US employment by around 1.4 million jobs)। তেখেতে আৰু লিখিছে চীন বিদেশী মুদ্ৰাত পৃথিৱীৰ আটাইতকৈ ধনী দেশ— দুই ট্ৰিলিয়ন ডলাৰতকৈও অধিক বিদেশী মুদ্ৰাৰ অধিকাৰী। চীনে আমেৰিকাক সহায় কৰাৰ উপৰি আফ্ৰিকা, এছিয়া মহাদেশৰ বহু উন্নয়নশীল দেশকো সহায় কৰিছে। গতিকে এই উন্নয়নশীল দেশসমূহৰ পৰা চীনে নিজৰ দেশৰ জনগণৰ উন্নতিৰ বাবে সুবিধা আদায় কৰিবই। পাল ক্ৰুগমানে সেয়েহে তেখেতৰ উক্ত

প্ৰবন্ধত কৈছে— "পৃথিৱীত ২০১০ বছৰটো হ'ব চীন দেশৰ বছৰ।" ("I predict that 2010 will be the year of China")। চীনৰ পৰ্যায় বা তাতোকৈ উচ্চ খাপৰ অৰ্থনৈতিক বিকাশ সাধন কৰাৰ ক্ষেত্ৰত ভাৰতক কোনে বাধা দিলে? ১৯৫০ চনত ভাৰত চীনতকৈ অধিক উন্নত দেশ আছিল। ভাৰতে ইংৰাজী শিক্ষাৰ পোহৰ পাইছিল। চীন আছিল সামন্তবাদী পশ্চাদপদ দেশ।

স্বাধীন হোৱাৰ দিনৰে পৰা ভাৰতৰ চৰকাবসমূহে শিক্ষা ক্ষেত্ৰত যথোপযুক্ত লগ্নী কৰা নাই। প্ৰাথমিক, মাধ্যমিক কলেজ, কাৰিকৰী, প্ৰযুক্তি সকলো দিশতে অপৰাধমূলক অবজ্ঞা পৰিলক্ষিত। কলেজ, বিশ্ববিদ্যালয়লৈ যাব পৰা যুৱক-যুৱতীৰ (১৮ৰ পৰা ২৪ বছৰ বয়সৰ) ১০ শতাংশইহে ভাৰতত এই সুযোগ গ্ৰহণ কৰে। চীনত ২০ শতাংশ, এছিয়ান দেশসমূহত গড়ে ১৫ শতাংশৰ অধিক আৰু আমেৰিকাত ৬০ শতাংশ। একাদশ পৰিকল্পনাত ১৫ শতাংশৰ লক্ষ্য পূৰাবলৈ দেশৰ স্কুল-কলেজৰ সংখ্যা ৫০ শতাংশ বঢ়াব লাগিছিল। ভাৰতৰ প্ৰায় কলেজ-স্কুলসমূহ প্ৰকৃত মানহীন। দুবছৰ আগতে আমাৰ প্ৰধানমন্ত্ৰী ড' মনমোহন সিং ডাঙৰীয়াই কৈছিল ৬০ শতাংশ ভাৰতৰ বিশ্ববিদ্যালয়, ৯০ শতাংশ কলেজ গড় মানহীন। এই কলেজ, বিশ্ববিদ্যালয়সমূহৰ পৰা বছৰি ৩০ লাখতকৈও অধিকে স্নাতক ডিগ্ৰী লাভ কৰে ; তাৰে ১০-১৫ শতাংশহে কামৰ উপযোগী। ভাৰতৰ সকলো লোকক শিক্ষিত কৰা এক বৃহৎ প্ৰত্যাহ্বান। যদিও লোকসভাত বাওঁ দলসমূহে দাবী কৰি আহিছে যে শিক্ষা ক্ষেত্ৰত জি ডি পিৰ ৬ শতাংশ খৰচ কৰক, আজিলৈকে ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰৰ খৰচ মিলিও ৪ শতাংশ নহয়। শিক্ষাৰ লগত দাৰিদ্ৰ নিবাৰণৰ প্ৰশ্ন জড়িত হৈ আছে। দৰিদ্ৰ, অপুষ্টিত ভোগা শিশুৱে স্কুললৈ যাব নোৱাৰে – শিশু শ্ৰমিক হিচাবে কাম কৰিবলৈ বাধ্য হয়।

ভাৰতৰ শিশু শ্ৰমিক আৰু তেওঁলোকৰ ওপৰত অত্যাচাৰৰ ঘটনাৰ বিৱৰণ ইউৰোপীয়, অষ্ট্ৰেলিয়াৰ বাতৰি কাকতত প্ৰকাশ পায়। বাতৰি কাকতৰ খবৰত ইউৰোপীয়ান জনগণে চকুলো টোকে। ভাৰতৰ গণতন্ত্ৰত আইন শৃংখলাৰ অধিকাৰীৰ অত্যাচাৰত কেনেকৈ ৰুচিকাই প্ৰাণ হেৰুৱালে আৰু তেওঁৰ পৰিয়াল অত্যাচাৰত জৰ্জৰিত হ'ল তাকে শুনি ইউৰোপীয়ানসকলে ঘৃণাত থু পেলায়। ভাৰতৰ বিচাৰালয়ত দোষী ৰাথোড়ক ছমাহৰ কাৰাবাস আৰু এক হাজাৰ টকা ফাইন কৰিবলৈ ৪০০ হিয়াৰিং আৰু ১৯ বছৰ লাগিছে। ইউৰোপীয়ান সংবাদ মাধ্যমে কৈছে— "The great Indian Judicial recklessness"। জাৰ্মানীৰ বহুল প্ৰচাৰিত অৰ্থনীতিৰ বাতৰি কাকত এখনে কৈছে যে ভাৰতত দুৰ্নীতিৰ দ্বাৰা নৈতিকতাৰ অৱক্ষয় ঘটিছে। গছ খুলি খুলি খোৱা বিষাক্ত পোকৰ দৰে দুৰ্নীতিয়ে সমাজৰ গাঁথনিক অভ্যন্তৰৰ পৰা তিল তিল কৈ গ্ৰাস কৰিছে। আটাইতকৈ নিকৃষ্টতম ফল পোৱা যায় দুৰ্নীতিগ্ৰস্ত বিচাৰ-ব্যৱস্থাৰ পৰা। সত্যৰ শপত গ্ৰহণ কৰিও ন্যায়াধীশসকল সত্যৰ আঁতৰত থাকে—

("The extent of corruption in India has resulted in corrosion of moral values. The vituperative cankerworm has been eating up bit by bit, the social fabric The worst that can happen is a corrupt judiciary In India, judges who administer the oath themselves do not speak the truth ") *Business Line- 28/12/09*

যি সময়ত পৃথিৱীৰ ইউৰোপীয়ান, আমেৰিকান, অষ্ট্ৰেলিয়ান জনগণে ভাৰতৰ মুঠ ঘৰুৱা উৎপাদনৰ বিকাশক শলাগিছে, ঠিক একে সময়তেই ভাৰতৰ জনসাধাৰণৰ দৰিদ্ৰতা, দুখ-কষ্ট, অন্যায়-অত্যাচাৰ, দুৰ্নীতিগ্ৰস্ততাত নিৰাশ অনুভৱ কৰি ঘৃণাত মন ওপচাই তুলিছে। ☐☐

***২৯ জানুৱাৰী, ২০১০ চন***

# স্কুল-কলেজ ভেন্সাৰ ঃ শিক্ষা ব্যৱস্থাৰ পাংক্‌চাৰ

অসমৰ অপ্ৰাদেশীকৃত বা ভেন্সাৰ স্কুল-কলেজৰ শিক্ষকসকলে আন্দোলন কৰি আছে। স্কুল কলেজসমূহৰ প্ৰাদেশিকীকৰণ হ'ব লাগে। প্ৰকাশিত তথ্যমতে অসমত প্ৰায় ১৭,০০০ স্কুল-কলেজ প্ৰাদেশিকীকৰণ কৰা হোৱা নাই আৰু এই স্কুল-কলেজসমূহত প্ৰায় ডেৰ লাখ শিক্ষকে কাম কৰে। এই উচ্চ বিদ্যালয়সমূহত অসমৰ প্ৰায় ৪০ লাখ জন ছাত্ৰ-ছাত্ৰীয়ে উচ্চ শিক্ষাৰ বাবে পঢ়া-শুনা কৰে। অসমত পৰ্যাপ্ত পৰিমাণে স্কুল-কলেজ নথকা কাৰণে বিভিন্ন অঞ্চলৰ লোক মিলি টকা পইচা সংগ্ৰহ কৰি সেই অঞ্চলৰ ল'ৰা-ছোৱালীক হাইস্কুলীয়া, কলেজীয়া শিক্ষাৰ পোহৰ দিয়াৰ উদ্দেশ্যে স্কুল-কলেজসমূহ খুলিছে আৰু এই শিক্ষানুষ্ঠানসমূহৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও যথেষ্ট পৰিমাণে বেছি। প্ৰকৃততে ভাৰতৰ দৰে স্বাধীন দেশ এখনত পৰ্যাপ্ত পৰিমাণে সকলো অঞ্চলতে সকলো অঞ্চলৰ ল'ৰা-ছোৱালী স্কুল-কলেজলৈ যাব পৰাকৈ চৰকাৰে নিজেই স্কুল-কলেজ খুলিব লাগে। অসমৰ পৰম্পৰা যে স্কুল-কলেজ খোলাৰ ক্ষেত্ৰত চৰকাৰৰ নিজস্ব কোনো উদ্যোগ নাই। বিভিন্ন গাঁৱৰ লোকসকলে স্কুল-কলেজ খোলাৰ পাছত চৰকাৰক খাটনি ধৰি স্কুল-কলেজ পৰিচালনা সমিতিৰ লোকসকলে চৰকাৰৰ ঘৰলৈ দহ-বাৰ বছৰ বাটকুৰি বাই স্কুল-কলেজসমূহ চৰকাৰী সাহায্যপ্ৰাপ্ত বা প্ৰাদেশিকীকৰণ অৱস্থালৈ নিব লগা হয়। স্বাধীন ভাৰতৰ অসম ৰাজ্যত সৰ্বসাধাৰণ লোকৰ ল'ৰা ছোৱালীৰ হাইস্কুলীয়া কলেজীয়া শিক্ষাৰ বাবে চৰকাৰে নিজস্বভাৱে স্কুল-কলেজৰ ব্যৱস্থা কৰাৰ কোনোধৰণৰ দায়বদ্ধতা আজিলৈ পৰিলক্ষিত হোৱা নাই।

২০০১ চনৰ লোকপিয়লৰ তথ্যমতে ভাৰতত শিক্ষিত লোকৰ হাৰ ৬৪ ৮ শতাংশ, অসমত ৬৩ ৩ শতাংশ, ত্ৰিপুৰত ৭৩.২ শতাংশ, মণিপুৰত ৭০ ৫ শতাংশ। ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ হ'ল, চৰকাৰে গৌৰৱ কৰে দেশ অৰ্থনৈতিকভাৱে দিনে দিনে শক্তিশালী হৈ গৈ আছে। বিশ্বৰ অন্যতম অৰ্থনৈতিক শক্তিত পৰিণত হৈছে। এই অৰ্থনৈতিক উন্নতি জনগণৰ দৰিদ্ৰতাৰ উপৰি প্ৰতিফলিত হৈছে শিক্ষিতৰ হাৰৰ প্ৰতিচ্ছবিত। বিশ্বৰ বহু পশ্চাদপদ দেশ বৰ্তমান উন্নতিৰ পথত আগবাঢ়ি গৈ আছে আৰু তেওঁলোকৰ এই অৰ্থনৈতিক উন্নতিৰ প্ৰতিফলন ঘটিছে শিক্ষাৰ ক্ষেত্ৰতো। যেনে— চীনত শিক্ষিতৰ হাৰ ৯১ শতাংশ, থাইলেণ্ডত ৯৩ শতাংশ, মালয়ছিয়াত ৮৯ শতাংশ, শ্ৰীলংকাত ৯১ শতাংশ, ইন্দোনেছিয়াত ৯০ শতাংশ। এই পটভূমিত অৰ্থনৈতিক বিকাশৰ হাৰৰ ক্ষেত্ৰত বিশ্বৰ দ্বিতীয় দেশ ভাৰতত শিক্ষিত লোকৰ হাৰ অৰ্থাৎ কোনোমতে চহী কৰিব পৰা লোকৰ হাৰ হ'ল ৬৪ শতাংশ। ভাৰতত বৰ্তমান ৩৮০ নিযুত লোক অশিক্ষিত। ইয়াৰে ১৭০ নিযুত ৬ বছৰৰ পৰা ২৪ বছৰৰ ভিতৰত।

আজি বিশ্বত ৰাষ্ট্ৰসংঘকে ধৰি সকলো আন্তৰ্জাতিক অনুষ্ঠানে উদ্বেগ প্ৰকাশ কৰে জনগণৰ

মানৱ উন্নয়নৰ বিভিন্ন দিশৰ প্ৰতি। এই মানৱ উন্নয়নৰ অন্যতম দিশ শিক্ষাও। ভাৰত তথা অসম চৰকাৰেও ঘঁৰিয়ালৰ চকুপানী টোকে— জনগণে শিক্ষাৰ পোহৰ নোপোৱা বাবে। চৰকাৰে শিক্ষাৰ অধিকাৰ এক্ট লোকসভাত অনুমোদন কৰালে আৰু এই এক্টত চৰকাৰৰ দ্বাৰা গঠিত Central Advisory Board of Education-ৰ শিক্ষা সম্প্ৰসাৰণৰ বাস্তৱ পৰামৰ্শসমূহ সন্নিবিষ্ট নকৰিলে। নামতহে নাগৰিকৰ শিক্ষাৰ অধিকাৰৰ কথা ক'লে ; কিন্তু বাস্তৱত জনগণে বিনামূলীয়া শিক্ষা পোৱাৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰে এক্টত একোৰে নাৰাখিলে — সকলো দায়িত্ব এৰাই চলিলে।

শিক্ষাৰ ক্ষেত্ৰত ভাৰতবৰ্ষ অন্ততঃ উক্ত দেশসমূহৰ পৰ্যায়লৈ যাবলৈ বাওঁ দলসমূহে লোকসভাত দাবী কৰি আহিছিল। শিক্ষাৰ ক্ষেত্ৰত দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ৬ শতাংশ খৰচ কৰক। ২০০৪-০৫ চনত ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ খৰচ মিলি শিক্ষাৰ ক্ষেত্ৰত আছিল ২.৪৭ শতাংশ আৰু ২০০৮-০৯ বিত্তীয় বছৰত এই খৰচ জি ডি পি ৩.০৮ শতাংশলৈ বৃদ্ধি হৈছে মাত্ৰ। ভাৰত চৰকাৰে অশিক্ষিত লোকৰ প্ৰতি অতি উদ্বেগ প্ৰকাশ কৰিও শিক্ষাৰ ক্ষেত্ৰত খৰচ বৃদ্ধি নকৰিলে। ভাৰতত বিশ্বৰ ভিতৰতে যুৱক-যুৱতীৰ সংখ্যা বেছি। ২০০১ চনৰ লোকপিয়ল মতে ভাৰতৰ ২০ শতাংশ লোক ১৫ৰ পৰা ২৯ বছৰৰ ভিতৰত। অৰ্থাৎ প্ৰায় ৩০ কোটি যুৱক-যুৱতী আছে ভাৰতত। ইয়াৰে ৬৯ শতাংশ বাস কৰে গাঁৱত আৰু ৩১ শতাংশ বাস কৰে চহৰত। ৰাষ্ট্ৰসংঘৰ এটি তথ্যমতে অহা দহ বছৰত ভাৰতত কৰ্মৰ উপযুক্ত বয়সৰ লোক ১৩৮ নিযুত হ'ব। আনহাতে চীনত বৃদ্ধি হ'ব মাত্ৰ ৩৩ নিযুত। আমেৰিকা যুক্তৰাষ্ট্ৰত বৃদ্ধি হ'ব ১২ নিযুত, জাপানত ৮ নিযুত আৰু ইউৰোপত ১২ নিযুত হ্ৰাস হ'ব। গতিকে এখন জাতীয় চৰকাৰৰ অত্যাৱশ্যকীয় দায়িত্ব হ'ল এই যুৱক-যুৱতীসকলক উপযুক্তভাৱে শিক্ষিত কৰা আৰু ইয়াৰ বাবে চৰকাৰে অৰ্থকে ধৰি সকলো ধৰণৰ উদ্যোগ গ্ৰহণ কৰা উচিত।

ভাৰতবৰ্ষত বৰ্তমান প্ৰায় ৪.১৭ লাখ প্ৰাথমিক বিদ্যালয় আছে। ইয়াৰ ভিতৰত ৫.৪৯ লাখ স্কুলত এজন বা খুব বেছি দুজনহে শিক্ষক আছে। গাঁৱত অৱস্থিত স্কুলসমূহত প্ৰায় এজনহে মাত্ৰ শিক্ষক আছে। তাৰোপৰি গাঁৱৰ সংখ্যাৰ তুলনাত স্কুল অতি কম। কেৰালাৰ দৰে ৰাজ্যতহে পৰ্যাপ্ত পৰিমাণে স্কুল আছে। কেৰালাত গাঁৱৰ সংখ্যা ১,৩৬৪ খন আৰু প্ৰাথমিক স্কুলৰ সংখ্যা ৬,৬৯৭ খন। অসমৰ দৰে ৰাজ্যত প্ৰতিখন গাঁৱত প্ৰাথমিক বিদ্যালয় নাই। দেশত ২০০৭-০৮ চনৰ তথ্য অনুযায়ী ২৭ ০২ শতাংশ স্কুলৰ ঘৰ নাই। ছোৱালীৰ বাবে বেলেগ শৌচালয় নাই ৪৯.৪৫ শতাংশ স্কুলত, খোৱাপানীৰ ব্যৱস্থা নাই ১৩.২৫ শতাংশ স্কুলত, চাৰিসীমাত বেৰ নোহোৱা স্কুল ৪৯.৭৮ শতাংশ , কম্পিউটাৰ নোহোৱা স্কুল ৮৫.৭৫ শতাংশ। দেশৰ ৫০ শতাংশৰো অধিক স্কুল'ল যাব পৰা উপযুক্ত বয়সৰ ছোৱালীয়ে স্কুললৈ নাযায়। ক্লাছ-১ ৰ পৰা পঞ্চম শ্ৰেণীলৈ যোৱা ছোৱালীৰ সংখ্যা ৪৮.২২ শতাংশ আৰু ষষ্ঠ শ্ৰেণীৰ পৰা অষ্টম শ্ৰেণীলৈ যোৱা ছোৱালীৰ সংখ্যা ৪৬.৯৯ শতাংশ।

সৰ্বশিক্ষা অভিযানত ২০০৭-০৮ চনত খৰচ কৰিছিল ১২,০২০.২ কোটি টকা ; কিন্তু ২০০৭-০৯ চনৰ বাজেটত কমাই ১১,৯৩৩.৯ কোটি টকা কৰিছিল। দেশত বহু লাখ শিক্ষক পদ খালী আছে। ইয়াৰ পৰিৱৰ্তে এক লাখ কেজুৱেল শিক্ষক নিয়োগ কৰিছে। আনকি উচ্চতম শিক্ষাৰ ক্ষেত্ৰতো ভাৰত চৰকাৰে কোনো মনোযোগ দিয়া পৰিলক্ষিত হোৱা নাই। অতি সম্প্ৰতি ইউ জি চিৰ (University Grant Commission) ১৪ খন বিশ্ববিদ্যালয়ৰ অৱস্থা অধ্যয়নত প্ৰকাশ পায় যে ৪২ শতাংশ প্ৰতি

পৰ্যায়ৰ অধ্যাপক, ২৯ শতাংশ ৰিডাৰ আৰু ৩৪ শতাংশ লেকচাৰাৰৰ পদ খালী হৈ আছে।

ভাৰতৰ শিক্ষামন্ত্ৰী ডাঙৰীয়াই শিক্ষা আধুনিকীকৰণৰ বহু ডাঙৰ ডাঙৰ পৰিকল্পনাৰ কথা কয়। দেশত ইঞ্জিনিয়াৰ, ডাক্তৰ, টেকনিচিয়ান, আই আই এম, আই আই টি শিক্ষাপ্ৰাপ্ত লোকৰ নিশ্চয় অতি আৱশ্যক ; কিন্তু সবাতোকৈ গুৰুত্ব আৰোপ কৰা দৰকাৰ দেশৰ সকলো যুৱক-যুৱতীয়ে অন্ততঃ লিখিব পঢ়িব পৰা কৰাতো। দেশৰ ২০০ নিযুত ল'ৰা-ছোৱালীয়ে স্কুললৈ যায় আৰু ইয়াৰে ৩৫ শতাংশই প্ৰাথমিক পৰ্যায়তে স্কুল এৰি গুচি যায় ; ৫০ শতাংশই স্কুল এৰে আপাৰ প্ৰাইমাৰী পৰ্যায়ত। ২০ নিযুত স্নাতক হোৱাৰ উপযুক্ত বয়সৰ ল'ৰা-ছোৱালীৰ মাত্ৰ তিনি নিযুতহে কলেজলৈ যায়।

ভাৰতবৰ্ষৰ শিক্ষা খণ্ড বৰ্তমান ডাঙৰ ব্যৱসায়ত পৰিণত হৈছে। ধনী লোক, কৰ্পোৰেট হাউছে লাভৰ বাবে শিক্ষা ক্ষেত্ৰত কোটি কোটি টকা লগ্নী কৰিছে। এই ব্যক্তিগত অনুষ্ঠানসমূহ প্ৰাথমিক স্কুলৰ পৰা হাইস্কুল, কলেজ, ইঞ্জিনিয়াৰিং, মেডিকেল আন আন প্ৰফেচনেল শিক্ষা অনুষ্ঠান ইত্যাদি অতি লাভৰ ব্যৱসায়। পুঁজিপতিয়ে য'তেই লাভ দেখে তাতেই লগ্নী কৰে। ভাৰতত ব্যক্তিগত পুঁজিয়ে ব্যৱসায়ৰ দ্বাৰা শিক্ষাৰ গুণগত দিশটো সম্পূৰ্ণৰূপে গ্ৰাস কৰিব বিচাৰিছে। লগে লগে শিক্ষা ভাৰতৰ ধনীক শ্ৰেণী বা অভিজাত শ্ৰেণীয়েহে ঢুকি পোৱা বস্তু হৈ পৰিছে। সৰ্বসাধাৰণৰ ল'ৰা-ছোৱালী শিক্ষা লাভৰ পৰা বঞ্চিত। ইউৰোপেই বিশ্বত আধুনিক শিক্ষা ব্যৱস্থাৰ বাটকটীয়া আছিল। এই ইউৰোপতেই কিন্তু আজিও গুণগত শিক্ষাৰ ক্ষেত্ৰত ব্যক্তিগত শিক্ষাই আধিপত্য লাভ কৰিব পৰা নাই। ইউৰোপত যিসমূহ ব্যক্তিগত শিক্ষানুষ্ঠান আছে, সেইসমূহ কেৱল লাভৰ বাবে খোলা হোৱা নাই। ইংলেণ্ডত বাকিংহাম বিশ্ববিদ্যালয়ৰ বাহিৰে হেনো সমগ্ৰ বিশ্ববিদ্যালয় ৰাজহুৱা। বাকিংহাম বিশ্ববিদ্যালয়ো লাভৰ অনুষ্ঠান নহয়। অষ্ট্ৰেলিয়াত বৰ্তমান বহু ব্যক্তিগত শিক্ষানুষ্ঠানৰ আৱিৰ্ভাব হৈছে। এতিয়ালৈকে মাত্ৰ দুখন ব্যক্তিগত বিশ্ববিদ্যালয় স্থাপিত হৈছে। ইয়াৰে Notre Dame Australia নামৰ বিশ্ববিদ্যালয়খন লাভৰ বাবে খোলা হোৱা নাই আৰু Bord University নামৰ বিশ্ববিদ্যালয়খন লাভৰ বাবে খোলা হৈছে; কিন্তু সেয়ে হ'লেও আজিলৈকে লাভ কৰা নাই। আমেৰিকা, বিশ্ববিদ্যালয়ৰ মডেলত বিশ্বত নেতা। ৬৫০ খন ৰাজহুৱা অনুষ্ঠান, ১৫০০ খন লাভ নকৰাৰ (Not-for-profit) ব্যক্তিগত অনুষ্ঠান আৰু ৫০০ ব্যক্তিগত অনুষ্ঠান লাভৰ বাবে আছে। ভাৰতৰ প্ৰায় সকলোবোৰ ব্যক্তিগত শিক্ষানুষ্ঠানেই খোলা হৈছে লাভৰ বাবে— বহু শতাংশ অনুষ্ঠানেই অতি লাভৰ বাবে।

আমেৰিকা, ইউৰোপ, অষ্ট্ৰেলিয়াৰ লগত ভাৰতৰ জনগণক তুলনা কৰা নাযায়। ভাৰতৰ অধিকাংশ জনগণৰ তেওঁলোকৰ ল'ৰা-ছোৱালীক ব্যক্তিগত স্কুলততো দূৰৰেই কথা চৰকাৰী উচ্চমানৰ স্কুললৈও পঠোৱাৰ ক্ষমতা নাই। ভাৰতত ৯৮১ খন কেন্দ্ৰীয় স্কুল আছে, ৪৪৪ নৱোদয় স্কুল আছে। এই স্কুলসমূহত ১১,৮৩,১৮৪ জন ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। কেন্দ্ৰীয় চৰকাৰে এই স্কুলসমূহৰ বাবে খৰচ কৰে বছৰি ২,১৬২ কোটি টকা ; অৰ্থাৎ প্ৰতি ছাত্ৰৰ বাবে ১৮,৩০০ টকা। এই ছাত্ৰসকল ভাৰতৰ উচ্চ শ্ৰেণীৰ লোকৰ ল'ৰা-ছোৱালী। উক্ত ছাত্ৰসকলৰ অতি ক্ষুদ্ৰাংশ ০.০৫ শতাংশহে সাধাৰণ ঘৰৰ লোকৰ। কাৰখানা আদিত কাম কৰাৰ বাবে ভাৰতবৰ্ষত ৫,৫০০ আই টি আই (Industrial Training Institute) আৰু ১৭৪টা পলিটেকনিক (Polytechnics) আছে। চীন দেশত এনেধৰণৰ ৫ লাখ অনুষ্ঠান আছে। ভাৰত চৰকাৰে পৰিকল্পনাহে লৈছে দহ নিযুত যুৱকৰ কাৰণে দহ হাজাৰ ভোকেচনেল প্ৰশিক্ষণ অনুষ্ঠান খোলাৰ। লগতে কৈছে ৫০ খন নতুন বিশ্ববিদ্যালয়, ১,৬০০ আই টি আইও খুলিব।

এই পটভূমিত ২০০৯ৰ ৬ আগষ্টৰ পৰা শিক্ষাৰ অধিকাৰ আইন (Right to Education Act)

বলবৎ হৈছে। আইনমতে ভাৰতবৰ্ষৰ প্ৰতিজন শিশু-যুৱক-যুৱতীক বাধ্যতামূলক শিক্ষা গ্ৰহণ কৰাৰ অধিকাৰ থাকিব। ইউ পি এ চৰকাৰে আইন পাছ কৰিলে, কিন্তু আইন বলবৎ বা ৰূপায়ণ কৰাৰ বাবে আন্তঃগাঁথনি সৃষ্টিৰ পৰিকল্পনা হাতত লৈছে জানো? শিক্ষা ক্ষেত্ৰত আবণ্টনৰ পৰিমাণ বৃদ্ধি কৰিছে জানো? দীৰ্ঘদিনৰ দাবী জি ডি পিৰ ৬ শতাংশ কেন্দ্ৰীয় চৰকাৰে শিক্ষাৰ ক্ষেত্ৰত আবণ্টন কৰক। কেইখনমান উচ্চমানৰ আই আই টি, আই আই এম, বিশ্ববিদ্যালয় বা কেন্দ্ৰীয় স্কুল, নৱোদয় বিদ্যালয় খুলিলে দেশৰ সকলো লোক শিক্ষিত নহয়, যদিও এই অনুষ্ঠানসমূহৰ অতি প্ৰয়োজন।

পিয়লমতে ভাৰতবৰ্ষত ২৫০ নিযুত যুৱক-যুৱতী কৃষিৰ পৰা উদ্বৃত্ত হ'ব আৰু প্ৰতি বছৰে ১২ নিযুত ইয়াৰ লগত যোগ হ'ব। একাদশ পৰিকল্পনাই কৈছে যে এই লোকসকলক শিক্ষিত কৰিবলৈ প্ৰাথমিক স্কুল, হাইস্কুল, কলেজৰ সংখ্যা দেশত ৫০ শতাংশ বৃদ্ধি কৰিব লাগিব।

এই পৰিস্থিতিত অসমত ভাৰতৰ গড় শিক্ষাৰ হাৰ ৬৪.৮৩ শতাংশতকৈ কম— ৬৩.৩ শতাংশ। অতি পশ্চাদপদ ৰাজ্য ত্ৰিপুৰাৰো ৭৩.২ শতাংশ। অতি সম্প্ৰতি ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰীয়ে ঘোষণা কৰিছে যে তাৰ ৮০ শতাংশ লোক শিক্ষিত। এই পটভূমিত অসম চৰকাৰে নিজেই উদ্যোগ ল'ব লাগিছিল ৰাজ্যখনত পৰ্যাপ্ত পৰিমাণৰ স্কুল-কলেজ খোলাৰ বাবে। ৰাইজে নিজৰ উদ্যোগতে দুখীয়া ল'ৰা-ছোৱালীৰ শিক্ষাৰ তাগিদাত হাইস্কুল, এম ই স্কুল, কলেজ খুলিছিল। অসম চৰকাৰে এই স্কুল-কলেজসমূহৰ প্ৰাদেশিকীকৰণৰ দাবী প্ৰত্যাখ্যান কৰাৰ অৰ্থই হ'ল লাখ লাখ ল'ৰা-ছোৱালীক হাইস্কুলীয়া কলেজীয়া শিক্ষাৰ পৰা বঞ্চিত কৰা। এই স্কুল-কলেজসমূহৰ বহুসংখ্যক চৰ অঞ্চলত, অতি ভিতৰুৱা অঞ্চলত, পশ্চাদপদ অঞ্চলত অৱস্থিত। অসম চৰকাৰে সদায়ে পশ্চাদপদ অঞ্চল, চৰ অঞ্চলৰ জনগণৰ দুঁখত চকুপানী টোকে। কিন্তু সেই পশ্চাদপদ অঞ্চলৰ দুখীয়া জনগণৰ যিসকল ল'ৰা-ছোৱালীয়ে ব্যক্তিগত স্কুল, কেন্দ্ৰীয় স্কুল, নৱোদয় বিদ্যালয় আদিলৈ যাব পৰা নাই, সেইসকলৰ পঢ়া-শুনাৰ কথা চৰকাৰে অকণো ভবা নাই। ইয়াৰ লগতে এই স্কুলসমূহৰ শিক্ষকসকলৰ চাকৰিৰ প্ৰশ্নও জড়িত। তেওঁলোকে বহু বছৰ ধৰি বিনা দৰমহা কিম্বা অতি কম দৰমহাতেই কাম কৰি আছে। ধনৰ অভাৱত উক্ত স্কুলসমূহ বন্ধ হ'লে শিক্ষকসকল কৰ্মহীনতো হ'বই, তাতোকৈ ডাঙৰ কথা হ'ল অসমৰ বহু লাখ দুখীয়া ল'ৰা-ছোৱালী হাইস্কুলীয়া, কলেজীয়া শিক্ষাৰ পৰা বঞ্চিত হ'ব। ▢▢

*৫ ফেব্ৰুৱাৰী, ২০১০ চন*

# মূল্যবৃদ্ধিৰ উৎস অৰ্থনৈতিক নীতি

ভোগালী বিহু। ভোগালী মানে সকলোৱে বিভিন্ন খাদ্যবস্তু ভোগ কৰিব লাগে, ভোজভাত খাব লাগে। কিন্তু বজাৰত জুই লাগিছে— সকলো খাদ্যবস্তুৰেই জুই-ছাই দাম। আজিৰ ভাৰতত অধিকাংশ লোকৰে সামাজিক উৎসৱ পালনতো দূৰৰ কথাই, দৈনন্দিন সংসাৰ চলোৱা কঠিন হৈ পৰিছে খাদ্য সামগ্ৰীৰ উচ্চ মূল্যৰ বাবে। তেওঁলোকৰ আয়েৰে জীয়াই থাকিবলৈ প্ৰয়োজনীয় খাদ্য সামগ্ৰী ক্ৰয় কৰিব নোৱাৰা হৈছে। ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক দেশ। গণতান্ত্ৰিকভাৱে নিৰ্বাচিত চৰকাৰ এখনৰ দায়বদ্ধতা হ'ল জীয়াই থাকিবলৈ জনগণক নিম্নতম প্ৰয়োজনীয় সা-সুবিধাখিনিৰ যোগান ধৰা, খাদ্য নিৰাপত্তা নিশ্চিত কৰা। যোৱা এবছৰ ধৰি ভাৰতত খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধি হৈ আছে। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰসমূহ নিৰ্বিকাৰ, নিৰ্ভাৱনা সম্পন্ন, নিঃসহায়। এবছৰ ধৰি খাদ্য সামগ্ৰীৰ মূল্য নিয়ন্ত্ৰণ কৰিবলৈ চৰকাৰ সম্পূৰ্ণভাৱে ব্যৰ্থ হৈছে অথবা ৰাজহুৱা বিতৰণ ব্যৱস্থাৰে সুলভ মূল্যত জনগণক জীয়াই থাকিবলৈ নিত্য প্ৰয়োজনীয় খাদ্যখিনিৰো যোগান ধৰিব পৰা নাই।

যোৱা ৮ জানুৱাৰী তাৰিখে ড° মনমোহন সিং ডাঙৰীয়াই প্ৰবাসী ভাৰতীয় দিৱস উপলক্ষে প্ৰবাসী ভাৰতীয়সকলৰ সম্মুখত গৌৰৱ কৰি কৈছে যে ভাৰতে অৰ্থনীতিত অচিৰেই দুই অংকৰ মুঠ আভ্যন্তৰীণ উৎপাদনৰ বিকাশ সাধন কৰিবলৈ সমৰ্থ হ'ব। ভাৰতবৰ্ষত বিশ্বায়িত নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়িত হৈ আছে। ২০০৭ চনৰ ডিচেম্বৰ মাহৰ পৰা বিশ্বত এই গোলকীয় নব্য উদাৰবাদী অৰ্থনীতি মহাসংকটৰ গৰাহত। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰে এই গোলকীয় নব্য উদাৰবাদী নীতি পৰিত্যাগ কৰা নাই। ফলস্বৰূপে খাদ্য সামগ্ৰীৰ বাধাহীন গগণচুম্বী মূল্যবৃদ্ধি হৈছে। এই মূল্যবৃদ্ধি বাধাহীন বুলি ক'ব লাগিব কাৰণ ভাৰত চৰকাৰে মূল্য নিয়ন্ত্ৰণৰ কোনোধৰণৰ ফলপ্ৰসূ ব্যৱস্থাই হাতত ল'ব পৰা নাই। তাৰ মূল কাৰণ হ'ল নব্য উদাৰবাদী অৰ্থনীতি বা মুক্ত বজাৰ অৰ্থনীতি। এই অৰ্থনীতি বজাৰ শক্তিয়ে নিয়ন্ত্ৰণ কৰে। বজাৰৰ সকলো ধৰণৰ নিয়ম-নীতি, মূল্য আদি বজাৰ শক্তিয়ে নিৰূপণ কৰে। বজাৰ শক্তিৰ সুবিধাৰ বাবে কেন্দ্ৰীয় চৰকাৰে ভাৰতৰ অতি পুৰণি অত্যাৱশ্যকীয় সামগ্ৰী নিয়ন্ত্ৰণৰ আইন বাতিল কৰি দিছে। বৃহৎ ব্যৱসায়ীসকলে খাদ্য সামগ্ৰীৰ ব্যৱসায়ত অতি লাভৰ বাবে পাহাৰসম ধন লগ্নী কৰি খাদ্য সামগ্ৰীৰ ভঁৰাল তেওঁলোকৰ নিয়ন্ত্ৰণত ৰাখি অধিক মূল্যত বজাৰত উলিয়াই দি আছে। বিশেষজ্ঞসকলৰ হিচাপ মতে এই বৃহৎ ব্যৱসায়ীসকলে ২০০৯ চনত ভাৰতৰ খাদ্য ব্যৱসায়ত ৩৬ ৬০ লাখ কোটি টকা বিনিয়োগ কৰিছে। এই ধনৰ পৰিমাণ ভাৰতৰ বছৰেকীয়া বাজেটৰ ধন সংগ্ৰহৰ ৬ গুণ। ভাৰতৰ জনগণ জীয়াই থকাৰ প্ৰশ্ন আমাৰ কেন্দ্ৰীয় চৰকাৰে এই লাভকামী ফট্‌কাবাজী ব্যৱসায়ীৰ হাতত এৰি দিছে। এই বৃহৎ ব্যৱসায়ীসকলক নিয়ন্ত্ৰণ কৰাৰ সাহস কেন্দ্ৰীয় চৰকাৰৰ নাই। প্ৰশ্ন কেৱল সাহসৰেই নহয়, নীতিগতভাৱেও কেন্দ্ৰীয় চৰকাৰে এওঁলোকক নিয়ন্ত্ৰণ কৰিব নোৱাৰে। কাৰণ এওঁলোকক নিয়ন্ত্ৰণ

কৰাৰ কথা মুক্ত বজাৰ অৰ্থনীতি বা নব্য উদাৰবাদী অৰ্থনীতিয়ে নকয়। এওঁলোকক নিয়ন্ত্ৰণ কৰিবলৈ হ'লে ভাৰতৰ পৰা বিশ্বায়িত নব্য উদাৰবাদী অৰ্থনীতি বিদায় দিব লাগিব। নব্য উদাৰবাদী অৰ্থনীতি পৰিত্যাগ কৰাৰ পৰিবৰ্তে কেন্দ্ৰীয় চৰকাৰে মুঠ আভ্যন্তৰীণ উৎপাদনৰ বিকাশৰ ওপৰত গুৰুত্ব দি ক্ৰমাৎ বেছিকৈহে এই অৰ্থনীতি ৰূপায়ণত মনোযোগ দিছে। ক'ৰপোৰেটসকলৰ উন্নতিৰ বাবে যোৱা বাজেটত ৪ লাখ কোটি টকাৰো অধিক কৰ ৰেহাই দিছে। এই অৰ্থনীতিৰ অৱশ্যম্ভাৱী ফল মূল্যবৃদ্ধি। এইবাবেই কেন্দ্ৰীয় চৰকাৰে মূল্যবৃদ্ধি নিয়ন্ত্ৰণ কৰিব পৰা নাই। নব্য উদাৰবাদী অৰ্থনীতিৰ নিৰ্দেশনা হ'ল খাদ্য সামগ্ৰী বা আন আন সামাজিক খণ্ডৰ আঁচনিসমূহৰ পৰা পৰ্যায়ক্ৰমে ৰাজ-সাহায্য ব্যৱস্থা উঠাই লোৱা আৰু বৃহৎ পুঁজিপতিসকলক বিভিন্ন ধৰণৰ ৰেহাই প্ৰদান কৰা। উক্ত নীতি মতে ভাৰতত খাদ্য সামগ্ৰীৰ উৎপাদন তথা বিতৰণৰ বিভিন্ন পৰ্যায়ত ৰাজ-সাহায্য হ্ৰাস কৰি ধনীসকলক ৰাজ-সাহায্য দিয়াৰ ব্যৱস্থা কৰিছে কেন্দ্ৰীয় চৰকাৰে।

নব্য উদাৰবাদী অৰ্থনীতিয়ে আজি বিশ্বৰ জনগণৰ বাবে অভিশাপ কঢ়িয়াই আনিছে। নব্য উদাৰবাদী অৰ্থনীতিৰ স্বৰ্গ আমেৰিকা যুক্তৰাষ্ট্ৰৰো একেই অৱস্থা। ৰাষ্ট্ৰপতি অ'বামাই ঘোষণা কৰিছে যে তেওঁৰ দেশৰ অৰ্থনীতি আৰোগ্য লাভৰ পথত। আনহাতে ২০০৯ চনৰ অকল ডিচেম্বৰ মাহতে ৮৫ হাজাৰজন কৰ্মচাৰীক কৰ্মসংস্থানৰ পৰা ছাটাই কৰা হৈছে। নিবনুৱাৰ হাৰে আগৰ সকলো ৰেকৰ্ড ভংগ কৰি ১০.২ শতাংশলৈ গতি কৰিছে। গোটেই দিনটোৰ বাবে কাম নাপাই বহু লোকে জীৱন-নিৰ্বাহৰ বাবে অস্থায়ী কেইঘণ্টামানৰ বাবে (part time) কাম বিচাৰি ফুৰিছে। যোৱা ৮ জানুৱাৰীত প্ৰকাশিত শ্ৰম দপ্তৰৰ তথ্যমতে আমেৰিকাৰ মুঠ কৰ্মীবাহিনীৰ ১৭.৩ শতাংশ এনে অস্থায়ী কৰ্মী। শ্ৰম দপ্তৰে কৈছে যে ২০০৯ চনটো কৰ্মসংস্থানৰ বাবে বিপৰ্যয়ৰ (Disastrons) বছৰ। এই বছৰত কোম্পানীসমূহে ৪ ২ নিযুত কৰ্মীক কামৰ পৰা বিদায় দিছে। আমেৰিকাত নতুন কৰ্মসংস্থান দূৰৰ কথা, বৰ্তমানে কৰ্মৰত কৰ্মচাৰীসকলক কামৰ পৰা বিদায় দিব লগা হৈছে।

উন্নত দেশ ইউৰোপ, কানাডা, জাপানতো একেই অৱস্থা। নব্য উদাৰবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে ভৱিষ্যৎবাণী কৰিছে যে ২০১৫ চনৰ আগতে কৰ্মসংস্থানহীনতাৰ সমস্যা সমাধান কৰা সম্ভৱ নহয়। ইউৰোপ মহাদেশৰ অধিকাংশ দেশতে কৰ্মসংস্থানহীনতাৰ সমস্যা আৰু গুৰুতৰ। এই বছৰৰ জানুৱাৰীৰ প্ৰথম সপ্তাহত প্ৰচাৰিত বি বি চি নিউজৰ তথ্য মতে স্পেইন ঋণ আৰু নিবনুৱা সমস্যাৰ গ্ৰাসত। স্পেইনত নিবনুৱা সমস্যা ভয়ানক— ৪২ শতাংশ লোক কৰ্মসংস্থানহীন। গ্ৰীচ দেশৰ নিবনুৱাৰ হাৰ ২৫ শতাংশ, ইটালীৰ ২৪ শতাংশ। বি বি চিৰ মন্তব্য হ'ল দেশসমূহত ইমানসংখ্যক লোক অনিশ্চয়তাত, নিৰাশাত ভোগা ঘটনা সমাজৰ বাবে অশুভ লক্ষণ। ইয়াৰ ফলাফল ভয়ানক হ'ব পাৰে। জাপানৰো অৱস্থা অতি বেয়া। উদ্যোগসমূহৰ উৎপাদিত পণ্য বিক্ৰীৰ অভাৱত নতুনকৈ মন্দা পৰিস্থিতিয়ে দেখা দিছে। বহু কৰ্মচাৰী ছাটাই হ'ব ধৰিছে। নিবনুৱা সমস্যাই বৃহদাকাৰ ধাৰণ কৰিছে। এই প্ৰতিচ্ছবিয়ে স্পষ্টভাৱে প্ৰতিফলিত কৰে যে বিশ্বায়িত নব্য উদাৰবাদী অৰ্থনীতিৰ মহাসংকট আৰু কিমান দিনলৈ অব্যাহত থাকিব কোনেও ক'ব নোৱাৰে বা ই কেতিয়া আৰোগ্য লাভ কৰিব তাৰো নিশ্চয়তা নাই।

আমাৰ দেশত বা আমাৰ ৰাজ্যত নিবনুৱা সমস্যা, খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ ক্ষেত্ৰত চৰকাৰৰ মুখপাত্ৰসকলে তপৰাই উত্তৰ দিয়ে যে বিশ্বৰ সকলোতে নিবনুৱা সমস্যা, মূল্যবৃদ্ধি হৈছে গ্ল'বেল ফিন'ম্যানন (Global phenomenon)। বিশেষকৈ অসমৰ মুখ্যমন্ত্ৰী এই বিষয়ত এক্সপাৰ্ট। তৎক্ষণাত

কৈ দিয়ে— কেৱল অসমতে হোৱা নাই, ভাৰতবৰ্ষৰ সকলোতে, সমগ্ৰ বিশ্বতে। কেইদিনমান আগতেও খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ ক্ষেত্ৰত তেখেতে কৈছে যে মূল্যবৃদ্ধিৰ উৎস অসমৰ বাহিৰত। গতিকে কৰিবলৈ তেওঁলোকৰ একো নাই। ভাৰত চৰকাৰ তথা ৰাজ্য চৰকাৰসমূহে লুকুৱাই ৰাখে যে তেওঁলোকে জনগণৰ স্বাৰ্থৰ পৰিপন্থী অৰ্থনৈতিক নীতি ভাৰততো ৰূপায়ণ কৰিছে। নব্য উদাৰবাদী অৰ্থনীতিৰ বুনিয়াদী চৰিত্ৰ একচেটিয়া পুঁজিপতি সমাজৰ অভিজাত শ্ৰেণীক সুখ-সম্ভোগ প্ৰদান কৰা আৰু অধিক সংখ্যক জনগণৰ দৰিদ্ৰতা বৃদ্ধি কৰা, জনগণৰ মাজত বৈষম্য বৃদ্ধি কৰা। পৃথিৱীৰ যিসমূহ দেশত এই অৰ্থনীতিৰ ৰূপায়ণ হৈছে সেই দেশসমূহত এই অৰ্থনীতিৰ অৱশ্যম্ভাৱী ফল বৈষম্যতা, দাৰিদ্ৰ্য সমস্যাৰ মূল উৎস হ'ল অৰ্থনৈতিক নীতি। অধিকসংখ্যক জনগণৰ স্বাৰ্থ বিৰোধী আমেৰিকান ষ্টাইলৰ পুঁজিবাদী অৰ্থনৈতিক নীতি আমাৰ দেশৰ চৰকাৰে পৰিত্যাগ নকৰে কিয়? আমাৰ চৰকাৰে একচেতীয়া কৰপোৰেটসকলক অসন্তুষ্ট কৰিব নোখোজে কিয়, সেয়া ডাঙৰ প্ৰশ্ন। প্ৰবাসী ভাৰতীয়সকলক প্ৰধানমন্ত্ৰীয়ে আশ্বাস দিছে যে তেওঁলোকৰ ব্যৱসায়ত লগ্নীৰ বাবে সকলো সুবিধা প্ৰদান কৰা হ'ব। ভাৰতত নিশ্চয় লগ্নীৰ দৰকাৰ, অৰ্থনৈতিক বিকাশৰ দৰকাৰ। কিন্তু ভাৰতৰ জনগণে এনেকুৱা অৰ্থনৈতিক নীতি বিচাৰে, যি নীতিৰ দ্বাৰা প্ৰাপ্ত বিকাশে সকলো শ্ৰেণীৰ জনগণকে স্পৰ্শ কৰিব পাৰে। বৈষম্যতাৰ অৱসান ঘটাব পাৰে। বিশ্বায়িত নব্য উদাৰবাদী অৰ্থনৈতিক নীতিৰ পৰীক্ষা-নিৰীক্ষাই শেষ পৰ্যায় পাইছে। প্ৰমাণিত হৈছে যে এই অৰ্থনীতিয়ে কোনো দেশৰ জনগণৰেই অৰ্থনৈতিক সমস্যাৰ সমাধান কৰিব পৰা নাই— দৰিদ্ৰতা নিবাৰণ কৰিব পৰা নাই। এই অৰ্থনৈতিক সংকটৰ গ্ৰাসৰ পৰা উদ্ধাৰ পোৱাৰ অহৰহ প্ৰচেষ্টা চলিছে পৃথিৱীজুৰি। হয়তো এদিন এই অৰ্থনীতি মহাসংকটৰ পৰা উদ্ধাৰ পাব। কিন্তু এই উদ্ধাৰে স্বাৰ্থপূৰণ কৰিব কৰপোৰেট হাউছৰ, অভিজাত শ্ৰেণীৰ আৰু অধিকসংখ্যক জনগণক দৰিদ্ৰতাৰ কবলতহে পেলাব। ২০০৬ চনৰ বিশ্ববেংকৰ 'বিশ্ব উন্নয়ন প্ৰতিবেদন'তে কৈছে আমেৰিকান ষ্টাইলৰ নব্য উদাৰ অৰ্থনীতিৰ পথ হ'ল উন্নয়নৰ সমতা ৰক্ষাতকৈ অৰ্থনীতিৰ উচ্চ হাৰৰ বিকাশ ৰক্ষাৰ পথ। প্ৰতিবেদনখনত অৰ্থনীতিৰ বিকেন্দ্ৰীকৰণ আৰু ৰূপায়ণৰ ক্ষেত্ৰত চীনৰ প্ৰশংসা কৰা হৈছে। চীনে অৰ্থনৈতিক বিকাশৰ দ্বাৰা জনগণৰ দৰিদ্ৰৰ অৱসান কৰিব পাৰিছে।

আমাৰ দেশতো বিশ্ববেংকে কোৱাৰ দৰে আমেৰিকান ষ্টাইলত নব্য উদাৰবাদী নীতিৰ ৰূপায়ণ হৈ আছে। উন্নয়নৰ সমতা ৰক্ষাৰ কোনো প্ৰয়োজন নাই। কৰপোৰেটসকলৰ অৰ্থনৈতিক বিকাশ হওক আৰু তেওঁলোকে পুঁজি সংগ্ৰহ কৰক। কৰপোৰেটসকলৰ কাম-কাজ চলাবলৈ এক অভিজাত শ্ৰেণীৰ সৃষ্টি হওক। দ্ৰব্যমূল্য বৃদ্ধি হওক, নিবনুৱাৰ সংখ্যা বৃদ্ধি হওক, দৰিদ্ৰতা বৃদ্ধি হওক, অপুষ্টিত ভোগা লোকৰ সংখ্য বৃদ্ধি হওক— এইবোৰ 'গ্লোবেল ফিন'ম্যানন'— আমাৰ চৰকাৰৰ কৰিবলগীয়া একো নাই। প্ৰকৃততে দ্ৰব্যমূল্য বৃদ্ধিৰ, নিবনুৱা সমস্যাৰ, দাৰিদ্ৰৰ মূল উৎস হ'ল দেশত ৰূপায়িত অৰ্থনৈতিক নীতি। এই নীতিৰ পৰিবৰ্তন সাধন নহ'লে এই সমস্যাসমূহ থাকিবই। কাৰণ এইবোৰ বিশ্বায়িত নব্য উদাৰ অৰ্থনীতিৰ অংগাগী। এই সমস্যাবোৰ অৰ্থনৈতিক নীতিৰ পৰা বিচ্ছিন্ন নহয়। জনগণেও দ্ৰব্যমূল্য বৃদ্ধি, নিবনুৱা সমস্যা, দৰিদ্ৰতাক অৰ্থনৈতিক নীতিৰ পৰা বিচ্ছিন্নভাৱে চালে সমস্যাৰ সমাধান নহ'ব। সেয়েহে আন আন সংগ্ৰামৰ লগতে জনগণৰ সংগ্ৰামৰ মূল লক্ষ্য হ'ব লাগিব অৰ্থনৈতিক নীতিৰ পৰিবৰ্তন। অৰ্থনৈতিক নীতিৰ পৰিবৰ্তন অবিহনে দ্ৰব্যমূল্য বৃদ্ধি, নিবনুৱা সমস্যা, দৰিদ্ৰতা নিবাৰণ অসম্ভৱ। ◻◻

*১২ ফেব্ৰুৱাৰী, ২০১০ চন*

# দুৰ্নীতি, ভ্ৰষ্টাচাৰত নিমজ্জিত দেশ ঃ সাৰ্বিক উন্নয়ন কেতিয়া

ইউৰোপীয়ান সংবাদ মাধ্যমে কেইমাহ আগতে কৈছিল— "India has some of the best laws in the world. But only on paper" বিশ্বৰ ভিতৰতে কিছুমান উৎকৃষ্ট আইন আছে ভাৰতত; কিন্তু কাগজে-কলমেহে— প্ৰকৃততে ৰূপায়িত নহয়। কাকতখনত সম্পাদকীয়ও লিখিছিল যে ভাৰতীয় সমাজ জীৱনত নৈতিকতাবোধৰ মানদণ্ডৰ দ্ৰুত অৱনতি ঘটিছে আৰু ৰাজ্যসমূহত ৰাজনৈতিক মূল্যবোধৰ অৱসান ঘটিছে। দেশখনত দুৰ্নীতি, চীনৰ প্ৰাচীৰ সমান ওখ হৈছে। ভাৰতৰ কিমান পৰিমাণৰ টকা কাৰ ব্যক্তিগত পকেটলৈ গৈছে ঈশ্বৰেও গম নাপায়। এখন বিখ্যাত ইউৰোপীয়ান বাতৰি কাকতে লিখিছিল— "If only one ex-chief minister can steal over one billion Euros, imagine the rest"।

ভাৰতৰ বিত্তমন্ত্ৰী প্ৰণৱ মুখাৰ্জী ডাঙৰীয়াই ২০০৯-১০ চনৰ বাজেটত গৌৰৱ কৰি কৈছিল যে ভাৰত স্বাধীন হোৱাৰ দিনৰ পৰা প্ৰথমবাৰৰ বাবে দহ লাখ কোটি টকাৰ বাজেট তেখেতে উত্থাপন কৰিছে আৰু এই বাজেটৰ ধন খৰচৰ দ্বাৰা দেশৰ জনগণৰ সাৰ্বিক অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত বৈপ্লৱিক পৰিবৰ্তন আনিব। ভাৰতত চৰকাৰী আঁচনিসমূহৰ ৰূপায়ণ, বিভিন্ন শিতানত খৰচ কৰা ধনসমূহ প্ৰকৃততে খৰচ যে নহয় আৰু সেইসমূহৰ প্ৰায় অংশই কাৰোবাৰ পকেটলৈ যায় সেই কথা আজি পৃথিৱীৰ সকলোতে জনাজাত হৈছে আৰু ভাৰতৰ এই সংস্কৃতিৰ প্ৰতি বিশ্ব জনগণৰ মন ঘৃণাৰে উপচি পৰিছে। জনগণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ বাবে ভাৰতৰ সংসদত উত্থাপন কৰা সাৰ্বিক উন্নয়নৰ আঁচনিসমূহ অতি সুন্দৰ; কিন্তু আবণ্টিত টকা খৰচ হোৱাৰ পাছতো আঁচনিসমূহৰ ৰূপায়ণ হ'ব নে নহয় তাৰ কোনো গেৰাণ্টি নাই। ইউৰোপীয়ান কাকতত কোৱাধৰণে অকল আইন-কানুনেই নহয়, আঁচনিসমূহো কেৱল কাগজতহে; প্ৰকৃততে ৰূপায়ণ নহয়। ভাৰতৰ জনগণৰ অৰ্থনৈতিক উন্নয়নৰ অন্তৰায় হ'ল দুৰ্নীতি, ভ্ৰষ্টাচাৰ।

ভাৰতীয় বুদ্ধিজীৱী, দাৰ্শনিকসকলে গৌৰৱ কৰে যে ভাৰতৰ সভ্যতা-সংস্কৃতি অতি পুৰণি। ভাৰতত যি সময়ত সাহিত্য-সংস্কৃতিৰ সৃষ্টি হৈছিল, ইংলেণ্ডত মানুহ নাঙঠ হৈ আছিল। ৰামায়ণ, মহাভাৰত, বেদ, গীতা আদিৰ ঐতিহ্যৰে ভাৰতৰ মানুহৰ মানবীয় মূল্যবোধ, নৈতিকতাবোধ বিশ্বৰ ভিতৰতে শ্ৰেয়। মহাত্মা গান্ধীৰ আদৰ্শেৰে ভাৰতৰ মানুহে অহিংসা নীতিৰে ভাৰত স্বাধীন কৰিছে। ভাৰতৰ মানুহে হিংসা বা নৰহত্যা নীতিত বিশ্বাস নকৰে।

বৰ্তমান এই ভাৰততেই ধনৰ কাৰণে মানুহে নৰহত্যাকে ধৰি যিকোনো অমানৱীয় কাম কৰিব পাৰে। ভাৰতত হেনো বছৰি ৪ হাজাৰ কোটি টকাৰ ভেজাল ঔষধ বিক্ৰী হয়। ধাৰ কৰি বা ঘৰৰ

বাচন-বৰ্তন বিক্ৰী কৰি হ'লেও টকা যোগাৰ কৰি বেমাৰীক বচাবলৈ দামী ভেজাল ঔষধ কিনিছে আৰু সেই দৰৱে কাম নকৰাত ৰোগীৰ মৃত্যু হৈছে। ভেজাল ঔষধ চিনাক্তকৰণৰ বাবে চৰকাৰী ডাঙৰ বিভাগ আছে— বহু কৰ্মচাৰী আছে। তথাপি ভেজাল ঔষধ বিক্ৰী কৰাত কোনো সমস্যা নাই। ভেজাল ঔষধ প্ৰস্তুতকৰ্তা তথা বিক্ৰেতাসকলে জানে টকা ক'ত ঢালিব লাগে।

অৰ্থনীতিত আজিকালি বহু সুন্দৰ সুন্দৰ শব্দৰ সংযোজন হৈছে। ধৰক চৰকাৰৰ বাক্য— 'Inclusive growth' অসমীয়াত ক'ব পাৰি সাৰ্বিক উন্নতি অৰ্থাৎ সৰ্বশ্ৰেণীৰ লোকৰ উন্নতি বা সৰ্বাত্মক প্ৰগতি। এই সাৰ্বিক উন্নতি আঁচনিত এন্‌ৰেগা, গ্ৰামোন্নয়ন, সৰ্বশিক্ষা, গ্ৰাম্য আন্তঃগাঁথনি, চহৰীয়া আন্তঃগাঁথনি, দৰিদ্ৰ লোকৰ শৌচাগাৰ, বাসস্থান আদি আছে। সৰ্বভাৰতীয় প্ৰেক্ষাপট বাদ দিও আমাৰ চকুৰ আগতে অসমত চাওক উক্ত আঁচনিসমূহৰ ৰূপায়ণৰ অৱস্থা। মাতৃভাষাত সৰহসংখ্যক বাতৰি কাকত প্ৰকাশিত হয় অসমতে। প্ৰতিখন বাতৰি কাকতত প্ৰতিদিনে পঢ়িবলৈ পোৱা যায় ভিন ভিন আঁচনিৰ ধন আত্মসাৎৰ নানান কাহিনী। পৰিতাপৰ কথা, সেই বাতৰিসমূহ বাতৰিতে শেষ। তাৰবাবে accountability, জবাবদিহিৰ দায়িত্বৰ নিয়ম আছে নে নাই কোনেও নাজানে। সৰ্বভাৰতীয়, আঞ্চলিক বহু বাতৰি কাকত, বহু অৰ্থনীতিবিদ, নিবন্ধকাৰ, বুদ্ধিজীৱীয়ে মতামত দিয়ে— আঁচনি গ্ৰহণৰ দ্বাৰা সাৰ্বিক উন্নতি সাধন কৰিব নোৱাৰি, সুপ্ৰশাসন বা সুচৰকাৰ অবিহনে। ভাৰত তথা অসমত সুপ্ৰশাসন কেতিয়া হ'ব সি এক ডাঙৰ প্ৰশ্ন।

অৰ্থনীতিৰ আন এক নতুন শব্দ 'Growth with equity'— সমাজৰ বৈষম্য দূৰীকৰণৰ দ্বাৰা অৰ্থনৈতিক বিকাশ। কিন্তু বাস্তৱত বৈষম্য বৃদ্ধি হৈহে দেশৰ অৰ্থনৈতিক বিকাশ হৈছে। বৰ্তমানৰ অৰ্থনৈতিক নীতিয়ে আমাৰ ৰাজ্যত এক অভিজাত শ্ৰেণীৰ সৃষ্টি কৰিছে। তেওঁলোকৰ বগা আয় মাহে ৩০/৪০ হাজাৰ হ'লেও খৰছ কৰিব পাৰে মাহে এক লাখ। সমাজৰ ওপৰৰ পৰা তললৈ দুৰ্নীতি, ভ্ৰষ্টাচাৰ। তাৰ বাবে লাজ কৰিবলগীয়া একো নাই। তেওঁলোকে যিকোনো প্ৰকাৰে দুৰ্নীতিৰ আশ্ৰয় লৈ সম্পত্তি আহৰণ কৰে। উচ্চ মানৰ জীৱন-যাপনেৰে গৌৰৱান্বিত তেওঁলোক। টকাই ক্ষমতা বৃদ্ধি কৰে— পুলিচ তথা প্ৰশাসনক পকেটত ভৰাই ৰাখিব পাৰে।

বিভিন্ন আঁচনিৰ সঠিক ৰূপায়ণৰ অভাৱৰ প্ৰতিক্ৰিয়া হ'ল ৰাজ্যত গাড়ীৰ সংখ্যা, অট্টালিকাৰ সংখ্যা বৃদ্ধি হৈছে কিন্তু গ্ৰাম্য কিম্বা চহৰীয়া আন্তঃগাঁথনিৰ উন্নতি হোৱা নাই। উদাহৰণস্বৰূপে গুৱাহাটীৰ কথাকেই ক'ব পাৰি। হাজাৰে হাজাৰে অট্টালিকাৰ নিৰ্মাণ হৈছে, বহু লাখ গাড়ী নতুনকৈ ৰাস্তালৈ আহিছে। কিন্তু আনুসংগিক বিভিন্ন সা-সুবিধাৰ বৃদ্ধি হৈছে জানো? গুৱাহাটী চহৰখনৰ পৰিকল্পিত সম্প্ৰসাৰণ কেতিয়াৰ পৰা হ'ব?

সাৰ্বিক উন্নতিৰ লক্ষ্যৰ আঁচনিসমূহ ৰূপায়িত হ'লে ধনসমূহ এটি অতি ক্ষুদ্ৰাংশ লোকৰ হাতত জমা নহৈ জনগণৰ হাতলৈ যায়, জনগণৰ ক্ৰয় ক্ষমতা বাঢ়ে, জনগণে তেওঁলোকৰ প্ৰয়োজনীয় উপভোক্তা সামগ্ৰী (consumer goods) কাপোৰ-কানি আদি বিভিন্ন সামগ্ৰী ক্ৰয় কৰে। তেওঁলোকৰ জীৱনৰ মানৰ উন্নতি হোৱাৰ লগতে দৰিদ্ৰ লোকৰ সংখ্যা হ্ৰাস পায়। এই অসংখ্য মানুহৰ ক্ৰয় ক্ষমতা বাঢ়িলে বহু দোকানৰ দৰকাৰ হয়। কৃষিক্ষেত্ৰত কাৰখানা, মিল আদিৰ আধা উৎপাদন কৰিবলগীয়া হয়। অৰ্থনৈতিক কাৰ্যকলাপ (Economic Activity) আৰম্ভ হয়। কৰ্মসংস্থান সৃষ্টি হয়। দুৰ্নীতিৰ বলি হৈ আঁচনিসমূহৰ প্ৰকৃত ৰূপায়ণ নহৈ কেইজনমানৰ হাতলৈ ধনসমূহ ভাগ হৈ গ'লে সমাজত অতি অলপসংখ্যক লোকৰ ক্ৰয় ক্ষমতাৰ অতি বৃদ্ধি হয়। তেওঁলোকে বিলাসী জীৱন

কটাবলৈ গাড়ী, এয়াৰ কণ্ডিচনাৰকে ধৰি সকলো ধৰণৰ উচ্চমানৰ সামগ্ৰী ক্ৰয় কৰে আৰু সৰ্বসাধাৰণে আয়ৰ অভাৱত ক্ৰয় ক্ষমতা হেৰুৱাই দাৰিদ্ৰ জীৱন-যাপন কৰে। ফলত দেশৰ বজাৰখনত কেৱল ১০ শতাংশ লোকৰ প্ৰয়োজনীয় উচ্চমানৰ সামগ্ৰীৰহে দৰকাৰ হয় ; উৎপাদনো সেই চাহিদা অনুযায়ীহে হয়। কৰ্মসংস্থানৰো সৃষ্টি নহয়। বিক্ৰীৰ বাবে মল, ডিপাৰ্টমেণ্টেল ষ্টোৰ, হাইপাৰ মাৰ্কেটৰহে দৰকাৰ বেছি ; সৰু সৰু দোকানৰ দৰকাৰ নাই। গুৱাহাটীও এই উচ্চ অভিজাত সম্প্ৰদায়ৰ বাবে উচ্চ মানবিশিষ্ট সামগ্ৰীৰ দোকানেৰে ভৰ্তি হৈ গৈছে। সেইবাবেই অতি সম্প্ৰতি প্ৰকাশিত তেণ্ডুলকাৰ কমিটিৰ প্ৰতিবেদনতো প্ৰকাশ পাইছে যে ভাৰতৰ গড় দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যাৰ তুলনাত অসমত বেছিসংখ্যক দৰিদ্ৰ লোক আছে।

অসম বা ভাৰতৰ জনসাধাৰণৰ ধাৰণা যে আমোলাসকল দুৰ্নীতিগ্ৰস্ত। তেওঁলোকে আনকো ধন আত্মসাতৰ সুবিধা দিয়ে— বহু ৰাজনৈতিক নেতা-মন্ত্ৰীয়ে এই কথা কয়। মহামানৱ মাহাত্মা গান্ধীয়ে কৈছিল যে মানুহবিলাক ভাল হ'লে সমাজখন ভাল হ'ব। মানুহবিলাকে নিজৰ নিজৰ অন্তৰ শুদ্ধ কৰিব লাগিব। আমাৰ ৰাজ্যৰ ৰাজ্যিক কৰ্মচাৰীৰ দৰমহা সংশোধনৰ ক্ষেত্ৰতো জনগণৰ বহুলোকে ভাবে যে এওঁলোক দুৰ্নীতিগ্ৰস্ত (যদিও সকলোৱেই দুৰ্নীতিগ্ৰস্ত নহয়) ; গতিকে দৰমহা বৃদ্ধিৰ দৰকাৰ কিয় ? কাৰ্ল মাৰ্ক্সে গান্ধী দৰ্শনৰ ওলোটা কথা কৈছিল যে মানুহ জন্মতে কোনো দুৰ্নীতিগ্ৰস্ত বা বেয়া নহয়। সমাজ ব্যৱস্থাইহে তেওঁলোকক বেয়া, দুৰ্নীতিগ্ৰস্ত কৰে। সমাজ ব্যৱস্থা ভাল হ'লে সকলো মানুহ ভাল হয়। ধনতান্ত্ৰিক অৰ্থনীতিৰ সমাজত তেওঁলোকৰ স্বাধীনতাৰ নামত অন্যায়, অবিচাৰ, শোষণ, দুৰ্নীতি কৰিবই আৰু এই প্ৰক্ৰিয়াৰে যিসকলে সম্পত্তি আহৰণ কৰিব তেওঁলোকক আইনেও অধিকাৰ প্ৰদান কৰিব তাৰ সুৰক্ষাৰ বাবে। আইনে তেওঁলোকৰ ধন সম্পত্তিক সুৰক্ষা প্ৰদান কৰিব। সমাজ ব্যৱস্থাৰ মৌলিক লক্ষ্য জনগণ হ'লে দুৰ্নীতি, শোষণ, সম্পত্তিৰ অধিকাৰৰ 'গণতন্ত্ৰ'ৰ মৌলিক সলনি হ'লে দুৰ্নীতি ওপৰৰ পৰা তললৈ বন্ধ হ'ব ; অন্যথা ওপৰ তল কতোৱেই দুৰ্নীতি বন্ধ নহয। মাত্ৰ কোনো ৰাজ্যত কম, কোনো ৰাজ্যত বেছি বা কোনো বিভাগত কম, কোনো বিভাগত বেছি, এনেকৈয়ে থাকিব।

ভাৰতত বা অসমত প্ৰচলিত শাসন ব্যৱস্থাই সাৰ্বিক উন্নতিৰ গেৰাণ্টি দিব পাৰিব জানো? শোষণ, বৈষম্য, দাৰিদ্ৰৰ অৱসান এই শাসন ব্যৱস্থাৰে সম্ভৱ জানো? ☐☐

*১৯ ফেব্ৰুৱাৰী, ২০১০ চন*

# উত্তৰ পূৰ্বাঞ্চলৰ উন্নয়ন কেতিয়া ?

যোৱা ৭ আৰু ৮ ফেব্ৰুৱাৰীত গুৱাহাটীত উত্তৰ পূব পৰিষদৰ ৫৮তম্ সভা অনুষ্ঠিত হৈ গ'ল। উত্তৰ পূৰ্বাঞ্চলৰ অৰ্থনৈতিক উন্নয়নৰ বাবে কাগজে-কলমে বহু আঁচনি গ্ৰহণ কৰি আহিছে উত্তৰ পূব পৰিষদৰ জন্মৰ দিনৰে পৰা। উত্তৰ পূৰ্বাঞ্চলৰ ৭ খন ৰাজ্যৰ (বৰ্তমান চিকিমকো অন্তৰ্ভুক্ত কৰা হৈছে— মুঠ ৮ খন) অৰ্থনৈতিক বিকাশৰ বাবে উত্তৰ পূব পৰিষদক পৰিকল্পনা প্ৰস্তুতকাৰী অনুষ্ঠান (Planning Body) হিচাপে গঠন কৰা হৈছিল। প্ৰকৃততে উত্তৰ পূব পৰিষদ হ'ল দেশৰ উত্তৰ পূব অঞ্চলত অৱস্থিত ৮ খন ৰাজ্যৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নৰ পৰিকল্পনাৰ মুখ্যকেন্দ্ৰ (Nodel Agency)। উত্তৰ পূৰ্বাঞ্চলৰ বাবে উত্তৰ পূব পৰিষদৰ বিভিন্ন আনুসংগিক আঁচনি ৰূপায়ণৰ ক্ষেত্ৰত আৰ্থিক সাহায্যৰ কাৰণে ১৯৯৫ চনত নেড্‌ফি (North Eastern Development Finance Corporation) নামৰ বিত্তীয় অনুষ্ঠানটিৰ সৃষ্টি কৰে। কেন্দ্ৰীয় চৰকাৰে উত্তৰ পূৰ্বাঞ্চলৰ ৮ খন ৰাজ্যৰ আৰ্থিক উন্নয়নৰ নামত ২০০১ চনত ডোনাৰ (Development of Northeastern Region Doner) মন্ত্ৰীত্বৰ সৃষ্টি কৰে।

১৯৭১ চনতেই যদিও তদানীন্তন কংগ্ৰেছ চৰকাৰে উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ উন্নয়নৰ বাবে উত্তৰ পূব পৰিষদৰ সৃষ্টি কৰিছিল, পৰিষদৰ পৰিকল্পনাৰ আঁচনিসমূহৰ বাবে আনকি প্ৰয়োজন সাপেক্ষে আঁচনি গ্ৰহণৰ বাবে প্ৰয়োজনভিত্তিক ধনৰ আবণ্টন কৰা নাছিল। সুদীৰ্ঘ সময় ধৰি উত্তৰ পূব পৰিষদে উত্তৰ পূৰ্বাঞ্চলৰ পশ্চাদপদতা আঁতৰ কৰাৰ ক্ষেত্ৰত বিশেষ ভূমিকা ল'ব পৰা নাছিল। দেৱেগৌড়াই ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী যিজনাই উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ পশ্চাদপদতাৰ যন্ত্ৰণা বুজিবলৈ চেষ্টা কৰিছিল। সাধাৰণতে আমাৰ দেশৰ প্ৰধানমন্ত্ৰীসকল উত্তৰ পূৰ্বাঞ্চললৈ ভ্ৰমণৰ বাবে আহে নিৰ্বাচনৰ সময়ত— নতুন কোনো বিশেষ কাৰ্যসূচীৰ বাবে। দেৱেগৌড়া একমাত্ৰ আৰু প্ৰথম প্ৰধানমন্ত্ৰী যিজনাই উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ পশ্চাদপদতা আৰু সমস্যাৰ বুজ ল'বলৈ সাত দিন ধৰি দীৰ্ঘ সময়ৰ বাবে সাতখন ৰাজ্য ভ্ৰমণ কৰিছিল। তেখেতে ভালকৈ অনুভৱ কৰিব পাৰিছিল যে ভাৰত স্বাধীন হোৱাৰ ইমান বছৰ পিছতো দেশৰ অৰ্থনৈতিক উন্নয়নৰ মূল কাৰ্যসূচীৰ পৰা উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখন বঞ্চিত হৈ আছে। উত্তৰ পূৰ্বাঞ্চলত আন্তঃগাঁথনি বুলিবলৈ একোৱেই নাই। অঞ্চলটোৰ যুৱকসকলে হতাশগ্ৰস্ত হৈ হাতত অস্ত্ৰ তুলি লৈছে। দেৱেগৌড়াই কৈছিল যে উত্তৰ পূৰ্বাঞ্চলত সম্পদৰ অভাৱ নাই— মাটিৰ তলত, ওপৰত সকলোতে সম্পদ আছে ; চাৰি কোটি মানৱ সম্পদ আছে— প্ৰয়োজন আন্তঃগাঁথনি উন্নয়নৰ।

দেৱেগৌড়াই উত্তৰ পূৰ্বাঞ্চলৰ পশ্চাদপদতাক অতি গুৰুত্ব সহকাৰে লৈছিল আৰু আন্তৰিকতাৰে

সমস্যা সমাধানৰ প্ৰচেষ্টা হাতত ল'ব বিচাৰিছিল। দিল্লীলৈ ঘূৰি গৈ তেখেতে কেন্দ্ৰীয় চৰকাৰৰ সকলো বিভাগকে বাৰ্ষিক বাজেটৰ ধনৰ দহ শতাংশ উত্তৰ পূৰ্বাঞ্চলৰ উন্নয়নৰ পুঁজিৰ বাবে নিৰ্দিষ্ট কৰিবলৈ নিৰ্দেশ দিছিল। তেখেতে উত্তৰ পূৰ্বাঞ্চলৰ সাৰ্বজনীন উন্নয়নৰ পৰিকল্পনা গ্ৰহণৰ আঁচনি প্ৰস্তুত কৰাৰ বাবে পৰ্যালোচনা কৰিবলৈ "শুক্লা কমিচন" গঠন কৰি দিছিল। তাৰোপৰি অঞ্চলটোৰ নিবনুৱা সমস্যা সমাধানৰ বাবে কৰ্মসংস্থান সৃষ্টিৰ কাৰ্যসূচী গ্ৰহণৰ পৰামৰ্শ আগবঢ়াবলৈ "গোপালন কমিটি"ৰ গঠন কৰি দিছিল। দেৱেগৌড়া চৰকাৰ বেছিদিন কেন্দ্ৰীয় চৰকাৰৰ শাসনৰ গাদীত থাকিব নোৱাৰিলে। এই চৰকাৰৰ পতনৰ পাছত এন ডি এ চৰকাৰ কেন্দ্ৰত শাসনৰ গাদীলৈ আহিল। এন ডি এ চৰকাৰে উক্ত প্ৰতিবেদন দুখনৰ ওপৰত কোনো ব্যৱস্থা গ্ৰহণ নকৰি গাপ দি ৰাখিছিল।

এন ডি এ চৰকাৰৰ কাৰ্যকালত অনুষ্ঠিত হোৱা উত্তৰ পূব পৰিষদৰ প্ৰথমখন সভাতে হেনো ত্ৰিপুৰা ৰাজ্যৰ মুখ্যমন্ত্ৰী শ্ৰীমাণিক চৰকাৰে উত্থাপন কৰিছিল— কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন শিতানৰ বাৰ্ষিক বাজেটৰ ধনৰ দহ শতাংশ আছুতীয়াকৈ ৰাখি উত্তৰ পূব পৰিষদৰ উন্নয়ন পুঁজিলৈ আবণ্টনৰ নিয়মৰ ব্যৱস্থা কৰিব লাগে। এন ডি এ চৰকাৰে প্ৰস্তাৱটো বিবেচনা কৰিব বুলি আশ্বাস দিছিল। পৰৱৰ্তী কালত পৰিকল্পনা আয়োগৰ তদানীন্তন উপাধ্যক্ষ যশোৱন্ত সিঙৰ উপস্থিতিত অনুষ্ঠিত হোৱা উত্তৰ পূব পৰিষদৰ এখন সভাত কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিটো শিতানৰ দহ শতাংশ ধন কাটি আনি উত্তৰ পূব পৰিষদৰ উন্নয়ন পুঁজিত জমা দিয়া নিয়মৰ সিদ্ধান্ত হয়। প্ৰকৃততে উত্তৰ পূৰ্বাঞ্চলৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নত কেন্দ্ৰীয় চৰকাৰে বিশেষ গুৰুত্ব আৰোপ কৰা প্ৰথাৰ বাধা ৰোপণ কৰিছিল ভূতপূৰ্ব প্ৰধানমন্ত্ৰী দেৱেগৌড়াইহে।

ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰী মাণিক সৰকাৰে ব্যক্ত কৰামতে তেখেতৰ প্ৰস্তাৱ অনুসৰি উত্তৰ পূৰ্বাঞ্চলৰ মুখ্যমন্ত্ৰীসকলৰ এখন ফ'ৰাম গঠন কৰা হৈছিল। অসমৰ তৎকালীন মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত এই ফ'ৰামৰ আহ্বায়ক নিৰ্বাচিত হৈছিল। এই ফ'ৰামত আলোচনা কৰা হৈছিল উত্তৰ পূৰ্বাঞ্চলৰ সাৰ্বিক উন্নয়নৰ কথা— কিধৰণে উত্তৰ পূব পৰিষদৰ আঁচনিসমূহ ৰূপায়িত কৰা হ'ব ইত্যাদি। এই ফ'ৰামে দিল্লীলৈ গৈ প্ৰধানমন্ত্ৰীৰ লগত আলোচনাত মিলিত হৈ স্পষ্টীকৰণ দিছিল যে উত্তৰ পূৰ্বাঞ্চলৰ সৰ্বাঙ্গীন উন্নতি অবিহনে সন্ত্ৰাসবাদ সমস্যাৰ সমাধান নহয়। ফ'ৰামে প্ৰধানমন্ত্ৰীৰ ওচৰত দাবী জনাইছিল যে উত্তৰ পূৰ্বাঞ্চলৰ আন্তঃগাঁথনি আৰু আন আন উন্নয়নৰ বাবে আঁচনি গ্ৰহণ আৰু ধন আবণ্টন কৰিলেই সমস্যাৰ সমাধান নহ'ব। এই আঁচনিসমূহৰ ৰূপায়ণ তথা উন্নয়ন প্ৰক্ৰিয়াৰ তদাৰক আৰু মনিটৰিং (Monitoring) কৰাৰ বাবে প্ৰধানমন্ত্ৰীৰ কাৰ্যালয়ে এটি চেল সৃষ্টি কৰা উচিত। কিন্তু এই পৰামৰ্শই কোনো গুৰুত্ব নেপালে। উত্তৰ পূৰ্বাঞ্চলৰ সামগ্ৰিক উন্নয়নৰ প্ৰক্ৰিয়াটো নিৰপেক্ষভাৱে ৰাজনীতিৰ উৰ্ধ্বত ৰাখি তদাৰক কৰাৰ পৰিৱৰ্তে কেন্দ্ৰীয় চৰকাৰে প্ৰক্ৰিয়াটোক ৰাজনৈতিকভাৱে ব্যৱহাৰ কৰিব বিচাৰিলে আৰু প্ৰধানমন্ত্ৰীৰ কাৰ্যালয়ত চেলৰ পৰিৱৰ্তে ডোনাৰ (Development of Northeastern Region) মন্ত্ৰালয়ৰ সৃষ্টি কৰিলে।

দেশৰ পৰিকল্পনা আয়োগৰ দৰে উত্তৰ পূব পৰিষদে উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ বাবে সৰ্বাংগীন উন্নয়নৰ পৰিকল্পনা যুগুত কৰি আহিছে। উত্তৰ পূব পৰিষদ গঠন হোৱাৰ পাছত বিভিন্ন পৰ্যায়ত পৰিষদৰ ক্ষমতা আৰু দায়িত্ব বৃদ্ধি আৰু প্ৰসাৰিত কৰা হৈছিল। ডোনাৰ মন্ত্ৰালয় সৃষ্টি হোৱাৰ পাছত উত্তৰ পূব পৰিষদ 'বি টিম'ত আৰু 'ৰাবাৰ ষ্টেম্প'ত পৰিণত হ'ল। অসমৰ ৰাজ্যপাল উত্তৰ পূব পৰিষদৰ অধ্যক্ষ আছিল। ডোনাৰৰ মন্ত্ৰী আৰু উত্তৰ পূব পৰিষদৰ অধ্যক্ষৰ মাজত শীতল যুদ্ধ

আৰম্ভ হ'ল। আঁচনিসমূহৰ ক্ষেত্ৰত ওপৰাওপৰি (overlapping) হ'বলৈ ধৰিলে। উত্তৰ পূৰ্বাঞ্চলৰ উন্নয়নৰ পৰিকল্পনাৰ মালিক দুজন হ'ল। উত্তৰ পূব পৰিষদ অপ্ৰাসংগিক যেন হৈ পৰিল। উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ প্ৰজেক্টসমূহ কোনে অনুমোদন কৰিব, দ্বন্দ্বই দেখা দিলে। ৰাজ্যসমূহে যেতিয়া কোনো এক প্ৰজেক্ট অনুমোদনৰ বাবে ডোনাৰ মন্ত্ৰালয়লৈ পঠায়, যিহেতু ডোনাৰ মন্ত্ৰালয়ৰ প্ৰজেক্টটো পৰীক্ষা কৰিবলৈ বা যুগুতাবলৈ আন্তঃগাঁথনি নাই সেইহেতু পঠিয়াই দিয়ে উত্তৰ পূব পৰিষদলৈ। পৰিষদে আকৌ প্ৰজেক্টটো সংশ্লিষ্ট বিভাগলৈ পঠিয়াই। ফলস্বৰূপে খৰচ বেছি হয় আৰু বিসংগতিপূৰ্ণ হয়। কেন্দ্ৰীয় আইনমন্ত্ৰী মৈলীৰ নেতৃত্বত গঠিত প্ৰশাসন সংস্কাৰ কমিটিৰ ওচৰত ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰী মাণিক চৰকাৰে আৰু বহু যুক্তি দৰ্শাই দাবী কৰিছে ডোনাৰ মন্ত্ৰীত্ব বিলুপ্ত কৰিবলৈ। ডোনাৰ মন্ত্ৰালয়ে উত্তৰ পূব পৰিষদক অপ্ৰাসংগিক কৰিছে। উত্তৰ পূৰ্বাঞ্চলৰ উন্নয়নৰ বাবে পৰিকল্পনা তৈয়াৰ কৰাৰ ক্ষমতা তথা আন্তঃগাঁথনি ডোনাৰ মন্ত্ৰালয়ৰ নাই।

যোৱা ৭ আৰু ৮ ফেব্ৰুৱাৰীত গুৱাহাটীত অনুষ্ঠিত হোৱা উত্তৰ পূব পৰিষদৰ ৫৮তম্ সভাত ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰী মাণিক চৰকাৰে অভিযোগ কৰে যে উত্তৰ পূবৰ ৰাজ্যসমূহে আশা কৰা ধৰণে উত্তৰ পূব পৰিষদে কাম-কাজ কৰিব পৰা নাই । তেখেতে কয় যে ধন আবণ্টনৰ দ্বাৰা উন্নয়নৰ আঁচনিসমূহ ৰূপায়ণত পৰিষদে ইতিবাচক ভূমিকা গ্ৰহণ কৰক। পৰিষদখন পৰিকল্পনা গ্ৰহণৰ এখন শক্তিশালী অনুষ্ঠান হিচাবে গঢ়ি তোলক। পৰিষদৰ কাম-কাজ আৰু সক্ৰিয়তাত শ্ৰীচৰকাৰে তীব্ৰ অসন্তুষ্টি প্ৰকাশ কৰে আৰু কয় যে উত্তৰ পূব পৰিষদৰ পৰিকল্পনা গ্ৰহণৰ ক্ষমতা কৰ্তন কৰিলে আৰু ই সক্ৰিয় নহ'লে উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ উন্নয়নৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰাৰ বাবে এন ই আৰ ভিচন ২০২০ (NER-VISION-2020) আঁচনি যুগুতোৱা হৈছিল নিৰ্ধাৰিত সময়ৰ ভিতৰত উন্নয়নৰ লক্ষ্য পূৰাবৰ বাবে। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা অৰ্থনৈতিক সংকটৰ পটভূমিত ঘোষিত উদ্দীপক পেকেজত (Stimulus Package) যি প্ৰচুৰ পৰিমাণৰ টকাৰ আবণ্টন হ'ল তথা খৰচ কৰা হ'ল সকলোখিনি উদ্যোগ ক্ষেত্ৰত উন্নত ৰাজ্যসমূহৰ ভাগতহে পৰিল। উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ ভাগত এপইচাও নিমিলিল। NER VISION-2020 কাগজৰ পাততে ৰ'ল। একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাত উত্তৰ পূব পৰিষদৰ বাবে ৭,৩৭৯ কোটি টকা ধাৰ্য কৰা হৈছিল। এই পৰিকল্পনাৰ প্ৰথম তিনি বছৰ পাৰ হৈ গ'ল। ২০১০-১১ বিত্তীয় বছৰৰ বাবে মাত্ৰ ১০০২ কোটি টকা আবণ্টনৰ সিদ্ধান্ত লৈছে। এন ই আৰ ভিচনৰ বাবে উক্ত পৰিমাণৰ ধন মুঠেই যথেষ্ট নহয়। এই বছৰৰ কাৰ্যসূচীৰ আঁচনিসমূহ ৰূপায়ণৰ বাবে অতি কমেও ২ হাজাৰ কোটি টকা দাবী কৰে তেখেতে। তেখেতে নিৰ্ধাৰিত সময়সীমাৰ ভিতৰত ৰাজ্য চৰকাৰৰ দ্বাৰা প্ৰেৰিত প্ৰজেক্টসমূহৰ অনুমোদনৰ দাবী জনায়। মুখ্যমন্ত্ৰী চৰকাৰে উত্থাপন কৰা দাবী আৰু অভিযোগসমূহে উত্তৰ পূৰ্বাঞ্চলৰ ৮ খন ৰাজ্যৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখিছে আৰু তেখেতে উত্থাপন কৰা দাবীসমূহ আঠোখন ৰাজ্যৰ বাবে সহায়ক হ'ব। বাকী মুখ্যমন্ত্ৰীসকলেও শ্ৰীচৰকাৰৰ লগত সহযোগ কৰি উত্তৰ পূব পৰিষদ পুনৰ্জীৱিত কৰাত উদ্যোগ লোৱা উচিত।

ৰাজনীতিৰ উৰ্ধ্বত ৰাখি উত্তৰ পূব পৰিষদ যি উদ্দেশ্য আৰু লক্ষ্য আগত ৰাখি গঠন কৰা হৈছিল সেয়া পূৰণৰ বাবে পৰিষদক ক্ষমতা আৰু সম্পদ অৰ্পণ কৰিব লাগে। বিভিন্ন ঘটনাই আজি প্ৰমাণ কৰিছে যে ডোনাৰ মন্ত্ৰালয় সৃষ্টি কৰাৰ পাছত উত্তৰ পূব পৰিষদক যি উদ্দেশ্য আৰু লক্ষ্যত গঠন কৰা হৈছিল বৰ্তমান পৰিষদে সেই উদ্দেশ্য আৰু লক্ষ্য পূৰণৰ ক্ষমতা হেৰুৱাইছে। উত্তৰ পূব

পৰিষদ উত্তৰ পূৰ্বাঞ্চলৰ ৮ খন ৰাজ্যৰ বাবে উন্নয়নৰ পৰিকল্পনা গ্ৰহণৰ স্বায়ত্তপৰিচালিত অনুষ্ঠানৰ পৰিবৰ্তে ডোনাৰ মন্ত্ৰালয়ৰ বহুতীয়া অনুষ্ঠানত পৰিণত হ'ব নেকি? উত্তৰ পূৰ্বাঞ্চলৰ ৪ কোটি জনসাধাৰণে বিচাৰে সাৰ্বিক উন্নয়ন— কোন মন্ত্ৰী হ'ব সেয়া তেওঁলোকৰ বাবে অমূলক।

অতি সম্প্ৰতি ডোনাৰ মন্ত্ৰালয়ৰ সহযোগত ইণ্ডিয়ান চেম্বাৰ্চ অব কমাৰ্চে কলকাতাত পঞ্চম উত্তৰ পূব বাণিজ্য সম্মিলন (NE Business Summit) অনুষ্ঠিত কৰে। এই সম্মিলনত এশটা কোম্পানীয়ে অংশগ্ৰহণ কৰে। উত্তৰ পূৰ্বাঞ্চলৰ সীমাৰ দেশ বাংলাদেশ, ভূটান, ম্যানমাৰ আৰু নেপালৰ প্ৰতিনিধিয়েও এই সম্মিলনত যোগদান কৰে। সম্মিলনত ঘোষণা কৰা হয় যে প্ৰাকৃতিক সম্পদত উত্তৰ পূৰ্বাঞ্চল হ'ল উচ্চতম ভৰাল। ৪৯ হাজাৰ মিলিয়ন ৱাট (MW) পৰিমাণৰ জলবিদ্যুতৰ সম্ভাৱনাৰ সৈতে ভাৰত ৩৮ শতাংশ জলবিদ্যুতৰ অধিকাৰী, ৯০০ নিযুত টন কয়লা, ৫০০ নিযুত টন খাৰুৱা তেল, ১৫০ বছৰ পুৰণি চাহ উদ্যোগ, ৫০০ নিযুত কিলোগ্ৰাম চাহ উৎপাদনেৰে ভাৰতৰ মুঠ চাহ উৎপাদনৰ ৫০ শতাংশ অৰিহণাৰ উপৰি অঞ্চলটোত বিশ্বৰ অধিকতম বাঁহ আছে। অঞ্চলটোত ৰবৰো প্ৰচুৰ পৰিমাণে উৎপাদিত হয়। অতি পৰিতাপৰ কথা যে তৎস্বত্বেও অৰ্থনীতিৰ সকলো দিশতে উত্তৰ পূৰ্বাঞ্চল ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত অতি পিছপৰা। বহু বছৰ ধৰি ব্যক্তিগত লগ্নী অকণো হোৱা নাই ৰাজ্যখনত। বিদ্যুৎ আৰু যোগাযোগৰ ক্ষেত্ৰত অঞ্চলটো একেবাৰে অনুন্নত। আন্তঃগাঁথনি বুলিবলৈ একো নাই। ব্যক্তিগত পুঁজি লগ্নীৰ বাবে উক্ত তিনিটা অন্তৰায় আঁতৰ কৰিব লাগিব বুলি উক্ত সম্মিলনত অংশগ্ৰহণকাৰীসকলে ঘোষণা কৰিছে। সম্মিলনে কৈছে যে উক্ত অন্তৰায় আঁতৰ হ'লে অঞ্চলটো বাণিজ্য আৰু পৰ্যটনৰ অতি গুৰুত্বপূৰ্ণ কেন্দ্ৰ (HUB) হৈ পৰিব।

কেন্দ্ৰীয় ফুড প্ৰচেছিং মন্ত্ৰী সুবোধ সাহাই কৈছে যে উত্তৰ পূব অঞ্চল দেশৰ দ্বিতীয় বৃহত্তম খাদ্য উৎপাদন কেন্দ্ৰ। প্ৰকৃতিৰ আশীৰ্বাদত অনেক ৰকমৰ সম্পদৰ অধিকাৰী। তেখেতে কৈছে ২০১৫ চনৰ ভিতৰত অঞ্চলটোত এক লাখ কোটি টকা বিনিয়োগ কৰিব পৰা যাব ফুড প্ৰচেছিং উদ্যোগ খণ্ডত। ভাৰত স্বাধীন হোৱা দিনৰে পৰা বিশেষকৈ যোৱা ৩০ বছৰে কেন্দ্ৰীয় চৰকাৰে উত্তৰ পূৰ্বাঞ্চলৰ জনগণক অঞ্চলটোৰ অৰ্থনৈতিক উন্নয়নৰ অনেক আশ্বাস দি আহিছে কাগজে-কলমে অনেক আঁচনি গ্ৰহণ কৰি আহিছে। যেনে— কামত নাহিলেও যোৱা বছৰ ভিছন-২০২০ গ্ৰহণ কৰিছে। অঞ্চলটোত সম্পদ আছে; উদ্যোগ নাই। দেশৰ ভিতৰত দৰিদ্ৰ লোকৰ হাৰ অধিক ; নিবনুৱাৰ সংখ্যা অধিক। আৰু কিমান বছৰ পাছত বাৰু উত্তৰ পূৰ্বাঞ্চল, অৰ্থনৈতিক সমৃদ্ধিৰ ক্ষেত্ৰত ভাৰতৰ আন আন ৰাজ্যৰ সমকক্ষ হ'ব পাৰিব? আমি আশা ৰাখিছো— ভাৰত চৰকাৰে উত্তৰ পূৰ্বাঞ্চলৰ জনসাধাৰণক বিচ্ছিন্ন (alienate) হ'বলৈ নিদিয়ে। ☐☐

*১২ মাৰ্চ, ২০১০ চন*

# জনসাধাৰণৰ খাদ্য নিৰাপত্তাৰ অনিশ্চয়তা

২০১০-২০১১ বিত্তীয় বৰ্ষৰ বাজেট সংসদত দাখিল কৰোতে বিত্তমন্ত্ৰী প্ৰণব মুখাৰ্জী ডাঙৰীয়াই তেখেতৰ ভাষণত ভাৰতৰ তিনিটা প্ৰত্যাহ্বানৰ কথা উল্লেখ কৰিছিল। প্ৰথমটো আছিল দুই অঙ্কৰ অৰ্থনৈতিক বিকাশ সাধন। কৃষি উৎপাদন নেতিবাচক; সেয়েহে তেখেতে ইন্দ্ৰ দেৱতাৰ আশীৰ্বাদ বিচাৰিছে যাতে তেখেতে দয়া কৰি বৰষুণ দিয়ে, কৃষি উৎপাদনৰ ইতিবাচক বিকাশ হয়। দ্বিতীয় প্ৰত্যাহ্বানটো আছিল অৰ্থনৈতিক বিকাশ সাৰ্বিক কৰা (more inclusive) জনগণৰ খাদ্য নিৰাপত্তা বেছি শক্তিশালী কৰা, শিক্ষাৰ সুযোগৰ উন্নতি সাধন কৰা আৰু গাঁও আৰু চহৰৰ সকলো পৰিয়ালৰে স্বাস্থ্য ৰক্ষাৰ সুবিধাৰ ব্যৱস্থা কৰা। তৃতীয় প্ৰত্যাহ্বানটো হ'ল— সুপ্ৰশাসনৰ। bottleneck of our public delivery mechanism আঁতৰ কৰিব লাগিব। বাজেটত আৰু ঘোষণা কৰিছে যে 'খাদ্য নিৰাপত্তা বিল'ৰ খচৰা সম্পূৰ্ণ হৈ আছে, সংসদৰ এই অধিৱেশনতে দাখিল কৰা হ'ব।

বৰ্তমান ভাৰতৰ অৰ্থনীতিৰ গুৰুতৰ সমস্যা হ'ল মুদ্ৰাস্ফীতি। খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধি অস্বাভাৱিক। ২০০৮ চনৰ জানুৱাৰী মাহৰ পৰা চাউলৰ ৪৯ শতাংশ, আটাৰ ২৫ শতাংশ, চেনিৰ ১৫৭ শতাংশ আৰু দাইলৰ ১৫০ শতাংশ দাম বৃদ্ধি হৈছে। এই পৰিস্থিতিত অকল দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকেই নহয় দাৰিদ্ৰ সীমাৰেখাৰ ওপৰত থকা লোকসকলেও বৰ্তমান সময়ৰ জীৱন ধাৰণৰ কাৰণে অত্যাৱশ্যকীয় খাদ্য-সামগ্ৰী ক্ৰয় কৰিব নোৱাৰা হৈছে। দেশৰ ১০/১৫ শতাংশ আৰ্থিকভাৱে স্বচ্ছন্দ লোকৰ বাহিৰে অৰ্থাৎ ৮০ শতাংশতকৈ অধিক লোকে দৈনন্দিন প্ৰয়োজনীয় খাদ্যখিনি কিনিব পৰা নাই। আন্তৰ্জাতিক খাদ্যনীতি গৱেষণা অনুষ্ঠানে (The International Food Policy Research Institute) বিশ্ব ক্ষুধা সূচকৰ (Global Hunger Index) হিচাপ কৰি বিশ্বৰ ৮৮ খন উন্নয়নশীল দেশৰ ভিতৰত ভাৰতৰ অৱস্থান নিৰূপণ কৰিছে ৬৬ত। মুঠ ঘৰুৱা উৎপাদনৰ (জি ডি পি) ক্ষেত্ৰত ভাৰততকৈ বহু তলত থকা বহু ছাব-চাহাৰান আফ্ৰিকীয় দেশতকৈ মুঠ সূচকৰ ক্ষেত্ৰত ভাৰতৰ স্থান বহু তলত। বৰ্তমানৰ খাদ্যমূল্যৰ অস্বাভাৱিক বৃদ্ধিয়ে ভাৰতত অপুষ্টিত ভোগা লোকৰ সংখ্যা আৰু খাদ্য নিৰাপত্তাহীনতাৰ ক্ষেত্ৰত প্ৰচণ্ড অৱনতি ঘটাব।

ভাৰতৰ প্ৰস্তাৱিত 'খাদ্য নিৰাপত্তা আইন'ৰ ভিতৰত অকল দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকসকলকহে সামৰা হৈছে। দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকসকলৰ পৰিয়ালসমূহক ৩ টকা দৰত (প্ৰতি কিলোগ্ৰাম) মাহে ২৫ কিলোগ্ৰাম চাউল বা আটা দিব। চৰকাৰী হিচাপ মতে দেশত বৰ্তমান দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ পৰিয়ালৰ সংখ্যা হ'ল ৬.৫২ কোটি। প্ৰতি পাঁচ বছৰৰ অন্তৰে অন্তৰে কেন্দ্ৰীয় চৰকাৰে পুনৰ্বিবেচনা কৰিব বি পি এল পৰিয়ালৰ সংখ্যাৰ বিষয়ে,

ৰাজ্য চৰকাৰসমূহৰ কোনো অধিকাৰ নাই বি পি এল পৰিয়ালৰ সংখ্যাৰ হিচাপ কৰিবলৈ। নেচনেল চেম্পল ছাৰ্ভেৰ হিচাপৰ অজুহাত দেখুৱাই কেন্দ্ৰীয় চৰকাৰে প্ৰস্তাৱ কৰিছে যে বি পি এল পৰিয়ালৰ সংখ্যা কমাই ৫.৯১ কোটিলৈ হ্ৰাস কৰিব। আনহাতে বিভিন্ন ৰাজ্য চৰকাৰৰ নিজা হিচাপৰ বি পি এল পৰিয়ালসমূহ যোগ দিলে ১০ কোটি হ'ব। সকলো ৰাজ্যই যদি বি পি এল পৰিয়ালৰ সংখ্যাৰ নিজা নিজা হিচাপ কৰে তেতিয়াহ'লে বি পি এল পৰিয়ালৰ সংখ্যা ২০ কোটি হ'বগৈ। খাদ্য নিৰাপত্তা আইনমতে কোনো দাৰিদ্ৰ সীমাৰেখাৰ ওপৰৰ পৰিয়ালে উক্ত খাদ্য-শস্য নাপাব, আনকি দাৰিদ্ৰ সীমাৰেখাৰ ওপৰৰ পৰিয়ালসমূহক ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ পৰা বাদ দিব পাৰে।

দেশৰ যোজনা আয়োগে নিৰ্ধাৰণ কৰা সূচক অনুযায়ী গাঁৱৰ লোকৰ জনেপ্ৰতি ১১.৮০ টকা আয় আৰু চহৰৰ লোকৰ জনেপ্ৰতি ১৭.৮০ টকা আয় থকাসকল দাৰিদ্ৰ সীমাৰেখাৰ তলত নপৰে। অৰ্জুন সেনগুপ্তৰ প্ৰতিবেদনমতে দেশৰ ৭৭ শতাংশ লোক ২০ টকা আয়ৰ তলত। দেশৰ এই ২০ টকা আয়ৰ তলৰ লোকৰ সংখ্যা প্ৰায় ৮৫ কোটি হ'ব। প্ৰস্তাৱিত খাদ্য নিৰাপত্তা আইনে এই ২০ টকাৰ তলৰ আয়ৰ লোকসকলকো সামৰি নল'ব। মাত্ৰ ৫ বা ৬ কোটি পৰিয়ালকহে ৩ টকীয়া চাউল, আটা যোগানৰ ব্যৱস্থা ৰাখিব। *ভাৰত এখন উন্নয়নশীল দেশ, চৰকাৰী হিচাপ মতেই প্ৰায় ৮৫ কোটি লোক ২০ টকা আয়ৰ তলত, সেয়েহে ৫ বা ৬ কোটি পৰিয়ালৰ বাবে ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ (Targete Public Distribution System) পৰিবৰ্তে অন্ততঃ ৮৫ কোটি লোকক সামৰি ল'ব পৰা সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ (Universal Public Distribution System) খাদ্য নিৰাপত্তা আইন বলবৎ কৰিব লাগে।*

কেন্দ্ৰীয় চৰকাৰেই গঠন কৰিছিল 'তেণ্ডুলকাৰ কমিটি', দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যাৰ তথ্যৰ পুনৰ্বিবেচনা কৰিবলৈ। এই কমিটিয়ে বৰ্তমানৰ তথ্য নাকচ কৰি গ্ৰাম্য ভাৰতত দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যা ৪২ শতাংশ আৰু চহৰৰ লোকৰ ২৬ শতাংশ দাৰিদ্ৰ সীমাৰেখাৰ তলত আছে বুলি প্ৰতিবেদন দাখিল কৰিছে। এই পটভূমিত অকল কেন্দ্ৰীয় চৰকাৰে বা যোজনা আয়োগে নিৰূপণ কৰা সূত্ৰৰ দ্বাৰা দেশত দাৰিদ্ৰ লোকৰ সংখ্যা নিৰ্ধাৰণ কৰি মাত্ৰ ৫ কোটি পৰিয়ালৰ বাবে 'খাদ্য নিৰাপত্তা'ৰ ব্যৱস্থা কৰিলে দেশৰ গৰিষ্ঠ সংখ্যকলোকক 'খাদ্য নিৰাপত্তা' তথা জীয়াই থকাৰ অধিকাৰৰ পৰা বঞ্চিত কৰা হ'ব। দেশৰ অধিকাংশ লোক অনাহাৰে থাকিব— অপুষ্টিত ভোগা লোকৰ সংখ্যা দ্ৰুত হাৰত বৃদ্ধি পাব। অপুষ্টিজনিত ৰোগত বহু লোকৰ মৃত্যু হ'ব।

প্ৰস্তাৱিত খচৰা খাদ্য নিৰাপত্তা আইনত ব্যৱস্থা ৰখা হৈছে মাহে প্ৰতি পৰিয়ালক প্ৰতি কিলোগ্ৰামত তিনি টকা দৰত ২৫ কেজি চাউল বা আটা দিয়াৰ আনকি যৌথ পৰিয়াল দুই-তিনিটা পৰিয়াল একেলগে থাকে সেইসকল পৰিয়ালকো এটা পৰিয়াল ধৰা হ'ব। বৰ্তমান আন্তোদয়া কাৰ্ড থকা বি পি এল পৰিয়ালসমূহে ৩৫ কিলোগ্ৰাম চাউল বা আটা পায় কিলোগ্ৰামে প্ৰতি দুই টকা দৰত। খাদ্য নিৰাপত্তা আইনে তেওঁলোকৰ ১০ কিলোগ্ৰাম চাউল কমাই দিব আৰু দাম এটকাকৈ বেছি ভৰিব লাগিব।

Centre for budget and Governance Accountability (CBGA) নামৰ সংগঠন এটিয়ে পৰ্যালোচনা কৰি দেখুৱাইছে (*The Times of India - 19/02/10*) যে যদি ভাৰতবৰ্ষত 'লক্ষিত ৰাজহুৱা বিতৰণ ব্যৱস্থা'ৰ সলনি 'সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থা'ৰ সূচনা কৰা যায় তেতিয়াহ'লে পৰিয়ালৰ সংখ্যা হ'ব ২৩.৯৬ কোটি। এই সকলো পৰিয়ালক ২৫ কিলোগ্ৰামৰ পৰিবৰ্তে মাহে ৩৫ কিলোগ্ৰাম খাদ্য (আটা বা চাউল) যদি দিয়াৰ ব্যৱস্থা কৰা যায় বৰ্তমানৰ বজাৰ দৰত এবছৰৰ মুঠ

খাদ্য কিনিবলৈ চৰকাৰৰ দৰকাৰ হ'ব ১,৬৭,০৬৯ কোটি টকা। এই খাদ্যখিনি প্ৰতি কিলোগ্ৰামত তিনি টকা দৰত সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ দ্বাৰা পৰিয়ালসমূহত বিতৰণ কৰিলে পোৱা যাব ৩০,২৪০ কোটি টকা। কিনা দামৰ বাকী ১,৩৬,৮২৯ কোটি টকা চৰকাৰে ৰাজ-সাহায্য হিচাবে দিব লাগিব। বৰ্তমান চৰকাৰে ৰাজহুৱা বিতৰণ ব্যৱস্থাত ৰাজ-সাহায্য দিয়ে ৫২,৪৯০ (২০০৯-১০ বিত্তীয় বছৰত) কোটি টকা। সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থা সূচনাৰ দ্বাৰা দেশৰ সকলো পৰিয়ালক ৩৫ কেজিকৈ ৩ টকা দৰত খাদ্য যোগান ধৰিলে চৰকাৰৰ ৰাজ-সাহায্যৰ বাবে অতিৰিক্ত খৰচ হ'ব ৮৪,৩৯৯ কোটি টকা। দেশৰ ৮৫ কোটি জনসাধাৰণৰ খাদ্যৰ নিৰাপত্তা আৰু জীয়াই থকাৰ অধিকাৰক নিশ্চয়তা দিবলৈ কেন্দ্ৰীয় চৰকাৰে মাত্ৰ ৮৫,০০০ কোটি টকাহে খৰচ কৰিব লাগিব। আমাৰ কেন্দ্ৰীয় চৰকাৰে দাবী কৰিছে যে চৰকাৰখন আম-আদমিৰ চৰকাৰ— যি সময়ত এই আম-আদমিৰ চৰকাৰখনে ২০০৯-১০ বিত্তীয় বছৰত কৰপোৰেট হাউছ আৰু দেশৰ ধনীসকলক ৪,১৮,০৯৬ কোটি টকাৰ কৰ ৰেহাই দিয়াৰ মাজেৰে ৰাজ-সাহায্য আগবঢ়াইছে সেই সময়ত খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ বাবে জনগণ অনাহাৰে থাকিবলগীয়া হৈছে, জনগণৰ পেটৰ ভাতমুঠি যোগান ধৰাৰ বাবে ৮৫ হাজাৰ কোটি টকা খৰচেৰে সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ সূচনা কৰিব পৰা নাই। যদি চাউল, আটা প্ৰতি কেজি দুটকা দৰত দিয়া হয় তেতিয়াহ'লে ৰাজ-সাহায্য ৯৪,৪১৯ কোটি টকা লাগিব।

আন্তৰ্জাতিক মুদ্ৰাভাণ্ডাৰৰ ২০০৮ চনৰ জুন মাহত প্ৰকাশিত এটি প্ৰতিবেদন অনুযায়ী বিশ্বত ২৮ খন দেশত খাদ্য-সামগ্ৰীৰ ওপৰত ৰাজ-সাহায্য দিয়াৰ নিয়ম আছে। ১৬ খন দেশত ৰাজ-সাহায্য তেওঁলোকৰ দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ (জি ডি পি) ২.৭ শতাংশলৈ বৃদ্ধি কৰিছে খাদ্য-দ্ৰব্যৰ মূল্যবৃদ্ধিৰ পৰা জনগণক ৰক্ষা কৰিবলৈ। এই দেশসমূহৰ তুলনাত জনবহুল দেশ ভাৰতবৰ্ষত খাদ্য-সামগ্ৰীত দিয়া ৰাজ-সাহায্য অতি নগণ্য। ভাৰতবৰ্ষত মুঠ ঘৰুৱা উৎপাদনৰ শতাংশ হিচাপত ৰাজ-সাহায্যৰ পৰিমাণ— বিত্তীয় বৰ্ষ ক্ৰমে ১৯১০-৯১ত ০.৪ শতাংশ, ১৯৯৫-৯৬ত ০.৫ শতাংশ, ২০০০-০১ত ০.৬ শতাংশ, ২০০৫-০৬ত ০.৭ শতাংশ আৰু ২০০৮-০৯ত ০.৮ শতাংশহে মাত্ৰ। মুঠ বাজেটত ধন খৰচৰ শতাংশ হিচাপত বিত্তীয় বৰ্ষ ক্ৰমে ১৯৯০-৯১ত ১.৬ শতাংশ, ১৯৯৫-৯৬ত ১.৯ শতাংশ, ২০০০-০১ত ২.৩ শতাংশ, ২০০৫-০৬ত ২.৬ শতাংশ আৰু ২০০৮-০৯ত ৩.১ শতাংশ।

দেশত দীৰ্ঘদিন ধৰি কৃষিক অৱহেলা কৰা কাৰণে কৃষিৰ উৎপাদন কমিছে। ১৯৯১ চনত জনেপ্ৰতি দেশত খাদ্যৰ উৎপাদন আছিল ১৮৬ কিলোগ্ৰাম। ২০০০ চনত হ্ৰাস হৈ ১৬৬ কিলোগ্ৰাম হয় আৰু ২০০৭ চনত জনেপ্ৰতি উৎপাদন হ্ৰাস হৈ হয় ১৬০ কিলোগ্ৰাম। ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সংগঠনে (Food and Agricultural Organisation-FAO) কৈছে খাদ্য নিৰাপত্তা' মানে এখন দেশৰ সকলো পৰিয়ালৰ সকলো সভ্যই সক্ৰিয় আৰু স্বাস্থ্যৱান জীৱন-ধাৰণ কৰাৰ বাবে যথেষ্ট পৰিমাণৰ খাদ্য বা প্ৰয়োজনীয় খাদ্য সকলো সময়তে সহজে পাব লাগিব। ভাৰতবৰ্ষৰ জনগণক আম-আদমিৰ চৰকাৰখনে প্ৰকৃত অৰ্থত খাদ্যৰ নিৰাপত্তা দিব পাৰিবনে? খাদ্য নিৰাপত্তা আইনৰ সাৰ্বজনীন ৰাজহুৱা বিতৰণ ব্যৱস্থা থাকিবনে? ☐☐

*১৯ মাৰ্চ, ২০১০ চন*

# মহিলাৰ বাবে আসন সংৰক্ষণৰ প্ৰেক্ষাপটত

বহু বিতৰ্কৰ অন্ত পেলাই ১৪ বছৰৰ মূৰকত যোৱা ৯ মাৰ্চত লোকসভা আৰু বিধানসভাত মহিলাৰ বাবে ৩৩ শতাংশ আসন সংৰক্ষণ বিধেয়কখন ৰাজ্যসভাত গৃহীত হ'ল। বিধেয়কখন লোকসভাৰ অনুমোদনৰ কাৰণে যাব। বিধেয়কখন লোকসভাত গৃহীত হোৱাৰ কোনো নিশ্চয়তা নাই কাৰণ বিধেয়কখনক সমৰ্থন কৰাক লৈ বি জে পি দলৰ মাজত মতানৈক্য; দেখা দিছে। বিজেপি দলৰ সমৰ্থন অবিহনে লোকসভাত দুই-তৃতীয়াংশ সদস্য সংখ্যা গৰিষ্ঠতা পোৱা অসম্ভৱ। সচেতন মহিলা তথা সচেতন সুচিন্তিত লোকসকলৰ মনৰ আশা ভাৰতীয় গণতন্ত্ৰই পূৰণ কৰিব পাৰিব নে নোৱাৰে ভৱিষ্যতহে ক'ব।

লোকসভা আৰু বিধানসভাত মহিলাৰ বাবে ৩৩ শতাংশ আসন সংৰক্ষিত হ'লে ভাৰতীয় নাৰী সমাজ অধিকাৰ আৰু গণতন্ত্ৰৰ ক্ষেত্ৰত নিশ্চিতভাৱে বহুখোজ আগবাঢ়িব : কিন্তু সামগ্ৰিকভাৱে ভাৰতবৰ্ষৰ ৫০ কোটিৰ অধিক নাৰীৰ প্ৰতি থকা বৈষম্য, অবিচাৰ, অত্যাচাৰ, উৎপীড়নৰ অৱসান নঘটে। পৃথিৱীৰ বিভিন্ন উন্নত দেশৰ দৰে ভাৰততো অতি ক্ষুদ্ৰসংখ্যক নাৰীয়ে সমাজৰ বিভিন্ন ক্ষেত্ৰত নেতৃত্ব লোৱাৰ বাহিৰেও উচ্চ স্তৰৰ দায়িত্ব অধিকাৰ কৰিবলৈ সমৰ্থ হৈছে আৰু বৰ্তমানৰ অৰ্থনীতিয়ে এটি অভিজাত শ্ৰেণীৰ মহিলাৰ সৃষ্টি কৰিছে। যেনে ভাৰতৰ ৰাষ্ট্ৰপতি মহিলা, লোকসভাৰ অধ্যক্ষা মহিলা, কংগ্ৰেছ দলৰ নেত্ৰী মহিলা, লোকসভাৰ বিৰোধী দল নেত্ৰী মহিলা, ভাৰতৰ দ্বিতীয় বৃহত্তম বেংক আই চি আই চি আইৰ মুখ্য পৰিচালিকা মহিলা, ব্যক্তিগত অন্যতম বেংক এক্সিম বেংকৰ মুখ্য পাৰিচালিকা মহিলা, ৰিজাৰ্ভ বেংকৰ দুগৰাকী ডেপুটী গবৰ্ণৰ মহিলা, ৰেইলমন্ত্ৰী মহিলা, দিল্লীৰ মুখ্যমন্ত্ৰী মহিলা, ভাৰতৰ বৃহত্তম বায়'টেক কোম্পানীৰ মালিক আৰু পৰিচালক মহিলা, কৰপোৰেট হাউচৰ সংগঠন চি আই আইৰ সভাপতি মহিলা। বহু বিদেশী কোম্পানীৰ মুখ্য বিষয়া ভাৰতীয় মহিলা। বহু ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়াও মহিলা আছে।

বাস্তৱত ভাৰতৰ মহিলাসকলৰ সামগ্ৰিকভাৱে সমাজত মৰ্যাদা বা তেওঁলোকৰ অৱস্থা কেনেকুৱা? কিমানসংখ্যক মহিলাই শিক্ষাৰ পোহৰ দেখিছে বা তেওঁলোকে সমাজ সচেতন হ'বলৈ সুযোগ বা পৰিৱেশ পাইছে। ৰাজ্যসভাত মহিলাৰ বাবে আসন সংৰক্ষণ বিধেয়কখন গৃহীত হোৱাৰ পাছত দিল্লী চহৰৰ ওচৰৰ হৰিয়ানা আৰু উত্তৰ প্ৰদেশৰ গাঁওকেইখনমানৰ মহিলাসকলৰ প্ৰতিক্ৰিয়াৰ বিষয়ে টিভি চেনেল চি এন এল-আই বি এনৰ এটি সাক্ষাৎকাৰত দেখা পালো যে ৰাজ্যসভাত মহিলাৰ আসন সংৰক্ষণৰ কি বিধেয়ক গৃহীত হৈছে সেই বিষয়ে একো নাজানে তেওঁলোকে আৰু যেতিয়া চেনেলটোৰ সাংবাদিকে তেওঁলোকক জানিব দিলে বিধেয়কখনৰ বিষয়ে কোনো মহিলাই উৎসাহিত নহ'ল। কোনো প্ৰতিক্ৰিয়া নাই, যেনিবা তেওঁলোকৰ বাবে এই বিধেয়ক অপ্ৰাসংগিক— তেওঁলোকৰ

কি লাভ হ'ব। ভাৰতৰ প্ৰায় ৭০/৮০ শতাংশ মহিলাৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে উক্ত সাক্ষাৎকাৰত আৰু বাস্তৱৰ ভাৰতৰ মহিলাৰ এনেকুৱাই অৱস্থা। বহু চিন্তাশীললোকে ইতিমধ্যেই সন্দেহ প্ৰকাশ কৰিছে যে এই ৩৩ শতাংশ আসন সংৰক্ষণৰ বিধেয়ক গৃহীত হ'লে এই আসন সংৰক্ষণক ব্যৱহাৰ কৰি ৰাজনৈতিক নেতা, সমাজৰ প্ৰভাৱশালী লোক আৰু ধনবান লোকসকলৰ পত্নীসকলক, ছোৱালীসকলক আৰু ঘনিষ্ঠ আত্মীয় মহিলাসকলক অনুগৃহীতহে কৰিব। বিধেয়কখন গৃহীত হৈ সংবিধানৰ সংশোধন হ'লে লোকসভা, ৰাজ্যসভা আৰু বিধানসভাত মহিলা প্ৰতিনিধিয়ে ৩৩ শতাংশ আসনত প্ৰতিনিধিত্ব কৰি সামগ্ৰিকভাৱে ভাৰতৰ সমগ্ৰ মহিলা সমাজৰ বৰ্তমানৰ অৱস্থাৰ আমূল পৰিৱৰ্তন সাধনত সক্ৰিয় হৈ সাফল্যলাভত অগ্ৰগতি কৰিব পাৰিলেহে উক্ত আসন সংৰক্ষণ সাৰ্থক হ'ব।

যোৱা ৮ মাৰ্চত বিশ্বত মহিলা দিৱস পালিত হ'ল। 'বিশ্ব নাৰী দিৱস' উপলক্ষে এই বছৰ ৰাষ্ট্ৰসংঘৰ উন্নয়ন কাৰ্যসূচীয়ে (United Nations Development Programme) মহিলাসকলৰ অধিকাৰ তথা অৱস্থাৰ উন্নয়নৰ ওপৰত 'Power, Voice and Right' শিৰোনামেৰে এখন প্ৰতিবেদন প্ৰকাশ কৰিছে। প্ৰতিবেদনখনত ঘোষণা কৰিছে 'লিঙ্গসমতা সাধন কৰিব পাৰিলে অৰ্থনীতিৰ উচ্চ বিকাশত সহজ হয়— 'Gender Equality makes for good economics' I 'equal rights, equal opportunities progress for all'। লিঙ্গসমতাৰ ক্ষেত্ৰত এছিয়া পেচিফিক বিশেষকৈ দক্ষিণ এছিয়া অঞ্চল বহু পাছপৰি আছে যিয়ে অৰ্থনৈতিক বিকাশতো বাধাৰূপে থিয় দিছে। দক্ষিণ এছিয়াৰ দেশসমূহ— ভাৰত, পাকিস্তান, নেপাল, বাংলাদেশ, ভূটান, আফগানিস্থান, শ্ৰীলংকা আৰু মালদ্বীপৰ 'লিঙ্গসমতাৰ ক্ষেত্ৰত শোচনীয় অৱস্থাৰ প্ৰতিচ্ছবি দাঙি ধৰিছে প্ৰতিবেদনত। নাৰী সমাজৰ ক্ষেত্ৰত অৰ্থনীতি, ৰাজনীতি আৰু আইন এই তিনি দিশত উক্ত দেশকেইখনে বিশেষ গুৰুত্ব আৰোপ কৰাৰ সময় সমাগত বুলি দোহাৰিছে প্ৰতিবেদনখনত। শিক্ষাৰ ক্ষেত্ৰত জৰুৰী গুৰুত্ব দি মহিলাসকলৰ সচেতনতা বৃদ্ধিৰ পৰিৱেশ সৃষ্টিৰে ৰাজনীতিত অংশগ্ৰহণৰ ব্যৱস্থা কৰা, প্ৰয়োজন হ'লে এই ব্যৱস্থা বাধ্যতামূলক কৰিবলৈ কৈছে।

মানোন্নয়নৰ মাপকাঠিৰে ভাৰত আনকি শ্ৰীলংকা, ভূটান আৰু মালদ্বীপৰ তলত। দক্ষিণ এছিয়াত বিশ্বৰ এক-চতুৰ্থাংশ লোক বাস কৰে, ইয়াৰে ৭৩ শতাংশ লোক ভাৰতৰ। মুঠ ঘৰুৱা উৎপাদনৰ বিকাশৰ হাৰৰ ক্ষেত্ৰত ভাৰত পৃথিৱীৰ দ্বিতীয় স্থানত আছে চীনৰ পাছতে। এই বিকাশক লৈ ভাৰত গৌৰৱান্বিত। অৰ্থনৈতিক নীতি জনগণৰ স্বাৰ্থৰ পক্ষে নহ'লে জি ডি পিৰ উচ্চ হাৰৰ বিকাশে সাৰ্বিক উন্নয়ন সাধন কৰিব নোৱাৰে এই কথা আমি আগতে বহুবাৰ উল্লেখ কৰিছো। ইউ এন ডি পিৰ উক্ত প্ৰতিবেদনতো এই কথা দোহাৰিছে 'মুঠ ঘৰুৱা উৎপাদন'ৰ বিকাশে স্বেচ্ছাই মানৱোন্নয়নত সহায় নকৰে। ই মানৱ উন্নয়নত সহায়ক হ'ব যদিহে চৰকাৰী নীতিৰ দ্বাৰা হস্তক্ষেপ কৰি ব্যৱহাৰ কৰা হয় মানৱ উন্নয়নৰ দিশত। (High GDP Does not automatically deliver human development That can happen only from more deliberate public policy Interventions)। প্ৰতিবেদনত আৰু কৈছে বিশেষ শিতানসমূহত বিনিয়োগ কৰক যাৰ দ্বাৰা লিঙ্গসমতাক বাস্তৱত ৰূপায়িত কৰিব পাৰি। ভাৰতকে ধৰি দক্ষিণ এছিয়াৰ দেশকেইখনত গড়ে মাত্ৰ ৩৬ শতাংশ মহিলাইহে কৰ্মসংস্থানত যোগ দিয়াৰ সুযোগ পাইছে। ভাৰতত ৩৪.২ শতাংশ মহিলাইহে কৰ্মসংস্থান পাইছে। চাব-চাহাৰা অঞ্চলৰ নিচিনা পশ্চাদপদ অঞ্চলতে ৬০ শতাংশ মহিলাই কৰ্মসংস্থান পোৱাৰ সুযোগ পাইছে। চীন দেশকে ধৰি পূব এছিয়াৰ দেশসমূহৰ ৬৭ শতাংশ মহিলাই কৰ্মসংস্থান পাইছে। বিশ্বত কৰ্মসংস্থান

পোৱা মহিলাৰ গড় হাৰ ৫৩ শতাংশ।

ভাৰতত মহিলাৰ শিক্ষিতৰ হাৰ ৪৮ শতাংশহে মাত্ৰ। স্কুল শিক্ষাৰ প্ৰাথমিক পৰ্যায়ত প্ৰতি ১০০ জন ল'ৰাৰ বিপৰীতে ৮৫ গৰাকী ছোৱালীয়েহে নাম ভৰ্তি কৰে আৰু মাধ্যমিক পৰ্যায়ত ৬৮ গৰাকীয়ে। পঢ়া-শুনা পৰিত্যাগ কৰা ছাত্ৰৰ ভিতৰত ল'ৰাতকৈ ছোৱালীৰ সংখ্যা বেছি। জনজাতি, আদিবাসী আৰু দলিতৰ মাজত স্ত্ৰী শিক্ষাৰ হাৰ অতি নিম্ন। ভাৰতত ৮০ শতাংশ গৰ্ভৱতী নাৰী ৰক্তহীনতাত ভোগে, ইয়াৰে অধিকাংশই অপুষ্টিত ভোগা মহিলা। ভাৰতত সংগঠিত খণ্ডত কাম কৰা মহিলা সদস্যাৰ বিকাশৰ হাৰ ৮ শতাংশৰ পৰা যোৱা দশকত ২ শতাংশলৈ হ্ৰাস হৈছে। ৯৬ শতাংশ মহিলা কৰ্মী অসংগঠিত খণ্ডত, যিসকলৰ কোনো সামাজিক নিৰাপত্তা নাই। গাঁৱলীয়া মহিলা কৰ্মীৰ ৭০ শতাংশ জনজাতি, আদিবাসী আৰু দলিত মহিলা। ভাৰতৰ প্ৰায়বোৰ অঞ্চলতে মহিলা কৰ্মীসকলে পুৰুষ শ্ৰমিকৰ মজুৰিৰ এক-তৃতীয়াংশতকৈও কম পায়। মহিলা শ্ৰমিকৰ ক্ষেত্ৰত ক'তো আইনগত মজুৰিৰ নিয়ম মনা নহয়।

ভাৰতত দিনে দিনে পুৰুষৰ তুলনাত নাৰীৰ সংখ্যা হ্ৰাস পাই আহিছে। গুপ্তভাৱে লিংগ নিৰ্ণয় কৰি গৰ্ভপাত আৰু ল'ৰা সন্তানৰ বাবে অতি আগ্ৰহ তথা অগ্ৰাধিকাৰৰ সংস্কৃতিৰ ফলত যোৱা দশকত ০-৬ বছৰৰ বয়সৰ ছোৱালীৰ সংখ্যা ১০০০ জন ল'ৰা সন্তানৰ বিপৰীতে ৯৪৫ পৰা ৯২৭ গৰাকীলৈ নিম্নগামী হৈছে। শিক্ষিত আৰু অভিজাত লোকৰ বাসস্থান দিল্লী চহৰত এই সংস্কৃতিৰ প্ৰকোপ ইমান বেছি যে ১০০০ জন ল'ৰাৰ ভিতৰত দেশৰ সৰ্বনিম্ন ৮৬৮ গৰাকী ছোৱালী। জনজাতি, অনুসূচীত জাতিৰ ক্ষেত্ৰত ৯৭৩ গৰাকী ছোৱালী।

ভাৰতত ১,২৫,০০০ মহিলাৰ প্ৰতি বছৰে মৃত্যু হয় গৰ্ভধাৰণ বা সন্তান প্ৰসৱৰ সময়ত। এক লাখ গৰ্ভৱতী মহিলাৰ ভিতৰত ৩০০ গৰাকীৰ মৃত্যু হয় সন্তান প্ৰসৱৰ সময়ত। ৩৫ শতাংশ মহিলাই যৌন উৎপীড়নৰ বলি হ'ব লগা হয়। ডাইনী সংক্ৰান্তীয় ঘটনা দিনে দিনে বৃদ্ধি হ'ব ধৰিছে। পঞ্জীয়নভুক্ত বলাৎকাৰৰ ঘটনাসমূহৰ ভিতৰত এক-তৃতীয়াংশ ধৰ্ষণ বা বলাৎকাৰ হ'ল কুমাৰী ছোৱালীৰ ওপৰত। দোষীক শাস্তি দিয়াৰ ক্ষেত্ৰত দেখা যায় যে ৭৫ শতাংশ অভিযুক্তক ন্যায়ালয়ে নিৰ্দোষী সাব্যস্ত কৰে। দেশৰ বিভিন্ন অঞ্চলৰ ছোৱালীক বিক্ৰী কৰি দিয়ে। বিভিন্ন দেশলৈ নাৰীসকলক চালান দিয়া ব্যৱসায়ত লিপ্ত হয় বহু লাভকমী ব্যৱসায়ীয়ে।

নাৰীসকল ওপৰোক্ত শোষণ তথা অবিচাৰ, অত্যাচাৰৰ পৰা মুক্ত হোৱাৰ পূৰ্বচৰ্ত হ'ল অৰ্থনৈতিক স্বাধীনতা। নাৰীসকলৰ কৰ্মসংস্থানৰ ব্যৱস্থাৰ দ্বাৰাইহে নাৰী অধিকাৰ, নাৰীক ক্ষমতা প্ৰদান, নাৰী অধিকাৰ আদিৰ নিশ্চয়তা দিব পাৰি।

ইউ পি এ চৰকাৰে নাৰী সবলীকৰণৰ বাবে ৩৩ শতাংশ আসন লোকসভা আৰু বিধানসভাত সংৰক্ষণৰ বিধেয়ক আনিছে— মহিলাৰ বাবে আসন সংৰক্ষণ ভাৰতৰ গণতান্ত্ৰিক আন্দোলনৰো বহুদিনীয়া দাবী। ভাৰতৰ সুচিন্তিত সচেতন নাগৰিকে সন্তুষ্টি লাভ কৰিছে ইউ পি এ চৰকাৰৰ উক্ত আসন সংৰক্ষণৰ প্ৰস্তাৱত। ইউ পি এ চৰকাৰে কিন্তু নাৰী সম্পৰ্কীয় আঁচনিসমূহৰ আবণ্টনৰ ধন ২০০৪-০৫ বিত্তীয় বৰ্ষৰ ৯.২ শতাংশৰ তুলনাত ২০০৯-১০ বিত্তীয় বৰ্ষত ৩.২ শতাংশলৈ হ্ৰাস কৰিছে। কেন্দ্ৰত নাৰী উন্নয়ন আৰু শিশু উন্নয়নৰ এটি বিভাগ বা এটি মন্ত্ৰালয় (Women and Child Development Ministry) আছে। এই বিভাগলৈ ২০০৯-১০ বিত্তীয় বৰ্ষৰ আবণ্টিত মুঠ ধনৰ ২.৪ শতাংশহে নাৰী উন্নয়নৰ বাবে চিহ্নিত কৰিছে। বাজেট আৰু প্ৰশাসনিক দায়বদ্ধতা (Centre

for budget and Governance Accountability) সংগঠনৰ এটি পৰ্যালোচনা মতে বাজেটত ২০০৪-২০০৫ বিত্তীয় বৰ্ষত উক্ত মন্ত্ৰালয়ৰ আবণ্টিত ধনৰ পৰিমাণ আছিল ২,৪৫৪ কোটি টকা ২০০৯-১০ বিত্তীয় বৰ্ষত পৰিমাণ বৃদ্ধি কৰি ৭,২১৮ কোটি টকা কৰে। কিন্তু উক্ত ধনৰ ২.৪ শতাংশহে নাৰী সম্বন্ধীয় আঁচনিসমূহত খৰচ কৰিছে। ভাৰতৰ নাৰী সমাজৰ যোৱা কেইবছৰত অৰ্থাৎ নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণ হোৱাৰ সময়ৰ পৰা যে অকণো উন্নতি হোৱা নাই সেইটো প্ৰতিফলিত হয় ১৫ৰ পৰা ৪৯ বছৰ বয়সৰ ১৯৯৮-৯৯ বিত্তীয় বৰ্ষত ৰক্তহীনতাত ভোগা নাৰী ৫১.৮ শতাংশৰ পৰা ২০০৫-০৬ বিত্তীয় বৰ্ষত ৫৬.২ শতাংশলৈ বৃদ্ধিৰ পৰা। ভাৰতৰ ৫২ শতাংশ মহিলা নিৰক্ষৰ। জনজাতি, অনুসূচীত দলিত জাতিৰ কাৰণে লোকসভা, বিধানসভা, চাকৰি, শিক্ষাক্ষেত্ৰ আদি সকলোতে আসন সংৰক্ষণৰ ব্যৱস্থা কৰাৰ ৬০ বছৰতকৈ অধিক সময় উকলি গ'ল। কিন্তু আজিলৈ এই জাতিসমূহৰ সৰ্বসাধাৰণৰ প্ৰতি বৈষম্য আঁতৰ হৈছেনে? এওঁলোকৰ উন্নতি হৈছেনে? এওঁলোকৰ জাতিৰ অৱশ্যে বহুমন্ত্ৰী হৈছে, উচ্চ বিষয়া হৈছে, বহু ধনবান লোক হৈছে, এটি ক্ষুদ্ৰ অংশৰ লোক অভিজাত শ্ৰেণীলৈ উন্নত হৈছে।

২০০৪ চনৰ তথ্যমতে চীন দেশৰ গাঁও আৰু চহৰৰ মুঠ শ্ৰমিক-কৰ্মচাৰীৰ ৪৪.৮ শতাংশ মহিলা। চৰকাৰী মালিকানাধীন প্ৰতিষ্ঠানসমূহৰ প্ৰফেচনেল আৰু প্ৰযুক্তি বিশাৰদ কৰ্মচাৰীৰ ৪৩.৬ শতাংশ মহিলা। কিউবাত ৫০ শতাংশ চিকিৎসকো, শিক্ষক, অভিযন্তা, অধ্যাপক মহিলা। তদানীন্তন ছোভিয়েট ৰাছিয়াত ১৯৮০ চনত মুঠ শ্ৰমিক-কৰ্মচাৰীৰ ৫১ শতাংশ মহিলা আছিল। ৬৮ শতাংশ চিকিৎসকো মহিলা আছিল। ১৯৯০ চনত সমাজবাদী দেশসমূহত ৭০/৮০ শতাংশ মহিলাৰ বাবে কৰ্মসংস্থানৰ ব্যৱস্থা কৰিছিল। ঠিক সেই সময়ত জাৰ্মানীত (এফ আৰু জি) ৩২ শতাংশ মহিলাইহে কাম পাইছিল। আৰু ব্ৰিটেইনত মাত্ৰ ৪ শতাংশ উকীল, ২৩ শতাংশ চিকিৎসক, ২০ শতাংশ দাঁতৰ চিকিৎসক মহিলা আছিল। ধনী দেশ আমেৰিকাত মাত্ৰ ৮ শতাংশ উকীল, ৬ শতাংশ দাঁতৰ ডক্টৰ আৰু ১৭ শতাংশ চিকিৎসক মহিলা। বাংলাদেশৰ ৰাজনীতিৰ কেইবাবছৰো ধৰি মহিলাই (খালেদাজিয়া, হাচিনা) প্ৰভুত্ব কৰি আছে কিন্তু বাংলাদেশৰ মহিলা সমাজ পৃথিবীৰ ভিতৰত অনুন্নত। দলিত বা মহিলাৰ অধিকাৰ, উন্নতি নিৰ্ভৰ কৰে সমাজ ব্যৱস্থাৰ ওপৰত।

উক্ত প্ৰেক্ষাপটত ভাৰতৰ লোকসভা, বিধানসভাত মহিলাৰ বাবে ৩৩ শতাংশ আসন সংৰক্ষণ নাৰী অধিকাৰৰ ক্ষেত্ৰত নিশ্চয় এটি পদক্ষেপ। কিন্তু ভাৰতৰ নাৰী সমাজৰ সাৰ্বিক উন্নয়ন নঘটিলে এই আসন সংৰক্ষণ কেৱল বিভিন্ন গোষ্ঠীৰ উচ্চ খাপৰ নাৰীসকলৰ সুবিধা ভোগৰ আহিলা নহ'ব জানো? সেয়ে আসন সংৰক্ষণৰ লগে লগে অৰ্থনৈতিক সমতাপূৰ্ণ ব্যৱস্থা প্ৰৱৰ্তনৰ যুঁজখন আগুৱাই নিব পাৰিলেহে লিংগসমতা সাব্যস্ত কৰাৰ বাবে উপযুক্ত পৰিৱেশ ৰচনা হ'ব। ◻◻

*২৬ মাৰ্চ, ২০১০ চন*

# অসমত কৃষিখণ্ড উন্নয়নৰ প্ৰহেলিকা

'Implementation of irrigation projects needs special attention as almost 75% of the potential create is no more available' জলসিঞ্চন প্ৰজেক্টসমূহ ৰূপায়ণত বিশেষ মনোযোগ দিব লাগে। কাৰণ আজিলৈ সৃষ্টি কৰা জলসিঞ্চন ব্যৱস্থাৰ ৭৫ শতাংশৰে অস্তিত্ব নাই। উক্ত কথাষাৰ লিখিছে যোজনা আয়োগৰ বিশেষ পৰামৰ্শদাতা (special consultant) শ্ৰীমতী ফিৰোজা মেহৰোট্ৰাৰ নেতৃত্বত গঠিত পৰীক্ষণ কমিটিয়ে দাখিল কৰা 'Assam-Flagship programmes review - 25 November 2009' নামৰ প্ৰতিবেদনখনত। প্ৰধানমন্ত্ৰীৰ নিৰ্দেশক্ৰমে অসমত সামাজিক খণ্ডৰ গুৰুত্বপূৰ্ণ আঁচনি (Flagship Programmes) সমূহ ৰূপাযণৰ আঁতি-গুৰি ল'বলৈ আৰু পৰীক্ষা কৰিবলৈ নিৰন্তৰ প্ৰক্ৰিয়াৰ অংশ হিচাবে যোৱা অক্টোবৰ (২০০৯) মাহত উক্ত কমিটিৰ অসম ভ্ৰমণ কৰি এখন প্ৰতিবেদনখন দাখিল কৰে। কাগজে-কলমে ৰূপায়ণ হোৱা চৰকাৰী আঁচনিসমূহৰ যদি অস্তিত্বই নাথাকে বাস্তৱত সেই আঁচনিসমূহ ৰূপায়ণ হৈছিল নে এটি ডাঙৰ প্ৰশ্ন আহি পৰে। অসমত কাগজ-কলমৰ হিচাপত ৰূপাযণ হোৱা আঁচনিসমূহৰ অৱস্থা উক্ত জলসিঞ্চনৰ আঁচনিৰ নিচিনাই নেকি। যোজনা আয়োগে উক্ত প্ৰতিবেদনতে দুখ প্ৰকাশ কৰিছে যে অসমত কৃষি উৎপাদনৰ বিকাশ নৱম পৰিকল্পনাৰ সময়ছোৱাত আছিল ০.৪ শতাংশ দশম পৰিকল্পনাত কৃষি উৎপাদনৰ বিকাশ নেতিবাচক (—০.২৭) শতাংশ। ৭৫ শতাংশ জলসিঞ্চন ব্যৱস্থা অন্তৰ্ধান হোৱা পৰিস্থিতিত যি সময়ত বিভিন্ন ৰাজ্যত কৃষিৰ উৎপাদন বিকশিত হৈছে সেই সময়ত অসমত উৎপাদন হ্ৰাস হৈছে। একাদশ যোজনাৰ পাঁচ বছৰত অসম চৰকাৰে লক্ষ্য হৈছে ২ শতাংশ উৎপাদন বৃদ্ধি কৰিবলৈ, যোজনা আয়োগে কৈছে যে কৃষিৰ উৎপাদন ২ শতাংশ বৃদ্ধি হ'ব পাৰে যদিহে আবণ্টিত ধনসমূহ সঠিকভাৱে ৰূপায়ণ হয়।

উক্ত কমিটিয়ে অসমত আবণ্টিত ধনসমূহৰ খৰচত নিশ্চয় সন্তুষ্ট হোৱা নাই সেয়েহে আঁচনিসমূহত আবণ্টিত ধনসমূহৰ খৰচ বিশেষকৈ ৰাজ্যৰ ৰাজহৰ বাহিৰৰ পৰা ধন বিনিয়োগ কৰা প্ৰজেক্টসমূহৰ খৰচ নিয়মিত তদাৰক কৰাৰ কথা কৈছে (need to in place mechanism for close and regular monitoring of expenditure for effective utilization of funds especially funds of externally aided projects)।

যোজনা আয়োগে অতি পৰিতাপৰ কৰা বুলি কৈছে যে ধনশিৰি জলসিঞ্চন প্ৰজেক্ট, চম্পামতি জলসিঞ্চন প্ৰজেক্ট, বৰলীয়া জলসিঞ্চন প্ৰজেক্ট আৰু বুঢ়িদিহিং জলসিঞ্চন প্ৰজেক্টৰ যোৱা ২০ৰ পৰা ২৫ ধৰি নিৰ্মাণৰ কাম চলি আছে আজিলৈ সম্পূৰ্ণ হোৱা নাই। ৰাজ্য চৰকাৰে আশ্বাস দিছে ২০১০ চনৰ মাৰ্চৰ ভিতৰত সম্পূৰ্ণ হ'ব যদিহে কেন্দ্ৰীয় চৰকাৰে ১১৬.৫১ কোটি টকা আৰু ৰাজ্য চৰকাৰৰ অংশ ১২ ৮৬ কোটি টকা বিনিয়োগ কৰে। এই প্ৰজেক্টকেইটা সম্পূৰ্ণ হ'লে অতিৰিক্ত ৮৮,১০৬ হেক্টৰ মাটিত জলসিঞ্চন কৰিব পৰা গ'লহেঁতেন। ৰাজ্যৰ ১,৫১,৭১০ হেক্টৰ মাটিত জলসিঞ্চনৰ

বাবে ২০০৭-০৮ আৰু ২০০৮-০৯ বিত্তীয় বছৰত ৩৫৭ টা সৰু জলসিঞ্চন প্ৰজেক্ট (Minor Irrigation Projects) সম্পূৰ্ণ কৰাৰ বাবে ৮৮২.৪ কোটি টকা আৱণ্টন কৰা হৈছিল। ছেপ্টেম্বৰ মাহলৈকে (২০০৯) ১০২টা প্ৰজেক্টহে সম্পূৰ্ণ হোৱা বুলি হিচাপ দিছে যোজনা আয়োগক আৰু বাকী প্ৰজেক্টসমূহ মাৰ্চৰ ভিতৰত সম্পূৰ্ণ হ'ব বুলি আশ্বাস দিছে। মাৰ্চ মাহ গ'লেই; ভগৱানেহে জানে যে বাকী থকা ২৫৫টা প্ৰজেক্ট ৩১ মাৰ্চ, ২০১০ৰ ভিতৰত সম্পূৰ্ণ হ'বনে নহয়।

অসমত জলসিঞ্চনৰ এ আই বি পি (Accelenated Irrigation Benefit Programme-AIBP) কাৰ্যসূচীৰ অগ্ৰগতি আৰু বিত্তীয় অনুমোদন সম্পৰ্কে যোজনা আয়োগৰ উক্ত পৰ্যালোচনা কমিটিয়ে প্ৰস্তুত কৰা তালিকাখন তলত উল্লেখ কৰা হ'ল—

**ডাঙৰ আৰু মজলীয়া প্ৰজেক্ট (Major/Medium)**

| | ২০০৭-০৮ | ২০০৮-০৯ | ২০০৯-১০ ছেপ্টেম্বৰ মাহলৈ | মুঠ |
|---|---|---|---|---|
| ১। অনুমোদিত প্ৰজেক্টৰ সংখ্যা | ৬ | ৫ | ৪ | ১৫ |
| ২। কাম সম্পূৰ্ণ হোৱা প্ৰজেক্টৰ সংখ্যা | ১ | ১ | — | ২ |
| ৩। জলসিঞ্চন সুবিধাৰ লক্ষ্য (.০০০ হেক্টৰ) | ৫.২ | ২৫.৬৫৮ | ৮৮.১০৬ | ১১৮.৯৬৪ |
| ৪। জলসিঞ্চনৰ সুবিধাৰ ব্যৱস্থা কৰিব পৰা হৈছে (.০০০ হেক্টৰ) | ৪.৪৫১ | ৮.৭৯৪ | — | ১৩.৩৪৬ |
| **বিত্তীয় পৰিস্থিতি (লাখৰ হিচাপত টকা)** | | | | |
| ১।ভাৰত চৰকাৰে আদায় দিয়া ধনৰ পৰিমাণ | ১৫১৯ | ৯১৬৩.৭৬ | ১২০০.৪ | ১১৮৮৩.১৬ |
| ২।খৰচ হৈছে | ৫৮৮.৮ | ৪৫৩৩.২৬ | ৫৭৮০.৭০ | ১০৯০২.৭৬ |
| ৩।খৰচ নোহোৱা পৰিমাণ | ৯৩০.২ | ৪৬৩০.৫০ | -৪৫৮০.৩০ | ৯৮০.৪০ |
| ৪।ধন ব্যৱহাৰৰ শতাংশ | ৩৮.৭৫ শতাংশ | ৪৯.৪৭ শতাংশ | ৪৮১.৫৬ শতাংশ | ৯১.৭৪ শতাংশ |

**ক্ষুদ্ৰ (Minor) জলসিঞ্চন**

| | ২০০৭-০৮ | ২০০৮-০৯ | ২০০৯-১০ ছেপ্টেম্বৰ মাহলৈ | মুঠ |
|---|---|---|---|---|
| ১। অনুমোদিত প্ৰজেক্টৰ সংখ্যা | ৯২ | ২৬৫ | ১০৪ | ৪৬১ |
| ২। কাম সম্পূৰ্ণ হোৱা প্ৰজেক্টৰ সংখ্যা | ৭২ | ৩০ | — | ১০২ |

| ৩। জলসিঞ্চন সুবিধাৰ লক্ষ্য (.০০০ হেক্টৰ) | ৩৯.৪৩১ | ১১২.২৭৯ | ৩৭.৪৪৪ | ১৮৯.১৫৪ |
|---|---|---|---|---|
| ৪। জলসিঞ্চনৰ সুবিধাৰ ব্যৱস্থা কৰিব পৰা হৈছে (.০০০ হেক্টৰ) | ৩১.৫৭৬ | ৯.৬৫৩ | — | ৪১.২২৯ |
| **বিত্তীয় পৰিস্থিতি** | | | | |
| ১। ভাৰত চৰকাৰে আদায় দিয়া ধনৰ পৰিমাণ | ৬৭০৮.৬৪ | ১৮১২৫.৩ | ১২১০৯.৪৯ | ৩৬৯৪৩.৪৩ |
| ২। খৰচ হৈছে | — | ১৩৬৫৫.৪৬ | ৭০৬০.৭২ | ২০৭১৬.১৭৭ |
| ৩। খৰচ নোহোৱা পৰিমাণ | ৬৭০৮.৬৪ | ৪৪৬৯.৮৪ | ৫০৪৮.৭৭ | ১৬২২৭.১৪৯ |
| ৪। ধন ব্যৱহাৰৰ শতাংশ | ০ শতাংশ | ৭৫.৩ শতাংশ | ৫৮.৩ শতাংশ | ৫৬০.৮ শতাংশ |

কৃষি ক্ষেত্ৰত আন এখন গুৰুত্বপূৰ্ণ আঁচনি (Flagship Programmes) উদ্যানৰ ক্ষেত্ৰত উত্তৰ পূৰ্বাঞ্চলত প্ৰযুক্তি মিচনৰ (Technology Mission for Horticulture North-East-TMNE) ৰূপায়ণৰ ক্ষেত্ৰত যোজনা আয়োগৰ উক্ত কমিটিৰ মন্তব্য যে উত্তৰ পূৰ্বাঞ্চলত এই আঁচনিৰ প্ৰচুৰ সম্ভাৱনা আছে। অসমে এই আঁচনিৰ অন্তৰ্ভুক্ত Mini Mission - I (Research) Mini Mission-III (Post harvest Management and Marketing) আৰু Mini Mission-IV (Processing and Export) আদি উপ-আঁচনিৰ ৰূপায়ণৰ বাবে কোনো কাম-কাজেই নকৰিলে বুলি অভিযোগ কৰিছে প্ৰতিবেদনত। উদ্যানজাতীয় শস্যৰ ক্ষেত্ৰত গৱেষণাৰ বাবে, উৎপাদিত শস্য পৰিচালনা আৰু উপযুক্ত বজাৰৰ ব্যৱস্থা আৰু সেই শস্যসমূহৰ প্ৰচেছিং আৰু ৰপ্তানিৰ ব্যৱস্থা কৰিবলৈ অসম চৰকাৰে কোনো উদ্যোগ গ্ৰহণ নকৰিলে— মাত্ৰ Mini Mission- III ২০০৭-০৮ চনতে কেন্দ্ৰলৈ এটি প্ৰস্তাৱ পঠাইছিল অনুমোদন এতিয়াও পোৱা নাই। টেকনোলজি মিচনৰ খৰচৰ ক্ষেত্ৰত প্ৰতিবেদনত কৈছে যে ২০০৭-০৮ বিত্তীয় বছৰত খৰচৰ টকা ২,৬৮০ লাখৰ বিপৰীতে ২০০৮-০৯ বিত্তীয় বছৰত খৰচ কৰিছে ৩,৫০০ লাখ টকা কিন্তু কামৰ ফলাফল ২০০৮-০৯ বিত্তীয় বছৰতকৈ ২০০৭-০৮ বিত্তীয় বছৰতহে বেছি আছিল। (The physical performance in 2008-09 has been lower than that in 2007-08, but the expenditure increased from Rs. 2,680 lakhs in 2007-08 to about Rs. 3,500 lakhs in 2008-09)।

খেতিৰ বাবে মৌলিক আন্তঃগাঁথনি জলসিঞ্চন। অসমত জলসিঞ্চনৰ উপযুক্ত ব্যৱস্থা কৰিব নোৱাৰিলে কৃষি উৎপাদনৰ বিকাশ ঘটাব পৰা নাযাব। সদায়ে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰা নাযায়। পানীৰ অভাৱত খেতিয়কে পথাৰত খেতি কৰিব নোৱাৰে। এইবাৰৰ বাজেটত মুখ্যমন্ত্ৰীয়ে ৪৬ লাখ টন কৃষি উৎপাদনৰ লক্ষ্য লৈছে। উৎপাদনৰ লক্ষ্য পূৰণৰ বাবে কৃষিৰ আন্তঃগাঁথনি উন্নত কৰাৰ ক্ষেত্ৰত চৰকাৰ উদাসীন। কৃষকক ট্ৰেক্টৰ দিলেও কৃষকে শুকান পথাৰত ট্ৰেক্টৰেৰে হাল বাই খেতি কৰিব নোৱাৰে। অসম খাদ্যত আত্মনিৰ্ভৰশীল হ'ব পৰা নাই কিয় আজিলৈ। অসমৰ মাটি সাৰুৱা, পানী উৰ্ভৈনদী; তথাপি শস্যৰ উৎপাদন ভাৰতৰ আন ৰাজ্যৰ তুলনাত কম। অসমত হেক্টৰে প্ৰতি

উৎপাদন ভাৰতৰ গড় উৎপাদনৰ আধা। কৃষিৰ উৎপাদনৰ উন্নতিৰ ক্ষেত্ৰত যোজনা আয়োগে কৈছে যে বানপানী এটি বৃহত্তম প্ৰত্যাহ্বান। সম্প্ৰতি ৪ লাখ হেক্টৰ মাটি খহনীয়াই নিচিহ্ন কৰিছে। ৮ লাখ লোক গৃহহাৰা, জমিহাৰা হৈছে। যোজনা আয়োগৰ উক্ত কমিটিয়েও কৈছে ৰাজ্যৰ বানসমস্যা সমাধানৰ স্থায়ী প্ৰতিকাৰক ব্যৱস্থাৰ পৰিবৰ্তে জোৰা-টাপলি মৰা হ্ৰস্বম্যাদী ব্যৱস্থাহে লৈ আছে। আনকি আগতে সৃষ্টি কৰা বহুব্যৱস্থা বৰ্তমান নিয়মিত মেৰামতি নকৰাৰ ফলত অচল হৈ পৰিছে। বানপানীৰ স্থায়ী সমাধান অবিহনে অসমত কৃষিৰ উন্নয়নৰ পৰিবৰ্তন অসম্ভৱ। অসমৰ বান সমস্যা পৰিচালনাৰ বাবে এছিয়ান ডেভেলপমেণ্ট বেংকে ১০০০ কোটি টকা দিয়াৰ কথা-বতৰা চলি আছে। টকা আহিলে জলসিঞ্চন প্ৰজেক্ট ৰূপায়ণৰ দৰে নহ'বতো?

অসমৰ জনগণৰ মূল খাদ্য-সামগ্ৰী যেনে— চাউল, আটা, দাইল, তেল আদিৰ ক্ষেত্ৰত যথেষ্ট ঘাটি। প্ৰকৃতিৰ দয়াত অসমত কৃষিৰ বাবে উপযুক্ত সম্পদ আছে। ভাৰত স্বাধীন হোৱাৰ ৬২ বছৰ পাছতো অসমত কৃষি খণ্ডৰ উন্নতি হোৱা নাই বৰং অধোগতি হৈছে— ইয়াৰ বাবে দায়ী কোন? ভাৰতৰ ভিতৰত অসমৰ অধিক অংশ জনগণ কৃষিৰ ওপৰত নিৰ্ভৰশীল সেয়ে কৃষি অকল তেওঁলোকৰ খাদ্য উৎপাদনৰ আহিলাই নহয়; কৃষি অসমৰ ৭৫ অংশ মানুহৰ জীৱন-জীৱিকাৰ স্থল। কৃষি উৎপাদনৰ উন্নতি বা কৃষি খণ্ডৰ উন্নতি অবিহনে অসমৰ ৭৫ শতাংশ লোকৰ অৰ্থনৈতিক উন্নয়ন অসম্ভৱ। □□

*২ এপ্ৰিল, ২০১০ চন*

# দাৰিদ্ৰ নিৰ্মূল আঁচনি ঃ এক প্ৰহসন

দাৰিদ্ৰ জীয়াই ৰাখি দৰিদ্ৰসকলক ভিক্ষা দিয়াৰ ব্যৱস্থা কৰাতকৈ দাৰিদ্ৰৰ অৱসান ঘটাই ভিক্ষা দিব লগা পৰিস্থিতিৰ অন্ত কৰিব লাগে এখন কল্যাণকামী ৰাষ্ট্ৰই। সমাজত এষাৰ কথাৰ প্ৰচলন আছে যে অসাধু ব্যৱসায়ীসকলে, ক'লা বেপাৰীসকলে ধন ঘটি পৰুৱাক চেনি দি বা শুক্ৰেশ্বৰ ঘাটত বা আন ঠাইত দৰিদ্ৰ কিছু লোকক এসাজ খুৱাই পুণ্য অৰ্জন কৰাৰ চেষ্টা কৰে। আজিকালি চৰকাৰসমূহৰ প্ৰায় আঁচনিবোৰেই তেনেকুৱা ধৰণৰ হৈছে। দৰিদ্ৰ কিছু লোকক কম্বল, আঁঠুৱা, সূতা বা দহ-বিশ হাজাৰ টকা দিয়া ইত্যাদি ইত্যাদি। চৰকাৰে নিশ্চয় তৎকালীন সকাহ বা সাহায্যৰ আঁচনি গ্ৰহণ কৰিব লাগে ; কিন্তু সেয়া হ'লেও সমস্যাসমূহৰ স্থায়ী সমাধানৰ আঁচনিসমূহে প্ৰাধান্যতা লাভ কৰিব লাগে। আজিকালি চৰকাৰৰ বছৰেকীয়া বাজেটসমূহত ৰাজ্যৰ মূল সমস্যাসমূহৰ স্থায়ী সমাধানসূত্ৰই প্ৰাধান্য পোৱাতকৈ তাৎক্ষণিক জনপ্ৰিয় অস্থায়ী সকাহৰ আঁচনিয়েহে প্ৰাধান্য পোৱা প্ৰতিফলিত হৈছে— যিবোৰ আঁচনিৰ ফলাফল লাভ কৰিবলৈ বহু লোক ইয়াৰ পাছত দৌৰে আৰু একশ্ৰেণী দালালৰো সৃষ্টি হয়। দালালসকলে দাৰিদ্ৰ নিবাৰণৰ নামত, জনগণৰ নামত এই আঁচনিসমূহৰ পৰা বহু শতাংশ ধন আত্মসাৎ কৰে। এনে আঁচনিসমূহ ভোটৰ ৰাজনীতিত হয়তো সহায়ক হ'ব পাৰে ; কিন্তু জনগণৰ সমস্যা সমাধানত সহায়ক নহ'ব।

গৰাখহনীয়াৰ দ্বাৰা ক্ষতিগ্ৰস্ত দৰিদ্ৰ পৰিয়ালৰ পুনৰ সংস্থাপনৰ বাবে ২০০০ টকা আৰু দুই বাণ্ডিল টিনেৰে পুনৰ সংস্থাপন দিয়া নাযায়— পুনৰসংস্থাপন হ'ব যদিহে সেই পৰিয়ালসমূহৰ জীৱন-জীৱিকাৰ বাবে নিয়মিতভাৱে আয় কৰিব পৰা এটি পথৰ সন্ধান দিয়া হয় যাতে নিয়মিতভাৱে দিনে দুবেলা দুসাঁজ খোৱাৰ সুবিধাকণ প্যায়, ল'ৰা-ছোৱালীৰ শিক্ষা গ্ৰহণৰ, বেমাৰৰ চিকিৎসা গ্ৰহণৰ সুযোগ পায়। ৰাজ্যৰ বান আৰু খহনীয়াত ক্ষতিগ্ৰস্ত লোকৰ প্ৰকৃতাৰ্থত পুনৰ সংস্থাপনৰ প্ৰয়োজন। লগতে ৰাজ্যৰ বান আৰু গৰাখহনীয়াৰ সমস্যাৰ স্থায়ী সমাধান। গতিকে বান আৰু গৰাখহনীয়াত ক্ষতিগ্ৰস্ত লোকৰ প্ৰকৃতাৰ্থত পুনৰ সংস্থাপন আঁচনিৰ লগতে বাজেটসমূহত বান আৰু গৰাখহনীয়াৰ স্থায়ী সমাধানৰ আঁচনি থাকিব লাগে। অন্যথা নিয়মিতভাৱে বান আৰু গৰাখহনীয়াই বছৰি বহু লাখ লোকক সৰ্বহাৰা কৰিব। পুনৰসংস্থাপনৰ আঁচনি গ্ৰহণেৰে অকল বান আৰু গৰাখহনীয়া সমস্যাৰ শেষ নহয়। অতি সম্প্ৰতি আমেৰিকাৰ পৰা ছুটীত অহা জনৈক অসমীয়া অভিযন্তাৰ লগত দেখা হৈছিল। তেখেতে চন্দ্ৰপুৰৰ ফালে কোনো ঠাইত ব্ৰহ্মপুত্ৰৰ খহনীয়া প্ৰতিৰোধৰ বাবে কৰা ব্যৱস্থাৰ পৰিদৰ্শন কৰি তেখেতৰ অভিজ্ঞতাৰ কথা কৈছিল যে যি আকাৰৰ শিল আৰু যি ধৰণৰ তাঁৰৰ জালেৰে বান্ধ দিছে, মাত্ৰ কেইমাহমানতে মামৰে জাল শেষ কৰি শিল উটুৱাই নিব। তেখেতে মোক

সুন্দৰভাৱে বুজাই দিছিল, কিমান আকাৰৰ শিলৰ দৰকাৰ আৰু কিধৰণে এইসমূহ পেলালে প্ৰকৃতভাৱে পানী প্ৰতিৰোধ কৰিব পাৰিলেহেঁতেন আৰু এই ব্যৱস্থা স্থায়ী হ'লহেঁতেন। এই প্ৰজেক্টত তেখেতৰ মতে কেইবা কোটি টকা খৰচ হৈছে। অৰ্থহীনভাৱে ইমান টকা খৰচ কৰিবলৈ মোকলাই নিদিলেই ভাল আছিল। ই অসমৰ বান সমস্যা সমাধানৰ প্ৰতি চৰকাৰৰ আন্তৰিকতাৰ এটি নমুনাহে মাত্ৰ। ভাৰত স্বাধীন হোৱাৰ দিনৰে পৰা চৰকাৰসমূহে বান সমস্যাক লৈ কান্দিয়েই আছে— কোটি কোটি টকাৰ এনেকুৱা অপব্যয় কৰা হৈছে। ৰাজ্যৰ লাখ লাখ লোক বান আৰু গৰাখহনীয়াৰ প্ৰকোপৰ দ্বাৰা সৰ্বস্বান্ত হৈ ভিক্ষাৰী হৈছে আৰু চৰকাৰেও এওঁলোকক ভিক্ষা দিয়াৰ আঁচনি গ্ৰহণ কৰিছে। অসমত বান আৰু গৰাখহনীয়া নিয়ন্ত্ৰণৰ দীৰ্ঘম্যাদী মেগা আঁচনি গ্ৰহণৰ দ্বাৰা বান আৰু গৰাখহনীয়া সমস্যাৰ সমাধান কৰি দাৰিদ্ৰ মোচনৰ আঁচনি চৰকাৰে কেতিয়া গ্ৰহণ কৰিব? দৰিদ্ৰ লোকৰ সংখ্যা একেবাৰে মোচন হোৱাতো বহুতো ৰাজনীতিবিদে নিবিচাৰে। তেতিয়াহ'লে এইসকল লোক ৰাজনৈতিকভাৱে কেতিয়াও সচেতন হ'ব নোৱাৰে— ভোটৰ সময়ত টকাৰে এওঁলোকক কিনিব পৰা যায়। মাও চে টুঙৰ কথাষাৰ এইক্ষেত্ৰত সঠিক— "ভিক্ষাৰী কেতিয়াও বিপ্লৱী হ'ব নোৱাৰে।"

আজিৰ অসমৰ প্ৰধান সমস্যা কৰ্মসংস্থানৰ। কৰ্মসংস্থানহীন হতাশগ্ৰস্ত যুৱকক সন্ত্ৰাসবাদে আকৰ্ষিত কৰিছে। সেয়ে কৰ্মসংস্থান সৃষ্টিৰ প্ৰকল্প গ্ৰহণৰ বাবে চৰকাৰে অগ্ৰাধিকাৰ দিব লাগে। প্ৰতিজন নিবনুৱাক এবাৰ দহ হাজাৰ টকা দিলেই নিবনুৱা সমস্যাৰ সমাধান নহয়। দহ হাজাৰ টকাৰে কোনো কামৰ বাবে এমাহৰ বা দুমাহৰ কাৰণে স্বেচ্ছাসেৱক মকৰল কৰিব পৰা যায়। চৰকাৰেহে জানিব প্ৰস্তাৱিত আঁচনিত কি কামৰ বাবে কেতিয়া ৫০ হাজাৰ স্বেচ্ছাসেৱক মকৰল কৰে নে এনেয়ে টকাৰ বিতৰণ হয়। দহ হাজাৰ টকা পাবলৈ নিবনুৱা যুৱকসকলেও বহু প্ৰভাৱশালী ব্যক্তি বা আমোলাৰ পাছত দৌৰিব লগা হয়। এনে ধৰণৰ আঁচনি গ্ৰহণ আৰু ৰূপায়ণৰ দ্বাৰা বহুল প্ৰচাৰিত সাৰ্বিক উন্নয়ন সম্ভৱ জানো!

বাজেটত চমক লগোৱা বহু আঁচনি গ্ৰহণ কৰা হয়। পৰৱৰ্তী বাজেট উত্থাপন কৰাৰ সময়ত সেই আঁচনিসমূহৰ সঠিক ৰূপায়ণ হোৱা-নোহোৱাৰ অৱশ্যে খতিয়ান দিয়াৰ নিয়ম নাই। চৰকাৰ এখনে যিখিনি আঁচনি বা প্ৰকল্প গ্ৰহণ কৰে সেইখিনি ৰূপায়ণ কৰিব পাৰে নে নোৱাৰে, চৰকাৰখন কৰ্মঠ (worthfull) নে অকৰ্মণ্য বা অপদাৰ্থ (worthless) সেয়া প্ৰতিফলিত হয় প্ৰকল্পসমূহৰ ৰূপায়ণৰ মাধ্যমেৰে। আমাক এজন ৰাজনৈতিক নেতাই ক'লে যে জৱাহৰলাল নেহেৰু নেচনেল আৰবান ৰিণুৱেল মিছন (JNNURM) আঁচনিত গুৱাহাটীৰ উন্নয়নত ৪,৫০০ কোটি টকা পাব ; কিন্তু অসম চৰকাৰে প্ৰকল্প তৈয়াৰ কৰি দিব পৰা নাই। অসম চৰকাৰে যিসমূহ প্ৰকল্প প্ৰস্তুত কৰি পঠিয়াই সেইসমূহৰো সঠিক প্ৰস্তুতকৰণ নোহোৱা বাবে ঘূৰি আহে। এতিয়ালৈ ১,৭০০ কোটি টকাৰহে প্ৰকল্প তৈয়াৰ কৰিব পাৰিছে। বৰ্তমানলৈ ৩৫০ কোটিমান টকাহে অনুমোদন হৈছে। এই অনুমোদিত ধনৰ ভিতৰত গুৱাহাটীৰ বাবে কিছু বাছ কিনাৰ প্ৰস্তাৱ আছে। গুৱাহাটী অকল অসমৰে ৰাজধানী বা কেন্দ্ৰস্থল নহয়। উত্তৰ পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যৰ কেন্দ্ৰস্থল। গুৱাহাটী আধুনিক চহৰ নহয়। গতিকে গুৱাহাটীৰ উন্নয়নৰ বাবে অহা ধনসমূহ অভিজ্ঞ এক্সপাৰ্ট গ্ৰুপৰ দ্বাৰা পৰিকল্পিতভাৱে খৰচ কৰাৰ প্ৰকল্প গ্ৰহণ কৰিব লাগে— কেন্দ্ৰৰ আবণ্টিত ধনসমূহ যাতে সময়মতে অনুমোদন কৰাই আনিব পাৰি। সঠিক প্ৰকল্প তৈয়াৰ কৰাৰ বাবে এটা সুদক্ষ বিভাগৰ সৃষ্টি কৰিব লাগে। ইয়াত প্ৰয়োজনত ৰাজ্যৰ বাহিৰৰো সুদক্ষ লোকৰ নিয়োগ হ'ব লাগে। সময়মতে সঠিক প্ৰকল্প দাখিল কৰাৰ ক্ষেত্ৰত

ত্ৰিপুৰা চৰকাৰ আৰু অন্ধ্ৰপ্ৰদেশ হেনো অতি দক্ষ। প্ৰকল্প তৈয়াৰ কৰাৰ বাবে এই চৰকাৰসমূহে বিৰাট বিভাগ মুকলি কৰিছে। বিভিন্ন বিষয়ত বহু সুদক্ষ লোকক নিয়োগ কৰিছে। এই ৰাজ্যসমূহৰ প্ৰকল্প কেন্দ্ৰই ওভোটাই পঠিয়াব পৰা নাই। সেয়ে প্ৰকল্পসমূহৰ ৰূপায়ণৰ বাবে সময়মতে সকলো আৱণ্টিত ধন ৰাজ্যলৈ লৈ আহিব পাৰিছে।

এইবাৰ বাজেটত গুৱাহাটীৰ সীমাতে (satellite) এখন পৰিকল্পিত চহৰৰ সৃষ্টি কৰাৰ প্ৰস্তাৱ কৰিছে। অতি উত্তম প্ৰস্তাৱ ; সকলোৰে আদৰণীয় ; বৰ্তমানৰ গুৱাহাটীখন অপৰিকল্পিত ; মানুহ বাস কৰাৰ অনুপযোগী হৈছে। গতিকে কলকাতাৰ চল্টলেক বা দিল্লীৰ ওচৰৰ নইদা, গুৰগাঁৱ আৰু দ্বাৰকাৰ দৰে চেটেলাইট চহৰৰ অতি প্ৰয়োজন ৰাজ্যখনৰ উন্নতিৰ বাবে। সুন্দৰ চহৰ এখন হ'লে তথ্য প্ৰযুক্তিয়েই হওক বা আন আন ব্যক্তিগত প্ৰতিষ্ঠানৰ বিভিন্ন প্ৰকল্প অতি আগ্ৰহেৰে ইয়াতে স্থাপন কৰাৰ সুযোগ হ'ব। বহু কৰ্মসংস্থান সৃষ্টি হোৱাৰ সম্ভাৱনা আছে। তাৰোপৰি আন্তঃগাঁথনি সৃষ্টিৰ বাবে বহু কৰ্মসংস্থান সৃষ্টি হ'ব। সেয়ে JNNURM আঁচনিৰ ধন বাছ কিনি খৰচ নকৰি পৰিকল্পিতভাৱে চহৰখনৰ আন্তঃগাঁথনিৰ উন্নয়নত খৰচ কৰক। যোজনা আয়োগৰ ২৫ নৱেম্বৰ (২০০১ ৰিভিউ প্ৰতিবেদনতো কৈছে যে JNNURM-এ আঁচনিত ৪৭৭ কোটি টকা খৰচৰ ৫টা প্ৰকল্প ইতিমধ্যে অনুমোদন কৰিছে। অসমৰ সাৰ্বিক উন্নয়ন সাধন কৰিবলৈ হ'লে বানপানী সমস্যাৰ স্থায়ী সমাধান, সকলো খণ্ডৰে আন্তঃগাঁথনিৰ উন্নয়ন আদি দিশত আগবাঢ়িব লাগিব। বিদ্যুতৰ ব্যৱস্থা নোহোৱাকৈ কম্পিউটাৰ দি লাভ নাই। আঁঠুৱা দি মেলেৰিয়া নিয়ন্ত্ৰণ কৰা নাযায়— মেলেৰিয়া মহ নিৰ্মূল কৰাৰহে ব্যৱস্থা ল'ব লাগে। অকল শোৱাৰ সময়তে নহয়, আন সময়তো হয়তো মেলেৰিয়া মহে কামুৰিব পাৰে। আঁঠুৱা যোগান ধৰা কোম্পানীসমূহে এই আঁচনিত আবণ্টিত ৭৫ কোটি টকা সৰকাই নিব ; কিন্তু মেলেৰিয়া নিয়ন্ত্ৰণ নহ'ব। বিশ্ব স্বাস্থ্য সংস্থাৰ (WHO) আঁচনিখন ৰূপায়ণৰ দ্বাৰা ৪৫ বছৰ আগতে মেলেৰীয়া নিৰ্মূল কৰিব পৰা হৈছিল। বৰ্তমান কিয় নোৱাৰিব কৃষকক পাৱাৰ ট্ৰিলাৰ দিব ; খুব উত্তম প্ৰস্তাৱ। কিন্তু ৰাজ্যখনত হিমঘৰ কিমানটা আছে? বিভিন্ন ৰাজ্যত প্ৰতি পঞ্চায়তত এটা হিমঘৰ আছে। শস্য বিক্ৰী কৰিব নোৱাৰিলে গেলি যায়। অসম চৰকাৰে অন্ততঃ প্ৰতি ছাব ডিভিজনত এটা বা দুটাকৈ হিমঘৰ তৈয়াৰ কৰিবনে? তদুপৰি বিৰামহীন বিদ্যুতৰ যোগান নিশ্চিত কৰিব নালাগিবনে?

জনগণৰ সাৰ্বিক উন্নয়ন চৰকাৰৰ লক্ষ্য হোৱা উচিত। চৰকাৰ দৃঢ়প্ৰতিজ্ঞ হোৱা উচিত যাতে ৰাজ্যৰ সমগ্ৰ জনগণে স্থায়ী ভিত্তিত আৰ্থিকভাৱে স্বাৱলম্বী হ'ব পাৰে, নিয়মিত নিজে আয় কৰাৰ সুযোগ পায়, সকলো লোক দৰিদ্ৰ সীমাৰেখাৰ ওপৰলৈ উঠিব পাৰে, তাৰোপৰি সামাজিক নিৰাপত্তাৰ সকলো সুবিধা সকলো নাগৰিকে পায়। ☐☐

*৯ এপ্ৰিল, ২০১০ চন*

# বিশ্বায়নৰ পটভূমিত মে' দিৱস

"There will come a time when our silence will be more eloquent than our words"

১৮৮৭ চনৰ ১১ নৱেম্বৰৰ দিনা আমেৰিকা যুক্তৰাষ্ট্ৰৰ শ্ৰমিক নেতা স্পাইজে ফাঁচিৰ মঞ্চৰ পৰা এই কথাষাৰ উচ্চাৰণ কৰিছিল।

আজি পৃথিৱীৰ সকলো দেশতে শ্ৰমিক-কৰ্মচাৰী-শিক্ষক অধ্যাপক সকলোৰে কামৰ সময় আঠ ঘণ্টা আইনৰ দ্বাৰা স্বীকৃত। এই কামৰ সময় আঠ ঘণ্টাৰ অধিকাৰ কেনেকৈ আহিল বৰ্তমান যিসকলে এই অধিকাৰ উপভোগ কৰে সেইসকলৰ অনেকেই অৱগত নহয়। আঠ ঘণ্টা কামৰ সময়ৰ অধিকাৰ মালিকসকলে, পুঁজিপতিসকলে, চৰকাৰে স্ব-ইচ্ছাই দিলে নেকি? আঠ ঘণ্টা কামৰ সময়ৰ অধিকাৰৰ বাবে পৃথিৱীজুৰি বিশেষকৈ পুঁজিবাদৰ জন্মস্থান ইউৰোপ আৰু আমেৰিকাৰ শ্ৰমিক-কৰ্মচাৰীসকলে দীৰ্ঘদিনীয়া সংগ্ৰাম কৰিছিল, ত্যাগ কৰিছিল, বহু শ্ৰমিক-কৰ্মচাৰী শ্বহীদ হৈছিল। যোল্লশ শতিকাতে পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ আৰম্ভ হৈছিল ইউৰোপৰ বিভিন্ন দেশত আৰু ১৭৫০ দশকৰ শিল্প বিপ্লৱৰ পাছত ইউৰোপত এক বৃহৎ আকাৰৰ শ্ৰমিক শ্ৰেণীৰ সৃষ্টি হৈছিল। এই পুঁজিবাদী উৎপাদন ব্যৱস্থাত মালিকসকলে তেওঁলোকৰ লাভ তথা উদ্বৃত্ত মূল্য বৃদ্ধি কৰিবলৈ অধিক উৎপাদনৰ লক্ষ্যৰে কাৰখানা-প্ৰতিষ্ঠানত শ্ৰমিক-কৰ্মচাৰীসকলক দিনে ১৮/২০ ঘণ্টা পৰ্যন্ত কাম কৰাইছিল। তাৰোপৰি শ্ৰমিক-কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা, অৱসৰকালীন নিৰাপত্তা, সামাজিক নিৰাপত্তা একোৱেই নাছিল। শ্ৰমিক-কৰ্মচাৰীসকলৰ সংগঠিত হোৱাৰো গণতান্ত্ৰিক অধিকাৰ নাছিল। অসন্তুষ্টি প্ৰকাশ কৰাৰো অধিকাৰ নাছিল!

উক্ত পৰিস্থিতিত কামৰ সময় আঠ ঘণ্টাৰ বাবে নিয়ম কৰা আৰু শ্ৰমিক-কৰ্মচাৰীসকলে নাগৰিক হিচাবে বাচি থাকিবলৈ আন আন গণতান্ত্ৰিক অধিকাৰ তথা সা-সুবিধা প্ৰদানৰ ব্যৱস্থা কৰাৰ দাবীত ১৮২০ চনৰ পৰা ১৮৫০ চনলৈ ইউৰোপ আৰু আমেৰিকাৰ শ্ৰমিকসকলে ধৰ্মঘটকে ধৰি বিভিন্ন আন্দোলনত অবিৰতভাৱে অৱতীৰ্ণ হৈছিল। ইংলেণ্ডৰ ফিলাডেলফিয়াত জন্মগ্ৰহণ কৰা বিশ্বৰ প্ৰথম ট্ৰেড ইউনিয়ন সংগঠনটোৱে ১৮২৭ চনত কামৰ সময় দহ ঘণ্টাৰ নিয়ম কৰাৰ দাবীত ধৰ্মঘট কৰিছিল। ১৮৩৪ চনত নিউয়ৰ্কৰ ৰুটি শ্ৰমিকসকলে তেওঁলোকৰ কামৰ সময় ১৮/২০ ঘণ্টাৰ সলনি আঠ ঘণ্টা কৰাৰ দাবীত ধৰ্মঘট কৰিছিল। ইয়াৰ পাছতেই ১৮৮৫ চনলৈ ইউৰোপৰ দেশসমূহত আৰু আমেৰিকাত অসংখ্য ট্ৰেড ইউনিয়ন সংগঠনৰ জন্ম হৈছিল আৰু ৮ ঘণ্টা কামৰ সময়ৰ দাবীত হাজাৰে হাজাৰে ধৰ্মঘট সংগঠিত কৰিছিল আৰু বিভিন্ন আন্দোলনৰ কাৰ্যসূচী ৰূপায়ণ কৰিছিল। ১৮৮১ চনৰ পৰা ১৮৮৪ চনলৈ প্ৰতি বছৰে গড়ে ৫০০ ধৰ্মঘট আৰু তলাবন্ধৰ ঘটনা ঘটিছিল।

১৮৮৫ চনত ধৰ্মঘট আৰু তলাবন্ধৰ সংখ্যা আছিল ৭০০ আৰু ১৮৮৬ চনত ১৫৭২টা। ১৮৮৬ চনত ধৰ্মঘটৰ ব্যাপকতা বৃদ্ধি হৈ ১১৫৬২টা প্ৰতিষ্ঠানলৈ বিয়পি পৰে।

আমেৰিকাৰ শ্ৰমিকসকল "মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু কানাডাৰ ট্ৰেড আৰু লেবাৰ ইউনিয়নৰ ফেডাৰেচন" নামৰ সংগঠনত সংগঠিত হৈ পৰে আৰু ১৮৮৪ চনৰ ৭ অক্টোবৰ তাৰিখে প্ৰস্তাৱ গ্ৰহণ কৰে "১৮৮৬ চনৰ ১ মে' তাৰিখৰ পৰা দৈনিক আঠ ঘণ্টাৰ কামৰ সময় বুলি আইনত গণ্য কৰা হ'ব। ইয়াৰ লগতে আমি সমস্ত শ্ৰমিক সংগঠনৰ ওচৰত এই পৰামৰ্শ দাঙি ধৰিছোঁ, তেওঁলোকে যেন উক্ত তাৰিখৰ ভিতৰত এই সিদ্ধান্তৰ লগত খাপ খুৱাই নিজৰ নিজৰ অঞ্চলত আইন-কানুন পৰিচালনা কৰে।" এই প্ৰস্তাৱৰ অনুপ্ৰেৰণাত আমেৰিকাৰ শ্ৰমিকসকল নিজৰ নিজৰ অঞ্চলত, চহৰত লাখে লাখে সংগঠিত হ'বলৈ ধৰে আৰু বিভিন্ন সংগ্ৰামৰ কাৰ্যসূচী তথা ধৰ্মঘটত অৱতীৰ্ণ হয়। আমেৰিকাৰ চিকাগো চহৰ শ্ৰমিকসকলৰ আন্দোলনৰ কেন্দ্ৰ আছিল। ১৮৮৬ চনৰ ১ মে' তাৰিখে ধৰ্মঘটত অংশগ্ৰহণ কৰি চহৰৰ ৰাস্তালৈ ৪০ হাজাৰ শ্ৰমিক ওলাই আহিছিল। চহৰখনত শ্ৰমিকসকলৰ আন্দোলনে জংগীৰূপ ধাৰণ কৰিছিল। শ্ৰমিক আন্দোলনৰ ইতিহাসত শ্ৰেণী সংহতিৰ ইমান বলিষ্ঠ প্ৰকাশ কোনোদিনেই ঘটা নাছিল। শ্ৰমিক শ্ৰেণীৰ সংগ্ৰামী ইতিহাসত এই আন্দোলনে ৰচনা কৰিলে এক গৌৰৱময় অধ্যায়। ২০০৫ চনৰ আগষ্ট মাহত মই চিকাগো চহৰৰ শ্বহীদ স্মৃতিৰ ওচৰত থিয় হৈ অনুভৱ কৰিছিলো যে আজিও পৃথক সমতাবাদী "শ্ৰমিক নীতি"য়ে চিকাগোৰ নগৰীয়া জীৱনৰ সংস্কৃতিত প্ৰভাৱ বিস্তাৰ কৰি আছে। চহৰৰ বাৰেবৰণীয়া আৰু সময়ে সময়ে হিংস্ৰ হৈ পৰা শ্ৰমিক ইতিহাসৰ সৈতে অঙ্গাঙ্গীভাৱে জড়িত হৈ আছে এই চহৰৰ মানসিকতা।

৩ মে' তাৰিখে চিকাগো চহৰৰ 'ম্যাক কমিক ৰিপাৰ' কাৰখানাৰ ধৰ্মঘটকাৰী শ্ৰমিকসকলৰ এক সভাত পুলিচে হিংস্ৰ বন্য পশুৰ দৰে জঁপিয়াই পৰি নিৰ্মমভাৱে ছয়জন শ্ৰমিকক হত্যা কৰে। ৫০ জন শ্ৰমিক আহত হয়। চৰকাৰৰ শ্ৰমিকৰ ওপৰত এই পাশৱিক আক্ৰমণৰ প্ৰতিবাদত ৪ মে'ত চিকাগো চহৰৰ হে মাৰ্কেট স্কোৱাৰত লাখ লাখ শ্ৰমিকৰ উপস্থিতিত এখন সভা অনুষ্ঠিত হৈছিল। সভাখনৰ কাৰ্যসূচী শান্তিপূৰ্ণভাৱে সমাপন হোৱাৰ মুহূৰ্তত সমৱেত শ্ৰমিকসকলৰ ওপৰত পুলিচে দুনাই আক্ৰমণ চলালে ; ভিৰৰ মাজৰ পৰা এটি বোমা বিস্ফোৰিত হোৱাৰ ফলত এজন পুলিচ চাৰ্জেণ্ট নিহত হ'ল। চাৰ্জেণ্টৰ মৃত্যুত পুলিচে শ্ৰমিকসকলক তীব্ৰভাৱে আক্ৰমণ কৰাত শ্ৰমিক আৰু পুলিচৰ মাজত যুদ্ধ আৰম্ভ হ'ল। যুঁজত মৃত্যু হ'ল সাতজন পুলিচৰ আৰু চাৰিজন শ্ৰমিকৰ। শ্ৰমিকৰ নেতাসকলক কাৰাগাৰলৈ প্ৰেৰণ কৰা হ'ল। নিৰ্বিচাৰে শ্ৰমিক নেতা পাৰ্চনছ, স্পাইজ, ফিচাৰ আৰু এঙ্গেলক ফাঁচি দিলে। ১৭ জনক আজীৱন কাৰাদণ্ড বিহিলে।

আমেৰিকাৰ 'ফেডাৰেছন অব লেবাৰ'ৰ নেতৃত্বত আমেৰিকাৰ সমগ্ৰ শ্ৰমিকে আঠ ঘণ্টা কামৰ সময়ৰ দাবীত আন্দোলন চলাই যাবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল। ১৮৮৮ চনত সিদ্ধান্ত গ্ৰহণ কৰিলে যে ১ মে' তাৰিখটোৱেই শ্ৰমিক আন্দোলনৰ ঐতিহ্য বহন কৰিছে— গতিকে ১৮৯০ চনৰ ১ মে' তাৰিখৰ পৰা আঠ ঘণ্টা কামৰ সময়ৰ দাবীত সমগ্ৰ আমেৰিকাতে আন্দোলনৰ কাৰ্যসূচী গ্ৰহণ কৰিলে। ১৮৮৯ চনৰ ১৪ জুলাইত অনুষ্ঠিত পেৰিচ শ্ৰমিক সন্মিলনতে (বাস্তিল দুৰ্গৰ পতনৰ শতবাৰ্ষিকী দিৱসত) প্ৰতিষ্ঠা হ'ল দ্বিতীয় আন্তৰ্জাতিক আৰু সেই সন্মিলনৰ পৰা ঘোষণা কৰা হ'ল— "যিহেতু ১৮৮৮ চনৰ ডিচেম্বৰত চেণ্ট লুইত অনুষ্ঠিত আমেৰিকান ফেডাৰেছন অব লেবাৰ সন্মিলনত ১৮৯০ চনৰ ১ মে' তাৰিখৰ পৰা এনে ধৰণৰ বিক্ষোভ মিছিলৰ দিন হিচাবে স্থিৰ কৰা হৈছে, এই

দিনটোৰেই আন্তৰ্জাতিক বিক্ষোভ মিছিল দিৱস হিচাবে গৃহীত হ'ল।"

এইদৰেই আমেৰিকাৰ চিকাগো চহৰত ১৮৮৬ চনৰ ১ মে' তাৰিখে সংঘটিত শ্ৰমিক আন্দোলনৰ ঐতিহাসিক ঘটনাটোৰ তাৰিখটো বিশ্বৰ শ্ৰমকাৰী মানুহৰ আন্তৰ্জাতিক সংহতি দিৱস 'মে' দিৱস'লৈ ৰূপান্তৰিত হ'ল। বিশ্বত পালিত হোৱা প্ৰথম মে' দিৱসৰ দিনা সমগ্ৰ বিশ্বতে আঠ ঘণ্টা কামৰ সময়ৰ দাবীত ধৰ্মঘট, বিক্ষোভ, মিছিলে পৃথিৱী কঁপাই তুলিছিল। আমেৰিকাৰ চহৰসমূহ আৰু ইউৰোপৰ ভিয়েনাত এক লাখ, বুদাপেষ্টত ৬০ হাজাৰ, প্ৰাগত ৫০ হাজাৰ, লণ্ডনৰ হাইডপাৰ্কত তিনি লাখ বাৰ্চেলোনাত এক লাখ শ্ৰমিকৰ সমাৱেশ অনুষ্ঠিত হৈছিল। স্পাইজে ফাঁচিকাঠৰ পৰা কৰা ঘোষণা বাস্তৱত পৰিণত হ'ল।

উক্ত দীৰ্ঘদিনীয়া শ্ৰমিক আন্দোলন আৰু ত্যাগৰ ফলতেই কুৰি শতিকাৰ আৰম্ভণিৰ পৰা অকল কামৰ সময় আঠ ঘণ্টাই নহয় শ্ৰমিক-কৰ্মচাৰীৰ আন আন অৰ্থনৈতিক সা-সুবিধা, অৰ্থনৈতিক নিৰাপত্তা, চাকৰিৰ নিৰাপত্তা, অৱসৰকালীন নিৰাপত্তা, সামাজিক নিৰাপত্তা, আঁচনিসমূহ পুঁজিপতি শ্ৰেণী তথা চৰকাৰে গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। এই আন্দোলনৰ সৰ্বোত্তম সফলতা আছিল শ্ৰমিক-কৰ্মচাৰীৰ বাবে ট্ৰেড ইউনিয়ন অধিকাৰ, গণতান্ত্ৰিক অধিকাৰ স্বীকৃত কৰি আইন-কানুন প্ৰণয়ন কৰিবলৈ চৰকাৰসমূহ বাধ্য হৈছিল। ইউৰোপ আৰু আমেৰিকাৰ শ্ৰমিক-কৰ্মচাৰীৰ আন্দোলনেৰে অনুপ্ৰাণিত হৈ সেই সময়ৰ ব্ৰিটিছ উপনিৱেশ আৰু আন আন ইউৰোপীয়ান দেশসমূহৰ উপনিৱেশসমূহৰ শ্ৰমিক-কৰ্মচাৰীসকলে ট্ৰেড ইউনিয়ন অধিকাৰ, চাকৰিৰ নিৰাপত্তা, কামৰ সময়, সামাজিক নিৰাপত্তা আৰু আন আন অৰ্থনৈতিক দাবী আদায়ৰ বাবে সংগ্ৰামত সংগঠিত হৈছিল। ভাৰতত ১৯১৮ চনৰ ডিচেম্বৰ মাহত আৰু ১৯১৯ চনৰ জানুৱাৰী মাহত বোম্বাইত ১,২৫,০০০ জন টেক্সটাইল মিলৰ শ্ৰমিকে ধৰ্মঘট কৰিছিল। ১৯১৮-১৯ চনত আহমেদাবাদ, কলকাতা, মাদ্ৰাছ আৰু কানপুৰতো শ্ৰমিকসকলে আঠ ঘণ্টা কামৰ সময়, আন আন অৰ্থনৈতিক সা-সুবিধা চাকৰিৰ নিৰাপত্তা আদিৰ দাবীত ধৰ্মঘট আদি আন্দোলন সংগঠিত কৰিছিল। ব্ৰিটিছ চৰকাৰে বাধ্য হৈ ১৯২৬ চনত ভাৰতত ট্ৰেড ইউনিয়ন অধিকাৰ স্বীকাৰ কৰি 'ভাৰতীয় ট্ৰেড ইউনিয়ন এক্ট-১৯২৬' প্ৰণয়ন কৰিছিল।

বিশ্বৰ শ্ৰমিক শ্ৰেণীৰ দীৰ্ঘদিনীয়া আন্দোলন আৰু ত্যাগে বিশ্বৰ শ্ৰমকাৰী জনগণৰ তথা মধ্যবিত্ত শ্ৰেণীৰ বাবে যিসমূহ অধিকাৰ, নিৰাপত্তা, সা-সুবিধা আদায় কৰিবলৈ সমৰ্থ হৈছিল ১৯৮০ চনৰ পৰা বিশ্বত অৰ্থনীতিৰ বিশ্বায়ন বা নব্য উদাৰবাদী অৰ্থনীতি ৰূপায়ণৰ পটভূমিত সেইসমূহ আকৌ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। বৰ্তমানৰ পৃথিৱীত অৰ্থনীতিৰ যুগটো হ'ল বিশ্বায়ন বা নব্য উদাৰ অৰ্থনীতিৰ যুগ। বিশ্বায়নে পৃথিৱীৰ বিভিন্ন দেশৰ অৰ্থনীতি সংযুক্ত (integrated) কৰিলে আৰু বহুজাতিক নিগম, আন্তৰ্জাতিক বৃহৎ পুঁজিপতিসকলৰ নেতৃত্বত সমাজবাদী দেশসমূহ বাদ দি বিশ্বৰ সকলো দেশৰ অৰ্থনীতিয়েই পৰিচালনা হ'বলৈ ধৰিলে। শ্ৰমিক শ্ৰেণীয়ে যিসমূহ অধিকাৰ আদায়ৰ বাবে মে' দিৱসৰ সৃষ্টি কৰিছিল আজি আকৌ কৰ্পোৰেট হাউছসমূহে সেইসমূহ বিলুপ্ত কৰিবলৈ আৰম্ভ কৰিছে। বৰ্তমানৰ অৰ্থনীতিৰ প্ৰায়সমূহ প্ৰতিষ্ঠানতেই শ্ৰমিক-কৰ্মচাৰীৰ ট্ৰেড ইউনিয়ন কৰাৰ অধিকাৰ নাই, আঠ ঘণ্টা কামৰ সময়ৰ নিয়ম উঠাই দিয়া হৈছে। বৰ্তমান শ্ৰমিক-কৰ্মচাৰীৰ প্ৰায় এশ শতাংশই অসংগঠিত খণ্ডৰ কৰ্মচাৰী। কেন্দ্ৰীয় চৰকাৰে নিয়োগ কৰা ডঃ অৰ্জুন সেনগুপ্ত কমিটিৰ প্ৰতিবেদনমতেই ভাৰতৰ ৯২.৪ শতাংশ শ্ৰমিক-কৰ্মচাৰী অসংগঠিত খণ্ডৰ। বৰ্তমান অৰ্থনীতিত সংগঠিত খণ্ডত বৃহৎ কোম্পানী প্ৰতিষ্ঠানসমূহে তেওঁলোকৰ কামসমূহ ঠিকা দিয়ে সৰু সৰু অসংগঠিত

খণ্ডৰ কোম্পানীসমূহক। এই কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা, সামাজিক নিৰাপত্তা, অৱসৰকালীন নিৰাপত্তা নাই। চৰকাৰেও যিসকল কৰ্মচাৰীৰ সামাজিক নিৰাপত্তাৰ সুবিধা আছে সেই সুবিধাসমূহ ব্যক্তিগতকৰণ কৰাই বৰ্তমানৰ লাভকামী, ভোজবাজী (speculative) অৰ্থনীতিৰ অন্তৰ্ভুক্ত কৰিব বিচাৰিছে। আনহাতে কৰ্পোৰেট হাউছ বা বৰ্তমানৰ নব্য উদাৰবাদী অৰ্থনীতিয়ে এক অভিজাত শ্ৰমিক শ্ৰেণীৰ সৃষ্টি কৰিছে যিসকলক শ্ৰমিক শ্ৰেণীৰ মূলসুঁতিৰ পৰা আঁতৰাই ৰাখিছে।

২০০৮ চনত আৰম্ভ হোৱা পুঁজিবাদী অৰ্থনীতিৰ বিশ্ব মহাসংকটে বিশ্বৰ জনগণ তথা শ্ৰমিক-কৰ্মচাৰীৰ জীৱনলৈ অশেষ দুখ-কষ্ট, যন্ত্ৰণা কঢ়িয়াই আনিছে। বহু কোটি শ্ৰমিক-কৰ্মচাৰী কৰ্মসংস্থানহীন হৈছে। উন্নত পুঁজিবাদী দেশ আমেৰিকা যুক্তৰাষ্ট্ৰতে নিবনুৱাৰ হাৰ ১০.২ শতাংশ হৈছে। কেইবা নিযুত কৰ্মচাৰী ছাটাই কৰিছে— ১৫.৩ নিযুত যুৱক নিবনুৱা। পুঁজিবাদী অৰ্থনীতিৰ মৌলিক চৰিত্ৰ অধিক উদ্বৃত্ত মূল্য সৃষ্টিৰ নীতিয়ে সমগ্ৰ পৃথিৱীৰ জনগণলৈ সৰ্বনাশ মাতি আনিছে আৰু ইয়াৰ বিৰুদ্ধে উন্নত দেশকে ধৰি পৃথিৱীৰ সমগ্ৰ দেশতে জনগণৰ বিক্ষোভ, অসন্তুষ্টি ফাটি পৰিছে। বিশ্বায়ন, নব্য উদাৰবাদী অৰ্থনীতিক ৰক্ষা কৰিবলৈ শ্ৰমিক-কৰ্মচাৰীৰ গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰা প্ৰক্ৰিয়া আৰম্ভ হৈছে। ভাৰতত শ্ৰম আইন শিথিল (Flexible Labour Law) কৰাৰ নামত বহুজাতিক নিগম, আই এম এফ, বিশ্ববেংক, বিশ্ব বাণিজ্য সংস্থাৰ নিৰ্দেশত ভাৰতৰ শ্ৰম আইন সংশোধন কৰি বৰ্তমানৰ শ্ৰমিক-কৰ্মচাৰীৰ গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰাৰ প্ৰচেষ্টা চলি আছে।

এই প্ৰতিকূল পৰিস্থিতিত বিশ্বৰ শ্ৰমিক-কৰ্মচাৰীয়ে বিভিন্ন দেশত আন্দোলন সংগঠিত কৰিছে। ইউৰোপৰ ফ্ৰান্স, ইংলেণ্ড, ইটালী, জাৰ্মানী আদি দেশত, অতি উন্নত দেশ জাপানত শ্ৰমিক-কৰ্মচাৰীসকলে বীৰত্বপূৰ্ণ সংগ্ৰামত অৱতীৰ্ণ হৈছে। গ্ৰীচ দেশত দেশৰ পুঁজিবাদী অৰ্থনীতিৰ সংকটৰ বিৰুদ্ধে শ্ৰমিক-কৰ্মচাৰীৰ নেতৃত্বত জনগণৰ সৰ্বাত্মক সংগ্ৰাম অব্যাহত আছে। বৃহৎ দেশ ব্ৰাজিলকে ধৰি লেটিন আমেৰিকাৰ সকলো দেশতেই আমেৰিকানপন্থী শাসক গোষ্ঠীসমূহৰ বিৰুদ্ধে জনগণৰ অসন্তুষ্টি আৰু সংগ্ৰামৰ ফলত আমেৰিকাৰ পুঁজিবাদ বিৰোধী প্ৰগতিশীল চৰকাৰ প্ৰতিষ্ঠিত হৈছে। মে' দিৱসৰ তাৎপৰ্য হ'ল শোষণৰ। নিৰ্যাতনৰ বিৰুদ্ধে সংগ্ৰামৰ বাবে প্ৰতিজ্ঞাবদ্ধ হোৱা, সংগ্ৰাম কৰাৰ অধিকাৰ নিশ্চিত কৰা।

এঙ্গেলছৰ উপস্থিতিত দ্বিতীয় আন্তৰ্জাতিকৰ ১৮৯৩ চনৰ জুৰিখ কংগ্ৰেছত মে' দিৱসৰ লক্ষ্য এইদৰে ঘোষণা কৰিছিল— "কেৱল আঠ ঘণ্টাৰ কৰ্মদিনৰ বাবেই মে' দিৱসৰ সমাৱেশ নহয়, সামাজিক পৰিৱৰ্তনৰ মাজেৰে শ্ৰেণী বৈষম্যক ধ্বংস কৰাৰ বাবে মে' দিৱসক অৱশ্যেই শ্ৰমিক শ্ৰেণীৰ দৃঢ় সংকল্পৰ সমাৱেশত পৰিণত কৰিব লাগিব আৰু এইদৰে যাব লাগিব সেই পথ লৈ— যি সকলো জাতিৰ বাবে শান্তিৰ পথ, বিশ্ব শান্তিৰ একমাত্ৰ পথ।" □□

*৩০ এপ্ৰিল, ২০১০ চন*

# ধনতান্ত্ৰিক অৰ্থনীতিৰ সংকটে স্থায়ী ৰূপ ল'ব নেকি?

গ্ৰীচ দেশৰ প্ৰধানমন্ত্ৰী জৰ্জ পাপানদ্ৰীউ (George Papandreou)এ কেইদিনমান আগতে কৈছিল তেওঁৰ দেশখন ইউৰোপ আৰু বজাৰৰ মাজত গৱেষণাগাৰৰ পশুত পৰিণত হৈছে (A laboratory animal between Europe and markets") পুঁজিবাদী অৰ্থনীতিৰ বৰ্তমানৰ মহাসংকটৰ প্ৰভাৱত (২০০৮ চনত আৰম্ভ হোৱা) গ্ৰীক দেশৰ অৰ্থনৈতিক অৱস্থাৰ বিপদজ্জনক পৰিস্থিতিৰ উদ্ভৱ হৈছে। বৰ্তমান গ্ৰীচ দেশৰ চৰকাৰৰ ঋণ হ'ল দেশৰ মুঠ আভ্যন্তৰীণ উৎপাদনৰ (gross domestic product) ১১৩ শতাংশ ; ৪৫০ বিলিয়ন আমেৰিকান ডলাৰ (এক বিলিয়নত এশ কোটি)। গ্ৰীচ এখন পুঁজিবাদী অৰ্থনীতিৰ দেশ— অতি পুৰণি সভ্য দেশ। খ্ৰীষ্টপূৰ্ব তিনি শতিকাতে গ্ৰীচৰ ৰজা আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ কৰিছিল। গ্ৰীচৰ মানৱ সভ্যতাৰ ইতিহাস অতি পুৰণি। এই ঐতিহ্যমণ্ডিত গ্ৰীচৰ জনগণৰ অৱস্থা আজি বিপত্তিজনক হৈছে। পুঁজিবাদী অৰ্থনীতিয়ে তেওঁলোকৰ কংকাল ভাঙি দিছে। গ্ৰীচৰ ছাত্ৰ, শ্ৰমিককে ধৰি সমগ্ৰ জনগণে নিয়মিতভাৱে ধৰ্মঘট, শোভাযাত্ৰা, বিক্ষোভ, পাৰ্লিয়ামেণ্ট ঘেৰাও আনকি ৰায়তত অৱতীৰ্ণ হ'ব ধৰিছে। গ্ৰীচৰ চৰকাৰ তথা অৰ্থনৈতিক ব্যৱস্থাৰ বিৰুদ্ধে জনগণ চৰম বিক্ষোভ, ঘৃণাত ফাটি পৰিছে। আনকি ইউৰোপৰ এক নম্বৰ ধনী দেশ জাৰ্মানীৰ প্ৰতিও তেওঁলোকৰ চৰম ঘৃণা প্ৰকাশ কৰিছে। কাৰণ গ্ৰীচ দেশৰ মাণিটাৰী, পলিচী ঠিক কৰে জাৰ্মানীত অৱস্থিত ইউৰো কেন্দ্ৰীয় বেংকে।

২০০৮ চনত আমেৰিকাৰ লেহমান ব্ৰাদাৰ্চৰ পতন হোৱা দিন ধৰি সমগ্ৰ পৃথিৱীজুৰি এখন দেশৰ পাছত আন এখন দেশৰ অৰ্থনীতি ভাঙি পৰিব ধৰিছে। পুঁজিবাদী অৰ্থনীতিৰ প্ৰতিনিধি আৰু তত্ত্ববিদসকলে এখন দেশৰ অৰ্থনীতিয়ে আৰোগ্য লাভ কৰা বুলি ঘোষণা কৰাৰ লগে লগে অইন এখন দেশৰ অৰ্থনীতি মহাসংকটত আক্ৰান্ত হয়। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি অ'বামাই কৈছে যে তেওঁৰ দেশৰ অৰ্থনীতি আৰোগ্যৰ পথত যদিও আমেৰিকাত নিবনুৱাৰ হাৰ ১৯২৯-৩০ চনৰ পাছত উচ্চতম ১০.২ শতাংশ। আমেৰিকাত জনগণে আৰ্থিক সংকটৰ পৰা উদ্ধাৰ নাপালেও জনগণৰ ৰাজহৰ ধনৰ বেইল আউট পেকেজেৰে বৃহৎ পুঁজিপতিসকলৰ উদ্ধাৰৰ প্ৰচেষ্টা চলি আছে আৰু তেওঁলোকে বহু সকাহ পাইছে। বৰ্তমান পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাৰ সংকটক এফালে জোৰা-টাপলি মাৰিলে আনফালে ফুটি যায়। বিশ্বৰ উন্নত দেশ আঠখন জি-৮ আৰু লগতে ভাৰতকে ধৰি উন্নয়নশীল ২০ খন দেশ (জি-২০) মিলি আলোচনাৰে পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাৰ সংকট মোচনৰ বাবে বহু কাৰ্যসূচী গ্ৰহণ কৰিলে ; কিন্তু তেওঁলোকৰ কাৰ্যসূচী ৰূপায়ণৰ পটভূমিত অৰ্থনীতিৰ গভীৰ সংকট আহি পৰিল আৰবীয় দেশ ডুবাইৰ অৰ্থনীতিত। ডুবাই অকণমান দেশ; ১২ বিলিয়ন ডলাৰ ঋণত ডুব গ'ল। ভাৰতীয় কৰ্মচাৰীকে ধৰি সকলো কৰ্মচাৰীকেই চাকৰিৰ পৰা ছাটাই কৰা হ'ল। ডুবাইক অৰ্থনৈতিক সংকটৰ পৰা ৰক্ষা কৰিবলৈ পুঁজিবাদী অৰ্থনীতিৰ পৃষ্ঠপোষকসকল উঠি-

পৰি লাগিল। পুঁজিবাদী অৰ্থনীতিৰ পৃষ্ঠপোষক তত্ত্ববিদসকল বিমোৰত পৰিছে, কাৰণ তেওঁলোকে ঘোষণা কৰিছিল যে পুঁজিবাদী অৰ্থনীতি শ্ৰেষ্ঠ অৰ্থনীতি। মানব জাতিৰ মুক্তি আনিব এই অৰ্থনীতিয়ে। সমাজবাদী অৰ্থনীতি অবাস্তৱ হেতু মানৱ জাতিৰ মুক্তি সাধন কৰিব নোৱাৰে।

বিশ্বত পুঁজিবাদী অৰ্থনীতি পুনৰুজ্জীৱিত কৰাৰ প্ৰক্ৰিয়াতে ই বিপজ্জনক হ'বলৈ ধৰিছে। এফালে টাপলি মাৰিলে আনফালে ফাটি যায়। ডুবাইক সংকটৰ পৰা উদ্ধাৰ কৰাৰ প্ৰচেষ্টা চলি থাকোতেই ইউৰোপ মহাদেশৰ গ্ৰীচৰ অৰ্থনীতি সংকটৰ গৰাহত পৰিল। অকল গ্ৰীচ দেশৰেই নহয়, পৰ্তুগাল, ইটালী, আয়াৰলেণ্ড আৰু স্পেইন আদি দেশক অতি সম্প্ৰতি গভীৰ অৰ্থনৈতিক সংকটে আক্ৰমণ কৰিছে। ইউৰোপীয় দেশসমূহ আধুনিক শিক্ষা-দীক্ষা, বিজ্ঞান প্ৰযুক্তিৰ বাটকটীয়া। এই দেশসমূহৰ জনগণ শিক্ষিত, সচেতন, অনেক বুধিয়ক। তেওঁলোকে সমাজনীতি, ৰাজনীতি, অৰ্থনীতি সকলো বুজি পায়। সেই সকলো দিশতে অগ্ৰণী দেশসমূহৰ অৰ্থনীতিৰ বিপজ্জনক অৱস্থা বিৰাজমান। ইটালী চৰকাৰৰ ঋণৰ পৰিমাণ হ'ল দুই ট্ৰিলিয়ন আমেৰিকান ডলাৰ (এক ট্ৰিলিয়নত এক লাখ কোটি)। প্ৰায়কেইখন দেশতেই অস্বাভাৱিক নিবনুৱা— প্ৰায় ২০ শতাংশ। অৰ্থনৈতিক ব্যৱস্থাই নতুন কৰ্মসংস্থান সৃষ্টি কৰিব পৰা নাই। কৰ্মচাৰীৰ নিয়মিত ছাটাইহে হৈ আছে। উক্ত পাঁচখন দেশৰ সংকটক অৰ্থনীতিবিদসকলে পিগচ্ৰ (PIIGS- Portugal, Italy, Ingland, Greece and Spain) অৰ্থনীতিৰ মহাসংকট বুলি নামকৰণ কৰিছে। ফ্ৰান্স আৰু জাৰ্মানীও অৰ্থনৈতিক মহাসংকটৰ আক্ৰমণৰ পৰা উদ্ধাৰ পোৱাৰ গতি সুদৃঢ় নহয়। এতিয়াও দেশ দুখনত নিবনুৱাৰ হাৰ ক্ৰমে ১০ আৰু ৮.৭ শতাংশ। ইউৰোপীয়ান ইউনিয়নত ২০০৯ চনৰ ভিতৰত ৪০ লাখ কৰ্মসংস্থান লুপ্ত হৈছিল ; অৰ্থাৎ ৪০ লাখ কৰ্মচাৰীৰ চাকৰি গৈছিল, মেনুফেকচাৰিং, নিৰ্মাণ, বাণিজ্য পৰিবহণ আৰু যোগাযোগ উদ্যোগত কৰ্মচাৰীৰ ছাটাই হৈছিল।

আনহাতে বিশ্বৰ ২ নম্বৰ অৰ্থনীতি জাপানে বহুদিন ধৰি অৰ্থনৈতিক সংকটৰ পৰা উদ্ধাৰ পাব পৰা নাই। দিনে দিনে বেয়াৰ ফালে ঢাল খাইছে। অৰ্থনৈতিক সংকটৰ কাৰণে জাপানৰ ৫০ বছৰ একেৰাহে শাসন কৰা সোঁপন্থী দল লিবাৰেল ডেম'ক্ৰেটিক দলক যোৱা বছৰৰ আগষ্ট মাহৰ সাধাৰণ নিৰ্বাচনত পৰাজিত কৰাইছে। নৱনিৰ্বাচিত দল ডেম'ক্ৰেটিক পাৰ্টি অৱ জাপানে বৰ্তমান হাবুডুবু খাইছে অৰ্থনৈতিক সংকট মোচন কৰিবলৈ গৈ। জাপান চৰকাৰৰ ৰাজহুৱা ঋণৰ পৰিমাণ হ'ল ৯.৯ ট্ৰিলিয়ন আমেৰিকান ডলাৰ (৯ লাখ ৯০ হাজাৰ কোটি ডলাৰ)। জাপান চৰকাৰে সামাজিক নিৰাপত্তাৰ বাবে চৰকাৰী খৰচৰ জোৰা মাৰিব পৰা নাই ; বিশেষকৈ বৃদ্ধ নাগৰিকসকলক সা-সুবিধা আৰু নিৰাপত্তা প্ৰদানৰ ক্ষেত্ৰত। জাপানত পৰিয়াল পৰিকল্পনাৰ বাবে ডেকা বয়সৰ লোকতকৈ দিনে দিনে বুঢ়া লোকৰ সংখ্যা বৃদ্ধি হৈ আছে। সেয়ে বৃদ্ধসকলৰ সামাজিক নিৰাপত্তাৰ খৰচ বছৰি এক ট্ৰিলিয়ন উয়ানকৈ বাঢ়ি গৈ আছে। বিশ্বৰ অৰ্থনীতিবিদসকলে জাপানৰ বিত্তীয় পৰিস্থিতি অতি উদ্বেগজনক বুলি কৈছে। জাপানৰ টয়োটাৰ নিচিনা বিশ্ববিখ্যাত মটৰগাড়ী কাৰখানা আজি সংকটাপন্ন। যি সময়ত ভাৰতে মূল্যবৃদ্ধিৰ সমস্যাত ভুগিছে সেই সময়ত জাপানত মূল্যহ্ৰাস (Deflation) সমস্যাৰ উদ্ভৱ হৈছে। অৰ্থাৎ জাপানী জনগণৰ হাতত ধন নাই খৰচ কৰিবলৈ। এনে মূল্যহ্ৰাস অৰ্থনীতিৰ এক অশুভ লক্ষণ— মন্দা অৱস্থাৰ প্ৰতিফলন।

ধনতান্ত্ৰিক অৰ্থনীতিয়ে কোনো সময়ত কোনো দেশত সমগ্ৰ জনগণৰ সমস্যা সমাধান কৰাৰ কোনো উদাহৰণ নাই। এই অৰ্থনীতি জন্মলগ্নৰ পৰাই লাভৰ ওপৰত বা উদ্বৃত্ত মূল্যৰ নীতিৰ ওপৰত প্ৰতিস্থিত। অৰ্থনীতিৰ পৰিচালনাত যি ব্যৱস্থাৰ দ্বাৰা বেছি লাভ হয় সেই ব্যৱস্থাকেই মালিকসকলে গ্ৰহণ কৰে। পুঁজিবাদী অৰ্থনীতিৰ প্ৰথম অৱস্থাত উৎপাদন ব্যৱস্থাত পুঁজি লগ্নী কৰি

পণ্য উৎপাদন আৰু এইসমূহৰ ব্যৱসায়ৰ দ্বাৰা লাভ কৰিছিল, উদ্বৃত্ত মূল্যৰ সৃষ্টি হৈছিল। বৰ্তমান যুগত জনগণৰ জীৱন-ধাৰণৰ প্ৰয়োজনীয় সামগ্ৰীৰ উৎপাদন হওক বা নহওক পুঁজিপতিসকলৰ সেইলৈ উদ্বেগ নাই— লাভৰ দৰকাৰ ; সেয়ে আজিৰ যুগৰ লাভকৰ্মী, ফট্‌কাবাজী (speculative) ব্যৱসায়ত পুঁজি লগ্নীহে তেওঁলোকৰ বাবে জৰুৰী। আজি তেওঁলোকে স্পেকুলেটিভ ব্যৱসায়ৰ বাবে উৎপাদনহীন শ্বেয়াৰ বজাৰ, ডেৰিভেটিভ (Derivatives) হেজ ফাণ্ড (Hedge Fund), শ্বেয়াৰ ইত্যাদি ইত্যাদি ফট্‌কাবাজী জুৱা আদিতহে লগ্নী কৰে। এই ব্যৱসায়ত টকাৰ দ্বাৰা টকাহে উৎপাদন কৰা হয়। এক টকাকে ১০০ বা ১০০০ টকাৰ ব্যৱসায়লৈ পৰিবৰ্তন কৰে। ধনতান্ত্ৰিক অৰ্থনীতিৰ মানৱ জাতিৰ প্ৰতি কোনো উদ্বেগ নাই। অৱশ্যে বিশ্বৰ একাংশ মানুহৰ ধনতান্ত্ৰিক অৰ্থনীতিৰ দৰকাৰ— ধনতান্ত্ৰিক অৰ্থনীতি পৰিচালিত কৰাৰ বাবে কৰ্মসংস্থানৰ সৃষ্টি কৰে প্ৰয়োজন অনুসৰিহে আৰু বেছি লাভৰ বাবে কৰ্মচাৰীসকলক শোষণ কৰে। কিছুমান জনকল্যাণৰ আঁচনি, অনুষ্ঠানবো সৃষ্টি হয়। কিন্তু এই কৰ্মসংস্থান জনকল্যাণ সমগ্ৰ মানৱ জাতিৰ বা সকলো অঞ্চলৰ বাবে নহয়। একাংশ জনগণৰ বাবেহে। চীনৰ সমাজবাদী অৰ্থনীতিৰ লক্ষ্য চীনৰ সমগ্ৰ জনগণৰ ; অৰ্থাৎ ১৩০ কোটি জনগণৰ দৰিদ্ৰতাৰ অৱসান। আনহাতে, অতি সমৃদ্ধিশালী খোদ আমেৰিকাৰে পুঁজিবাদী অৰ্থনীতিৰ মাত্ৰ ৩০ কোটি জনগণৰ দাৰিদ্ৰ মোচন লক্ষ্য নহয় ; অথচ আমেৰিকাৰ অৰ্থনীতি চীনৰ পাঁচগুণ। আমেৰিকাৰ সমূহ সম্পদ পুঁজিপতিসকলৰ হাতত আছে।

বৰ্তমান ধনতান্ত্ৰিক অৰ্থনীতিৰ সংকটে ভাৰতক বিশেষ আক্ৰমণ কৰিব পৰা নাই বুলি ভাৰতৰ কেন্দ্ৰীয় মন্ত্ৰীসকলে ডাংকোপ মৰা কথা কৈ আছে। ধনতান্ত্ৰিক অৰ্থনৈতিক সংকটে আনকি ভাৰতৰ চহৰৰ বস্তিবাসীকো (slum dweller) আক্ৰমণ কৰিছে। তেওঁলোকো বিশ্ব অৰ্থনীতিৰ লগত সংহত বা সংযুক্ত , যি কথা আমেৰিকাৰ 'দি নিউয়ৰ্কাৰ' আলোচনীখনৰ ২০০৯ চনৰ ২৩ ফেব্ৰুৱাৰী সংখ্যাত প্ৰকাশ কৰা হৈছে। বস্তিৰ ল'ৰাসকলে ডাষ্টবিনৰ আৱৰ্জনাৰ মাজৰ পৰা বুটলি অনা খালী বটল বিক্ৰী কৰিছিল প্ৰতি কিলোগ্ৰামত ২৫ টকাত। বিশ্ব অৰ্থনৈতিক সংকটে ইয়াৰ দাম কমাই কিলোই প্ৰতি দহ টকালৈ নমাই দিলে। (The banks in America went in a loss, then the big people went in a loss, then the scrap market in the slum areas came down, too A kilo of empty water bottles, once worth twenty five rupees was now worth ten This is how the crisis was understood )।

এই পটভূমিত ভাৰতৰ নিচিনা ১২০ কোটি জনসংখ্যাৰ দেশত ধনতান্ত্ৰিক অৰ্থনীতিয়ে জনগণৰ সমস্যা সমাধান কৰিব পাৰিবনে? ভাৰত চৰকাৰে বহু জনকল্যাণ আঁচনি গ্ৰহণ কৰিছে, তথাপি সেইসমূহৰ ফলাফলে সমগ্ৰ জনগণক স্পৰ্শ কৰিব পৰা নাই— যি কথা বহু চৰকাৰী মুখপত্ৰ, যোজনা আয়োগৰ দৰে অনুষ্ঠানে স্বীকাৰ কৰিছে। ধনতান্ত্ৰিক অৰ্থনৈতিক ব্যৱস্থাত এই আঁচনিসমূহে যিমানেই জনগণৰ বা সাৰ্বিক উন্নতিক লক্ষ্য নলওক কিয়, ধনতান্ত্ৰিক অৰ্থনীতিৰ বুনিয়াদী চৰিত্ৰই (Basic character) জনগণৰ সমস্যা সমাধান নকৰে ; অতি লাভৰ লক্ষ্যহে পূৰণ কৰিব। সেইবাবেই ভাৰতৰ সাৰ্বিক উন্নয়নৰ আঁচনিসমূহ সাফল্যমণ্ডিত নহয়। এই আঁচনিসমূহৰ মাজত এটা শ্ৰেণীৰ লাভৰ প্ৰশ্ন জড়িত হৈ থাকে। গতিকে এই গোষ্ঠীৰ লাভ লিপ্সাত সাৰ্বিক উন্নয়নৰ লক্ষ্য অপহৃত হয় চৰকাৰে মুখত এই সংস্কৃতিৰ বিৰোধিতা কৰিলেও বাস্তৱত তাৰ ৰক্ষণাবেক্ষণহে দিয়ে। ❑❑

*৭ মে', ২০১০ চন*

# এ ডি চি নিৰ্বাচনত এশ শতাংশ আসনেই লাভ কৰিলে ত্ৰিপুৰাৰ বাওঁমৰ্চাই

ত্ৰিপুৰা ৰাজ্যত যোৱা তিনি মে' তাৰিখে অনুষ্ঠিত হোৱা স্বায়ত্তশাসিত জিলা পৰিষদৰ নিৰ্বাচনৰ ফলাফল ঘোষণা কৰা হৈছে। ফলাফলত শাসক মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতৃত্বত বাওঁমৰ্চাই নিৰ্বাচন হোৱা ২৭ খন আসনৰ সকলোকেইখন আসনতেই জয়লাভ কৰিছে। ইয়াৰ আগৰ নিৰ্বাচনটোত গোটেইকেইখন আসন বাওঁমৰ্চাই দখল কৰিছিল— আন আন উপজাতি সংগঠনৰ দল, কংগ্ৰেছ দল নিৰ্বাচনত ধৰাসায়ী হৈছে। ত্ৰিপুৰাৰ জনজাতিসকলৰ মাজত ত্ৰিশ বছৰৰো অধিক কাল বিচ্ছিন্নতাবাদী চিন্তাধাৰাই গা-কৰি উঠিছিল। বিচ্ছিন্নতাবাদী সংগঠনসমূহে সশস্ত্ৰ সংগ্ৰাম কৰাৰ বাবে বাংলাদেশক ঘাটি কৰি বহু যুৱকৰ হাতত অস্ত্ৰ তুলি দি সমগ্ৰ ত্ৰিপুৰাতে বিশেষকৈ জনজাতি অঞ্চলত সন্ত্ৰাসবাদৰ সৃষ্টি কৰিছিল। ৰাজনৈতিক কৰ্মীসকলক বিশেষকৈ মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতা-কৰ্মীসকল বছৰ বছৰ ধৰি নিজৰ ঠাইৰ পৰা পলাই থাকিব লগা হৈছিল। বহু লোকক হত্যা কৰিছিল। বহু এলেকা মুক্তাঞ্চল ঘোষণা কৰিছিল বিচ্ছিন্নতাবাদীসকলে। ত্ৰিপুৰাত বিচ্ছিন্নতাবাদীসকলে সন্ত্ৰাস সৃষ্টি কৰাৰ সুবিধা অসমতকৈও বেছি আছিল। কাৰণ ত্ৰিপুৰাৰ চাৰিসীমাৰ ৭৫ শতাংশতকৈও অধিক সীমা বিদেশী দেশ বাংলাদেশে আগুৰা। তাৰোপৰি ত্ৰিপুৰা ৰাজ্যৰ ৬০ শতাংশ পাহাৰ আৰু জংঘল। ত্ৰিপুৰাৰ বিচ্ছিন্নতাবাদীসকল শক্তিশালী আছিল, বিদেশী বিভিন্ন শক্তিৰ পৰা সাহায্য পাই সাৰ্বভৌম ত্ৰিপুৰা গঠনৰ বাবে অহৰহ সশস্ত্ৰ সংগ্ৰাম চলাইছিল।

উক্ত ধৰণৰ বিচ্ছিন্নতাবাদেৰে অধ্যুষিত সন্ত্ৰাসবাদে ৰাজত্ব কৰা ত্ৰিপুৰাৰ জনজাতি অঞ্চলত অথবা সমগ্ৰ ত্ৰিপুৰাতে শান্তি বিৰাজ কৰিলে কেনেকৈ। ত্ৰিপুৰাৰ জনজাতিসকলৰ মাজত বিক্ষোভ আছিল যে দেশ বিভাজনৰ পাছত পঞ্চাশ দশকৰ পৰা বুজন পৰিমাণৰ বাংলাভাষী শৰণাৰ্থী ত্ৰিপুৰাত আশ্ৰয় লোৱাত ত্ৰিপুৰাৰ খিলঞ্জীয়া জনজাতি লোকসকল সংখ্যালঘুত পৰিণত হৈছিল আৰু এই আৱেগক মূলধন হিচাবে লৈ বিচ্ছিন্নতাবাদীসকলে বিচ্ছিন্নতাৰ বাবে ত্ৰিপুৰাৰ জনজাতি লোকক সশস্ত্ৰ সংগ্ৰামত সংগঠিত কৰিবলৈ চেষ্টা কৰিছিল। দীৰ্ঘদিনৰ কংগ্ৰেছ দলৰ ৰাজত্বৰ সময়ত জনজাতিসকলৰ অৰ্থনৈতিক পশ্চাদপদতাৰ সুযোগ লৈ বিচ্ছিন্নতাবাদী সংগঠনে হতাশগ্ৰস্ত বহু জনজাতি যুৱকক আকৰ্ষিত কৰিছিল আৰু সাধাৰণ জনজাতি জনগণৰো বহুতৰ সহানুভূতি লাভ কৰিছিল। অসমতকৈ ত্ৰিপুৰাত বিচ্ছিন্নতাবাদীসকলে বেছি সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। উদয়পুৰৰ পৰা আগৰতলালৈ প্ৰায় ১৫০ কিলোমিটাৰ জাতীয় পথছোৱাত সশস্ত্ৰ পুলিচৰ এচৰ্কট নোলোৱাকৈ কোনো যান-বাহন অতিক্ৰম কৰিব নোৱাৰিছিল।

এনেহেন বিচ্ছিন্নতাবাদৰে অধ্যুষিত ত্ৰিপুৰা ৰাজ্যত শান্তি বিৰাজ কৰিলে কেনেকৈ? ত্ৰিপুৰাত অসমৰ দৰে বহু শান্তি আলোচনা বা চুক্তিও হোৱা নাই। জনজাতিৰ লোকৰ মাজৰ পৰা বিচ্ছিন্নতাবাদী ভাব আঁতৰিল কেনেকৈ আৰু বিচ্ছিন্নতাবাদীসকলক জনজাতি জনগণৰ পৰা একাষৰীয়া (Isolate)

কৰিলে কেনেকৈ? ত্ৰিপুৰাৰ জনজাতিৰ মাজত শান্তি বিৰাজ কৰা জনজাতি জনগণে কোনো জনজাতি সংগঠনৰ ৰাজনৈতিক দলৰ প্ৰতি আস্থা অৰ্পণ কৰা নাই যেনেকৈ অসমত বড়ো স্বায়ত্তশাষিত অঞ্চলত নিৰ্বাচন অনুষ্ঠিত হোৱাত অসমৰ শাসক দল কংগ্ৰেছ বা আন কোনো ৰাজনৈতিক দলে বড়ো জনজাতি জনগণৰ আস্থা লাভ কৰিব পৰা নাই; তেওঁলোকে নিজৰ জনজাতিৰ সংগঠনৰ দলক শাসনৰ ভাৰ অৰ্পণ কৰিছে। কিন্তু ত্ৰিপুৰাত ব্যতিক্ৰম। ভাৰতবৰ্ষৰ সকলো ৰাজনৈতিক দলে লক্ষ্য কৰা উচিত যে ত্ৰিপুৰাৰ জনজাতি জনগণে ত্ৰিপুৰাৰ শাসক দল মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ প্ৰতি প্ৰতিবাৰৰ নিৰ্বাচনতে পূৰ্ণ আস্থা জ্ঞাপন কৰিছে। মাৰ্ক্সবাদী দলক শাসনৰ গাদীলৈ নিৰ্বাচিত কৰাই নহয় জনজাতি স্বায়ত্ত পৰিষদৰ নিৰ্বাচনত জনজাতি ভোটাৰে এখনো আসনত কোনো দলক জিকিব দিয়া নাই। জনজাতি সংগঠনৰ দলো নিৰ্বাচনত অৱতীৰ্ণ হৈছে— কিন্তু মাৰ্ক্সবাদী দলৰ বাহিৰে কোনো দলে এখনো আসন দখল কৰিব পৰা নাই। ইয়াৰ পটভূমি কি What is the secret behind ভাৰতৰ জনগণে বিশেষকৈ অসমৰ জনগণে জনা উচিত। অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত বিচ্ছিন্নতাবাদে গা-কৰি উঠিছে। অসমখন সন্ত্ৰাসবাদত জৰ্জৰিত হৈছে— দিনে-নিশাই লোকৰ মৃত্যু হৈছে সন্ত্ৰাসবাদৰ পৰা, নহয়তোবা চৰকাৰৰ পুলিচ-মিলিটাৰীৰ পৰা।

আমি যোৱা নৱেম্বৰ মাহ (২০০৯)ত ত্ৰিপুৰালৈ গৈছিলো আৰু ত্ৰিপুৰাৰ মুখ্যমন্ত্ৰী মাণিক সৰকাৰ ডাঙৰীয়াক সুধিছিলো তেখেতৰ ৰাজ্যত বিচ্ছিন্নতাবাদ নিৰ্মূল কৰিব পৰাৰ পটভূমিক What is the secret behind। মাণিক সৰকাৰ ডাঙৰীয়াই আমাক কৈছিল, আমি অকল প্ৰশাসনিক ব্যৱস্থাৰ ওপৰতেই নিৰ্ভৰ কৰা নাই। সাধাৰণ মানুহক বিভ্ৰান্ত কৰিবলৈ বিচ্ছিন্নতাবাদীসকলে যিবোৰ প্ৰশ্ন উত্থাপন কৰিছে তাৰ যথাযথ উত্তৰ আমি দিছো। লগে লগে বিচ্ছিন্নতাবাদীসকললৈও আমি কেতবোৰ প্ৰশ্ন উত্থাপন কৰিছো। অৰ্থনৈতিক পশ্চাদপদতা হৈছে বিচ্ছিন্নতাবাদীসকলৰ মূল হাতিয়াৰ। জনজাতি অঞ্চলৰ জনজাতি লোকৰ সামগ্ৰিক উন্নয়ন তথা অৰ্থনৈতিক উন্নয়নৰ বাবে আমাৰ চৰকাৰে বিভিন্ন আঁচনিৰ দ্বাৰা, কাম-কাজৰ দ্বাৰা সঠিক নীতি গ্ৰহণ কৰিছে যাৰ মাজেদি বিচ্ছিন্নতাবাদৰ মোকাবিলা কৰাত সুবিধা হৈছে। দীৰ্ঘদিনীয়া কংগ্ৰেছ দলৰ শাসনে ত্ৰিপুৰাত এক সংকীৰ্ণ জনগোষ্ঠীগত (এথনিক) বিভাজনৰ জন্ম দিছিল আৰু এই বিভাজনক কংগ্ৰেছ দলে ৰাজনৈতিক আৰু নিৰ্বাচনী সাফল্যৰ বাবে ব্যৱহাৰ কৰিছিল। ইয়াৰ বিৰুদ্ধে দুই জনগোষ্ঠীৰ মাজত ঐক্য স্থাপন কৰাৰ কাম আমাৰ দলৰ বাবে গুৰুত্বপূৰ্ণ প্ৰত্যাহ্বান আছিল। মাৰ্ক্সবাদী কমিউনিষ্ট দলে শাসনভাৰ গ্ৰহণৰ বহু পূৰ্বৰ পৰা জনজাতিসকলৰ অধিকাৰ, শিক্ষা, সংস্কৃতি, ভাষা, চাকৰি আদিৰ সংগ্ৰাম পৰিচালনা কৰিছিল। জনজাতি অঞ্চলসমূহত আন্তঃগাঁথনি উন্নয়নৰ দাবী কৰিছিল। জনজাতিসকলৰ ল'ৰা-ছোৱালীৰ শিক্ষা, চাকৰি আদিৰ ব্যৱস্থাৰ বিষয়ে আমাৰ দলেহে দাবী কৰিছিল। মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতৃত্বত বাওঁফ্ৰণ্ট চৰকাৰ প্ৰতিষ্ঠিত হোৱাত চৰকাৰখনৰ প্ৰথম ঐতিহাসিক কাম আছিল জনজাতিসকলৰ ভাষাৰ উন্নয়ন, শিক্ষা ব্যৱস্থাৰ উন্নয়ন, সংস্কৃতিৰ উন্নয়ন, অৰ্থনৈতিক অধিকাৰ সুপ্ৰতিষ্ঠিত কৰা আদি ক্ষেত্ৰত সুনিৰ্দিষ্ট আৰু জৰুৰী পদক্ষেপ গ্ৰহণ কৰা। বাওঁফ্ৰণ্ট চৰকাৰে শাসনভাৰ গ্ৰহণ কৰিয়েই প্ৰথমে জনজাতিৰ উমৈহতীয়া ভাষা ককবৰকক দ্বিতীয় ৰাজ্যিক ভাষাৰূপে স্বীকৃতি দিলে যিটো কাম কংগ্ৰেছ চৰকাৰে ত্ৰিশ বছৰ ধৰি কৰা নাছিল। লগে লগে এবছৰৰ ভিতৰত চৰকাৰে প্ৰাথমিক স্তৰত এক হাজাৰ ককবৰক ভাষাৰ বিদ্যালয় স্থাপন কৰিলে। চাকৰি আৰু পদোন্নতিৰ ক্ষেত্ৰত ৩১ শতাংশ পদ জনজাতিৰ বাবে সংৰক্ষণ কৰিলে। ইয়াৰ বিৰুদ্ধে উচ্চতম ন্যায়ালয়ত মোকৰ্দমা কৰিছিল। ত্ৰিপুৰা চৰকাৰে মোকৰ্দমাত যুঁজ

কৰি জয়লাভ কৰিছে। সকলো জনজাতিক লৈ ৰাজ্যৰ প্ৰায় ৬০ শতাংশ অঞ্চলক আগুৰি এখন জনজাতি জিলা পৰিষদ গঠন কৰা হ'ল। মুখ্যমন্ত্ৰীয়ে ক'লে যে দেশৰ ভিতৰত এইটো বিৰল দৃষ্টান্ত। আপোনালোকৰ অসমত বহু জনজাতি জিলা পৰিষদ আছে; কিন্তু আমি সকলো জনজাতিক লৈ এখন পৰিষদ গঠন কৰিছো। এনেকুৱা জনজাতি পৰিষদ ভাৰতৰ কোনো ৰাজ্যত নাই। তেখেতে আৰু ক'লে যে পৰিষদ গঠন কৰিলে সমস্যাৰ শেষ নহয়; কাম কৰিব লাগিব— চৰকাৰে আবণ্টন কৰা ধনখিনিৰ সঠিকভাৱে ব্যৱহাৰ হ'ব লাগিব— ধন দুৰ্নীতিৰ বলি হ'ব নালাগিব–– পৰিষদখন জনগণৰ আস্থাভাজন হ'ব লাগিব। পৰিষদে যাতে ভাল কাম কৰিব পাৰে ইয়াৰ দায়িত্ব ৰাজ্য চৰকাৰে গ্ৰহণ কৰিলে। যথেষ্ট আৰ্থিক অনুদান, সাধু আৰু উদ্যোগী বিষয়াসকলক তাত নিয়োগ আৰু কাম-কাজৰ তদাৰক ৰাজ্য চৰকাৰে কৰিলে। ফলত জনজাতি পৰিষদৰ এলেকাত উন্নয়ন, কাম-কাজৰ গতি ত্বৰান্বিত হ'ল।

মাণিক সৰকাৰ ডাঙৰীয়াই জনজাতি অঞ্চলৰ উন্নয়নৰ বিষয়ে আৰু ক'লে যে ১৯৭৫ চনৰ জৰুৰীকালীন অৱস্থাত, যেতিয়া আমাৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা আছিল, ৰাজপথৰ পৰা কিবাকৈ যদি আমি জনজাতি অঞ্চলত প্ৰৱেশ কৰিব পাৰো পুলিচে আমাক কেতিয়াও ধৰিব নোৱাৰিছিল। কাৰণ জনজাতি অঞ্চলৰ যোগাযোগ ব্যৱস্থা অতি বেয়া আছিল, অঞ্চলসমূহ দুৰ্গম আছিল, পুলিচ-মিলিটাৰীয়ে জনজাতি অঞ্চলত সোমাই আমাক ধৰা পেলোৱা সম্ভৱ নাছিল। ইয়াৰ বিপৰীতে আজি যদি আপুনি এখন দুৰ্গম জনজাতি গাঁৱত সোমাব খোজে তিনি-চাৰিটা ভিন ভিন পকী ৰাস্তাৰে সোমাব পাৰিব। জনজাতি অঞ্চলত অকল বাট-পথেই নহয়, খোৱা পানী যোগান, বিদ্যুতৰ ব্যৱস্থা, স্কুল, হাস্পতাল, কৃষি ব্যৱস্থাৰ উন্নতি, জলসিঞ্চনৰ ব্যৱস্থা, সৰ্বাঙ্গীন উন্নয়নৰ ব্যৱস্থা কৰা হৈছে। মাটিৰ মালিকানাৰ চৰিত্ৰ সলনি কৰি নতুন ব্যৱস্থা কৰা হৈছে। নতুন ব্যৱস্থা গ্ৰহণৰ মাজেদি চৰকাৰে জনজাতি লোকৰ অস্তিত্বৰ প্ৰশ্নত প্ৰকৃত মৰ্যাদা দিব পাৰিছে। চৰকাৰে ভাষা-সংস্কৃতি আৰু জনজাতি বৈশিষ্ট্যক মৰ্যাদা দিয়াৰ দ্বাৰা জনজাতি লোকসকলে তেওঁলোকৰ অস্তিত্বৰ প্ৰকৃত মৰ্যাদা দৃঢ়ভাৱে অনুভৱ কৰিব পাৰিছে। জনজাতি লোকসকলে তেওঁলোকৰ অৰ্থনৈতিক উন্নয়ন, সামাজিক সকলো দিশত উন্নয়ন, জীৱন-জীৱিকাৰ নিশ্চয়তা, ভাষা, সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্যৰ মৰ্যাদাৰ নিশ্চয়তা পোৱাত তেওঁলোকৰ মনৰ পৰা বিচ্ছিন্নতাৰ ভাব আঁতৰি গৈছে। তেওঁলোকৰ মাজত দৰিদ্ৰতাৰ প্ৰায় অৱসান হৈছে। বিচ্ছিন্নতাবাদক শ্লোগান দি, বক্তৃতা দি, তত্ত্ব দি আঁতৰ কৰা নাযায়। জনগণৰ মাজত কাম-কাজৰ মাজেৰেইহে আঁতৰ কৰিব লাগিব— আমাৰ চৰকাৰে সেইটোৱে কৰিছে। জনগণে বৰ্তমান ত্ৰিপুৰাত সন্ত্ৰাসবাদক আঁতৰ কৰিছে— উদ্দেশ্যপ্ৰণোদিত আৰু মতলববাজ আৰু বিদেশী এজেণ্ট যিসকল সন্ত্ৰাসবাদী এতিয়াও আছে, সেইসকলক জনজাতি জনগণে আশ্ৰয় নিদিয়ে ধন নিদিয়ে, সহায় নকৰে— চিহ্নিত কৰিব পাৰিলে প্ৰশাসনক গতাই দিয়ে। জনগণে তেওঁলোকক বৰ্জন কৰা কাৰণেহে বিচ্ছিন্নতাবাদীক পৰাজয় কৰাত আমাৰ চৰকাৰ সফল হৈছে। জনজাতি জনগণৰ বিচ্ছিন্নতাবাদীসকলৰ প্ৰতি সহানুভূতি থাকিলে চৰকাৰ কেতিয়াও সফল নহ'লহেঁতেন এওঁলোকক পৰাজিত কৰাত। শ্ৰীসৰকাৰে আৰু কয় যে আমি আত্মসন্তুষ্টি লাভ কৰা নাই। পাকিস্তানৰ আই এছ আই অত্যন্ত সক্ৰিয়। উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন সন্ত্ৰাসবাদী গোষ্ঠীক একেলগ কৰিবলৈ আই এছ আইয়ে পৰিকল্পনা কৰি আছে। নিৰ্বাচনত আমাক শলঠেকত পেলাবলৈ, পৰাজিত কৰিবলৈ বহু জাতীয় ৰাজনৈতিক দলেও বিচ্ছিন্নতাবাদীক সহায় কৰে, ব্যৱহাৰ কৰে। আমাৰ চৰকাৰে সদায়

সজাগতা অৱলম্বন কৰি আছে।

বিচ্ছিন্নতাবাদীসকলৰ যুদ্ধৰ মূল কেন্দ্ৰ আৰু মুক্তাঞ্চল আছিল মান্দাই আৰু হেজাৰমাৰা নমাৰ দুটি দুৰ্গম পাহাৰীয়া অঞ্চল— এই অঞ্চললৈ ১৫/২০ বছৰ ধৰি পুলিচ-মিলিটাৰী যাবলৈ সাহস কৰা নাছিল। শ্ৰীমাণিক সৰকাৰে কৈছিল তেওঁৰ দলৰ সকলো কৰ্মী নেতা এই দুই ঠাইৰ পৰা পলাই আহি আগৰতলাত ১৫ বছৰৰ বাবে আশ্ৰয় লৈছিল। বৰ্তমান আপোনালোক তালৈ যাওক পৰিৱৰ্তন লক্ষ্য কৰক। কোনো পুলিচ-মিলিটাৰী চিকিউৰিটি আপোনালোকৰ দৰকাৰ নাই— ১০০ শতাংশই জনজাতি লোক, তেওঁলোকৰ লগত কথা কওক। তেওঁলোকৰ শিক্ষা, স্বাস্থ্য, জীৱন-জীৱিকাৰ অৱস্থাৰ খবৰ লওক, কৃষি, জনগণৰ আৱাসৰ ব্যৱস্থা, বাট-পথ, খোৱাপানী যোগান, পঞ্চায়ত ব্যৱস্থা, আঁচনিসমূহৰ ৰূপায়ণ আদি নিজ চকুৰে চাই আহক।

চেগুণ গছ আৰু ৰবৰৰ বাগিছাৰ মাজেৰে পাহাৰীয়া সুন্দৰ পকী ৰাস্তাৰে এই মান্দাই আৰু হেজাৰামাৰা নামৰ দুই দুৰ্গম পাহাৰীয়া অঞ্চললৈ গৈছিলো। পঞ্চায়তৰ নিৰ্বাচিত জনজাতিৰ প্ৰতিনিধিসকল যিসকল ১৫/১০ বছৰ ধৰি আগৰতলাতে আত্মগোপন কৰি আছিল, এতিয়া মন্দাই হেজামাৰালৈ ঘূৰি আহিছে, তেখেতসকলে আমাক গাঁওসমূহ পৰিদৰ্শন কৰাইছিল। দুৰ্নীতি ভ্ৰষ্টাচাৰক আঁতৰাই শিক্ষা, স্বাস্থ্য, কৃষি, জলসিঞ্চন, এন্‌ৰেগা, দুখীয়া লোকৰ আৱাস স্থূল চেনিটেচন, খোৱা পানী যোগান সকলো আঁচনিৰ ধন সম্পূৰ্ণৰূপে সঠিকভাৱে খৰছ কৰি আঁচনিসমূহৰ ৰূপায়ণ কৰিছে। পঞ্চায়তৰ প্ৰতিনিধিসকলে আমাক ক'লে, তেওঁলোকৰ দলৰ পৰা নিৰ্দেশ দিছে, আঁচনি ৰূপায়ণে দলৰ উৰ্দ্ধত, সকলো জনগণকে সামৰি হ'ব লাগিব। জনগণে জীৱন-জীৱিকাৰ ক্ষেত্ৰত নিশ্চয়তা লাভ কৰিছে চৰকাৰৰ পৰা। জনজাতি জনগণৰ মাজত দৃঢ় বিশ্বাসৰ উদয় হৈছে বৰ্তমানৰ বাওঁ দলৰ চৰকাৰেহে তেওঁলোকৰ মুক্তি আনিব পাৰে, আৰ্থিক তথা জাতি, ভাষাৰ অস্তিত্ব ৰক্ষাৰ নিশ্চয়তা দিব পাৰে। পঞ্চায়তৰ নিৰ্বাচিত প্ৰতিনিধি, জনজাতি পৰিষদৰ নিৰ্বাচিত প্ৰতিনিধি, এম এল এ, এম পি সকলোৱে জনগণৰ অন্তৰ জয় কৰিব পাৰিছে— তেওঁলোকে জনগণৰ মাজত আদৰ্শ ভাবমূৰ্তি সৃষ্টি কৰিব পাৰিছে। জনজাতি জনগণৰ অৰ্থনৈতিক পশ্চাদপদতা, শিক্ষা-দিক্ষাত পশ্চাদপদতা, সামাজিক সুবিধাৰ পৰা বঞ্চিত হোৱাত যি পৃথকতাবোধৰ (alienation) ভাব আছিল সকলো আঁতৰ হৈ গৈছে। তেওঁলোক যে ভাৰতৰ তথা ত্ৰিপুৰাৰ নাগৰিক সেই ভাব উদয় হোৱাৰ পৰিৱেশ পাইছে। ভাৰতৰ আৰু ত্ৰিপুৰাৰ নাগৰিক হিচাবে তেওঁলোক নিজে গৌৰাৱান্বিত হৈছে। সেই আস্থা সেই পৰিৱেশৰ নিশ্চয়তা বৰ্তমানৰ ত্ৰিপুৰাৰ বাওঁ দলৰ চৰকাৰে দিব পাৰিছে। আটাইতকৈ ডাঙৰ কথা হ'ল বৰ্তমানৰ ত্ৰিপুৰাৰ চৰকাৰে দুৰ্নীতি-ভ্ৰষ্টাচাৰ সম্পূৰ্ণ দূৰ কৰিব পাৰিছে। আৱণ্টিত ধন আত্মসাৎ নোহোৱাত জনগণৰ স্বাৰ্থত, সম্পূৰ্ণ ৰাজ্যৰ স্বাৰ্থত খৰচ কৰিব পাৰিছে। আমাৰ ৰাজ্যত জনজাতি পৰিষদৰ অঞ্চল বা আন অঞ্চলত আঁচনিসমূহৰ ধন দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ বলি নোহোৱাকৈ ব্যৱহৃত হয় জানো! যোৱা তিনি মে'ত ত্ৰিপুৰাত স্বশাসিত জিলা পৰিষদৰ নিৰ্বাচনত সেয়ে জনজাতি জনগণে মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতৃত্বত বাওঁমৰ্চাক গোটেইকেইখন আসনতে বিপুল ভোটত জয়যুক্ত কৰিছে। জনজাতিৰ জাতীয়তাবাদী দল, কংগ্ৰেছ দলকে ধৰি জাতীয় পৰ্যায়ৰ কোনো দলে এখনো আসন পোৱা নাই। ত্ৰিপুৰাৰ মাৰ্ক্সবাদী দলৰ চৰকাৰৰ দ্বাৰা বিচ্ছিন্নতাবাদক পৰাজয় আৰু জনজাতি জনগণৰ আস্থা অৰ্জন, নিৰ্বাচনত বিপুল জয়ৰ ইয়েই আছিল চিক্ৰেট বিহাইন্দ (secret behind)। □□

*১৪ মে', ২০১০ চন*

# জনগণৰ খাদ্য-নিৰাপত্তা সুনিশ্চিতনে?

আগত দিনবোৰত মানৱ জাতিৰ, বিশেষকৈ ভাৰতৰ জনগণৰ সমুখত প্ৰত্যাহ্বান হ'ল খাদ্য উৎপাদন। বৰ্তমানৰ মুদ্ৰাস্ফীতি বা দ্ৰব্যমূল্য বৃদ্ধিৰ মূল কাৰণেই হ'ল খাদ্য সামগ্ৰীসমূহৰ মূল্যবৃদ্ধি। বিশেষজ্ঞসকলৰ মতে অহা দিনবোৰত খাদ্য-সামগ্ৰীৰ মূল্য বৃদ্ধি হৈ থাকিব। সেয়ে আজি চৰকাৰে সবাতোকৈ গুৰুত্ব আৰোপ কৰিব লাগিব খাদ্য উৎপাদন কাৰ্যত। ভাৰতবৰ্ষত স্বাধীনতাৰ ৬৩ বছৰ পাছতো কৃষি উৎপাদনৰ বাবে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। খাদ্য সামগ্ৰী উৎপাদনৰ বাবে বানপানী আৰু খৰাং বতৰ ডাঙৰ অন্তৰায়। ভাৰতবৰ্ষৰ অধিকাংশ মাটিতে জলসিঞ্চনৰ ব্যৱস্থা নাই। হিমঘৰৰ অভাৱত উৎপাদিত বহু খাদ্যৰ অপচয় হয়। আমাৰ দেশত ১৯৫০ চনত ৫২ নিযুত টন খাদ্য উৎপাদনৰ পৰা ২০০৬-২০০৭ চনত ২১৭ নিযুত টনলৈ বৃদ্ধি হৈছে। তথাপি ২১তম্ শতিকাত জনসংখ্যা বৃদ্ধিৰ বাবে খাদ্য উৎপাদনৰ ক্ষেত্ৰত ভাৰতে নতুন প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। মাটি আৰু পানীৰ ওপৰত ভাৰতৰ বৰ্ধিত জনসংখ্যাই বিৰাট প্ৰভাৱ পেলাইছে। চীন দেশত মাত্ৰ ১০০ নিযুত হেক্টৰ খেতিৰ উপযোগী মাটি আছে আৰু ৪০০ নিযুত টন খাদ্য শস্যৰ উৎপাদন হয়। ভাৰতত খেতিৰ উপযোগী মাটি ১৪৬ নিযুত হেক্টৰ ; কিন্তু খাদ্য শস্যৰ উৎপাদন হয় ১০৮ নিযুত টন মাত্ৰ। চীনৰ তুলনাত কৃষি খণ্ডৰ উন্নয়নৰ ক্ষেত্ৰত আকাশ-পাতাল পাৰ্থক্য। ৬৩ বছৰ স্বাধীন চৰকাৰৰ শাসনৰ ফলশ্ৰুতিত বানপানী এক ডাঙৰ সমস্যা। চীনৰ হোৱাংহো নদী অভিশাপ আছিল। সেই হোৱাংহোক চীন চৰকাৰে আশীৰ্বাদলৈ বা সম্পদলৈ ৰূপান্তৰিত কৰিব পাৰিছে কাৰণেই চীনে ভাৰততকৈ কম খেতিৰ মাটিতে ভাৰতৰ ৪ গুণ খাদ্য শস্য উৎপাদন কৰিব পাৰিছে।

কৃষি খণ্ডৰ উন্নতি তথা খাদ্য শস্য উৎপাদনৰ বিকাশ নঘটিলে মুঠ ঘৰুৱা উৎপাদনৰ উচ্চ হাৰৰ বিকাশ জনগণৰ বাবে অৰ্থহীন। বিত্তমন্ত্ৰী প্ৰণৱ মুখাৰ্জী ডাঙৰীয়াই উচ্চস্বৰে ঘোষণা কৰিছে দেশৰ অৰ্থনীতি পুনৰ বিকাশৰ পথত— দেশৰ জি ডি পিৰ ৯ শতাংশ হাৰত বিকাশ হ'ব। কিন্তু কৃষি উৎপাদনৰ বিকাশৰ গতি এক শতাংশও নহয়। যোৱা বিত্তীয় বছৰত নেতিবাচক আছিল। ভাৰতৰ ৭০ শতাংশ জনগণৰ কৃষি অকল খাদ্য উৎপাদনৰ ক্ষেত্ৰই নহয় ; এই লোকসকলৰ কৃষি জীৱন-জীৱিকাৰ ক্ষেত্ৰ তথা পথ। ভাৰতৰ মুঠ শ্ৰমশক্তিৰ ৬০ শতাংশ শ্ৰমশক্তি কৃষি খণ্ডৰ। খাদ্য শস্যৰ নাটনিৰ বাবে বতৰক দোষ দিয়া হয়। কিন্তু বিজ্ঞান প্ৰযুক্তিৰ চমকপ্ৰদ উন্নতিৰ যুগত বেয়া বতৰে কৃষিৰ ক্ষতি কৰিব নোৱাৰা ব্যৱস্থা চৰকাৰে কিয় হাতত ল'ব পৰা নাই— যি ব্যৱস্থা চীন তথা পৃথিৱীৰ প্ৰায় দেশেই গ্ৰহণ কৰিছে।

ভাৰতৰ মাত্ৰ ২ শতাংশ উৎপাদিত ফল আৰু পাচলিৰহে প্ৰছেচিং (Processing) কৰা হয়। ৭০ শতাংশ ব্ৰাজিলত, উন্নত দেশসমূহত ৬০-৭০ শতাংশ। ভাৰতত বিজ্ঞানসন্মত ভঁড়ালৰ অভাৱত ৩০ শতাংশ খাদ্য শস্য নষ্ট হয়।

চীন আৰু ভাৰত মিলি বিশ্বৰ জনসংখ্যাৰ ৪০ শতাংশ। কিন্তু জনসংখ্যাৰ তুলনাত খাদ্য গ্ৰহণৰ

পৰিমাণ উন্নত দেশসমূহৰ তুলনাত বহু কম। ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সংগঠনৰ (Food and Agricultural Organisation - FAO) তথ্যমতে ২০৫০ চনত বিশ্বত জনসংখ্যা ৯১০ কোটি হ'ব ; বৰ্তমান ৬৮০ কোটি। এই বৰ্ধিত জনসংখ্যাৰ বাবে খাদ্যৰ প্ৰয়োজন অধিক বৃদ্ধি পাব। তদুপৰি দৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যা হ্ৰাস পালে জনেপ্ৰতি খাদ্যৰ প্ৰয়োজনীয়তাও বৃদ্ধি পাব। অৰ্থাৎ বৰ্তমান প্ৰয়োজনীয় খাদ্যৰ দুগুণৰ প্ৰয়োজন হ'ব ২০৫০ চনত। তদুপৰি পেট্ৰ'ল-ডিজেলৰ বিকল্প হিচাবে খাদ্য সামগ্ৰী বায়'ফুৱেললৈ পৰিৱৰ্তন কৰা পদ্ধতিৰ সূচনা হোৱাত বিশ্বৰ প্ৰায় ২৫ শতাংশ খাদ্য শস্য বায়'ফুৱেললৈ পৰিৱৰ্তিত হয়।

আনহাতে দিনে দিনে মাটিৰ পৰিমাণ হ্ৰাস পাই আহিব ধৰিছে। বৰ্তমান প্ৰয়োজনীয় পৰিমাণ খেতিৰ মাটি নাই। বিশ্বৰ জনগণক নিম্নতম প্ৰয়োজনীয় খাদ্যৰ যোগান ধৰিবলৈ হ'লে বৰ্তমানৰ উৎপাদন পৰিমাণৰ দুগুণ উৎপাদন কৰাৰ প্ৰয়োজন হৈছে। ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সংগঠনৰ তথ্যমতে উদ্যোগ আৰু আবাসস্থলৰ বাবে ব্যৱহাৰ হোৱা হেতু খেতিৰ মাটি বছৰি অতি কমেও ১০ নিযুত হেক্টৰ হ্ৰাস পাই আহিছে। কৃষি উৎপাদনৰ স্থবিৰতা মাত্ৰ এবছৰতেই হোৱা নাই। যুগ যুগ ধৰি কৃষি উৎপাদন অৱহেলিত হৈছে। উৎপাদন প্ৰক্ৰিয়াৰ বিভিন্ন সমস্যা, উন্নয়নহীনতা আৰু অসুবিধাজনক অৱস্থাই কৃষি উৎপাদন হ্ৰাস কৰাইছে। আনহাতে মানৱ জাতিৰ খাদ্য সামগ্ৰীক মটৰগাড়ী চলোৱা খেললৈ পৰিৱৰ্তন কৰিছে।

ভাৰতবৰ্ষত নতুন খেতিৰ মাটিৰ বাবে আন এক ভয়াৱহ সমস্যা হ'ল যে ঘৰবন্ধা, ফ্লেট বনোৱা, উদ্যোগীয় পাম তথা বৃহৎ উদ্যোগৰ সংখ্যা বৃদ্ধি তথা এই নিৰ্মাণ ব্যৱসায় অতি লাভজনক হোৱা বাবে নিৰ্মাণকাৰী ব্যৱসায়ী (Builders) সকলে মাটিৰ দাম বঢ়াই দি খেতিয়কসকলৰ খেতিৰ মাটি তেওঁলোকৰ প্ৰজেক্টৰ বাবে বিক্ৰী কৰিবলৈ বাধ্য কৰোৱা কাৰ্য। জনসংখ্যা বৃদ্ধি তথা অৰ্থনৈতিক বিকাশৰ গতিত জলসম্পদো হ্ৰাস পাব ধৰিছে। সি খেতিয়কৰ কৃষি উৎপাদন কাৰ্যত ব্যাঘাত জন্মাইছে আৰু বৰষুণৰ ওপৰত তেওঁলোকৰ নিৰ্ভৰশীলতা বৃদ্ধি পাইছে। ফলত মাটিৰ সম্পূৰ্ণ উৎপাদন



ক্ষমতা ব্যৱহাৰ কৰিব পৰা নাই। বিশ বছৰৰ মূৰে মূৰে বিশ্বত জনসংখ্যা বৃদ্ধিৰ ফলত পানীৰ ব্যৱহাৰ দুগুণ বৃদ্ধি হৈ আছে। ৰাষ্ট্ৰসংঘৰ খাদ্য আৰু কৃষি সংগঠনৰ (FAO) পৰ্যালোচনা মতে ১৯৬০ চনত বিশ্বত জনমূৰী মাটি আছিল ১.১ একৰ আৰু ২০৩০ চনত হ্ৰাস পাই হ'বগৈ জনমূৰী ০.৬ একৰ। ইয়াৰ পৰা অতি সহজে অনুমান কৰিব পাৰি যে বিশ্বত কম মাটিতে অধিক খাদ্য উৎপাদন কৰিব নোৱাৰিলে ভয়ংকৰ খাদ্য সংকটে দেখা দিব আৰু খাদ্য সামগ্ৰীৰ মূল্য কল্পনাতীতভাৱে বাঢ়িব। ইতিমধ্যে বিশ্বত আন আন সামগ্ৰীৰ মূল্যবৃদ্ধি নহ'লেও খাদ্য সামগ্ৰীৰ দাম অতিপাত বৃদ্ধি হৈছে। ভাৰতত মুদ্ৰাস্ফীতিৰ মূল কাৰণেই হ'ল খাদ্য সামগ্ৰীৰ দাম বৃদ্ধি।

আকৌ, অৰ্থনীতি বিশ্বায়নৰ ফলস্বৰূপে খাদ্য সামগ্ৰীৰ উৎপাদন তথা ব্যৱসায় একচেটিয়া ব্যৱসায়ীৰ হাতলৈ হস্তান্তৰিত হৈছে। এই বহুজাতিক নিগমসমূহে, জনগণৰ বাবে প্ৰয়োজনীয় খাদ্য উৎপাদনতকৈ ব্যৱসায়িক লাভৰ ওপৰতহে সমস্ত গুৰুত্ব আৰোপ কৰে। মানৱ জাতিৰ প্ৰতি তেওঁলোকৰ কোনো উদ্বেগ নাই। বিশ্বত কিমানজন লোকে অপুষ্টিত ভুগিছে বা কিমানজনৰ অনাহাৰত মৃত্যু হৈছে সেইবোৰলৈ তেওঁলোকে ভ্ৰুক্ষেপ নকৰে। পৃথিৱীৰ মূল খাদ্য সামগ্ৰীৰ (World's grain trade) ব্যৱসায়ৰ ৭০ৰ পৰা ৮০ ভাগ মাত্ৰ দুটা কোম্পানীয়ে নিয়ন্ত্ৰণ কৰে। আমেৰিকাত ৪টা কোম্পানীয়ে ৮৪ শতাংশ আমেৰিকান খাদ্য শস্যৰ (American cereal) ব্যৱসায় নিয়ন্ত্ৰণ কৰে। বিশ্বৰ সমস্ত খাদ্য সামগ্ৰীৰ ব্যৱসায় নিয়ন্ত্ৰণ কৰে কেইটামান বহুজাতিক নিগমে। ই জনগণৰ খাদ্য নিৰাপত্তাৰ প্ৰতি ভয়ংকৰ ভাবুকি। বিশ্ব অৰ্থনীতিয়ে মানৱ জাতিৰ খাদ্য সামগ্ৰীকো আন আন বাণিজ্যৰ দৰে লাভজনক পণ্যলৈ পৰিৱৰ্তন কৰিছে। ভাৰতৰ দৰে দেশত সাৰুৱা মাটি অপৰ্যাপ্ত সত্ত্বেও অসংখ্য জনগণ অনাহাৰে থাকে। আনহাতে ব্যৱসায়ী গোষ্ঠীয়ে লাভজনক ৰপ্তানিযুক্ত ধনীক শ্ৰেণীৰ বাবে ভোগ-বিলাসৰ খাদ্য উৎপাদনত মনোযোগ দিছে।

কৃষিক আজি মানৱ জাতিৰ জীয়াই থকাৰ অপৰিহাৰ্য সামগ্ৰীৰ পৰিৱৰ্তে বিশ্ব অৰ্থনীতিত কৃষি পণ্যক বজাৰৰ চাহিদাৰ ভিত্তিত কৰপোৰেট হাউছকেইটাই বিশ্ববজাৰৰ প্ৰয়োজনৰ বাবে উৎপাদনক ভিন্নমুখী কৰিছে। কৃষি পুঁজি নিবিড় (Capital Intensive) পানীৰ (জলসিঞ্চন) পৰা আৰম্ভ কৰি যন্ত্ৰপাতি, অধিক উৎপাদনকাৰী বীজ, বিভিন্ন ৰাসায়নিক সাৰ, কীটনাশক, শীতল গুদাম আদিৰ বাবে পুঁজিৰ দৰকাৰ। তাৰোপৰি বিভিন্ন গৱেষণাৰ জ্ঞান, প্ৰযুক্তি আদিত হাজাৰ হাজাৰ কোটি লগ্নীৰ প্ৰয়োজন। পেটেণ্টৰ প্ৰশ্ন আদিতো পশ্চিমীয়া দেশসমূহৰ একচেটিয়া ব্যৱসায়ী প্ৰতিষ্ঠানসমূহে আধিপত্য বিস্তাৰ কৰে।

এই পৰিৱৰ্তিত পৰিস্থিতিত ভাৰতৰ দৰে জনবহুল দেশত কৃষি উৎপাদনত চৰকাৰে কি ভূমিকা লৈছে? কৃষি খণ্ডত ৰাজহুৱা লগ্নী ক্ৰমাৎ কমাই অনা হৈছে। কৃষি উৎপাদনৰ ক্ষেত্ৰত কোনো নিৰাপত্তা নাই। প্ৰকৃতিয়ে দয়া নকৰিলে দেশত দুৰ্ভিক্ষ হয়। খাদ্যৰ নিৰাপত্তা কেৱল ৰাজহুৱা বিতৰণ ব্যৱস্থাৰে সম্ভৱ নহয়। খাদ্য উৎপাদন তথা জনগণক খাদ্য কিনিব পৰা অৱস্থালৈ উন্নীতকৰণৰ দ্বাৰাহে প্ৰকৃত খাদ্য নিৰাপত্তা আহিব। ভাৰতৰ সেউজ বিপ্লৱৰ গুৰু স্বামীনাথনে এই বিষয়ত সঠিকভাৱে কৈছে— "Community food and water security movement, coupled with a universal PDS with common and differentiated entitlements (with price adjusted to income) will help India achieve its goal of a hunger free country sooner than normally considered possible" [2/11/2009] ❑❑

*২১ মে', ২০১০ চন*

# বিশ্বত পুঁজিবাদী অৰ্থনীতি সংকটৰ পৰা মুক্ত হৈছেনে?

ভাৰতৰ অধিকাংশ জনসাধাৰণে তেওঁলোকৰ জীৱনত বা জীৱিকা-নিৰ্বাহৰ উপায়ত অৰ্থনৈতিক নীতিৰ কি ভূমিকা খুব এটা বুজি নাপায়। শিক্ষিত শ্ৰেণীৰ নাগৰিকসকলেও অৰ্থনৈতিক নীতি সম্বন্ধে বিশেষ মূৰ নঘমায়। সমাজৰ উচ্চ শ্ৰেণীৰ (Elite) লোকসকল তেওঁলোকৰ নিজৰ সুখ-স্বাচ্ছন্দ্য, আয়, লাভক লৈ বেছি সজাগ।

২০০৭ চনৰ পৰা পৃথিৱীত পুঁজিবাদী অৰ্থনীতিৰ অভাৱনীয় সংকট আৰম্ভ হৈছে। ২০০৮ চনৰ ছেপ্টেম্বৰ মাহৰ পৰা আমেৰিকা যুক্তৰাষ্ট্ৰ তথা ইউৰোপৰ দেশসমূহৰ বিশেষকৈ উন্নত দেশসমূহৰ বিত্তীয় অনুষ্ঠানসমূহ গভীৰ সংকটত আক্ৰান্ত হৈছে। পৃথিৱীবিখ্যাত বৃহদাকাৰৰ বেংক, বীমা কোম্পানী দেউলীযা হৈ বন্ধ হৈ গৈছে। সেই সময়ৰ পৰা বিশ্ব অৰ্থনীতিৰ মহাসংকটৰ প্ৰভাৱে ভাৰতৰ অৰ্থনীতিকো আক্ৰান্ত কৰে। ফলত ভাৰতৰ ৰপ্তানি খণ্ডৰ প্ৰধান উদ্যোগসমূহ যেনে বয়ন (Textile), চামৰা, ৰত্ন-অলংকাৰ-হীৰা, মটৰ গাড়ীৰ সা-সঁজুলি, তথ্য প্ৰযুক্তি ইত্যাদি উদ্যোগৰ বহু লাখ কৰ্মচাৰী ছাটাই কৰিবলগীযা হৈছিল। বিদেশত কৰ্মৰত বহু লাখ ভাৰতীয় কৰ্মচাৰী কামৰ পৰা বিতাৰিত হৈ দেশলৈ ঘূৰি আহিছিল। দেশত কোনো ধৰণৰ নতুন কৰ্মসংস্থানৰ সৃষ্টি হোৱা নাছিল। সম্পত্তি খণ্ডৰ (Realestate) দুৰ্যোগ আহি পৰিছিল। ইযাৰ ফলত অৰ্থনীতিত যৌগিক প্ৰতিক্ৰিয়াৰ দ্বাৰা সকলো খণ্ডই সংকটৰ গৰাহত পৰিছিল। চেযাৰ বজাৰৰ সূচকো ১৫,০০০ পৰা নিম্নগামী হৈ ৮,০০০ পাইছিলগৈ।

উক্ত সংকটে দুৰ্লংঘ্য ৰূপ ধাৰণ কৰিছিল অৰ্থনৈতিকভাৱে অতি উন্নত পুঁজিবাদী অৰ্থনীতিৰ দেশ আমেৰিকা যুক্তৰাষ্ট্ৰ, কানাডা, জাপান, ইংলেণ্ড, জাৰ্মানী, ফ্ৰান্স, ইটালী ইত্যাদি ইত্যাদিত। ইউৰোপ মহাদেশৰ সকলোকেইখন দেশেই বেয়াভাৱে আক্ৰান্ত হৈছিল উক্ত অৰ্থনৈতিক সংকটত। দেশসমূহৰ পুঁজিবাদী অৰ্থনীতি ৰক্ষা কৰিবলৈ চৰকাৰে জনসাধাৰণৰ ৰাজহৰ ধন বহু বিলিয়ন ৰাজভড়ালৰ পৰা উলিয়াই দি 'উদ্দীপক পেকেজ' (Stimulus Package) গ্ৰহণৰ দ্বাৰা পুঁজিপতিসকলৰ বিত্তীয় প্ৰতিষ্ঠান আৰু আন প্ৰতিষ্ঠানসমূহ ৰক্ষা কৰাৰ প্ৰচেষ্টা চলাইছে। এই উন্নত দেশসমূহৰ বৃহৎ বৃহৎ উদ্যোগসমূহো দেউলীয়া হোৱাত লাখে লাখে কৰ্মচাৰীক কামৰ পৰা বিদায় দিছিল। নিবনুৱাৰ হাৰ ১০-২০ শতাংশ হৈছিল। আমেৰিকাত বিশ্ববিখ্যাত ঐতিহাসিক মটৰগাড়ী কাৰখানা— জি এম, ফোৰ্ড আৰু ক্ৰাইজলাৰৰ নিচিনা কোম্পানী দেউলীয়া হৈ গৈছিল। লাখ লাখ লোকে এই উন্নত দেশকেইখনতে দৰিদ্ৰ অৱস্থালৈ গতি কৰিছিল। আমেৰিকাৰ নিচিনা সমৃদ্ধিশালী দেশত গৃহহাৰা হৈ

হাজাৰ হাজাৰ লোক ফুটপাথত আশ্ৰয় লৈছিল। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলেই স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল যে এইবাৰৰ অৰ্থনৈতিক বিপৰ্যয় ১৯২৯ চনৰ মহাসংকটকে ধৰি পৃথিৱীত আজিলৈকে সংঘটিত হোৱা অৰ্থনৈতিক সংকটসমূহৰ ভিতৰত গভীৰতম বিপৰ্যয়। ২০০৭ চনত আৰম্ভ হোৱা পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটে পুঁজিবাদী অৰ্থনীতিৰ পৃষ্ঠপোষক আৰু তত্ত্ববিদসকলৰ দম্ভৰ অৱসান ঘটালে। এইসকলে ১৯৯১ চনত ছোভিয়েট দেশৰ পতনৰ পাছত ঘোষণা কৰিছিল যে সমাজবাদী অৰ্থনীতিৰ মৃত্যু ঘটিল— সমাজবাদ অৱাস্তৱ, পুঁজিবাদী অৰ্থনীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব। ১৯২৯ চনৰ পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটৰ পাছত দীৰ্ঘদিন ধৰি ইয়াৰ পুনৰাবৃত্তি নোহোৱাত তেওঁলোকে আত্মসন্তুষ্টি লাভ কৰিছিল আৰু এই নিশ্চয়তা প্ৰদান কৰিছিল যে পুঁজিবাদী অৰ্থনীতি সংকটমুক্ত। বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ বিশ্বজোৰা মহাসংকটে আকৌ এবাৰ প্ৰমাণ কৰিলে যে পুঁজিবাদী অৰ্থনীতি সংকটমুক্ত নহয় আৰু এই অৰ্থনীতিয়ে মানৱ জাতিৰ মুক্তিৰ সলনি অধিকাংশ লোকলৈ দুখ-দুৰ্দশাহে আনিব পাৰে।

এইবাৰৰ অৰ্থনৈতিক সংকট আৰম্ভ হোৱাৰ সময়ত পৃথিৱীৰ পুঁজিবাদী অৰ্থনীতিৰ বিখ্যাত পণ্ডিতসকলে কৈছিল যে চীন দেশৰ অৰ্থনীতি ৰপ্তানিনিৰ্ভৰশীল— আমেৰিকা, ইউৰোপৰ সকলো দেশ অৰ্থনৈতিক সংকটত আক্ৰান্ত হোৱাত দেশসমূহৰ জনগণৰ ক্ৰয়ক্ষমতা নোহোৱা হৈছে। গতিকে চীন দেশে তেওঁলোকৰ উৎপাদিত সামগ্ৰী ৰপ্তানি কৰিব নোৱাৰাৰ পৰিস্থিতিত চীন দেশৰ কাৰখানাসমূহ বন্ধ হৈ যাব, কোটি কোটি লোকে কৰ্মসংস্থান হেৰুৱাব— চীন দেশত গভীৰ অৰ্থনৈতিক বিপৰ্যয়ে দেখা দিব— দুৰ্ভিক্ষত জনগণ আক্ৰান্ত হ'ব। মাৰ্ক্সবাদী তত্ত্বৰ ভিত্তিত পৰিচালিত চীন দেশৰ সমাজবাদী অৰ্থনীতিয়ে উক্ত পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলক চমক খুৱালে— চীন দেশৰ অৰ্থনীতিলৈ সংকট নাহিল। পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহত উদ্দীপক পেকেজ গ্ৰহণ কৰা হৈছিল, পুঁজিপতিসকলক উদ্ধাৰ কৰাৰ বাবে। চীন দেশত উদ্দীপক পেকেজ গ্ৰহণ কৰি জনসাধাৰণৰ হাতলৈ ধন যোৱাৰ ব্যৱস্থা কৰা হৈছিল। চীন দেশৰ সমগ্ৰ জনগণৰ ক্ৰয়ক্ষমতা বৃদ্ধি কৰি ঘৰুৱা চাহিদা বৃদ্ধিৰ ফলত কাৰখানাসমূহে যিসমূহ সামগ্ৰী ৰপ্তানি কৰিছিল, সেইসমূহ দেশৰ ঘৰুৱা বজাৰতে বিক্ৰী হ'ল, ফলত কাৰখানাসমূহ বন্ধ নহ'ল— কৰ্মচাৰী ছাটাই নহ'ল। বৰং যি সময়ত আমেৰিকাৰ দৰে অৰ্থনীতিৰ সমৃদ্ধিশালী দেশ অৰ্থনীতিৰ সংকটত জৰ্জৰিত হৈছিল সেই সময়ত চীন দেশে আন্তঃগাঁথনিৰ চমকপ্ৰদ উন্নয়ন ঘটাই ঘণ্টাত ৪০০ কিলোমিটাৰ অতিক্ৰম কৰিব পৰা পৃথিৱীৰ ভিতৰত বেগী ট্ৰেইন চলালে দেশত। বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে অকপটে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে ১৩০ কোটি জনসংখ্যাৰ চীনে এমাহৰ ভিতৰতে অৰ্থনৈতিক সংকটৰ মোকাবিলা কৰিবলৈ সক্ষম হ'ল।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ নেতৃত্বত বৰ্তমান পুঁজিবাদী অৰ্থনীতিৰ সংকটৰ পৰা উদ্ধাৰ আৰু ৰক্ষা কৰাৰ বাবে বিশ্বৰ উন্নত আৰু উন্নয়নশীল দেশসমূহক বিভিন্ন সভাত একত্ৰিত কৰি উপাই উদ্ভাৱন কৰাৰ প্ৰয়াস অব্যাহত আছে। বিশ্বত পুঁজিবাদী অৰ্থনীতি পৰিচালিত কৰাৰ বাবে উন্নত দেশকেইখনৰ সংগঠন আছিল— জি-৭। পাছত ৰাছিয়াক যোগ কৰি জি-৮ হৈছিল। পুঁজিবাদৰ নব্য-উদাৰবাদী গোলকীয় অৰ্থনীতিৰ সংকটত আমেৰিকাৰ নেতৃত্বৰ জি-৭ দিশহাৰা হৈছে— উপায়ন্তৰ নেদেখি আন আন উন্নয়নশীল দেশসমূহকো জড়িত কৰিব বিচাৰিছে পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰা কাৰ্যত। বিশ্বৰ ১১ খন উন্নয়নশীল দেশ আৰু ইউৰোপীয়ান ইউনিয়নৰ দেশসমূহক জি-

চৰ লগত যোগ কৰি জি-২০ নামৰ সংগঠনৰ সৃষ্টি কৰা হৈছে। জি-২০ৰ সভাসমূহত বৰ্তমানৰ নব্য-উদাৰবাদী মুক্ত অৰ্থনীতিক অৰ্থনীতিবিদ জে এম কিন্সৰ তত্ত্বৰ সহায়ত নিয়ন্ত্ৰণ কৰাৰ কিছুমান প্ৰস্তাৱ গ্ৰহণৰ মাজেৰে 'বিশ্ব পুঁজিবাদ'ক জীয়াই ৰখাৰ প্ৰয়াস কৰিছে। এই জি-২০ৰ সভাত আমাৰ দেশৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই বিশেষ ভূমিকা পালন কৰিছে।

যোৱা দুবছৰে পুঁজিবাদৰ নব্য-উদাৰবাদী গোলকীয় অৰ্থনীতি বা মুক্ত বজাৰ অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ লোৱা ব্যৱস্থাসমূহে কোনো কাম দিয়া নাই। নব্য-উদাৰবাদী অৰ্থনীতিৰ দ্বাৰা পৰিচালিত বহু দেশ আজি নতুনকৈ আৰু বেছি গভীৰ সংকটত ডুবিছে। ব্ৰিটেইনৰ জনগণে কৰ্মসংস্থানহীনতা আৰু দেশৰ দেউলীয়া অৰ্থনীতিত অতিষ্ঠ হৈ অতি সম্প্ৰতি অনুষ্ঠিত হোৱা নিৰ্বাচনত লেবাৰ দলক পৰাজিত কৰালে। ইউৰোপীয়ান ইউনিয়নৰ গ্ৰীচ, আয়াৰলেণ্ড, পৰ্টুগাল, স্পেইন, ইটালী ইত্যাদি দেশ নতুনকৈ অৰ্থনীতিৰ গভীৰ সংকটত নিমজ্জিত হৈছে। ইউৰোপীয়ান ইউনিয়নে ৭৫,০০০ কোটি ইউৰোৰ (এক ইউৰোত বৰ্তমান প্ৰায় ৫৮ টকা) বৃহৎ উদ্দীপক পেকেজৰ ব্যৱস্থা কৰিছে দেউলীয়া দেশসমূহক ৰক্ষা কৰিবলৈ। বিশ্ব বজাৰত ইউৰোৰ মূল্য দ্ৰুত হ্ৰাস পাব ধৰিছে। ইউৰোপৰ দেশসমূহত নব্য-উদাৰবাদী পুঁজিবাদী অৰ্থনীতিৰ প্ৰতি জনগণ অতিষ্ঠ হৈ পৰিছে। উক্ত দেশকেইখনৰ জনগণ ৰাস্তালৈ ওলাই আহিছে। নিয়মিত শোভাযাত্ৰা, বিক্ষোভ, ধৰ্মঘট সংগঠিত কৰিছে পুঁজিবাদী অৰ্থনীতিৰ বিৰুদ্ধে। জাপানৰো অৰ্থনীতিৰ অৱস্থা উদ্বেগজনক— জাপানৰ জনগণে ৫০ বছৰ একেৰাহে শাসন কৰা লিবাৰেল ডেমোক্ৰেটিক দলক যোৱা নিৰ্বাচনত পৰাভূত কৰি অৰ্থনৈতিক সমস্যা সমাধানৰ পথ বিচাৰিছিল— কিন্তু বৰ্তমান জাপান মুদ্ৰা সংকোচন (Deflation)ৰ গ্ৰাসত। জাপানত নিবনুৱাৰ সংখ্যা দিনে দিনে বৃদ্ধি হৈ আছে।

নব্য-উদাৰবাদী গোলকীয় অৰ্থনীতিৰ সংকটৰ বিভিন্ন ৰূপত বিস্ফোৰণ হোৱাৰ ঘটনাৰ পৰা নিশ্চিত হ'ব পাৰি যে বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ সংকট অতি সহজে আঁতৰ নহ'ব। আজিৰ অৰ্থনীতিৰ সংকট অকল মন্দা (Recession)ৰ সংকট নহয়। বিভিন্ন দেশলৈ বিভিন্ন ৰূপত এই সংকট আহিছে। প্ৰথমে আমেৰিকা যুক্তৰাষ্ট্ৰত এই সংকট আৰম্ভ হৈছিল, বেংকিং সংকট হিচাপে। বৰ্তমান গ্ৰীচ, স্পেইন, পৰ্টুগাল আদি দেশ ঋণত দেউলীয়া হৈছে। সকলো সামাজিক খণ্ডৰ নিৰাপত্তাৰ আঁচনি বন্ধ কৰিবলগীয়া হৈছে— মজুৰি হ্ৰাস কৰিছে। এটা সংকটৰ কাৰণ আঁতৰোৱাৰ প্ৰচেষ্টা চলি থাকোতে উদ্ভৱ হয় আন এটা সংকটৰ। ভাৰতৰ বিত্তমন্ত্ৰী ডাঙৰীয়াই কৈছে যে ইউৰোপৰ দেশসমূহৰ বৰ্তমানৰ অৰ্থনীতিৰ সংকটৰ প্ৰভাৱ ভাৰতত নপৰে। বিশ্ব তথা ভাৰতৰ শ্বেয়াৰ বজাৰত সেই সংকটৰ প্ৰতিফলন ঘটিব ধৰিছে। ভাৰতৰ ৰপ্তানিৰ বৃহৎ বজাৰ হ'ল ইউৰোপৰ দেশসমূহ। ইউৰোপৰ এই দেশসমূহৰ জনগণৰ ক্ৰয়ক্ষমতা হ্ৰাস পোৱা মানে ভাৰতৰ ৰপ্তানিৰ পৰিমাণ হ্ৰাস পোৱা। ইতিমধ্যে ইউৰোপৰ এলেকাত ৰপ্তানি ২৭ শতাংশ হ্ৰাস হৈছে। ভাৰতৰ ৰপ্তানি ১৫ শতাংশ হ্ৰাস হৈছে। ভাৰতৰ বয়ন, চামৰা, অলংকাৰ, তথ্যপ্ৰযুক্তি খণ্ডলৈ আকৌ সংকট আহিব পাৰে।

পুঁজিবাদী অৰ্থনীতিৰ সংকট জন্মগত বুলি কাৰ্ল মাৰ্ক্সে কৈছিল। পুঁজিবাদী অৰ্থনীতিত সম্পদ সৃষ্টি হয় সামাজিক শ্ৰমৰ দ্বাৰা আৰু এই সম্পদৰ মালিক হয় কিছুমান ব্যক্তি। এই দ্বন্দ্বই পুঁজিবাদী অৰ্থনীতিৰ সংকট স্থায়ী কৰে। পুঁজিবাদী অৰ্থনীতি সৃষ্টি হোৱাৰ পাছত প্ৰথম সংকটত আক্ৰান্ত হৈছিল ১৮২৫ চনত। তেতিয়াৰ পৰা কিছু বছৰৰ অন্তৰে অন্তৰে পুঁজিবাদী অৰ্থনীতিক সংকটে আক্ৰমণ কৰি আহিছে। আজিলৈ পৃথিৱীৰ কোনো দেশৰ কোনো অঞ্চলৰ এই উদাহৰণ নাই যে

পুঁজিবাদী অৰ্থনীতিয়ে সমগ্ৰ জনগণৰ অৰ্থনৈতিক সমস্যাৰ সমাধান কৰিছে, দৰিদ্ৰতা নিবাৰণ কৰিছে। এই অৰ্থনীতিয়ে সদায়ে এক লঘিষ্ঠ অংশৰ লোককহে সমৃদ্ধি আনিছে। জি-২০ সংগঠনে যিমানেই চেষ্টা নকৰক কিয়, পুঁজিবাদী অৰ্থনীতিক স্থায়ীভাৱে সংকটৰ পৰা মুক্ত কৰা নাযায় আৰু ই মানৱ জাতিৰ অৰ্থনৈতিক সমস্যাও সমাধান কৰিব নোৱাৰে কেতিয়াও।

ভাৰতবৰ্ষতো নব্য-উদাৰবাদী গোলকীয় মুক্ত বজাৰ অৰ্থনীতি ৰূপায়ণ কৰা হৈছে। এই অৰ্থনীতিৰ মৌলিক চৰিত্ৰ অনুযায়ী ভাৰতৰ গৰিষ্ঠসংখ্যক লোকলৈহে সমৃদ্ধি আহিছে। ভাৰত চৰকাৰে সাৰ্বিক উন্নয়ন (Inclusive growth)ৰ শ্লোগান দিছে, বাস্তৱত সাৰ্বিক উন্নয়ন হৈছে জানো! ভাৰতৰ উন্নয়নৰ প্ৰক্ৰিয়াৰ পৰা গৰিষ্ঠসংখ্যক লোক বহিৰ্ভূত (Exclusion) হৈছে। পুঁজিবাদী নব্য-উদাৰবাদী অৰ্থনীতিয়ে কেতিয়াও সাৰ্বিক উন্নয়ন ঘটাব নোৱাৰে— এই অৰ্থনীতিৰ মৌলিক চৰিত্ৰই হ'ল মানৱ জাতিৰ একাংশলৈহে সমৃদ্ধি অনা। জনগণৰ সাৰ্বিক উন্নয়ন ঘটাবলৈ অৰ্থনৈতিক নীতিৰ পৰিৱৰ্তন কৰিব লাগিব। ভাৰত চৰকাৰে নিয়োগ কৰা "The National Commission for enterprises in the unorganised sector (NCEUS) কৈছে— "Although the Indian Economy is very large, its growth over the last 20 years was confined to only a small fraction of the population-catering to roughly 23 percent of the people. It has bypassed the other 77 percent."

উক্ত সমীক্ষা বা কথা কোনো বিৰোধী দল বা বাওঁ দলৰ নহয়, অৰ্থনীতিৰ ভূতপূৰ্ব মুখ্য উপদেষ্টা (প্ৰধানমন্ত্ৰীৰ), বিখ্যাত অৰ্থনীতিবিদ অৰ্জুন সেনগুপ্তৰ নেতৃত্বত গঠন হোৱা NCEUS আয়োগৰ। জৱাহৰলাল নেহৰু, ইন্দিৰা গান্ধীৰ মিশ্ৰ অৰ্থনীতি বা 'সমাজবাদী আৰ্হি'ৰ অৰ্থনীতিক ১৯৯১ চনৰ পৰা ভূতপূৰ্ব বিত্তমন্ত্ৰী ডঃ মনমোহন সিঙে পৰিৱৰ্তিত কৰি নব্য-উদাৰবাদী গোলকীয় অৰ্থনীতি ৰূপায়ণ কৰে ভাৰতত। যোৱা বিশ বছৰে নব্য-উদাৰবাদী অৰ্থনীতিৰ ৰূপায়ণ হৈছে ভাৰতত। ভাৰতৰ অৰ্থনীতি (মুঠ ঘৰুৱা উৎপাদনৰ জি ডি পি)ৰ গড়ে ৮ শতাংশ বিকাশ হৈছে যোৱা কেইবছৰমানত। কিন্তু সেই বিকাশে ৭৭ শতাংশ লোকক স্পৰ্শ কৰিব পৰা নাই ; বৰং বহিৰ্ভূত কৰি ৰাখিছে অৰ্থনৈতিক বিকাশৰ পৰা। NCEUSৰ তথ্যই স্পষ্টভাৱে প্ৰকাশ কৰিছে পুঁজিবাদী অৰ্থনীতিৰ চৰিত্ৰ। ভাৰত চৰকাৰে Inclusive growthৰ শ্লোগান দিলেও যেতিয়ালৈকে অৰ্থনীতিৰ মৌলিক চৰিত্ৰ সলনি নহয়, সাৰ্বিক উন্নয়নো সম্ভৱ নহয়। ভাৰতবৰ্ষৰ সমগ্ৰ জনগণৰ অৰ্থনৈতিক উন্নয়ন কৰিবলৈ অৰ্থনৈতিক নীতিৰ পৰিৱৰ্তন হ'ব জানো। □□

*১১ জুন, ২০১০ চন*

# জনগণৰ ভাগ্য

মানুহৰ দুখ-কষ্ট, অভাৱ-অনাটনৰ কাৰণ কি? সমাজত কিছুমান লোকৰ অভাৱ-অনাটন নাই, সুন্দৰভাৱে সুখ-স্বাচ্ছন্দ্যৰে দিন কটায়। সমাজৰ অধিকাংশ লোকে জীয়াই থাকিবলৈ সংগ্ৰাম কৰিব লাগে— নিজৰ খোৱা, পিন্ধা, আশ্ৰয়, চিকিৎসা, শিক্ষা-দীক্ষাৰ খৰচ যোগাৰ কৰিব নোৱাৰে। সমাজত উক্ত দুই শ্ৰেণীৰ লোক আছে— পিছৰ শ্ৰেণী হ'ল সংখ্যাগৰিষ্ঠ। মানৱ সমাজৰ সৃষ্টিৰ পৰা একাংশ লোকে অভাৱ-অনাটন, দুখ-কষ্টেৰে দিন কটাবলগীয়া হয়। তাৰ ব্যাখ্যাও যুগ যুগ ধৰি বিভিন্ন পণ্ডিতে দি আহিছে। মানুহৰ সভ্যতাৰ অগ্ৰগতিৰ লগে লগে জীৱন-ধাৰণৰ অৱস্থাৰো পৰিৱৰ্তন হৈছে। সমাজ ব্যৱস্থাৰো পৰিৱৰ্তন হৈছে। সাধাৰণতে সকলো ধৰ্মৰ মানুহে বহু যুগৰ পৰাই বিশ্বাস কৰি আহিছে যে মানুহৰ সুখ-দুখ ঈশ্বৰৰ হাতত। যিসকল দৰিদ্ৰতাত ভোগে তেওঁলোকৰ ভাগ্য বেয়া। সমাজৰ অধিকাংশ লোকেই বিশেষকৈ মধ্যবিত্ত শ্ৰেণীৰ লোকে ঈশ্বৰ পূজা কৰে নিজৰ ভাগ্য সলোৱাৰ নিমিত্তে।

পোন্ধৰশ শতাব্দীৰ পৰা পৃথিৱীত পুঁজিবাদী উৎপাদন ব্যৱস্থাই গঢ় লৈ উঠিছে। প্ৰথমতে ইউৰোপৰ দেশসমূহ, ইয়াৰ পিছত আমেৰিকাত, পিছত বিশ্বজুৰি এই উৎপাদন ব্যৱস্থা তথা সমাজব্যৱস্থা সম্প্ৰসাৰিত হৈছে। পুঁজিবাদী সমাজব্যৱস্থাই বহু অৰ্থনীতিবিদৰ সৃষ্টি কৰিছে এওঁলোকে ঈশ্বৰৰ প্ৰতি, ভাগ্যৰ প্ৰতি আস্থা ৰাখি বিধান দিছে যে পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাই মানৱ জাতিৰ মুক্তি আনিব। পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ সূচনা হোৱাৰ পাছত বিশ্বত মানৱ সভ্যতাৰ অভূতপূৰ্ব বিকাশ হৈছে। বিজ্ঞান, প্ৰযুক্তি বিভিন্ন বিষয়ৰ জ্ঞানৰ চমকপ্ৰদ উন্নয়ন ঘটিছে আৰু অৰ্থনীতিৰো চমকপ্ৰদ বিকাশ হৈছে। পৰিৱৰ্তন হোৱা নাই কেৱল সমাজৰ ধনী-দুখীয়া দুই শ্ৰেণীৰ প্ৰাৰ্থক্যৰ। সমাজবিজ্ঞানীসকলৰ মতে পৃথিৱীৰ প্ৰথম সমাজব্যৱস্থা আছিল আদিম জনজাতি সমাজ। প্ৰাথমিক সাম্যবাদ (Primitive communal system)। সেই সমাজ ব্যৱস্থাত দুই শ্ৰেণীৰ লোক নাছিল। সকলোৰেই সমান আছিল। জীৱন ধাৰণৰ কাৰণে উৎপাদন কৰা সামগ্ৰীৰ সকলোৰেই মালিক আছিল আৰু সকলোৱে নিজৰ প্ৰয়োজন অনুযায়ী ভাগ পাইছিল। প্ৰাথমিক সাম্যবাদী সমাজ ব্যৱস্থাত উৎপাদন ব্যৱস্থাৰ উন্নতি ঘটাৰ পাছত আহিল দাস সমাজব্যৱস্থা আৰু তেতিয়াৰ পৰা পৃথিৱীত দুই শ্ৰেণীৰ মানুহৰ সৃষ্টি হ'ল। এক শ্ৰেণীৰ অভাৱ-অভিযোগ, দুখ-কষ্ট নাই ; আন শ্ৰেণীয়ে (গৰিষ্ঠ সংখ্যক) অভাৱ-অনাটন, দুখ-কষ্ট, দৰিদ্ৰতাত ভোগে। দাস সমাজ ব্যৱস্থাৰ পাছত আহিল সামন্তবাদী সমাজব্যৱস্থা আৰু সামন্তবাদী সমাজব্যৱস্থাৰ পাছত আহিল পুঁজিবাদী সমাজব্যৱস্থা। যদিও অনুন্নত,

উন্নয়নশীল বহু দেশতেই সামন্তবাদী সমাজ ব্যৱস্থাৰ অস্তিত্ব আজিও বৰ্তমান কিন্তু কেইখনমান দেশৰ বাহিৰে সমগ্ৰ বিশ্বকে নিয়ন্ত্ৰিত কৰে পুঁজিবাদী অৰ্থনীতিয়ে। উৎপাদন পদ্ধতি আৰু বিজ্ঞান প্ৰযুক্তিৰ উন্নয়নৰ লগে লগে পুঁজিবাদী অৰ্থনীতিৰো পৰিবৰ্তন হৈ আছে। পুঁজিবাদৰ পৰা একচেটিয়া পুঁজিবাদ, সাম্ৰাজ্যবাদী পুঁজিবাদ, নব্য-উদাৰ পুঁজিবাদী অৰ্থনীতি, গোলকীয় অৰ্থনীতি আদি। বৰ্তমান পুঁজিবাদৰ নব্য-উদাৰবাদী বা গোলকীয় মুক্ত বজাৰ বা বজাৰ নিয়ন্ত্ৰিত পুঁজিবাদী নীতিৰে বিশ্ব অৰ্থনীতি পৰিচালিত হৈ আছে (চীনকে ধৰি কেইখনমান সমাজবাদী দেশৰ বাহিৰে)।

পুঁজিবাদী অৰ্থনীতিৰ তাত্ত্বিকসকলৰ মতে এই অৰ্থনীতিয়েই মানব জাতিৰ মুক্তি আনিব। এই অৰ্থনীতিৰ তাত্ত্বিকসকলে কিন্তু ঈশ্বৰৰ ইচ্ছা, ভাগ্য, দুৰ্ভাগ্য ইত্যাদি নুই নকৰে। বৰং মানুহৰ মাজত বিশ্বাস জন্মায় যে যিসকলৰ ভাগ্য বেয়া, দিন বেয়া সেইসকলে দুখ-কষ্ট পায়। সেইসকলৰ কপালত লিখা আছে দুখ-কষ্ট, দৰিদ্ৰতা ইত্যাদি।

কাৰ্ল মাৰ্ক্সেই প্ৰথম পণ্য উৎপাদনৰ সম্পৰ্কসমূহৰ অতীত ইতিহাস, বৰ্তমানৰ স্বৰূপ আৰু বিকাশৰ নিয়মসমূহৰ বৈজ্ঞানিকভাৱে গবেষণা আৰু পৰ্যালোচনা কৰি তত্ত্ব প্ৰকাশ কৰে যে মানুহৰ দুখ-কষ্ট, অভাৱ-অনাটন, দৰিদ্ৰতাৰ বাবে ভাগ্য, ঈশ্বৰ, কৰ্মফল আদিৰ কোনো ভূমিকা নাই। সমাজ ব্যৱস্থা আৰু অৰ্থনৈতিক নীতি ইয়াৰ বাবে দায়ী। সমাজব্যৱস্থা, অৰ্থনৈতিক নীতিৰ পৰিবৰ্তন ঘটালে মানুহৰ দুখ-কষ্ট, অভাৱ-অনাটন, দৰিদ্ৰতাৰ অৱসান হয়। কাৰ্লমাৰ্ক্সে এই কথা বৈজ্ঞানিকভাৱে প্ৰমাণ কৰি ১৮৪৮ চনত এখন ইস্তাহাৰ প্ৰকাশ কৰে। তেখেতে সমাজ জীৱনৰ, দৰ্শনৰ আৰু অৰ্থনীতিৰো বহু তাত্ত্বিক পুথি ৰচনা কৰে। অৰ্থনীতিৰ পৰ্যলোচনা কৰি জনগণৰ শোষণৰ, দুখ-দুৰ্দশাৰ বাবে অৰ্থনীতিৰ কি ভূমিকা, অৰ্থনীতিৰ কেনেধৰণে পৰিবৰ্তন কৰিলে জনগণ শোষণ, দুখ-দুৰ্দশাৰ পৰা মুক্ত হয়, ইয়াৰ পূৰ্ণ তত্ত্বৰ প্ৰথম পুথিখন "দাচ্ কেপিটেল" নামেৰে ১৮৬৭ চনত প্ৰকাশ কৰে। এই তত্ত্বৰ দ্বিতীয় আৰু তৃতীয় পুথি দুখন ক্ৰমে ১৮৮৫ আৰু ১৮৯৪ চনত তেখেতৰ তত্ত্বৰ সহযোগীৰ সম্পাদনাত প্ৰকাশ পায়। কাৰ্ল মাৰ্ক্সৰ তত্ত্বত কোৱা হ'ল যে পুঁজিবাদী অৰ্থনীতিত অধিকসংখ্যক জনগণৰ ভাগ্য বেয়া হয়— দুখ-দুৰ্দশাত ভোগে। পুঁজিবাদী অৰ্থনীতিৰ পৰিৱৰ্তন সাধন কৰিলে তেখেতে বিধান দিয়া তত্ত্বৰে অৰ্থনীতি পৰিচালনা কৰিলে জনগণৰ সকলোৰে ভাগ্য ভাল হৈ যায়, দুখ-যন্ত্ৰণা, অভাৱ-অনাটনৰ পৰা জনগণ মুক্ত হয়। কাৰ্লমাৰ্ক্সৰ তত্ত্বই মানুহৰ অভাৱ-অভিযোগ, দৰিদ্ৰতাৰ বাবে ভাগ্য বা ঈশ্বৰৰ ভূমিকা নুই কৰে। মানুহৰ অভাৱ, অনাটন, দৰিদ্ৰতাৰ বাবে সমাজ ব্যৱস্থা আৰু অৰ্থনীতিহে দায়ী বুলি কয়।

ইউৰোপৰ দেশসমূহতে আধুনিক সভ্যতাৰ উদয় হৈছিল। ইউৰোপ আধুনিক জ্ঞান-বিজ্ঞানৰ বাটকটীয়া। ভাপ ইঞ্জিন, বিদ্যুৎচালিত মেচিন, বিদ্যুৎচালিত তাঁত (Power loom) আৱিষ্কৃত হোৱাত ইউৰোপৰ ব্ৰিটেইনত ১৭৬০ চনত শিল্প বিপ্লৱৰ আৰম্ভণি হয়। ইয়াৰ পাছতে ফ্ৰান্সকে ধৰি ইউৰোপৰ বিভিন্ন দেশত এই বিপ্লৱ বিয়পি পৰে। এই বিপ্লৱৰ দ্বাৰা ইউৰোপে পুঁজিবাদৰ জন্ম দিছিল। সেয়ে ইউৰোপৰ দেশসমূহ আধুনিক যুগৰ জন্মদাতা। ইউৰোপৰ বিভিন্ন দেশে এনেকৈ পৃথিৱীৰ আন মহাদেশৰ দেশসমূহক উপনিৱেশত পৰিণত কৰিছিল। ইটালিয়ান নাবিক কলম্বাচে ১৪৯২ চনত আমেৰিকা আৱিষ্কাৰ কৰিছিল। পুঁজিবাদী অৰ্থনীতিয়েই যদি মানৱ জাতিৰ মুক্তি আনিব পাৰিলেহেঁতেন, তেন্তে পুঁজিবাদী অৰ্থনীতিৰ জন্মকেন্দ্ৰ ইউৰোপৰ জনগণে আৰ্থিক দুৰাবস্থাৰ পৰা মুক্তি পালেহেঁতেন।

যিসকলে অৰ্থনীতিৰ খবৰ ৰাখে সেইসকলে জানে যে ২০০৭ চনত পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটে অকল দুখীয়া বা উন্নয়নশীল দেশতেই নহয়, বিশ্বৰ উন্নত ধনী দেশসমূহৰ এক বৃজন সংখ্যক লোকক দৰিদ্ৰ অৱস্থালৈ লৈ গৈছিল। বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে কৈছে যে পুঁজিবাদী অৰ্থনীতিৰ সংকট নাই ; কিন্তু পুঁজিবাদী অৰ্থনীতিৰ বৰ্তমান পুঁজিবাদৰ জন্মদাতা দেশসমূহৰ জনগণৰ লাওলোৱা অৱস্থাৰ হৈছে। গ্ৰীচ, স্পেইন, পৰ্তুগাল, আয়াৰলেণ্ডৰ জনগণৰ অধিক শতাংশ লোকেই দাৰিদ্ৰ্য অৱস্থালৈ গতি কৰিছে। নিবনুৱাৰ হাৰ ২০ শতাংশৰ অধিক ; দেশসমূহ দেউলীয়া হৈছে। অকল উক্ত চাৰিখন দেশেই নহয়, ব্ৰিটেইন, ইটালীৰ নিচিনা দেশো আজি আৰ্থিক সংকটত। জনগণৰ অৱস্থা দিনে দিনে বেয়াৰ ফালে যাব ধৰিছে।

পুঁজিবাদী দৰ্শনত ভাগ্য, কৰ্মফল আদিৰ বিশ্বাস আছে ; গতিকে আমি ক'ব লাগিব গ্ৰীচ, স্পেইন, পৰ্তুগাল, আয়াৰলেণ্ড, ব্ৰিটেইন, ইটালীৰ লোকসকলৰ ভাগ্য বেয়া। অধিক জনগণক কুগ্ৰহই পাইছে ; সেয়েহে তেওঁলোকৰ দুঃখ-কষ্ট হৈছে, দাৰিদ্ৰ অৱস্থাই গ্ৰাস কৰিছে। আনহাতে চীন দেশলৈ চাওক— চীন এনে এখন দেশ য'ত ইউৰোপ মহাদেশৰ মুঠ জনসংখ্যাতকৈও অধিক ১৩০ কোটি লোকে বাস কৰে। চীনৰ খেতিৰ মাটি ইউৰোপৰ খেতিৰ মাটিৰ পৰিমাণতকৈ কম। বিশ্ববেংকৰ মতে চীনত খুব বেছি ৪ শতাংশ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত আছে। তাত প্ৰায় সকলো লোকে খোৱা, পিন্ধা, থকা, চিকিৎসা, শিক্ষা আদিৰ সুবিধা পাইছে। ভাৰতৰ ৩৬ শতাংশ লোকৰ খাবলৈ, পিন্ধিবলৈ চিকিৎসা কৰিবলৈ, শিক্ষা গ্ৰহণ কৰিবলৈ কোনো সুবিধা নাই। তাৰমানে এই লোকসকলক কুগ্ৰহই লম্ভিছে নেকি ?

কাৰ্ল মাৰ্ক্সে বৈজ্ঞানিকভাৱে প্ৰমাণ কৰি দেখুৱাইছে যে মানুহৰ দুখ-দুৰ্গতি, অভাৱ-অনাটন, দৰিদ্ৰতাৰ বাবে ভাগ্য বা ঈশ্বৰ দায়ী নহয়। ঈশ্বৰক পূজা কৰিলেও দৰিদ্ৰতাৰ অৱসান নহয়। মানুহৰ দাৰিদ্ৰ্য, দুখ-দুৰ্গতিৰ বাবে সমাজ ব্যৱস্থা বা অৰ্থনীতি দায়ী। বাস্তৱ উদাহৰণ হ'ল চীনৰ সমাজক অৰ্থনীতি; অৰ্থাৎ মাৰ্ক্সৰ তত্ত্বৰ অৰ্থনীতি। সেয়ে সকলো লোকৰে ভাগ্য ভাল হৈ গৈছে। সকলো লোকে খাবলৈ, পিন্ধিবলৈ পাইছে।

মাৰ্ক্সৰ অৰ্থনীতিৰ দেশ ছোভিয়েট ৰাছিয়াৰ পতনৰ পাছত বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকল উৎফুল্লিত হৈছিল আৰু ঘোষণা কৰিছিল যে সমাজবাদ অৰ্থাৎ মাৰ্ক্সীয় অৰ্থনীতি অবাস্তৱ ; পুঁজিবাদী অৰ্থনীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব— দুখ-দুৰ্গতিৰ অৱসান কৰিব। সেই সময়ত এই তত্ত্ববিদসকলে বহু কিতাপ লিখি যুক্তি দৰ্শাইছিল যে মাৰ্ক্সীয় অৰ্থনীতিৰ মৃত্যু হৈছে। পৃথিৱী বিখ্যাত পুঁজিবাদী দৰ্শনৰ ফ্ৰান্সিচ ফুকুৱামাই মাৰ্ক্সবাদী অৰ্থনীতিৰ মৃত্যু ঘোষণা কৰি লিখা "The end of History" নামৰ কিতাপ এখন পঢ়িছিলো— যিখন কিতাপ বিশ্বৰ বিভিন্ন দেশত ৪০/৫০টা সংস্কৰণেৰে লাখ লাখ কপি বিক্ৰী হৈছিল। কিন্তু ভাগাত বিশ্বাস কৰা লোকসকলে মাৰ্ক্সক জ্যোতিষী বুলি ক'ব লাগিব। মাৰ্ক্সে বৈজ্ঞানিকভাৱে পৰ্যালোচনা কৰি লিখি গৈছিল পুঁজিবাদী অৰ্থনীতিক কোনেও সংকটৰ পৰা ৰক্ষা কৰিব নোৱাৰে। আমেৰিকাৰ দৰে অৰ্থনৈতিকভাৱে শক্তিশালী দেশতে ২০০৭ চনৰ অৰ্থনৈতিক সংকটে আক্ৰমণ কৰি কোটি কোটি লোকক দাৰিদ্ৰ অৱস্থালৈ লৈ গৈছিল। সেই সংকট বিয়পি গৈছে। এতিয়াও এখনৰ পাছত এখনকৈ পুঁজিবাদী অৰ্থনৈতিক দেশক আক্ৰমণ কৰি জনগণক ভিখাৰীত পৰিণত কৰিছে। মাৰ্ক্সৰ তত্ত্ব সত্য প্ৰমাণিত হৈছে। ইউৰোপৰ গ্ৰীচ, পৰ্তুগাল,

স্পেইন ইত্যাদি দেশসমূহৰ জনগণৰ ভাগ্য বেয়া হোৱা নাই— পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাইহে তেওঁলোকৰ দাৰিদ্ৰ অবস্থাৰ বাবে দায়ী। চীনৰ জনগণৰ ভাগ্য ভাল হোৱা নাই বা কুগ্ৰহই পোৱা নাই। মাৰ্ক্সবাদী অৰ্থনীতিয়ে তেওঁলোকক সুখত ৰাখিছে। অৱশ্যে মাৰ্ক্সবাদী অৰ্থনীতিৰ প্ৰতি বহুতৰ আপত্তি আছে যে তাত গণতন্ত্ৰ নাই। আমাৰ প্ৰধানমন্ত্ৰীয়েও কৈছে যে চীনত গণতন্ত্ৰ নাই— ই কৰ্তৃত্ববাদী, একনায়কত্ববাদী। মাৰ্ক্সৰ তত্ত্বত কৈছিল যে সমাজবাদ উদ্বৃত্ত মূল্য সৃষ্টি কৰা আৰু শোষণ কৰাৰ গণতন্ত্ৰ নাথাকিব। এনেকুৱা গণতন্ত্ৰ থাকিলে পুঁজিবাদী অৰ্থনীতিৰ সৃষ্টি হ'ব। চীন দেশত এই গণতন্ত্ৰ নাই। ভাৰতত শোষণ কৰাৰ, ধন ঘটাৰ, উদ্বৃত্ত মূল্য সৃষ্টি কৰাৰ গণতন্ত্ৰ আছে। এই গণতন্ত্ৰ পুঁজিবাদী গণতন্ত্ৰ। সেয়ে ইয়াত অধিক সংখ্যক লোক দৰিদ্ৰ হৈ থাকে। ❑❑

*১৮ জুন, ২০১০ চন*

# ধনীসকলৰ বাবেহে উচ্চ শিক্ষা

নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিৰ প্ৰেক্ষাপটত দেশখনৰ জনগণৰ উন্নয়নৰ ভিত্তি হ'ল উচ্চ শিক্ষা। ভাৰতবৰ্ষত কৃষি, মেনুফেক্‌চাৰিং, অসংগঠিত খণ্ড আদিত অশিক্ষিত, অৰ্ধশিক্ষিত শ্ৰমিক-কৰ্মচাৰীৰ বাবে যথেষ্ট সুযোগ-সুবিধা আছে যদিও বৰ্তমানৰ অৰ্থনৈতিক বিকাশৰ প্ৰৱণতাই অৱস্থাৰ পৰিৱৰ্তন ঘটাইছে। বৰ্তমান সময়ত আৰু আগত দিনত অৰ্থনৈতিক বিকাশ নিৰ্ভৰ কৰিব সুশিক্ষিত নিপুণ শ্ৰমশক্তিৰ ওপৰত। যুৱক-যুৱতীসকলৰো জীৱন-জীৱিকাৰ বাবে কৰ্মসংস্থানৰ সুযোগ বৃদ্ধি কৰিব তেওঁলোকে বিভিন্ন দিশত উচ্চ শিক্ষিত হ'ব পাৰিলে। এই পটভূমিত ভাৰতবৰ্ষত সমগ্ৰ পৰিয়ালৰ উচ্চ শিক্ষাৰ বাবে উপযুক্ত যুৱক-যুৱতীয়ে উচ্চ শিক্ষা গ্ৰহণ কৰিব পৰা সুযোগ সৃষ্টি কৰিব পাৰিছেনে ভাৰত চৰকাৰে?

বিশ্বৰ ৬,৫৩৮ নিযুত জনসংখ্যাৰ ভিতৰত ১,১১০ নিযুত লোক ভাৰতত বাস কৰে—ভাৰতত বিশ্বৰ জনসংখ্যাৰ ছয় ভাগৰ এভাগ। বৰ্তমান ভাৰতৰ বিকাশমান অৰ্থনীতিত জ্ঞান অৰ্থনীতি (Knowledge Economy) অতি গুৰুত্বপূৰ্ণ। এই অৰ্থনীতিৰ মূল ভিত্তি হ'ল উচ্চ শিক্ষা। ভাৰতৰ স্বাধীনতা-উত্তৰ শিক্ষা ব্যৱস্থা (Academic System) উত্তৰাধিকাৰী সূত্ৰে ব্ৰিটিছৰ পৰা পোৱা। ১৮৫৭ চনত কলকাতা, মুম্বাই আৰু মাদ্ৰাজ বিশ্ববিদ্যালয় আৰু কিছুমান কলেজ স্থাপনৰ দ্বাৰা ভাৰতত উচ্চ শিক্ষাৰ সূচনা কৰিছিল ব্ৰিটিছে। ব্ৰিটিছে সীমিত উচ্চশিক্ষিত লোকৰ সৃষ্টি কৰিছিল তেওঁলোকৰ প্ৰশাসন আৰু প্ৰতিষ্ঠানসমূহ চলাবলৈ। উচ্চ শিক্ষাত গৱেষণাৰ দিশলৈ আগবঢ়া তেওঁলোকে নিবিচাৰিছিল। স্বাধীন ভাৰততো ১৯৬১ চনলৈ জাতীয় চৰকাৰে উচ্চ শিক্ষাৰ ক্ষেত্ৰ বিশেষ আগবঢ়াই নিব পৰা নাছিল। ১৯৬১ চনত উচ্চ শিক্ষাত নামভৰ্তিৰ হাৰ অৰ্থাৎ উচ্চ মাধ্যমিকৰ পৰৱৰ্তী পৰ্যায়ৰ শিক্ষাত ১.৫ শতাংশহে আছিল।

বিশ্ব তথা ভাৰতবৰ্ষৰ পৰিৱৰ্তিত অৰ্থনৈতিক পৰিৱেশ অৰ্থাৎ নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিৰ পৰিৱেশত জনগণৰ উন্নয়নৰ অন্যতম ভিত্তি হ'ল উচ্চ শিক্ষা। ভাৰতত উচ্চ শিক্ষাৰ বাবে উপযুক্ত যুৱক-যুৱতীৰ মাত্ৰ ১০ শতাংশইহে উচ্চ শিক্ষা গ্ৰহণৰ বাবে নাম ভৰ্তি (General Enrolment Ratio– GER) কৰে। ইয়াৰ বিপৰীতে চীন দেশত ২২ শতাংশ, উন্নত দেশসমূহত ৬০ ৭০ শতাংশই নাম ভৰ্তি কৰে উচ্চ শিক্ষাৰ বাবে। ১৯৯০ চনত চীন দেশত আৰু ভাৰতৰ দুয়োখন দেশতে উচ্চ শিক্ষাত নাম ভৰ্তিৰ সংখ্যা আছিল ৫ নিযুত। ২০০৯ চনত এই পৰিমাণ বৃদ্ধি হৈ চীন দেশত হ'লগৈ ২৭ নিযুত আৰু ভাৰতত হ'ল ১৩ নিযুত।

২০০৬ চনৰ তথ্য মতে ভাৰতত ১৭ হাজাৰ কলেজ আৰু ৩১৭ খন বিশ্ববিদ্যালয় আছে। কলেজসমূহৰ ৩০ শতাংশ আৰু বিশ্ববিদ্যালয়সমূহৰ ৫০ শতাংশ সঠিক মানসম্পন্ন, বাকীসমূহ নিম্নমান (Poor Quality)ৰ। ২৭ খন কলেজ আৰু ৯ খন বিশ্ববিদ্যালয় অতি উৎকৃষ্ট পৰ্যায়ৰ (having potential for excellence)। ভাৰতত কলেজ বিশ্ববিদ্যালয়ত ছাত্ৰ-শিক্ষকৰ অনুপাত ২৬ঃ১ৰ বিপৰীতে চীন আৰু ব্ৰাজিলত ১৩ঃ১। ৬ কোটি জনসংখ্যাৰ ব্ৰিটেইনত বিশ্ববিদ্যালয় ১২৫ খন, আমেৰিকা যুক্তৰাষ্ট্ৰত ২৪০০ খন আৰু চীন দেশত চৰকাৰী ধনেৰে পৰিচালিত ১৭০০ বিশ্ববিদ্যালয়

আৰু ১৫০ খন উচ্চ মানৰ গৱেষণা বিশ্ববিদ্যালয় আছে।

ভাৰতত নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিৰ প্ৰভাৱত মধ্যবিত্ত শ্ৰেণীটোৰ পৰিমাণ দ্ৰুত বৃদ্ধি হৈছে। বৰ্তমান ৬০ নিযুতৰ পৰা ৭০ নিযুতৰ ভিতৰত হ'ব। NCAER-ৰ সমীক্ষা মতে মধ্যবিত্ত শ্ৰেণীৰ পৰিমাণ ২০১৫ চনত হ'ব ২১০ নিযুত আৰু ২০২৫ চনত হ'ব ৪২০ নিযুত। এই মধ্যবিত্ত শ্ৰেণীটোৰ বৰ্তমানৰ পৰিৱৰ্তিত সমাজ ব্যৱস্থাত জীৱন ধাৰণৰ মান ৰক্ষা আৰু উচ্চ স্তৰলৈ নিয়াৰ হাবিয়াসৰ বাবে নিজৰ ল'ৰা-ছোৱালীক নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিত অংশগ্ৰহণ আৰু এই অৰ্থনীতিৰ সা-সুবিধা গ্ৰহণৰ প্ৰতিযোগিতাৰ বাবে উপযুক্ত কৰাৰ বাবে প্ৰচণ্ড হেঁপাহ আছে। মধ্যবিত্ত শ্ৰেণীৰ প্ৰধান লক্ষ্য হ'ল তেওঁলোকৰ ল'ৰা-ছোৱালীক গোলকীয় অৰ্থনীতিৰ চাহিদা অনুযায়ী উচ্চ শিক্ষিত কৰা।

গোলকীয় মুক্ত বজাৰ অৰ্থনীতিৰ পটভূমিত শিক্ষা ব্যৱস্থাৰ সামগ্ৰিক উদ্দেশ্যই পৰিৱৰ্তন হৈ গ'ল। যুৱক-যুৱতীসকলৰ এনেকুৱা ধৰণৰ ডিগ্ৰী বা শিক্ষাৰ প্ৰয়োজন হ'ল যি ডিগ্ৰী আৰু শিক্ষাই নব্য উদাৰবাদী অৰ্থনীতিৰ বজাৰৰ চাকৰিৰ চাহিদা পূৰণ কৰিব পাৰে। এই অৰ্থনীতিৰ কাৰ্যকলাপত অংশগ্ৰহণ কৰিবলৈ বিশেষ কিছুমান জ্ঞান আৰু দক্ষতা (knowledge and skill)ৰ প্ৰয়োজন। উচ্চ শিক্ষাৰ পাঠ্যক্ৰমৰ পৰিৱৰ্তনৰ তাগিদা আহিল বিশ্ববজাৰৰ উপযোগী আৰু চাহিদা অনুযায়ী পাঠ্যক্ৰমৰ। বিশ্ববজাৰৰ নব্য উদাৰ অৰ্থনীতিত অংশগ্ৰহণ কৰিব পৰাটো বেছি লাভজনক (lucrative)। সেয়ে ভাৰতৰ মধ্যবিত্ত শ্ৰেণীৰ লোকসকলৰ ওপৰত সামাজিক চাপ বেছি হ'ল, বজাৰ অৰ্থনীতিৰ চাহিদা পূৰণ কৰিব পৰা উচ্চ শিক্ষাৰ পাঠ্যক্ৰম আৰু ডিগ্ৰীৰ বাবে। মধ্যবিত্ত শ্ৰেণীৰ ছাত্ৰসকলৰ প্ৰথম পচন্দ হ'ল বজাৰ অৰ্থনীতিৰ চাহিদা পূৰাব পৰা উচ্চ শিক্ষাৰ পাঠ্যক্ৰম আৰু ডিগ্ৰীৰহে; অধ্যাপক, শিক্ষক, আমোলা হোৱাৰ শিক্ষাৰ বা ডিগ্ৰীৰ বাবে নহয়। আজিৰ দিনত অতি মেধাৱী ছাত্ৰ এজনে ভাৰতীয় প্ৰশাসনিক সেৱাৰ চাকৰিতকৈ আই আই এমৰ ডিগ্ৰীলৈ মাহে দুই তিনি লাখ টকাৰ দৰমহাৰ চাকৰি আৰু আন আন সুবিধাৰ প্ৰতি বেছি আকৰ্ষিত হয়। বৰ্তমানৰ অৰ্থনীতিৰ পৰিৱেশ উচ্চ শিক্ষাত ভাৰতৰ পৰম্পৰা মানৱীযতাৰ শিক্ষা, নৈতিকতাৰ শিক্ষা, ৰাষ্ট্ৰ নিৰ্মাণৰ সচেতনতাৰ শিক্ষা, দেশপ্ৰেম-মানৱপ্ৰেমৰ শিক্ষাৰ কোনো প্ৰাসঙ্গিকতা নোহোৱা হৈছে। উচ্চ শিক্ষাৰ প্ৰৱণতা সম্পূৰ্ণ ঢাল খাইছে বজাৰৰ চাহিদা পূৰণ কৰিবলৈ আৰু এই প্ৰৱণতাই উচ্চ শিক্ষাৰ ক্ষেত্ৰত প্ৰভুত্ব বিস্তাৰ কৰিছে।

দেশত ৰাজহুৱা উচ্চ শিক্ষাৰ সুযোগ পৰ্যাপ্ত পৰিমাণে নথকাত আৰু বজাৰৰ চাহিদা পূৰণৰ পাঠ্যক্ৰমৰ অনুষ্ঠান যথেষ্ট নোহোৱাৰ তদুপৰি বহু ৰাজহুৱা অনুষ্ঠান নিম্নমানৰ হোৱাত দেশৰ চুকে-কোণে যোৱা বছৰকেইটাত প্ৰচুৰ পৰিমাণে ব্যক্তিগত শিক্ষানুষ্ঠানে জন্মলাভ কৰিছে। তথ্যমতে দেশত উচ্চ শিক্ষাৰ ৪০ শতাংশ ব্যক্তিগত অনুষ্ঠানত ৩০ শতাংশ ছাত্ৰই পঢ়াশুনা কৰে। এই পটভূমিত কংগ্ৰেছ দলৰ নেতৃত্বাধীন প্ৰথমখন ইউ পি এ চৰকাৰে ২০০৭ চনত বিদেশী শিক্ষানুষ্ঠান ভাৰতত প্ৰৱেশৰ বিলখন ৰাজ্যসভাত উত্থাপন কৰিছিল। কিন্তু বাওঁ দলসমূহৰ প্ৰতিবাদক্ৰমে বিলখন উঠাই ল'বলৈ বাধ্য হয়। বৰ্তমান দ্বিতীয়খন ইউ পি এ চৰকাৰৰ সেই বাধা নাই— ইতিমধ্যে উক্ত বিলখন মন্ত্ৰীসভাই অনুমোদন জনাইছে যিকোনো মুহূৰ্ততে লোকসভাত গৃহীত হ'ব পাৰে।

২০০০ চনৰ পৰাই ভাৰতত বিদেশী পুঁজি লগ্নীৰ মাধ্যমেৰে (এফ ডি আই) বিদেশী উচ্চ শিক্ষানুষ্ঠান মুকলি হৈ আছে। ১০৪টা প্ৰযুক্তি শিক্ষাৰ ব্যক্তিগত অনুষ্ঠানে বিদেশী বিশ্ববিদ্যালয়ৰ সহযোগিতাত এ আই চি টি ইৰ অনুমতি নোহোৱাকৈ অনুষ্ঠান চলাই আছে। ২০০৮ চনত চলোৱা এটি সমীক্ষা মতে

ভাৰতত মুকলি কৰা ১৪৪ খন বিদেশী শিক্ষানুষ্ঠানৰ ৪৪ খন জাল। কোনো দেশৰ শিক্ষানুষ্ঠানৰ স্বীকৃত নহয়। ১১০ খন বিদেশী উচ্চ শিক্ষানুষ্ঠানে কোনো অনুমতি নোহোৱাকৈ ব্যৱসায় কৰি আছে ভাৰতত। ব্যক্তিগত আৰু বিদেশী শিক্ষানুষ্ঠান মুকলি কৰাৰ মৌলিক উদ্দেশ্য কি? বহু মিচনাৰী আৰু স্বেচ্ছাসেৱী অনুষ্ঠানেও শিক্ষানুষ্ঠান খোলে জনগণৰ সেৱাৰ দৃষ্টিৰ লক্ষ্যত। কিন্তু ব্যক্তিগত আৰু বিদেশী শিক্ষানুষ্ঠান মুকলি কৰা হয় ব্যৱসায়ৰ বাবে। পুঁজিপতিসকলে ব্যৱসায় কৰে, লাভ কৰাৰ বাবে বিভিন্ন খণ্ডত পুঁজিলগ্নী কৰে। বৰ্তমান শিক্ষাও এটি ব্যৱসায়ৰ উদ্যোগত পৰিণত হৈছে। সেয়ে পুঁজিপতিসকলে ধন লগ্নী কৰে লাভৰ বাবে শিক্ষা উদ্যোগত। লাভ কৰিবলৈ যেতিয়া ধন লগ্নী কৰে ব্যৱসায়ৰ প্ৰতিযোগিতাত ছাত্ৰসকলক আকৰ্ষিত কৰিবলৈ শিক্ষাৰ মান উচ্চ কৰাৰ লগতে আন আন আধুনিক সুবিধাসমূহৰ ব্যৱস্থা কৰে। লাভ নহ'লে তেওঁলোকৰ শিক্ষানুষ্ঠান বন্ধ কৰি দিব। শিক্ষা বৃদ্ধি তেওঁলোকৰ লক্ষ্য নহয়। তেওঁলোকৰ এই কাম কৰুণা (charity) নহয়। ভাৰতত ইতিমধ্যে কেপিটেচন ফি লয়। বিভিন্ন পাঠ্যক্ৰমৰ পৰিমাণ বেলেগ— ৫০ হাজাৰ টকাৰ পৰা ৪০ লাখলৈ আছে। তামিলনাডুৰ বহু ইঞ্জিনিয়াৰিং কলেজত এই বছৰত বহু আসন খালী আছে কেপিটেচন ফি দি আসন লোৱা ছাত্ৰৰ অভাৱত। বিদেশী শিক্ষানুষ্ঠানসমূহো খুলিব ব্যৱসায়ৰ বাবে। বিলখনত ব্যৱস্থা ৰখা হৈছে কেপিটেচন ফি নিষিদ্ধকৰণ কৰাৰ বাবে। ভাৰতবৰ্ষৰ দুৰ্নীতি সংস্কৃতিৰ ব্যক্তিগত আৰু বিদেশী শিক্ষানুষ্ঠানৰ মালিকসকলে জানে কেনেকৈ কেপিটেচন ফি পাছদুৱাৰেদি লৈ ক'লা টকাৰ পাহাৰ বনাব লাগে।

বৰ্তমান ভাৰতৰ দুই লাখ ছাত্ৰ পঢ়িবলৈ বিদেশলৈ গৈছে। কপিল শিবাল ডাঙৰীয়াই কৈছে এওঁলোক বিদেশলৈ যাব নালাগে ভাৰততে বিদেশী শিক্ষানুষ্ঠান আছে। এই মেধাৱী ছাত্ৰসকল বিদেশলৈ যায় বিশ্ববিদ্যালয়ৰ কেম্পাচৰ সুবিধা, গৱেষণাৰ সুবিধা অন্যান্য আন্তঃগাঁথনিৰ সুবিধা অধ্যাপকৰ মান আৰু সৰ্বশেষত শিক্ষা সাং কৰি চাকৰিৰ সুবিধাৰ বাবে। বিদেশলৈ পঢ়িব যোৱা ছাত্ৰ দেশলৈ ঘূৰি অহাৰ সংখ্যা নগন্য— ৯০ শতাংশ ছাত্ৰ দেশলৈ ঘূৰি নাহে। বিদেশৰ প্ৰসিদ্ধ-অপ্ৰসিদ্ধ প্ৰায় সকলো বিশ্ববিদ্যালয়ে সিদ্ধান্ত লৈ থৈছে যে তেওঁলোকেPost Graduate Course-ৰ ব্যৱসায়ৰ বাবে বিদেশলৈ নাহে তেওঁলোকে আহিব Under Graduate Degree বজাৰখনৰ বাবেহে। ভাৰতৰ প্ৰায় ছাত্ৰই বিদেশলৈ যায় ডিগ্ৰী, গৱেষণা, পি এইচ ডি ইত্যাদিৰ বাবে। বিদেশী বিশ্ববিদ্যালয়সমূহে আন দেশত খোলা কোম্পানীসমূহ ক'ৰপোৰেট কাৰ্যালয়ৰ দৰেহে, বিশ্ববিদ্যালয় কেম্পাচৰ দৰে নহয়। ইতিমধ্যে ইজৰাইলৰ দৰে আমেৰিকাৰ প্ৰিয় দেশ ছিঙ্গাপুৰ দেশ আদিৰ তিক্ত অভিজ্ঞতা হৈছে বিদেশী উচ্চ শিক্ষানুষ্ঠান সম্বন্ধে। এই দেশসমূহে বহু বছৰ আগতেই মুকলি কৰিছিল বিদেশী শিক্ষানুষ্ঠান। বৰ্তমান বিদেশী শিক্ষানুষ্ঠানক দেশ পৰিত্যাগ কৰিবলৈ আদেশ দিছে। যোৱা ১ জুনত প্ৰকাশিত "দি ইকন'মিক টাইমচ" কাকতত শ্ৰীকিৰণ কৰ্ণিকে তেখেতৰ নিবন্ধত কৈছে "The other radical move, of permitting foreign Institutions, is for more controversial. Topnotch Universities are unlikely to come in on their own, and dream of a MIT, Harvard, Oxford or Cambridge setting up a campus in India will be just that a dream."।

ভাৰতত আজিৰ মুহূৰ্তত জৰুৰী হ'ল উচ্চ শিক্ষাৰ সাৰ্বিক উন্নতি (inclusive development)। ব্যক্তিগত বা বিদেশী শিক্ষানুষ্ঠান প্ৰচুৰ পৰিমাণে খুলিলে আসনৰ সংখ্যা বৃদ্ধি কৰিলেও ভাৰতৰ গৰিষ্ঠ সংখ্যক পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে সুবিধা ল'ব নোৱাৰে আৰ্থিক কাৰণত। ভাৰতৰ ৭৭ শতাংশ লোকৰ দিনে আয় ২০ টকাৰ তলত— বৰ্তমানৰ অৰ্থনৈতিক বিকাশৰ সুফলৰ পৰা বঞ্চিত। আনকি মধ্যবিত্ত লোক অধিক সংখ্যকৰে কেপিটেচন ফি বাদ দিও মাহিলি ফিৰ কাৰণে ২০ বা ৩০

হাজাৰ টকা খৰচ কৰা সম্ভৱ নহয়। যিকাৰণেই ব্যক্তিগত মেডিকেল, ইঞ্জিনীয়াৰিঙৰ বহু আসন খালী আছে। ভাৰতত ব্যক্তিগত আৰু বিদেশী শিক্ষানুষ্ঠান ইতিমধ্যে প্ৰচুৰ পৰিমাণৰ মুকলি হৈছে আৰু বহু মুকলি হ'ব। তেওঁলোকৰ লক্ষ্য ব্যৱসায় কৰা, লাভ কৰা। যিসমূহ পাঠ্যক্ৰমৰ বজাৰৰ চাহিদা আছে, marketable, সেইসমূহ পাঠ্যক্ৰমৰ উচ্চ শিক্ষানুষ্ঠান খুলিব তেওঁলোকে। তেওঁলোকে ভাৰতৰ জনগণক কৃপা কৰাৰ বাবে উচ্চ শিক্ষানুষ্ঠান খোলা নাই দেশত। মানৱীয়তা, দেশপ্ৰেম, নীতিজ্ঞান, নৈতিকতাৰ জ্ঞান দেশখনৰ আদৰ্শৰ পাঠ্যক্ৰমৰ চাহিদা নাই বজাৰত। সেয়ে এইধৰণৰ পাঠ্যক্ৰমৰ ঠাই নাই বিদেশী বা ব্যক্তিগত শিক্ষানুষ্ঠানত।

আজি ৰাজহুৱা উচ্চ শিক্ষা ব্যৱস্থা (Public Education System) অনিশ্চয়তাৰ সন্ধিক্ষণত। পাঠ্যক্ৰমৰ যিসমূহ মৌলিক বিষয় বৰ্তমানৰ নব্য উদাৰ অৰ্থনীতিৰ চাকৰিৰ বজাৰত চাহিদা নাই সেইসমূহ মৌলিক বিষয়ৰ। ৰাজহুৱা প্ৰায় শিক্ষানুষ্ঠান বহুপ্ৰকাৰে সেই বিষয়সমূহতে আবদ্ধ হৈ আছে। সেইকাৰণে প্ৰায়সংখ্যক ৰাজহুৱা উচ্চ শিক্ষা অনুষ্ঠানে কম মেধাৰ ছাত্ৰ-ছাত্ৰীসকলকহে আকৰ্ষণ কৰে। এই ছাত্ৰসকলৰ বাবে বৰ্তমানৰ বজাৰ অৰ্থনীতিৰ প্ৰতিষ্ঠানসমূহৰ চাকৰিৰ সুযোগ কম। সেয়ে অনেক ৰাজহুৱা উচ্চ শিক্ষা অনুষ্ঠান এলাগী হৈ পৰিছে। সেয়ে ৰাজহুৱা প্ৰত্যেক শিক্ষানুষ্ঠানত চাকৰিৰ সুবিধাৰ পাঠ্যক্ৰমৰ ব্যৱস্থা কৰিব লাগিব।

ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পূৰ্ণ হ'ল— আজিও উচ্চ শিক্ষাৰ বাবে উপযুক্ত যুৱক-যুৱতীৰ ৩০ শতাংশৰো নামভৰ্তিৰ পটভূমি সৃষ্টি হোৱা নাই। উচ্চ শিক্ষাৰ এই অৱস্থাৰ বাবে চৰকাৰৰ অপৰাধমূলক অৱহেলাই দায়ী। দেশৰ সুচিন্তিত নাগৰিক, বাওঁ দলসমূহে দীৰ্ঘদিন ধৰি দাবী কৰি আহিছে শিক্ষা খণ্ডত জি ডি পিৰ ৬ শতাংশ খৰচ কৰক। বৰ্তমান দেশৰ শিক্ষা খণ্ডৰ সকলো খৰচ মিলি ৩.৫ শতাংশহে খৰচ কৰে। উচ্চ শিক্ষাৰ বাবে জি ডি পিৰ মাত্ৰ ০.৪ শতাংশহে খৰচ কৰে। শিক্ষা ব্যৱস্থাই সৰ্বসাধাৰণক সামৰি ল'ব পৰা অৱস্থালৈ উন্নীত কৰাৰ বাবে কোঠাৰী কমিচন আৰু কেবে (Committee of the Consultative Advisory Board on Education)ৰ পৰামৰ্শ আগবঢ়াইছিল দেশৰ শিক্ষা খণ্ডত অতি কমেও জি ডি পিৰ ৬ শতাংশ খৰচ কৰক আৰু উচ্চ শিক্ষাত এই ধনৰ ২৫ শতাংশ খৰচ কৰক। কেবেই বছৰে ৭৩ হাজাৰ কোটিকৈ টকা অহা ছয় বছৰলৈ খৰচ কৰিবলৈ কৈছে। একাদশ বিত্তীয় আয়োগে উচ্চ শিক্ষাত ২,২৬,৪১০ কোটি টকা আৱণ্টনৰ কথা কৈছিল। চৰকাৰে ইয়াৰে এক চতুৰ্থাংশ ৭৭,৯৩৩ কোটি টকাহে আৱণ্টনৰ সিদ্ধান্ত লৈছে।

দেশৰ ইউ পি এ চৰকাৰৰ ঘোষিত লক্ষ্য হ'ল সাৰ্বিক উন্নয়ন। বৰ্তমানৰ চৰকাৰৰ উচ্চ শিক্ষা নীতিৰে জনগণক বহিৰ্ভূত কৰিব উচ্চ শিক্ষাৰ পৰা। দেশৰ সকলো পৰিয়ালৰ যুৱক-যুৱতী ব্যক্তিগত আৰু বিদেশী উচ্চ শিক্ষানুষ্ঠানত পঢ়ি ডক্টৰেট, ইঞ্জিনীয়াৰ, ডাক্তৰ বা বিভিন্ন প্ৰফেচনেল হোৱাৰ পৰিস্থিতি নাই। এই উচ্চ শিক্ষা নীতিয়ে দেশৰ ৯০ শতাংশ যুৱক-যুৱতীক উচ্চ শিক্ষাৰ পৰা সম্পূৰ্ণৰূপে বহিৰ্ভূত কৰিব। উচ্চ শিক্ষা অকল অভিজাত ধনৱান শ্ৰেণীৰ বাবেহে হ'ব। যিসকলৰ ধন নাই সেইসকলৰ উপযুক্ততা থকা সত্ত্বেও উচ্চ শিক্ষাৰ ওচৰে চাপিব নোৱাৰিব। ১১০ কোটি জনসংখ্যাৰ দেশ এখনত উচ্চ শিক্ষাৰ বাবে ব্যক্তিগত আৰু বিদেশী শিক্ষানুষ্ঠানৰ ওপৰত নিৰ্ভৰ নকৰি ৰাজহুৱা খৰচত সকলো ধৰণৰ উচ্চ শিক্ষা সৰ্বস্তৰৰ জনগণৰ সহজলভ্য কৰাহে কল্যাণকামী ৰাষ্ট্ৰ এখনৰ কৰ্তব্য। □□

***২৫ জুন, ২০১০ চন***

# শ্বেত-পত্ৰৰ বিকশিত অসম

যোৱা ১৪ জুলাই তাৰিখে অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই বিধানসভাত ২০০১ চনৰ পৰা ২০১০ চনলৈ অসমৰ উন্নয়ন আৰু বিকাশৰ 'শ্বেত-পত্ৰ' দাখিল কৰিছে। মুখ্যমন্ত্ৰী ডাঙৰীয়াই অতি গৌৰৱেৰে ঘোষণা কৰিছে যে তেখেতৰ নেতৃত্বৰ কংগ্ৰেছ দলৰ চৰকাৰে দহ বছৰত অসমৰ অৰ্থনৈতিক উন্নয়নত অভূতপূৰ্ব উন্নয়ন ঘটাইছে। আজিলৈ অসমৰ উন্নতি তথা অধোন্নতি কংগ্ৰেছ দলৰে কৃতিত্ব। কাৰণ ভাৰত স্বাধীন হোৱা দিন ধৰি দহ বছৰ অগপ দলৰ আৰু দুবছৰ জনতা দলৰ চৰকাৰক বাদ দি প্ৰায় ৫১ বছৰ কাল অসমত কংগ্ৰেছ দলেই শাসন কৰিছে। 'শ্বেত-পত্ৰ'ত মুখ্যমন্ত্ৰী গগৈ ডাঙৰীয়াই এটি কথা উচ্চ স্বৰে প্ৰকাশ কৰিছে যে তেখেতৰ শাসনকালত কেন্দ্ৰৰ পৰা বহু ধন আনিছে আৰু ৰাজ্যৰ ভিতৰতো বহু সম্পদ আহৰণ কৰিছে আৰু এই বৃহৎ পৰিমাণৰ ধন ৰাজ্যৰ বিভিন্ন উন্নয়নৰ আঁচনিত খৰচ কৰিছে। মুখ্যমন্ত্ৰী ডাঙৰীযাই বিশেষকৈ অগপ দলৰ শাসন কালছোৱাৰ বিত্তীয় পৰিস্থিতিৰ দুখ লগা অৱস্থাৰ লগত তেখেতৰ কালছোৱাৰ তুলনা কৰি গৌৰৱ কৰিছে।

নিশ্চয় গগৈ ডাঙৰীয়াৰ সময়ছোৱাত কেন্দ্ৰৰ পৰা বহু ধন আহিছে— অগপ চৰকাৰৰ কালছোৱাতকৈ বহু বেছি। গগৈ ডাঙৰীয়াৰ কালছোৱাত এই প্ৰচুৰ পৰিমাণৰ ধনসমূহ খৰচো হৈছে। অসমৰ ডাঙৰ সমস্যা হ'ল ধন খৰচ হ'লেও বাস্তৱত কাম নহয়। যোজনা আয়োগকে ধৰি কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা গঠিত বিভিন্ন কমিটি আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ বহু বাতৰি কাকতে অবিৰতভাৱে কৈ আহিছে যে অসমৰ অৰ্থনৈতিক উন্নয়নৰ ডাঙৰ অন্তৰায় হ'ল 'দেলিভাৰী' (Delivery) অৰ্থাৎ সঠিক ৰূপায়ণৰ সমস্যা। অসমৰ বৰ্ধিত হাৰৰ চৰকাৰী খৰচৰ ভিতৰত উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ এক হাজাৰ কোটিও অন্তৰ্ভুক্ত হৈ আছে। সেইদৰে বিভিন্ন জিলাত বিভিন্ন আঁচনি ৰূপায়ণৰ নামত ধনসমূহ খৰচ হৈছে— কিন্তু প্ৰকৃততে উন্নয়ন আৰু জনসাধাৰণৰ কল্যাণৰ বাবে ধনসমূহ খৰচ হৈছে নে ভ্ৰষ্টাচাৰ-দুৰ্নীতিৰ পয়োভৰত দুৰাচাৰী চক্ৰৰ হস্তগত হৈছে? প্ৰকল্পসমূহৰ ৰূপায়ণত ধন খৰচৰ প্ৰতিফলন কেনেকুৱা— নিশ্চয় অলপ-অচৰপ কাম হৈছে— কিন্তু কিমান শতাংশ হৈছে, কামৰ গুণগত মান কি পৰ্যায়ৰ। যোৱা ২০০৯ চনৰ ১ নৱেম্বৰত প্ৰকাশিত 'দি টাইমচ্ অৱ ইণ্ডিয়া'ত অসম তথা উত্তৰ পূৰ্বাঞ্চল সম্বন্ধে কৈছিল, "The whole setup is riven with nepotism and corruption Project sanctioning has become a tool for patronage rather than development" কাকতখনৰ ৪ নৱেম্বৰ (২০০৯)ৰ সম্পাদকীয়ত আকৌ কৈছে— "However, government-wise, it continues to suffer some of the worst excesses of political and administrative propensity for bad planning and greed" ৰাষ্ট্ৰীয় পৰ্যায়ৰ কাকতসমূহেও লক্ষ্য কৰিছে যে অসমত ধনৰ আবণ্টন হয় কিছুমান প্ৰকল্পৰ উন্নয়নৰ নামত, কিন্তু সেয়া হয়তো ন্যস্তস্বাৰ্থ লোকৰ অনুগ্ৰহ আৰু লালসা পূৰণৰ বাবেহে।

শ্বেত-পত্ৰত মুখ্যমন্ত্ৰী ডাঙৰীয়াই ঘোষণা কৰিছে অগপ চৰকাৰৰ শাসন কালছোৱাত (৯৬-৯৭-

২০০১) জলসিঞ্চনৰ বাবে ১০৭.৯৩ কোটি টকাহে মাত্ৰ খৰচ কৰিছিল। কংগ্ৰেছ দলৰ শাসনকালত (২০০০-০১ - ২০০৯-১০) ১১৪৯.৭১ কোটি টকা খৰচ কৰিছে। জলসিঞ্চনৰ বাবে খৰচ হৈছেনে— যোৱা ২০০৯ চনৰ ২৫ নৱেম্বৰত দাখিল কৰা যোজনা আয়োগৰ এটি প্ৰতিবেদনে কৈছে যে জলসিঞ্চনৰ বাবে ব্যৱস্থা কৰা প্ৰকল্পসমূহৰ ৭৫ শতাংশৰে অস্তিত্ব নাই (Implementation of irrigation projects needs special attention as almost 75% of the potential created is no more available Assam-Flagship programmes review 25 November, 2009– Planning Commission) ধন খৰচৰ নমুনা সঁচাযে যদি এই পৰ্যায়ৰে হয় তেনেহ'লে অসমৰ জনসাধাৰণে ধৰি ল'ব পাৰে যে অসমৰ সাৰ্বিক উন্নয়নৰ বাবে গ্ৰহণ কৰা আঁচনি/প্ৰকল্পসমূহৰ ২৫ শতাংশ ৰূপায়ণ হ'ব — ২৫ শতাংশ আবণ্টিত ধন জনসাধাৰণৰ নামত উন্নয়নৰ নামত খৰচ হোৱাৰ পাছত বাকী ৭৫ শতাংশ ধন বাৰু ক'লৈ যায়।

মুখ্যমন্ত্ৰী ডাঙৰীয়াই 'শ্বেত-পত্ৰ'ৰ মাধ্যমেৰে গৌৰৱেৰে ঘোষণা কৰিছে জনমূৰি আয় কংগ্ৰেছ চৰকাৰৰ যোৱা দহ বছৰৰ সময়ছোৱাত ২৯,৩০৫ টকালৈ বৃদ্ধি হৈছে, অগপ চৰকাৰৰ ২০০১ চনৰ সময়ৰ ১৩,৯৬২ টকাৰ পৰা। জনমূৰি আয় ৰাজ্যৰ মুঠ জনসংখ্যাৰ আয়ৰ প্ৰতিজনৰ গড় আয়। কোনোবাৰ হয়তো বছৰি আয় দুই কোটি টকা, কোনোবাৰ হয়তো বছৰি আয় ৭০০ টকা। এই দুইজনৰ আয়ৰ গড় হিচাপ কৰিলে প্ৰত্যেকজনৰে ১ কোটি ৩৫০ টকা হয়। জনগণৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ প্ৰকৃত ছবিখন পোৱা গ'লহেঁতেন যদিহে তলৰ পৰ্যায়ৰ ১০ শতাংশ বা ২০ শতাংশ লোকৰ ভাগত মুঠ ঘৰুৱা উৎপাদনৰ কিমান অংশ আছে। তাক জনা যায়। ওপৰৰ ধনী ১০ শতাংশ লোকে ৰাজ্যৰ জি ডি পিৰ কিমান অংশ অধিকাৰ কৰিছে সেই তথ্যও প্ৰকাশ কৰিব লাগে। জনমূৰি আয় বৃদ্ধিয়ে ৰাজ্যৰ সমগ্ৰ লোকৰ আয় বৃদ্ধি নুবুজায়। ৰাজ্যৰ দহ বা পাঁচ শতাংশ লোকৰ ধন বৃদ্ধি হ'লেই জনমূৰি গড আয় বৃদ্ধি হয়। ৰাজ্যৰ ৮০ শতাংশ লোকৰে দৈনিক আয় ২০ টকাৰ তলত অৰ্থাৎ বছৰি জনমূৰি আয় ৫ বা ৬ হাজাৰ হ'ব। আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে ধনী লোকৰ দেশত এক শতাংশ লোকৰ হাতত দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ১৯ শতাংশ আছে আৰু ৫০ শতাংশ লোকৰ হাতত মাত্ৰ ১২.৮ শতাংশহে আছে। ভাৰতৰ অকল মুকেশ আম্বানীৰ ধন ১,৫৯,৮৫৪ কোটি টকা— মুকেশ আম্বানী ভাৰতৰ এজন নাগৰিক হিচাবে জনমূৰি আয় মাত্ৰ ৩৭ হাজাৰ টকাহে হ'ব। অসমৰ মুঠ ঘৰুৱা উৎপাদন বৃদ্ধি হৈছে কাৰণ পৰিকল্পনাৰ আবণ্টিত ধনৰ অধিক অংশই দুৰাচাৰী চক্ৰটোৱে আত্মসাৎ কৰিছে— তেওঁলোকৰ বছৰি আয় কোটি কোটি টকা হৈছে বাবে গড় হিচাপ কৰিব যাওঁতে জনমূৰি আয় বৃদ্ধি হৈছে।

দীৰ্ঘদিন ধৰি দুখীয়া হৈ থকা লোকৰ সংখ্যা ভাৰতত ১৫.১ শতাংশৰ বিপৰীতে অসমত ২১.১ শতাংশ। নেচনেল চেম্পল ছাৰ্ভে সংগঠনৰ প্ৰতিবেদনত কৈছে— অসমৰ ৩.৬ শতাংশ পৰিয়ালে গোটেই বছৰটোৰ প্ৰয়োজনীয় নিম্নতম খাদ্যখিনি সংগ্ৰহ কৰিব নোৱাৰে। যোৱা ১৮ জুলাইত অৰ্থনীতিবিদ এছ এ আয়াৰে তেখেতৰ দি টাইমচ্ অব ইণ্ডিয়াৰ নিবন্ধত লিখিছে অসমত ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ ৫০ শতাংশ সামগ্ৰী চুৰি হয়। ইয়াৰে ৩০ শতাংশ ভুৱা কাৰ্ডেৰে চুৰি কৰে। ৰাজ্যৰ স্বাস্থ্যমন্ত্ৰীয়ে বিধানসভাত দাখিল কৰিছে যে আজিলৈ কেন্দ্ৰৰ পৰা নেচনেল ৰুৰেল হেল্‌থ মিছনত ২,৩৯,০৭৮.৮১ লাখ টকা পাইছে। যোজনা আয়োগে যোৱা নৱেম্বৰ মাহত দাখিল কৰা তথ্যমতে অসমত শিশুৰ মৃত্যুৰ হাৰ ৬৬, ভাৰতত ৫৮, মণিপুৰত ১৪, ত্ৰিপুৰা ৰাজ্যত ৩২। স্বাস্থ্য খণ্ডত প্ৰচুৰ পৰিমাণৰ ধন খৰচৰ পৰিণতি হ'ল শিশুৰ মৃত্যুৰ হাৰ ক্ৰমশঃ বাঢ়ি যোৱা।

অসমৰ জনসাধাৰণৰ মুখ্য জীৱিকাৰ আহিলা কৃষি। মুখ্যমন্ত্ৰী গগৈ ডাঙৰীয়া শ্বেত-পত্ৰত কৈছে তেখেতে কৃষিত আটাইতকৈ গুৰুত্ব আৰোপ কৰিছে। ভাৰতৰ সেউজ বিপ্লৱৰ গুৰু স্বামীনাথনে কৈছিল "অসম পূৰ্বভাৰতৰ কৃষি উৎপাদনৰ ক্ষেত্ৰত শুই থকা দৈত্য।" এই দৈত্য আজিও শুইয়ে থাকিল, বৰ্তমান ঘোৰ টোপনিত। যোজনা আয়োগৰ তথ্যমতে অসমত কৃষি উৎপাদন নৱম পৰিকল্পনাৰ ০.৪ শতাংশৰ পৰা হ্ৰাস হৈ দশম পৰিকল্পনাৰ পাঁচ বছৰত (২০০২-০৭) — ০.২৭ শতাংশ হৈছে। ৰাজ্যৰ কৃষি খণ্ডৰ উন্নয়ন নিশ্চয় গৌৰৱ কৰিবলগীয়া। অসমত ৮০ শতাংশ লোক কৃষিত নিৰ্ভৰশীল। কৃষি খণ্ডৰ অধোগতিত জীৱন-জীৱিকাৰ পথ বিচাৰি অৰ্ধশিক্ষিত, অশিক্ষিত লোকসকলে চহৰত পিয়াপি দিছে কৰ্মসংস্থান বিচাৰি। শ্বেত-পত্ৰত কৈছে সকলোকে চৰকাৰী চাকৰি দিয়া নাযায় — ৮,৭১৬ জনক 'নিয়োগ সৃষ্টিকাৰী অভিযান' স্থাপন কৰিবলৈ বিত্তীয় সাহায্য প্ৰদান কৰিছে। কৰ্মসংস্থান সৃষ্টিকাৰী (Labour Intensive) উদ্যোগসমূহৰ ক্ষেত্ৰত কি ব্যৱস্থা গ্ৰহণ কৰিছে চৰকাৰে? কৃষি আনুষংগিক, কুটিৰ শিল্প আদিৰ ক্ষেত্ৰত আধুনিকীকৰণ তথা বজাৰৰ ক্ষেত্ৰত ব্যৱস্থা গ্ৰহণ কৰিব পাৰিছেনে চৰকাৰে? উদ্যোগীয় নীতিৰ বহু সা-সুবিধা, ৰেহাই ৰাজ-সাহায্য ব্যৱস্থা আছে— অসমত উদ্যোগ স্থাপন হৈছে জানো? বাহিৰৰ উদ্যোগপতিসকল অসমলৈ আহিছে জানো? উত্তৰাখণ্ড, ঝাৰখণ্ডতো উদ্যোগ স্থাপনত একে ধৰণৰ সুবিধা আগবঢ়োৱাৰ কাৰণে সকলো উদ্যোগপতিয়ে সেই ৰাজ্যসমূহত উদ্যোগ স্থাপন কৰিলে। কেইদিনমান আগতে বামুণীমৈদামৰ পৰা 'ৰেভলন' নামৰ উদ্যোগটো উত্তৰাখণ্ডলৈ উঠাই লৈ গ'ল। অসমত স্থানীয় উদ্যোগপতিয়ে অসমৰ কেঁচামালৰ ভিত্তিত উদ্যোগ স্থাপন কৰিব পৰা নাই- কিন্তু উদ্যোগৰ নামত ৰাজ-সাহায্য আদায় দিয়া হৈছে বছৰি বহু কোটি টকা। কেইদিনমান আগতে দি ইকনমিক টাইমচ্‌ত কৈছে, "Transport Subsidy for NE under leakage"। অসম আৰু মেঘালয়ত উৎপাদিত আনাৰসেৰে 'ডাবৰ' কোম্পানীয়ে শিলিগুৰি চহৰত ফুড প্ৰছেচিঙৰ কাৰখানা পাতিছে।

বানপানী আৰু খহনীয়া সমস্যাটোৰ লগত মোকাবিলা কৰিবলৈ অসম চৰকাৰ সক্ষম হৈছে বুলি শ্বেত-পত্ৰত কৈছে। আমাৰ কোনো মন্তব্য নাই— এই বিষয়ত অসমৰ ৰাইজে নিজে অভিজ্ঞ বান আৰু গৰাখহনীয়াত কেনে ধৰণে তেওঁলোকে আক্ৰান্ত হৈ আছে। ২০০৮ চনৰ ছেপ্টেম্বৰ মাহতে মুখ্যমন্ত্ৰী তৰুণ গগৈ ডাঙৰীয়াই ঘোষণা কৰিছিল যে ৮৬ হাজাৰ কোটি টকাৰ বান নিয়ন্ত্ৰণৰ এটি পৰিকল্পনা তৈয়াৰ কৰা হৈছে। এই প্ৰস্তাৱৰ কোনোধৰণৰ উল্লেখ শ্বেত-পত্ৰত চকুত নপৰিল।

চৰকাৰখন কিমান কৰ্মঠ সেইটো প্ৰতিফলিত হৈছে যোজনা আয়োগৰ প্ৰতিবেদনত। ৰাজীৱ গান্ধী গ্ৰামীণ বিদ্যুৎ যোজনাৰ ভিত্তিত দৰিদ্ৰ সীমাৰেখাৰ তলৰ লোকসকলক বিদ্যুৎ সংযোগ কেন্দ্ৰীয় চৰকাৰে দিয়া লক্ষ্যৰ ২০০৭-০৮, ২০০৮-০৯ আৰু ২০০৯-১০ বিত্তীয় বছৰত ক্ৰমে ১ শতাংশ, ১৫ শতাংশ, ১২ শতাংশ লোককহে বিদ্যুৎ সংযোগ দিব পাৰিছে।

শ্বেত-পত্ৰত এটি কথা স্পষ্টভাৱে প্ৰতিফলিত হৈছে যে ৰাজ্যৰ তথা জনসাধাৰণৰ উন্নয়নৰ বাবে ধনৰ অভাৱ নাই। ধন যথেষ্ট আৱণ্টিত হৈছে, প্ৰয়োজন সুপ্ৰশাসনৰ (Good Governance) নিকা আৰু কৰ্মঠ এখন চৰকাৰৰ। বৰ্তমানৰ কংগ্ৰেছ চৰকাৰখনে দুৰ্নীতিমুক্ত ভ্ৰষ্টাচাৰবিহীন ভাবমূৰ্তি প্ৰতিষ্ঠা কৰাব পাৰিছেনে? অসমৰ সৰ্বাঙ্গীণ উন্নতিৰ বাবে নিকা, কৰ্মঠ, সুপ্ৰশাসনৰ চৰকাৰ এখন বিচাৰে অসমৰ ৰাইজে ৰাজ্যৰ ৰাজনৈতিক দলৰ পৰা। কোনটো ৰাজনৈতিক দলে আজি এই প্ৰতিশ্ৰুতি দিবলৈ সাজু? □□

*২৩ জুলাই, ২০১০ চন*

# ইউৰোপক নিবনুৱাৰ ভূতে খেদি ফুৰিছে

যোৱা ২৬ আৰু ২৭ জুনত কানাডাৰ টৰোণ্টো চহৰত জি-২০ৰ শীৰ্ষ বৈঠক অনুষ্ঠিত হৈ গ'ল। ২০০৭ চনত আৰম্ভ হোৱা বিশ্ব অৰ্থনীতিৰ মহাবিপৰ্যয়ৰ সময়ৰে পৰা জি-২০ৰ এইখন চতুৰ্থ বৈঠক। প্ৰথমখন বৈঠক ৱাছিংটনত, দ্বিতীয়খন লণ্ডন চহৰত, তৃতীয়খন পিটাৰচবাৰ্গত অনুষ্ঠিত হৈছিল। জি-২০ৰ সৃষ্টি কৰা হৈছে দুৰ্লংঘ্য সংকটৰ পৰা বিশ্বৰ পুঁজিবাদী অৰ্থনীতিক ৰক্ষা কৰাৰ উপাই উদ্ভাৱনৰ বাবে। ১৯৯১ চনৰ আগলৈকে বিশ্বৰ এক-তৃতীয়াংশত সমাজবাদী অৰ্থনীতিয়ে জনসাধাৰণৰ জীৱন-জীৱিকাৰ পথ নিৰ্ধাৰণ কৰিছিল। সমাজবাদী অৰ্থনীতিক প্ৰতিহত কৰা, পুঁজিবাদী অৰ্থনীতিক ৰক্ষণাবেক্ষণ দিয়া আৰু বিকশিত কৰাৰ লগতে পুঁজিবাদী অৰ্থনীতিৰ বিশ্বত প্ৰভুত্ব অটুট ৰখাৰ উদ্দেশ্য সমুখত ৰাখি ১৯৬১ চনত অ' ই চি ডি (Organisation for European Economic Co-operation) নামৰ সংগঠনটোৰ জন্ম হৈছিল প্ৰথম পৰ্যায়ত ২৬ খন পুঁজিবাদী অৰ্থনীতিৰ দেশক লৈ। অ'ই চি ডিত ইউৰোপীয়ান দেশসমূহৰ উপৰি আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান, কানাডা, দক্ষিণ কোৰিয়া, অষ্ট্ৰেলীয়া আদি দেশো অন্তৰ্ভুক্ত হৈছিল। ১৯৬০ চনৰ পাছত বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ একচেটিয়া সাম্ৰাজ্যবাদী চৰিত্ৰ অতি প্ৰকট হৈ পৰিছিল। কেইখনমান পুঁজিবাদী দেশৰ কোম্পানীসমূহে বিশ্ব অধিকাৰ কৰাৰ পৰ্যায় পাইছিল। আমেৰিকা যুক্তৰাষ্ট্ৰৰ বহুজাতিক কোম্পানীসমূহে বিশ্বৰ আন আন কোম্পানীসমূহৰ মৃত্যু ঘটালে। আমেৰিকা যুক্তৰাষ্ট্ৰ অৰ্থনীতি আৰু সামৰিক বিষয়ত পৃথিৱীৰ একছত্ৰী সম্ৰাট হৈ পৰিছিল। জাপানৰো কৰ্পোৰেট হাউছসমূহে উন্নতিৰ শিখৰত উঠিছিল। সেয়ে আমেৰিকা যুক্তৰাষ্ট্ৰই বিশ্বৰ অৰ্থনীতি পৰিচালনা আৰু প্ৰভুত্ব কৰিবলৈ ১৯৭৫ চনত বিশ্বৰ প্ৰায় ৫০ শতাংশ মুঠ ঘৰুৱা উৎপাদনৰ প্ৰতিনিধিত্ব কৰা ৫ খন শিল্পোন্নত দেশ আমেৰিকা, ব্ৰিটেইন, জাপান, ফ্ৰান্স, জাৰ্মানীক লৈ এটি সংগঠনৰ জন্ম দিলে। ১৯৮৬ চনত বিশ্বৰ আন দুখন শিল্পোন্নত দেশ কানাডা আৰু ইটালীকো অন্তৰ্ভুক্ত কৰাত সংগঠনটোৰ নাম হয় জি-৭। যদিও বিশ্বৰ ১৯২ খন দেশৰ মিলিত সংগঠন 'ৰাষ্ট্ৰসংঘ', আমেৰিকা যুক্তৰাষ্ট্ৰই পুঁজিবাদী অৰ্থনীতিৰ নীতি নিৰ্ধাৰণ আৰু পৰিচালনাৰ বাবে বিশ্বত এই সাতখন দেশৰ বাহিৰে বাকী দেশৰ ভূমিকা নিষ্প্ৰয়োজনীয় বুলি ভাবিছিল। বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰাভাণ্ডাৰৰ মালিকো এই দেশকেইখনেই আছিল। এই আন্তৰ্জাতিক অনুষ্ঠানকেইটাৰ পৰিচালনাত গৰিষ্ঠসংখ্যক ভোটৰ অধিকাৰ জি-৭ দেশসমূহৰ আছিল। উন্নয়নশীল আৰু দুখীয়া দেশসমূহত নব্য-উদাৰবাদী, মুক্ত বজাৰ আৰু বিশ্বায়িত অৰ্থনীতি ৰূপায়ণ কৰাৰ বাবে জি-৭ এ আই এম এফ আৰু বিশ্ববেংকক হাতিয়াৰ হিচাবে ব্যৱহাৰ কৰিছিল। জি-৭ৰ দেশকেইখনৰ কোম্পানীসমূহৰ বাণিজ্যৰ বাবে বিশ্বৰ উন্নয়নশীল আৰু

দুখীয়া দেশসমূহৰ বজাৰ মুকলি কৰাৰ বাবে জি-৭এ গ্যাট (GAIT)ক (১৯৯৫ চনৰ গ্যাটৰ নাম পৰিৱৰ্তন হৈ বিশ্ব বাণিজ্য সংস্থা হয়) ব্যৱহাৰ কৰিছিল।

১৯৯১ চনত ছোভিয়েট ইউনিয়নৰ পতনৰ পাছত পুঁজিবাদী অৰ্থনীতিৰ দ্বাৰা পৰিচালিত ৰাছিয়া ১৯৯৫ চনত জি-৭ত যোগ দিয়ে আৰু জি-৭ৰ নাম পৰিৱৰ্তিত হৈ জি-৮ হয়। ১৯৯১ চনত ইউৰোপ মহাদেশৰ সমাজবাদী দেশসমূহৰ পতনৰ পাছত সমাজবাদী অৰ্থনীতিৰ শিবিৰৰ অনুপস্থিতিৰ পটভূমিত বিশ্বত নব্য উদাৰবাদী বিশ্বায়িত পুঁজিবাদী অৰ্থনীতিৰ হৰ্তাকৰ্তা হৈ পৰে। এই সময়ছোৱাত বহু উন্নয়নশীল দেশ শিল্পোন্নত হৈ পৰে— ব্ৰিটেইন, ইটালী, কানাডা, জাৰ্মানীক চেৰ পেলাই চীন বিশ্বৰ তৃতীয় অৰ্থনৈতিক শক্তিলৈ উন্নীত হয়। এক নম্বৰ আমেৰিকা, দুই জাপান। ভাৰত, দক্ষিণ কোৰিয়া আদি দেশৰ বহু কোম্পানী বহুজাতিক পৰ্যায়লৈ উন্নীত হয়। এই প্ৰেক্ষাপটত জি-৮ দেশসমূহৰ বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিশ্বৰ অৰ্থনীতিত একচেটিয়াভাৱে প্ৰভূত্ব কৰাৰ শক্তি হ্ৰাস হয়।

১৯৯৭-৯৮ চনত পূৰ্ব এছিয়াৰ দেশসমূহৰ পুঁজিবাদী অৰ্থনীতি সংকটত নিমজ্জিত হয়। সেই সময়ত পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা মুক্ত কৰিবলৈ জি-৮ চিন্তাত পৰে আৰু পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ বিশ্বৰ ১১ খন বিকাশমান দেশ আৰু ইউৰোপীয়ান ইউনিয়নক মিলিত কৰাই জি-২০ৰ সৃষ্টি কৰে। জি-২০ৰ সভ্যসকল হ'ল— আৰ্জেণ্টিনা, অষ্ট্ৰেলিয়া, ব্ৰাজিল, চীন, ভাৰত, ইন্দোনেচীয়া, মেক্সিকো, চৌদি আৰব, দক্ষিণ আফ্ৰিকা, দক্ষিণ কোৰিয়া, টুৰ্কী, ইউৰোপীয়ান ইউনিয়ন আৰু জি-৮ৰ দেশ কেইখন। জি-২০ৰ সৃষ্টি হোৱা সত্ত্বেও ২০০৭ চনলৈকে জি-৮য়ে নিয়মিত আলাপ-আলোচনাৰে বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ পৰিচালনা আৰু নীতি-নিৰ্ধাৰণ কৰি আছিল যদিও জি-২০এ বিশেষ গুৰুত্ব পোৱা নাছিল।

বিশ্বৰ পুঁজিবাদী নব্য-উদাৰবাদী অৰ্থনীতিৰ ২০০৭ চনত আৰম্ভ হোৱা দুৰ্লংঘ্য বিপৰ্যয়ে পট পৰিৱৰ্তন কৰিলে। আমেৰিকা, ব্ৰিটেইন, জাপান আৰু ইউৰোপৰ শিল্পোন্নত দেশসমূহ অৰ্থনীতিৰ মহাসংকটৰ চাকনৈয়াত পৰি কক্‌বকাবলৈ ধৰিছে। পাৰ পোৱা নাই আজিলৈকে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰ্পচূৰ্ণ হ'ল— দেশৰ অৰ্থনীতি পৰিচালনা কৰিবলৈ চীন দেশৰ ওপৰত নিৰ্ভৰশীল হ'ল – চীনৰ পৰা নিয়মিত প্ৰায় এক ট্ৰিলিয়ন অৰ্থাৎ এক লাখ কোটি ঋণ লয়। আমেৰিকা যুক্তৰাষ্ট্ৰ, ব্ৰিটেইন, ফ্ৰান্স, জাপান, জাৰ্মানী আদি উন্নত দেশসমূহে বহু বিলিয়ন ডলাৰৰ উদ্দীপক পেকেজ গ্ৰহণ কৰিলে বেংক আৰু বিত্তীয় অনুষ্ঠানসমূহ ৰক্ষা কৰি পুঁজিবাদী অৰ্থনীতি জীয়াই ৰাখিবলৈ। বেংকসমূহৰ আকাৰ হ্ৰাস কৰি পুনৰজীৱিত কৰিলে; কিন্তু মূল অৰ্থনীতিক সংকটে এৰা দিয়া নাই— দেশৰ নেতাসকল হাবাথুৰি খাইছে— উপাই নোপোৱা হৈছে— এফালে জোৰা-টাপলি মাৰিলে আনফালে ফুটি যায়।

বিশ্বৰ নব্য-উদাৰবাদী, মুক্ত বজাৰ বিশ্বায়িত পুঁজিবাদী অৰ্থনীতিৰ সংকটে প্ৰায় আঠ বছৰ অতিক্ৰম কৰিলে। আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান, ইউৰোপৰ দেশসমূহত ভয়ঙ্কৰ নিবনুৱা সমস্যাই দেখা দিছে। বিশেষকৈ গ্ৰীচ, পৰ্টুগাল, স্পেইন, আয়াৰলেণ্ডৰ নিবনুৱাৰ হাৰে ১০ শতাংশ অতিক্ৰম কৰি গৈছে। কাৰ্লমাৰ্ক্সে কৈছিল, "ইউৰোপক আজি কমিউনিজমৰ ভূতে খেদি ফুৰিছে" বৰ্তমান ইউৰোপক নিবনুৱাৰ ভূতে খেদিছে, কমিউনিজমৰ ভূতে খেদা নাই। ইউৰোপৰ দেশসমূহত হেনো নিবনুৱাৰ সংখ্যা ৪৭ নিযুত। আমেৰিকাৰো অৰ্থনীতি আৰোগ্য হোৱা বুলি অ'বামাই মৃদু ভাষাত

ঘোষণা কৰিছে; কিন্তু কৰ্মসংস্থানহীন আৰোগ্যতা (Jobless Recovery)। আজিলৈ ১৪ নিযুত আমেৰিকান কৰ্মহীন, দিনে দিনে সংখ্যা বৃদ্ধি হৈ আছে।

পুঁজিবাদী অৰ্থনীতিৰ মুখ্য পৃষ্ঠপোষক জি-৮য়ে থৰকাছুটি হেৰুৱাইছে অৰ্থনীতি পুনৰুজ্জীৱিত কৰিবলৈ— সম্পূৰ্ণ ব্যৰ্থ, হাত দাঙি দিছে। বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ মুখ্যকেন্দ্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিশ্বৰ অৰ্থনীতিৰ নীতি-নিৰ্ধাৰণ কৰাৰ ক্ষমতা হ্ৰাস পাইছে। পুঁজিবাদী অৰ্থনীতিক পুনৰুজ্জীৱিত কৰিবলৈ জি-২০ ভুক্ত দেশসমূহক সক্ৰিয়ভাৱে ব্যৱহাৰ কৰিব বিচাৰিছে জি-৮ক। সেয়ে ২০০৭ চনত পুঁজিবাদী অৰ্থনীতিৰ বিপৰ্যয় আৰম্ভ হোৱাৰ লগে লগে আমেৰিকাৰ তদানীন্তন ৰাষ্ট্ৰপতি বুশ্ব চাহাবে ৱাছিংটন চহৰত জি-২০ৰ প্ৰথমখন সভা আহ্বান কৰিছিল। বিকাশমান ৰাষ্ট্ৰকেইখনক জড়িত কৰি উন্নত দেশকেইখনে জি-২০ৰ প্ৰথম, দ্বিতীয়, তৃতীয় বৈঠকত বিভিন্ন কাৰ্যসূচী গ্ৰহণ কৰিছিল পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰাৰ বাবে। কোনো ঔষধে কাম দিয়া নাই— অৰ্থনীতিৰ মহাসংকট আৰু গভীৰভাৱে বিয়পিব ধৰিছে। এই পটভূমিত আকৌ যোৱা ২৬, ২৭ জুনত টৰোণ্টো চহৰত জি-২০ৰ চতুৰ্থ বৈঠকত অ'বামা, মনমোহন সিঙকে ধৰি ৰাষ্ট্ৰপ্ৰধানসকল বহিছিল উপাই উদ্ভাৱনৰ বাবে। এই বৈঠকত নেতাসকল এক মতত উপনীত হ'ব পৰা নাই। ইউৰোপীয়ান নেতাসকলে বিত্তীয় শৃংখলাৰ বাবে উদ্দীপক পেকেজ তথা জনসাধাৰণৰ বহু কল্যাণমূলক আঁচনি কৰ্তন কৰিব বিচাৰে। মনমোহন সিঙকে ধৰি চীন, আমেৰিকাইও উদ্দীপক পেকেজ অৰ্থনীতিৰ সংকট মোচন নোহোৱালৈকে চলি থকা বিচাৰে। সি যিয়েই নহওক বিশ্বৰ পুঁজিবাদী অৰ্থনীতি আজি মহা বিপদত। এই অৰ্থনীতিৰ তত্ত্ববিদ, পৃষ্ঠপোষকসকল বিবুধিত পৰিছে। উপায় উদ্ভাৱন কৰিব পৰা নাই অৰ্থনীতি পুনৰুজ্জীৱিত কৰিবলৈ। কাৰ্লমাৰ্ক্সৰ বাণী সত্য বুলি প্ৰমাণিত হ'ল— "পুঁজিবাদী অৰ্থনীতিৰ সংকট সহচৰ"। ▢▢

*৩০ জুলাই, ২০১০ চন*

# কিন্সীয় তত্ত্বও ব্যৰ্থ পুঁজিবাদক সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ

ভাৰতৰ চহৰবোৰত হাজাৰ হাজাৰ লোক ৰাস্তাৰ দাঁতিত, ফুটপাথত, শ্লাম এলেকাতবাস কৰে। অৰ্থনীতিৰ ভাল-বেয়া সকলো অৱস্থাতে এই চিত্ৰ পৰিলক্ষিত হয় আমাৰ দেশত। এই প্ৰথা ভাৰতৰ বাবে স্বাভাৱিক ঘটনা, ই কোনো লোকৰ বিশেষ দৃষ্টিও আকৰ্ষণ নকৰে। পৃথিৱীৰ উন্নত দেশ যেনে— আমেৰিকা যুক্তৰাষ্ট্ৰ, ব্ৰিটেইন, ফ্ৰান্স, জাৰ্মানী, জাপান আদিৰ চহৰবোৰ সুন্দৰ পৰিষ্কাৰ, স্বাস্থ্যকৰ আৰু ৰাস্তাৰ দাঁতিত, ফুটপাথত, খোলা ঠাইত মানুহ বাস কৰা চকুত নপৰে। শ্লাম এলেকাও দেখা নাযায়। এই দেশসমূহৰ চহৰত কাচিৎহে ভিক্ষাৰী দেখা যায়।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিউয়ৰ্ক চহৰত কাম কৰা তথ্যপ্ৰযুক্তিৰ অভিযন্তা এজনে যোৱা মাহত ছুটীত গুৱাহাটীলৈ আহোতে কৈছিল যে ভাৰতৰ মানুহে উন্নত দেশসমূহত অৰ্থনীতিৰ মহাসংকটৰ কদৰ্য আৰু নিদাৰুণ ৰূপ দেখা নাই। আমেৰিকা যুক্তৰাষ্ট্ৰৰ চহৰসমূহত বিভিন্ন প্ৰতিষ্ঠানৰ কৰ্মচাৰী যিসকলৰ মটৰগাড়ীও আছে সেই পৰ্যায়ৰ মধ্যবিত্ত লোকসকলে বেংকৰ পৰা ঋণ লৈ ফ্লেট কিনি বসবাস কৰে। ২০০৭ চনত আৰম্ভ হোৱা অৰ্থনীতিৰ মহাসংকটৰ প্ৰক্ৰিয়াত বহু কৰ্মচাৰীয়ে কাম হেৰুৱাই ফ্লেট কিনাৰ বাবে বেংকৰ পৰা লোৱা ঋণৰ কিস্তি পৰিশোধ কৰিব নোৱাৰা অপৰাধত বেংক কৰ্তৃপক্ষই পুলিচৰ সহায়েৰে ফ্লেটৰ ভিতৰৰ সকলো বয়বস্তু বাহিৰ কৰি দি ফ্লেটৰ গৰাকীসকলৰ পৰিয়ালবোৰক বলপূৰ্বক উচ্ছেদ কৰিছিল। এই মধ্যবিত্ত পৰিয়ালসকলে আশ্ৰয়হীন হৈ মা, দেউতা, ল'ৰা-ছোৱালী বয়বস্তু লগত লৈ ৰাস্তাৰ দাঁতিত বা চহৰৰ কোনো খোলা ঠাইত, পাৰ্ক আদিত তম্বু টানি আশ্ৰয় লৈছিল। ২০০৮ চনৰ ডিচেম্বৰ মাহলৈকে আমেৰিকাৰ বিভিন্ন চহৰত প্ৰায় ২৩ লাখ মধ্যবিত্ত পৰিয়ালে ফ্লেট কিনাৰ বাবে লোৱা ঋণৰ কিস্তি দিব নোৱাৰি বাসস্থানৰ পৰা উচ্ছেদিত হৈ মুকলি আকাশৰ তলত আশ্ৰয় ল'ব লগা হৈছিল। অ'বামাৰ ৰাষ্ট্ৰপতি হিচাবে শপতগ্ৰহণৰ উৎসৱৰ বাবে ৱাছিংটনত যিখন খেলপথাৰ সাজু কৰিছিল সেইখন পথাৰতো হাজাৰ হাজাৰ পৰিয়াল ঘৰৰ বয়বস্তু লৈ কেম্প কৰি বসবাস কৰি আছিল, উৎসৱৰ বাবে খেলপথাৰখন মুকলি কৰিবলৈ সেই পৰিয়ালসমূহক খেদি পঠিয়াইছিল।

পুঁজিবাদৰ নদন-বদন অৱস্থাৰ পটভূমিত ১৯৭০ চনৰ পৰাই পুঁজিবাদী অৰ্থনীতি পৰিচালনাৰ বাবে অৰ্থনীতিবিদ কেইন্সৰ তত্ত্বক বিদায় দি নব্য-উদাৰবাদী, মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্ব ৰূপায়ণ আৰম্ভ কৰিছিল আৰু এই প্ৰক্ৰিয়া সম্পূৰ্ণ কৰিছিল ১৯৮০ চনত ব্ৰিটিছ প্ৰধানমন্ত্ৰী মাৰ্গাৰেট থেছাৰে

আৰু আমেৰিকান ৰাষ্ট্ৰপতি ৰোণাল্ড ৰেগাণে। ২০০৭ চনৰ নব্য-উদাৰবাদী অৰ্থনীতিৰ মহাসংকটৰ পৰা উদ্ধাৰ পাবলৈ আমেৰিকা যুক্তৰাষ্ট্ৰকে ধৰি সকলো উন্নত দেশেই ব্ৰিটিছ অৰ্থনীতিবিদ কিন্সৰ তত্ত্বৰ কাৰ্যসূচী আকৌ ওভোতাই আনিছিল। আমেৰিকাকে ধৰি জি-৮ ভুক্ত অতি উন্নত দেশ কেইখনৰ আত্মবিশ্বাস নোহোৱা হ'ল যে তেওঁলোকে পুঁজিবাদী অৰ্থনীতিক মহাসংকটৰ পৰা উদ্ধাৰ কৰিব পাৰিব। সেয়ে পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰৰ প্ৰচেষ্টাত বিশ্বৰ উন্নয়নশীল দেশসমূহকো জড়িত কৰাবলৈ ৱাছিংটনত জি ২০ সভা অনুষ্ঠিত কৰিছিল। জি-২০ৰ বৈঠকত বিশ্ব পুঁজিবাদী অৰ্থনীতিক জীয়াই ৰাখিবলৈ মুক্ত বজাৰৰ ৱাছিংটন সহমতৰ (consensus) পৰিৱৰ্তে কিন্সীয় সহমতত উপনীত হ'ল। ১৯২৯ ৩০ চনৰ পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ কিন্সে তত্ত্ব দিছিল যে পুঁজিবাদী অৰ্থনীতিক চৰকাৰী নিয়ন্ত্ৰণত ৰাখি চৰকাৰী বিত্তীয় পৰিচালনাৰ দ্বাৰা পূৰ্ণ কৰ্মসংস্থান আৰু চাহিদা অটুট ৰখাৰ ব্যৱস্থাৰ। বাজেট ঘাটি হ'লেও জনসাধাৰণৰ হাতলৈ ধন যোৱাৰ ব্যৱস্থাৰে জনসাধাৰণৰ ক্ৰয়ক্ষমতা বৃদ্ধিৰ দ্বাৰা উৎপাদিত সামগ্ৰীৰ চাহিদা বৃদ্ধি কৰা। চাহিদা বৃদ্ধি পালে কাৰখানাসমূহে, কৃষি খণ্ডই উৎপাদন বৃদ্ধি কৰিব আৰু কৰ্মসংস্থান সৃষ্টি হ'ব। এই প্ৰক্ৰিয়াৰ দায়িত্বত থাকিব লাগিব চৰকাৰ— বজাৰশক্তি নহয়।

তাৰোপৰি যুদ্ধ-উত্তৰ পৃথিৱীৰ অৰ্থনীতি পুনৰজীৱিতকৰণৰ বাবে জৰুৰী আছিল ব্ৰেটন উড্চ চুক্তি। এই চুক্তিৰ দ্বাৰা অকল আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ বা বিশ্ববেংকৰ নিচিনা আৰ্থিক সংস্থা গঢ়াৰ সিদ্ধান্তই লোৱা নাই তাতোকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্ত লৈছিল— বিভিন্ন দেশৰ নিজস্ব মুদ্ৰাক সোণৰ মূল্যভিত্তিক মাপকাঠিৰ লগত বিনিময়ৰ মাধ্যম হিচাবে ঠিক কৰিছিল। কিন্সে ভালকৈ বুজিছিল যে যুদ্ধ-উত্তৰ পৰিস্থিতিত পুঁজিবাদী অৰ্থনীতি পুনৰজীৱিত কৰিবলৈ জাতিৰাষ্ট্ৰভিত্তিক জাতীয় অৰ্থনীতিৰ স্বাধীনতা সুনিশ্চিত কৰিব নোৱাৰিলে পুনৰজীৱন সম্ভৱ নহ'ব।

কিন্সীয় সহমত অনুসৰি আমেৰিকা, ব্ৰিটেইন, ফ্ৰান্স, জাৰ্মানী, কানাডা, জাপান আদি সকলো দেশেই উদ্দীপক পেকেজ গ্ৰহণ কৰিলে। দেউলীয়া ব্যক্তিগত বৃহৎ বেংকসমূহ জীৱিত কৰিবলৈ আমেৰিকা, ব্ৰিটেইন, ফ্ৰান্স, জাৰ্মানী আদি দেশে পৰোক্ষভাৱে জাতীয়কৰণ কৰিলে। ব্যক্তিগত বিত্তীয় প্ৰতিষ্ঠানসমূহ চৰকাৰী নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰিলে। আমেৰিকাৰ বিত্তীয় অনুষ্ঠানসমূহ আৰু ইয়াৰ বাণিজ্য নিয়ন্ত্ৰণ তথা নিয়ম-নীতিৰ ভিতৰলৈ আনিবলৈ যোৱা ২১ জুলাইত (২০১০) অ'বামাই ২০০০ পৃষ্ঠাজোৰা এখন বিধেয়কত (U.S Financial Regulator System) চহী কৰিছে।

কিন্তু বৰ্তমানৰ অৰ্থনৈতিক মহাসংকটৰ অৱসান কৰিবলৈ কিন্সীয় সূত্ৰৰ ঔষধেও কাম দিয়া নাই বহু ইউৰোপীয়ান দেশত। গ্ৰীচ, স্পেইন, পৰ্টুগাল, আয়াৰলেণ্ড আদি ইউৰোপীয়ান দেশত অধিক চৰকাৰী ঋণৰ প্ৰক্ৰিয়াৰ দ্বাৰা পুনৰবাৰ অৰ্থনীতিৰ মহাসংকট আৱিৰ্ভাৱ হৈছে। ব্ৰিটেইন, ফ্ৰান্স, জাৰ্মানী আদি শক্তিশালী দেশৰ ৰাষ্ট্ৰপ্ৰধানসকলে অৰ্থনীতিৰ শৃংখলাৰ বিধান দি কিন্সীয় সমাধান সূত্ৰৰ পৰিত্যাগৰ সহমতৰ বাবে যোৱা ২৬, ২৭ জুনত টৰেণ্টো চহৰত অনুষ্ঠিত হোৱা জি-২০ বৈঠকত জোৰ দিছিল। ইউৰোপৰ সংকটাক্ৰান্ত ৪ খন দেশত বাজেট ঘাটি আৰু ঋণৰ সমস্যা সমাধানৰ বাবে চৰকাৰী খৰচ কমাই মিতব্যয়ৰ (Austerity Measures) কাৰ্যসূচী গ্ৰহণ কৰিছে। সামাজিক খণ্ডৰ আৰু বহু জনকল্যাণ আঁচনিৰ খৰচ হ্ৰাস কৰিছে। মজুৰি সংকোচন, নিবনুৱা ভাট্টা হ্ৰাস, পেঞ্চন হ্ৰাস আদি জনসাধাৰণৰ স্বাৰ্থ-বিৰোধী ব্যৱস্থা গ্ৰহণ কৰিছে। ইয়াতে জনসাধাৰণ বিক্ষুব্ধ হৈছে। এই দেশকেইখনত নাগৰিকে নিয়মিত প্ৰতিবাদী কাৰ্যসূচী পালন কৰিছে। ইউৰোপৰ

প্ৰায়কেইখন দেশেই ঋণত পোত গৈছে। মুঠ ঘৰুৱা উৎপাদনৰ ঋণৰ শতাংশ গ্ৰীচৰ ১১৫, ইটালীৰ ১১৬, পৰ্টুগালৰ ৭৭ শতাংশ। সেইদৰে ব্ৰিটেইন, জাৰ্মানী, স্পেইন, আয়াৰলেণ্ড, ফ্ৰান্স আদি দেশো ঋণৰ ক্ষেত্ৰত পাছপৰি থকা নাই। দেশসমূহত নিবনুৱাৰ হাৰ ২০ শতাংশ হৈছে। বহু পুঁজিবাদী অৰ্থনীতিবিদে মন্তব্য কৰিছে যে কাৰ্লমাৰ্ক্সে কৈছিল, "ইউৰোপক কমিউনিজমৰ ভূতে খেদি ফুৰিছে-— বৰ্তমান "ইউৰোপক নিবনুৱাৰ ভূতে খেদি ফুৰিছে।"

পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদ আৰু পৃষ্ঠপোষকসকল বিমোৰত পৰিছে যে পুঁজিবাদী অৰ্থনীতি বৰ্তমানৰ সংকটৰ পৰা উদ্ধাৰৰ বাবে তেওঁলোকে আজিলৈকে কোনো ধৰণৰ তত্ত্ব দিব পৰা নাই। কিছু তত্ত্ববিদে বিধান দিছে কিন্সীয় পদ্ধতি আৰু কিছুয়ে কৈছে কিন্সৰ তত্ত্ব নহয় মিল্টন ফ্ৰিড্‌মেনৰ মাণিটাৰিষ্ট তত্ত্বৰে সমস্যাৰ সমাধান হ'ব। ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী ডেভিদ কেমৰণ আৰু জাৰ্মান চেঞ্চেলৰ এনজেলা মাৰফেলে টৰেণ্টো জি-২০ সভাত মাণিটাৰী নীতিৰ পোষকতা কৰিছে। প্ৰধানমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই সংকটৰ অৱসান নোহোৱালৈকে কিন্সৰ তত্ত্বৰ ভিত্তিত উদ্দীপক পেকেজ চলাই থকা বিচাৰে। ইউৰোপীয়ান দেশসমূহে কিন্সীয় পদ্ধতিক বিদায় দিয়াৰ কাৰ্যসূচী গ্ৰহণ কৰাত টৰেণ্টো জি-২০ বৈঠকত কোনো সহমতত (consensus) উপনীত হ'ব নোৱাৰিলে।

বৰ্তমানৰ অৰ্থনীতিৰ মহাসংকটৰ বৈশিষ্ট্য হ'ল যে পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে সংকটৰ পৰা অৰ্থনীতিক উদ্ধাৰ কৰাৰ কোনো ধৰণৰ তাত্ত্বিক সমিধান দিব পৰা নাই। ১৯২৯-৩০ চনৰ পুঁজিবাদী অৰ্থনীতিক মহাসংকটৰ পৰা উদ্ধাৰ কৰিছিল অৰ্থনীতিবিদ কিন্সৰ তত্ত্ব অনুসৰণৰ দ্বাৰা। অৰ্থনীতিৰ এইবাৰৰ মহাসংকটৰ পৰা উদ্ধাৰ পাবলৈ কিন্সৰ তত্ত্ব অনুসৰণ কৰি ইউৰোপীয়ান দেশসমূহ ঋণত ডুব গৈ আকৌ অৰ্থনীতিৰ গভীৰ সংকটত পৰিল। সেয়ে ইউৰোপীয়ান দেশসমূহে কিন্সৰ তত্ত্বক বিদায় দিছে বিত্তীয় শৃংখলাৰ নামত মাণিটাৰিষ্ট (Monetarists) নীতি ৰূপায়ণৰ দ্বাৰা নিজৰ দেশৰ অৰ্থনীতিক সংকটৰ গহ্বৰৰ পৰা উদ্ধাৰ কৰিব বিচাৰিছে।

উক্ত ঘটনাপ্ৰৱাহে প্ৰমাণ কৰিছে যে পুঁজিবাদী অৰ্থনীতিক সংকটৰ পৰা উদ্ধাৰ কৰিব পৰা তেনে কোনোধৰণৰ স্থিৰ সূত্ৰ বা তত্ত্ব নাই। সাধাৰণ বিশ্বাস আছিল যে পুঁজিবাদী অৰ্থনীতি কিন্সৰ তত্ত্বৰে সংকটৰ পৰা উদ্ধাৰ কৰা যায়। সংকটৰ পৰা অৰ্থনীতিক উদ্ধাৰ কৰিবলৈ কিন্সৰ তত্ত্বভিত্তিক কাৰ্যসূচী গ্ৰহণ কৰি ইউৰোপীয়ান দেশসমূহ বৰ্তমান আৰু বেছি গভীৰ অৰ্থনীতিৰ সংকটত পৰিলে। আমেৰিকাৰ চিকাগো চহৰৰ Yale Centerৰ অৰ্থনীতিবিদ নয়ন চন্দই কৈছে, "In its latest report, the OECD estimates that is the numbers of those who have given up looking for jobs were added to that of those seeking full time work, the unemployed population of the European Union would be double the official figure of 47 Million" সেয়ে তেখেতে কৈছে, 'ইউৰোপক আজি নিবনুৱাৰ ভূতে খেদি ফুৰিছে'।

কাৰ্ল মাৰ্ক্সে সত্য কথাই কৈছিল যে পুঁজিবাদী অৰ্থনীতিৰ সংকট জন্মগত (inherent)। কোনো তত্ত্বই পুঁজিবাদী অৰ্থনীতিক সংকটমুক্ত কৰিব নোৱাৰে। যেতিয়ালৈকে দেশসমূহত পুঁজিবাদ তত্ত্বৰ অৰ্থনীতি চলিব তেতিয়ালৈকে জনসাধাৰণৰ অধিকাংশ দুখ-দুৰ্দশাত ভূগিব। ☐☐

*৬ আগষ্ট, ২০১০ চন*

# কৰ্মসংস্থান সৃষ্টিৰ বাবে চৰকাৰৰ সদিচ্ছাৰ প্ৰয়োজন

বৰ্তমান সময়ত অসমৰ জ্বলন্ত সমস্যা হ'ল কৰ্মসংস্থানহীনতা। শিক্ষিত, অৰ্ধশিক্ষিত, অশিক্ষিত লাখ লাখ নিবনুৱা যুৱক-যুৱতীয়ে কামৰ সন্ধানত দিনটো টলৌ টলৌকৈ ঘূৰি ফুৰে। অসমৰ যুৱ প্ৰজন্মই বিপথে পৰিচালিত হোৱা আৰু অনেক অসামাজিক কামত জড়িত হোৱাৰ প্ৰৱণতা বৃদ্ধিৰ মুখ্য কাৰণেই হ'ল কৰ্মসংস্থানহীনতা। অসম চৰকাৰৰ সদ্য প্ৰকাশিত শ্বেত-পত্ৰত এইদৰে কোৱা হৈছে–– "চৰকাৰখনৰ বাবে আহি পৰা আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বানটো হ'ল ৰাজ্যখনৰ চাৰিওফালে বাঢ়ি অহা লাখ লাখ নিবনুৱাৰ বাবে কৰ্মসংস্থান সৃষ্টি কৰাটো। সেই গতিকে চৰকাৰে সিদ্ধান্ত ল'লে যে কেৱল বৃহৎ বা গুৰু উদ্যোগ স্থাপন হ'লেই নহ'ব। অসমৰ গ্ৰামাঞ্চলসমূহত জনসাধাৰণৰ উপাৰ্জন বৃদ্ধি হ'ব লাগিব আৰু ইয়াৰ লগে লগে ই নতুন চাহিদাৰ সৃষ্টি কৰি নতুন নতুন কৰ্ম সংস্থাপনৰ ক্ষেত্ৰ সৃষ্টি কৰিব লাগিব। সেয়েহে গাঁৱৰ উন্নতিৰ বাবে বিভিন্ন আঁচনি লোৱাৰ লগতে বিশেষকৈ ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ স্থাপনত চৰকাৰে মনোযোগ দিবলৈ আৰম্ভ কৰিলে।"

শ্বেত-পত্ৰত ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ স্থাপন আৰু বিকাশৰ বাবে বিভিন্ন আঁচনি গ্ৰহণ আৰু বিশেষ মনোযোগ দিবলৈ আৰম্ভ কৰাৰ কথাহে কৈছে কিন্তু কি কি আঁচনি গ্ৰহণ কৰিছে, কেনে ধৰণৰ মনোযোগ দিছে, কিমানখিনি উন্নতি হৈছে, কিমানজন লোকৰ সংস্থাপন কৰিব পৰা গৈছে কোনোধৰণৰ স্পষ্ট উল্লেখ নাই শ্বেত-পত্ৰত। ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত অসম চৰকাৰে যোৱা দহ বছৰত কৰ্মসংস্থান সৃষ্টিৰ ক্ষেত্ৰত কোনো পদক্ষেপে গ্ৰহণ কৰা নাই। কৰ্মসংস্থান সৃষ্টিৰ হাৰ তেনেই নগণ্য। এই প্ৰতিচ্ছবিখন প্ৰতিফলিত কৰে ৰাজ্যৰ বৰ্ধিত হাৰৰ নিবনুৱা লোকৰ সংখ্যাত আৰু হাজাৰ হাজাৰ স্থানীয় শিক্ষিত-অশিক্ষিত যুৱক-যুৱতী অসম এৰি দেশৰ আন আন ৰাজ্যলৈ কাম বিচাৰি ঢাপলি মেলা কাৰ্যত।

সাম্প্ৰতিক কালত বিশ্বত সকলো দেশেই আনকি অতি উন্নত দেশসমূহেও নিবনুৱা সমস্যা সমাধানৰ বাবে কৰ্মসংস্থান সৃষ্টি কৰিবলৈ কৰ্মসংস্থান সৃষ্টিকাৰী (Labour Intensive) ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগক প্ৰাধান্য দিবলৈ ধৰিছে। প্ৰথম ইউ পি এ চৰকাৰেও বাওঁ দলসমূহৰ লগত সম্পাদন কৰা 'ন্যূনতম উমৈহতীয়া কাৰ্যসূচী'ৰ অন্যতম মুখ্য বিষয় আছিল দেশৰ ভয়াবহ নিবনুৱা সমস্যা সমাধানৰ বাবে কৰ্মসংস্থান সৃষ্টিকাৰী ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ বিকাশৰ বাবে অগ্ৰাধিকাৰ দি ব্যৱস্থা গ্ৰহণ কৰা। Dun & Bradstreet (D & B) নামৰ প্ৰতিষ্ঠানটোৱে প্ৰকাশিত 'Emerging SME's of India-2008' প্ৰতিবেদনখনত কৈছে যে ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগত ১ কোটি টকা বিনিয়োগ কৰি ১৫০ জনৰো অধিক লোকৰ কৰ্মসংস্থান সৃষ্টি কৰিব পাৰে ; কিন্তু অৰ্থনীতিৰ আন আন খণ্ডত এক কোটি টকা বিনিয়োগ কৰি মাত্ৰ ৩৭.৪ জন লোকৰহে কৰ্মসংস্থান সৃষ্টি কৰিব পাৰি।

চৰকাৰী তথ্যমতে ২০০৭-০৮ বিত্তীয় বছৰলৈ ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগত ভাৰতে ৩১.২৫ নিযুত লোকক কৰ্মসংস্থান দিছে। ভাৰতৰ মুঠ ঘৰুৱা উৎপাদনত ২০০০-০১ বিত্তীয় বছৰত ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ অৰিহণা আছিল ১৩ ১ শতাংশ আৰু ২০০৭-০৮ বিত্তীয় বছৰত ১৫ ৫ শতাংশলৈ বৃদ্ধি হয়। উক্ত সময়ছোৱাতে ক্ষুদ্ৰ আৰু মজলীয়া উদোগৰ সংখ্যাও ৯ ৭ নিযুতৰ পৰা ১২.৮ নিযুতলৈ বৃদ্ধি হয়। প্ৰত্যেকটো উদ্যোগৰ উৎপাদনৰ পৰিমাণ টকা হিচাপত ২,৪০,৫০০ টকাৰ পৰা ৪,৫৭,০০০ টকালৈ বৃদ্ধি হয়। ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ উৎপাদিত সামগ্ৰীও ২০০৩-০৪ বিত্তীয় বছৰত ৰপ্তানী ১৭ ৮ বিলিয়ন ডলাৰৰ পৰা ২০০৭-০৮ বিত্তীয় বছৰত ৩৩ ৯ বিলিয়ন ডলাৰলৈ বৃদ্ধি হয়। Zinnov নামৰ এটি গৱেষণা প্ৰতিষ্ঠানে হিচাপ কৰি উলিয়াইছে যে ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ সংখ্যা ভাৰতত ৩৫ নিযুত হ'ব— সংখ্যাৰ ক্ষেত্ৰত পৃথিবীত দ্বিতীয়, চীন প্ৰথম। প্ৰতিষ্ঠানটোৱে আৰু কৈছে যে ২০১৫ চনত ভাৰতত এই উদ্যোগৰ সংখ্যা ৪৮ নিযুতলৈ বৃদ্ধি হ'ব। ভাৰতৰ অৰ্থনীতিত আটাইতকৈ অধিক বিকশিত খণ্ডই হ'ল ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ খণ্ড, বছৰে ৩৫ৰ পৰা ৪০ শতাংশলৈ বিকশিত হয়।

ভাৰতবৰ্ষত যদিও কৃষিয়ে ৫৬.৬ শতাংশ লোকক কৰ্মসংস্থান দিয়ে আৰু দেশৰ প্ৰায় ৭৫ শতাংশ লোক কৃষিৰ ওপৰত নিৰ্ভৰশীল তথাপি কৃষিয়ে দেশৰ অৰ্থনীতিত প্ৰাধান্য অৰ্জন কৰিব পৰা নাই। বছৰে বছৰে কৃষিক্ষেত্ৰৰ বিকাশ নিম্নগামী হৈছে। দেশৰ মুঠ ঘৰুৱা উৎপাদনত কৃষিৰ অৰিহণা ১৭ শতাংশলৈ নিম্নগামী হৈছে। দেশৰ জি ডি পিত সেৱাখণ্ডৰ অৰিহণা বৃদ্ধি হ'ব ধৰিছে। ২০০৭ৰ বিত্তীয় বছৰত ৬২.৯ শতাংশ। বছৰে বছৰে দেশৰ কোটি লোক কৃষিখণ্ডৰ পৰ উদ্বৃত্ত হৈ চহৰলৈ ঢাপলি মেলিছে কৰ্মসংস্থান বিচাৰি। কৃষকৰ ল'ৰা-ছোৱালী শিক্ষিত হৈ শ্বেতবৰ্ণৰ কৰ্মসংস্থান (White colour job) বিচাৰিছে। যোজনা আয়োগে তেওঁলোকৰ প্ৰতিবেদনত উল্লেখ কৰিছে যে কৃষিৰ পৰা উদ্বৃত্ত বহুকোটি লোকৰ কৰ্মসংস্থান সৃষ্টি কৰিব লাগিব।

নিবনুৱা সমস্যা সমাধানৰ বাবে বৰ্তমানৰ অৰ্থনীতিৰ মহাসংকটৰ পাছত আমেৰিকা, জাপান, ইউৰোপীয়ান আদি উন্নত দেশসমূহে ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। আমেৰিকাত নতুন কৰ্মসংস্থান সৃষ্টিৰ ৮০ শতাংশই হৈছে ১০০ জন বা তাতোকৈ কম কৰ্মচাৰী থকা উদ্যোগ-প্ৰতিষ্ঠান অৰ্থাৎ ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ। ১৩০ কোটি জনসংখ্যাৰ দেশ চীনে কৰ্মসংস্থানৰ সমস্যা সমাধানৰ কাৰণে কৃষিৰ উপৰিও মুখ্য গুৰুত্ব আৰোপ কৰিছে ক্ষুদ্ৰ আৰু মজলীযা উদ্যোগৰ বিকাশত। ভাৰতৰ ৩৫ নিযুত ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ বিপৰীতে চীন দেশত আছে প্ৰায় ১৫০ নিযুত। চীনে বহুকোটি কৰ্মসংস্থান সৃষ্টি কৰিছে এই উদ্যোগসমূহত। চীন দেশৰ ৰপ্তানীত ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগে বিশেষ ভূমিকা পালন কৰিছে। ক্ষুদ্ৰ আৰু মজলীযা উদ্যোগৰ ক্ষেত্ৰত বিশ্বৰ পাঁচখন দেশৰ তথ্য তলৰ তালিকাখনত উদ্ধৃত কৰিলো—

ভাৰতৰ ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগৰ ৪৩ শতাংশ দক্ষিণ ভাৰতৰ, ২৩ শতাংশ উত্তৰ ভাৰতৰ, ২৩ শতাংশ পশ্চিম ভাৰতৰ, ১১ শতাংশহে পূব ভাৰতৰ। পূব ভাৰতৰ অধিকাংশ উদ্যোগেই পশ্চিমবংগত। এই পটভূমিত অসমত মাত্ৰ ৩১,২৩৫টা ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ আছে আৰু এই উদ্যোগকেইটাই ১,৫৩,১৪৮ জন লোককহে কৰ্মসংস্থান দিব পাৰিছে (Economic Survey, Assam-2009-10) অসম চৰকাৰে শ্বেত-পত্ৰত স্বীকাৰ কৰিছে যে অসমৰ কাৰণে বৃহত্তম প্ৰত্যাহ্বান হ'ল দিনে দিনে বাঢ়ি গৈ থকা লাখ লাখ নিবনুৱাৰ সমস্যা। অসমৰ সম্ভাৱনাপূৰ্ণ ক্ষুদ্ৰ আৰু মজলীয়া

উদ্যোগ খণ্ডৰ বিশেষকৈ পৰম্পৰাগত উদ্যোগ বয়ন, বিভিন্ন হস্তশিল্পৰ আধুনিকীকৰণ আৰু উন্নতিৰ বাবে চৰকাৰে কি ব্যৱস্থা হাতত লৈছে? অসমৰ ৩০ শতাংশ খাদ্য সামগ্ৰী প্ৰচেছিং কৰা হয় বুলি চৰকাৰে হিচাপ দেখুৱাইছে। আচলতে এই ৩০ শতাংশ হ'ল ধানৰ পৰা চাউল, ঘেঁহু, গমৰ পৰা আটা-ময়দা, গুৰা মছলা ইত্যাদিহে। শাক-পাচলি, ফল-মূল প্ৰচেছিং কৰা উদ্যোগ তেনেধৰণে গঢ়ি




*Source Zinnov LLC from Business World – White book*

উঠা নাই। কৃষকে বিলাহী বেঙেনা বজাৰলৈ বিক্ৰী কৰিবলৈ আনে, বিক্ৰী নহ'লে ৰাষ্ট্ৰীয় পথত পেলাই থৈ যায়— ট্ৰাকে চেপেটা কৰিবলৈ। শাক-পাচলি, ফল-মূলৰ প্ৰচেছিং উদ্যোগ স্থাপন হ'লে কৃষকেও তেওঁলোকৰ উৎপাদিত সামগ্ৰীৰ দাম পালেহেঁতেন।

অসমত চৰকাৰে কেইটা হিমঘৰ বান্ধিব পাৰিছে? হিমঘৰ বান্ধিলে ৫০ শতাংশ ৰাজ-সাহায্য দিয়াৰ নিয়ম আছে হেনো। পশ্চিমবংগত প্ৰতি পঞ্চায়তত এটিকৈ হিমঘৰ বান্ধিছে। এটি সমীক্ষাত প্ৰকাশ যে অসমত ৫০ শতাংশ শাক-পাচলি, ফল-মূল নষ্ট হৈ যায়। আজি যদি ৰাজ্যৰ নিবনুৱা সমস্যা সমাধানৰ প্ৰকৃততে সদিচ্ছা চৰকাৰৰ আছে, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ প্ৰচুৰ পৰিমাণে গঢ়ি তোলাৰ ব্যৱস্থা কৰিব লাগিব। যি ব্যৱস্থাত ৰাজ্যৰ হাজাৰ হাজাৰ যুৱক-যুৱতীয়ে কৰ্মসংস্থান পোৱাত সহায়ক হ'ব। কথাৰে নহয় কামেৰেহে প্ৰমাণ কৰিব লাগিব ৰাজ্য চৰকাৰৰ জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা। ❑❑

*১৩ আগষ্ট, ২০১০ চন*

# ১৯৪৫ চনৰ ছয় আগষ্ট ; সেই ভয়াবহ দিনটো

১৯২৯-৩০ চনৰ বিশ্ব অৰ্থনীতিৰ দুৰ্লংঘ্য সংকটৰ পৰা পুঁজিবাদী অৰ্থনীতিক সাময়িকভাৱে পুনৰুজ্জীৱিত হোৱাত কিন্সীয় তত্ত্বৰ আধাৰত 'নিউ ডিল' কাৰ্যসূচীতকৈ দ্বিতীয় মহাসমৰৰ বাবে প্ৰয়োজন হোৱা বিভিন্ন অস্ত্ৰ-শস্ত্ৰ, যুদ্ধ জাহাজ আৰু যুদ্ধৰ বাবে বিভিন্ন সামগ্ৰী উৎপাদনেহে অধিক ভূমিকা পালন কৰিছিল। নিউ ডিল ৰূপায়ণৰ দ্বাৰা পুনৰুজ্জীৱনৰ পাছতো সংকট ঘূৰি আহিছিল। এই সন্দৰ্ভত অৰ্থনীতিবিদসকলে কৈছিল "The economy revived from 1932 to 1938 but then plunged into fresh depression in 1938, wiping out most earlier gains The downturn was finally cured not by the new deal but by the World War-II " দ্বিতীয় মহাসমৰৰ বাবে জৰুৰী হোৱা অস্ত্ৰ-শস্ত্ৰ, মটৰ গাড়ী, মিলিটাৰীৰ কাৰণে খাদ্যকে ধৰি যুদ্ধৰ বাবে বিভিন্ন সামগ্ৰী তৈয়াৰ কৰিব পৰা হোৱাত আমেৰিকা যুক্তৰাষ্ট্ৰত দিনে-ৰাতি উদ্যোগসমূহে উৎপাদন কৰিব লগা হৈছিল, নতুন নতুন উদ্যোগ গঢ়ি উঠিছিল। নতুন নতুন সামগ্ৰীৰ উদ্ভাৱন হৈছিল আৰু লাখে লাখে শ্ৰমিক কৰ্মচাৰী নিয়োগৰ দৰকাৰ হৈ পৰিছিল। এইভাৱেই আমেৰিকা যুক্তৰাষ্ট্ৰৰ অৰ্থনীতিলৈ সমৃদ্ধি আহিছিল আৰু বিশ্বত অৰ্থনীতি আৰু সামৰিক ক্ষেত্ৰত এক নম্বৰ শক্তিলৈ উন্নীত হৈছিল। আমেৰিকা যুক্তৰাষ্ট্ৰই বিশ্বত এক নম্বৰ সামৰিক আৰু পুঁজিবাদী অৰ্থনীতিৰ শক্তিত পৰিণত হ'বলৈ বিশ্বৰ আটাইতকৈ জঘন্যতম, নিৰ্দয়, অমানৱীয় কামত লিপ্ত হৈছিল। মানৱ জাতিক পুঁজিবাদৰ গোলাম বনাবলৈ, বিশ্বৰ জনসাধাৰণক অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সাম্ৰাজ্যবাদী পুঁজিৰ নিয়ন্ত্ৰণত ৰাখিবলৈ আমেৰিকা যুক্তৰাষ্ট্ৰই সাম্ৰাজ্যবাদী পুঁজিৰ শক্তি প্ৰদৰ্শন কৰিবলৈ ১৯৪৫ চনৰ ৬ আগষ্টত জাপানৰ হিৰোছিমাত পাৰমাণৱিক বোমা বৰ্ষণৰে বিশ্বৰ আটাইতকৈ নিকৃষ্ট, জঘন্যতম, অমানৱীয, নিৰ্দয় কামটো কৰিছিল। যোৱা ৬ আগষ্টত এই জঘন্যতম ঘটনাটোৰ ৬৫তম্ বাৰ্ষিকী ধিক্কাৰ দিন পালিত হ'ল।

জাপানৰ টকিঅ' চহৰৰ ৭০০ কিলোমিটাৰ দূৰৰ হিৰোছিমাৰ ১৯৪৫ চনৰ ৬ আগষ্টত আমেৰিকাৰ সেনাবাহিনীয়ে পাৰমাণৱিক বোমা বৰ্ষণ কৰে। ইয়াৰে কেইদিনমান পাছত আকৌ ৯ আগষ্টত নাগাছাকিত পাৰমাণৱিক বোমা নিক্ষেপ কৰে। হিৰোছিমাত বোমা বৰ্ষণত মুহূৰ্ততে মৃত্যু হৈছিল ৭০ হাজাৰ লোকৰ। ১৯৪৫ চনৰ ভিতৰতে তেজস্ক্ৰিয়তা আৰু সংশ্লিষ্ট নানা ৰোগত মৃত্যুৰ সংখ্যা হয়গৈ ১৪০ হাজাৰ। পাৰমাণৱিক বোমাৰ প্ৰতিক্ৰিয়াত কেন্সাৰ আদি মাৰাত্মক ৰোগত মৃত্যু হোৱা লোকক লৈ মুঠ দুই লাখৰো অধিক লোকৰ মৃত্যু হৈছে হিৰোছিমাত। নাগাছাকিত চাৰি মাহৰ ভিতৰত ৮০ হাজাৰ লোকৰ মৃত্যু হয়। তদানীন্তন আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হ্যাৰি এছ ট্ৰুমানৰ নিৰ্দেশত হিৰোছিমাত 'লিটল বয়' নামৰ আৰু নাগাচাকিত 'ফেটমেন' নামৰ পাৰমাণৱিক বোমা নিক্ষেপ কৰিছিল। মানৱ অধিকাৰ আৰু মানৱতাবাদৰ তথাকথিত পৃষ্ঠপোষক আমেৰিকা যুক্তৰাষ্ট্ৰৰ নজিৰবিহীন নৃশংসতাৰ যন্ত্ৰণা এতিয়াও নাগাছাকি, হিৰোছিমাৰ লোকে ভুগিব লাগিছে। বোমা বৰ্ষণত আঘাতপ্ৰাপ্ত

হৈ এতিয়াও যিসকল জীয়াই আছে তেওঁলোকক জাপানী ভাষাত কোৱা হয় 'হিবাকুছা'। এই 'হিবাকুছা'সকল তেজস্ক্রিয় আৰু অন্যান্য ভয়ংকৰ ৰোগৰ দ্বাৰা আক্রান্ত হৈ জীয়াই আছে। এই শাৰীৰিক আৰু মানসিক যন্ত্রণাত ভোগা হিবাকুছাসকল বিশ্বৰ জনসাধাৰণৰ ওচৰত আমেৰিকান সাম্রাজ্যবাদৰ নৃশংস অমানৱীয় বিভীষিকাৰ সাক্ষী।

আমেৰিকা যুক্তৰাষ্ট্র বিশ্বৰ বুৰঞ্জীৰ উক্ত জঘন্যতম, নৃশংস, অমানৱীয় বিভীষিকাৰ পাছতো ক্ষান্ত হোৱা নাই। আমেৰিকান পুঁজিপতিসকলৰ পৃথিৱীত আধিপত্য অক্ষুণ্ণ ৰাখিবলৈ পুঁজিৰ পৰিমাণ বৃদ্ধি আৰু লাভ বৃদ্ধিৰ দৰকাৰ। আজি আমেৰিকা যুক্তৰাষ্ট্রৰ কূটনীতিৰ প্রক্রিয়াই বিশ্বৰ সকলো দেশতে খোপনি পুতিছে। বিভিন্ন দেশৰ মাজত কাজিয়া লগাই দিছে। চি আই এ আৰু বিভিন্ন ষড়যন্ত্রকাৰী সংস্থাই দেশে দেশে সন্ত্রাসবাদৰ সৃষ্টি কৰিছে। আমেৰিকা নিজেই বিভিন্ন দেশত যুদ্ধত লিপ্ত হৈছে। আমেৰিকান অর্থনীতিৰ সমৰাস্ত্র তৈয়াৰ কৰা উদ্যোগসমূহ অতি গুৰুত্বপূর্ণ। এইসমূহে নিয়মিত অস্ত্র তৈয়াৰ কৰাৰ পৰা বন্ধ হ'লে আমেৰিকান পুঁজিবাদী অর্থনীতিলৈ বিপর্যয় আহি পৰিব। সেয়ে যুদ্ধৰ দৰকাৰ— বিশ্বৰ সকলো দেশে আমেৰিকাৰ অস্ত্র উদ্যোগৰ পৰা সমৰাস্ত্র ক্রয় কৰাৰ পৰিৱেশ দৰকাৰ। বিশ্বত মানুহ মৰক, তেওঁলোকে যন্ত্রণাত ভোগক, মানৱতাবাদী আমেৰিকাৰ ইয়াতে কোনো ক্ষতি নাই— ক্ষতি হ'ব আমেৰিকান অস্ত্র উদ্যোগসমূহ বন্ধ হ'লে— সেয়ে বিশ্বজুৰি যুদ্ধ লগাই— সন্ত্রাসবাদৰ সৃষ্টি কৰি আমেৰিকাৰ অস্ত্র উদ্যোগসমূহৰ অস্ত্র বিক্রী হোৱাৰ পৰিৱেশ সৃষ্টি কৰে। আমেৰিকা যুক্তৰাষ্ট্রই আজি পৃথিৱীত এই কামেই কৰি আছে। ইৰাক, আফগানিস্থানত নিয়মিত নিৰীহ জনসাধাৰণক হত্যা কৰিছে। ইৰাণ, উত্তৰ কোৰিয়াক ধমক লগাই আছে যুদ্ধৰ ভাবুকিৰে। বিশ্বত লাখ লাখ লোক পেটৰ ভোকত মৃত্যুবৰণ কৰিব লাগিছে, খোদ আমেৰিকাতে বহু লোক দৰিদ্র অৱস্থালৈ গতি কৰিছে, আমেৰিকাই মানুহ মাৰিবলৈ বছৰি ৬০০ বিলিয়ন ডলাৰ ইৰাকত খৰচ কৰি আছে। সাম্রাজ্যবাদী আমেৰিকান চৰকাৰৰ মহান কর্তব্য আমেৰিকান বৃহৎ পুঁজিপতিসকলৰ সমৰাস্ত্র উদ্যোগসমূহ জীয়াই ৰখাটো। সমৰাস্ত্র উন্নীতকৰণ গৱেষণাত আমেৰিকাই বিশ্বৰ অধিকতম বহু শ বিলিয়ন ডলাৰ বছৰি খৰচ কৰে। **বিশ্বৰ মুঠ প্রতিৰক্ষা বাজেটৰ ৪০ শতাংশ আমেৰিকাই অকলে খৰচ কৰে।** এই খৰচ পৃথিৱীৰ ৪৫ খন দেশৰ মুঠ প্রতিৰক্ষাৰ বাজেটতকৈ অধিক আৰু চীন দেশৰ প্রতিৰক্ষা খৰচৰ ৫.৮ গুণ, ৰাছিয়াৰ ১০.২ গুণ ইৰাণতকৈ ৯৮.৬ গুণ বেছি। এই পটভূমিত আমেৰিকাৰ 'Monthly Review' আলোচনীৰ সম্পাদক John Bellamy Foster-এ লিখা 'Naked Imperialism' নামৰ কিতাপখনৰ তলৰ কথাখিনি প্রণিধানযোগ্য "For these reasons militarism and Imperialism are inseparable for U.S capitalism, as they are for capitalism as a whole. Although spending almost as mush on the military as all other states combined, the U.S. finds itself constantly in need of more armaments, more new weapons systems, and more soldiers. As it relies increasingly on the military to maintain, and where necessary restore, its eonomic and political hegemony on a global scale the problem of imperial overstretch becomes chronic and insurmountable."

আজি পৃথিৱীৰ ১৩০ খন দেশত আমেৰিকাৰ ৭৩৭টা সামৰিক ঘাটি আছে। এই ঘাটিসমূহ মার্কিন স্থল, বায়ু আৰু নৌসেনা, বোমাৰু বিমান বিভিন্ন অত্যাধুনিক সমৰাস্ত্রৰে পৰিপূর্ণ।

মানৱতা বিধ্বংসী একনায়ক হিটলাৰ পাৰমাণৱিক বোমাৰ অধিকাৰী হোৱাৰ ভয়ত মানৱতাবাদী বিজ্ঞানী আইনষ্টাইনে আমেৰিকা চৰকাৰক পাৰমাণৱিক বোমা তৈয়াৰ কৰাৰ গৱেষণাৰ অনুৰোধ

কৰিছিল। ১৯৪৯ চনত ছোভিয়েট ইউনিয়নে পাৰমাণৱিক বোমা তৈয়াৰ কৰাৰ সামৰ্থ্য অৰ্জন কৰিছিল। ব্ৰিটেইনে ১৯৫২ চনত, ফ্ৰান্সে ১৯৬০ চনত, চীনে ১৯৬০ চনত পাৰমাণৱিক বোমাৰ বিস্ফোৰণ ঘটায়। ভাৰতে ১৯৭৪ চনত, পাকিস্তানে ১৯৯৮ চনত আৰু উত্তৰ কোৰিয়াই ২০০৬ত পাৰমাণৱিক বোমাৰ বাবে বিস্ফোৰণ ঘটায়। বৰ্তমান ২০ হাজাৰৰো অধিক পাৰমাণৱিক অস্ত্ৰ মজুত আছে বিশ্বত; ইয়াৰে অৰ্ধেকৰ বেছি আমেৰিকাৰ। ১৯৪৫ চনৰ পৰা আজিলৈকে আমেৰিকাই ১,০৩২ বাৰ বিস্ফোৰণ ঘটাইছে। ছোভিয়েট দেশে ৭১৫টা, ব্ৰিটেইনে ৪৫টা, ফ্ৰান্সে ২১০টা আৰু চীনে ৪৫টা বিস্ফোৰণ ঘটাইছে আজিলৈকে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ এই বিশাল সামৰিক প্ৰস্তুতিৰ মুখ্য উদ্দেশ্যই হ'ল বিশ্বৰ প্ৰত্যেক দেশৰে সাৰ্বভৌমত্ব আৰু স্বনিৰ্ভৰশীলতাক উলংঘা কৰা, প্ৰত্যাহ্বান জনোৱা আৰু সকলো দেশৰে অৰ্থনীতি নিয়ন্ত্ৰণত ৰখা। আমেৰিকাৰ ভয় সমাজবাদী অৰ্থনীতিৰ দেশ চীনলৈ। চীন-ভাৰতৰ মাজত সম্পৰ্কৰ উন্নতি নিবিচাৰে আমেৰিকাই। ইউৰোপীয়ান দেশসমূহকো আমেৰিকাৰ ওপৰলৈ যাবলৈ নিদিয়ে, আমেৰিকাতকৈ দুৰ্বল কৰি ৰাখিব বিচাৰে। বৰ্তমানৰ বিশ্ব অৰ্থনীতিৰ মহাসংকটৰ পটভূমিত ইউৰোপীয়ান ইউনিয়নে আগবাঢ়ি যোৱাৰ ভয়ত আমেৰিকা যুক্তৰাষ্ট্ৰই জি-২০ গঠনৰ মাজেদি পৃথিৱীৰ অৰ্থনীতিৰ ভাৰসাম্য ৰক্ষা কৰিবলৈ ভাৰত, চীন, ব্ৰাজিল আদি দেশৰ প্ৰতি চেনেহ দেখুৱাইছে। এই চেনেহ আমেৰিকাৰ বৃহৎ পুঁজিপতিসকলৰ লগ্নীপুঁজি আৰু বাণিজ্যৰ পথ মুকলি কৰাৰ বাবেহে। আমেৰিকা যুক্তৰাষ্ট্ৰই আজি পৃথিৱীত গণতন্ত্ৰ ৰক্ষা, মানৱ অধিকাৰ ৰক্ষা, মানৱতাৰ নামত ভণ্ডামি কৰি দিনে হাজাৰ হাজাৰ লোকক হত্যা কৰিছে, লাখ লাখ লোকৰ হৃদয়ত আঘাত কৰিছে। আজি আমেৰিকা পৃথিৱীত নৱৰূপৰ সম্ৰাট, নতুন ঔপনিৱেশিক নীতিৰে বিশ্বৰ সকলো দেশকে নিয়ন্ত্ৰণত ৰখাৰ অহৰ্নিশে প্ৰচেষ্টা চলাই আছে। প্ৰত্যক্ষভাৱে প্ৰত্যাহ্বান জনোৱাৰ পৃথিৱীৰ কোনো দেশে সাহস গোটাব পৰা নাই। □□

*২০ আগষ্ট, ২০১০ চন*

# সাম্প্ৰতিক কাশ্মীৰ ঃ ঐতিহ্যৰ প্ৰতি প্ৰত্যাহ্বান

কাশ্মীৰ আজি অগ্নিকুণ্ড। ভাৰতৰ অতি জটিল ৰাজনীতিৰ চক্ৰৰ মাজত সোমাই পৰিছে কাশ্মীৰৰ সমস্যা। সকলোৰে প্ৰশ্ন কাশ্মীৰ ভাৰতৰ লগত থাকিবনে, কাশ্মীৰৰ জনসাধাৰণে ভাৰতৰ লগত থাকিব বিচাৰেনে? কাশ্মীৰৰ জনসাধাৰণে স্বাধীন কাশ্মীৰ বিচাৰেনে, পাকিস্থানৰ লগত যাব বিচাৰে? এই পৰিস্থিতিৰ কিয় উদ্ভৱ হ'ল! ভাৰতৰ বিভিন্ন ৰাজ্যৰ মানুহৰ ধাৰণা যে কাশ্মীৰ পাকিস্থানৰ লগত যাব বিচাৰে। আমি প্ৰথম কাশ্মীৰলৈ ১৯৮২ চনত গৈছিলো— তেতিয়া কাশ্মীৰ একেবাৰে শান্ত— নিৰাপত্তাৰ প্ৰতি কোনো ভাবুকি নাছিল। গুলমাৰ্গ পহেলবাগ আদি ঠাই মুক্তভাৱে ঘূৰি ফুৰিছিলো। ইয়াৰ পাছত কাশ্মীৰত বহু গোলমাল হৈ গ'ল। শেষবাৰৰ বাবে ২০০৭ চনৰ জুন মাহত শ্ৰীনগৰলৈ গৈছিলো— সেই সময়তো কাশ্মীৰত শান্তি বিৰাজ কৰিছিল— এইবাৰো গুলমাৰ্গকে ধৰি বহু ঠাইলৈ গৈছিলো। ভাবিছিলো কাশ্মীৰৰ সমস্যা শেষ, কাশ্মীৰ শান্ত হৈ গ'ল। কিন্তু কাশ্মীৰৰ সমস্যা শেষ হোৱা নাই। কাশ্মীৰৰ জনসাধাৰণ যেন ক্ৰমে ক্ৰমে ভাৰতৰ পৰা বিচ্ছিন্ন (alienate) হৈ যাব ধৰিছে। ভাৰত চৰকাৰে তেওঁলোকক নিশ্চয়তা দিব পৰা নাই। বৰ্তমান কাশ্মীৰৰ গোলমালে চূড়ান্ত ৰূপ ধাৰণ কৰিছে।

কাশ্মীৰৰ বহু হাজাৰ বছৰৰ ইতিহাসত হিন্দু, মুছলমান আৰু বৌদ্ধ তিনিটা ধৰ্মৰ মাজতেই পাৰস্পৰিক সম্প্ৰীতি আৰু সমন্বয় আছিল। এই সম্পৰ্ক কেতিয়াও মূলক মনোভাৱৰ নাছিল। বৰং তিনিওটা ধৰ্ম ই পৰস্পৰে পৰস্পৰৰ প্ৰতি সহনশীলতাৰে অনেক ঐতিহ্য আত্মস্থ কৰিছিল। কাশ্মীৰী সমাজৰ সুকীয়া পৰিচয় আছে আৰু 'কাশ্মীৰীয়াত' নামৰ জাতিসত্তাৰ সৃষ্টি হৈছে। মৌলবাদী ইছলামিক ধাৰণাৰ পৰিৱৰ্তে মুছলমানসকল মন্দিৰলৈ যোৱা আৰু হিন্দুসকলৰ মুছলিম ধৰ্মস্থান দৰ্শন আছিল কাশ্মীৰত স্বাভাৱিক ঘটনা। পুৰণি কালৰ পৰা মুছলিম পৰিয়ালসকলে অমৰনাথ যাত্ৰীসকলৰ মাজত পানী বিতৰণ কৰা আৰু দৰ্শকসকলৰ ৰাতি থকাৰ বন্দোবস্ত আদি কাম কৰিছিল। গুহাৰ দেখা-শুনাৰ দায়িত্বও বহু প্ৰজন্মৰ পৰা এটি বিশেষ মুছলিম পৰিয়ালৰ ওপৰত আছিল। কাশ্মীৰী হিন্দুসকল শৈৱ আছিল। কাশ্মীৰী ইছলামো শৈৱ প্ৰভাৱমুক্ত হ'ব পৰা নাই। প্ৰকৃতপক্ষে কাশ্মীৰকেই শৈৱ দৰ্শনৰ জন্মভূমি বুলি কোৱা হয়। সন্ন্যাসিনী লালেশ্বৰী শৈৱ আছিল। তেখেতৰ বাণীয়ে চুফি (মুছলিম সন্ন্যাসী) সন্ন্যাসীসকলক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। **বহু বছৰ আগলৈকে ভাৰতৰ আন অঞ্চলৰ কিছু অংশ মুছলিমক মৌলবাদে প্ৰৰোচিত কৰিলেও কাশ্মীৰৰ মুছলিমক প্ৰৰোচিত কৰিব পৰা নাছিল।**

**সম্ৰাট অশোকে শ্ৰীনগৰৰ ৫ কিলোমিটাৰ দূৰত প্ৰথম চহৰ প্ৰতিষ্ঠা কৰে আৰু তেওঁৰ উত্তৰাধিকাৰী জালুক কাশ্মীৰৰ ৰজা হয়। অশোকৰ ধৰ্ম প্ৰচাৰকসকলেই কাশ্মীৰত বৌদ্ধধৰ্ম প্ৰচাৰ কৰে— আজিও লাডাখত, লেহত বৌদ্ধধৰ্মীসকল আছে। ষষ্ঠ শতিকাত কাশ্মীৰ হুন**

সাম্ৰাজ্যৰ অধীনস্থ হয়। ইয়াৰ পাছতে স্থানীয় সামন্ত অংশৰ পৰা 'কাৰ্কোট' ৰাজবংশৰ উদ্ভৱ হয়। কাৰ্কোট বংশৰ প্ৰতিষ্ঠাতা দুৰ্লভ বৰ্ধনৰ (৬২৭ খ্ৰীষ্টাব্দ)ৰ কালৰ পৰা কাশ্মীৰে এখন স্বাধীন দেশ হিচাবে গঢ় লয়। মধ্য এচিয়া, পাৰস্য আৰু তুৰ্কীৰ ইছলাম ধৰ্মী লোকসকল কাশ্মীৰলৈ আহিবলৈ ধৰে। উপত্যকাটোত লাহে লাহে বৌদ্ধধৰ্মৰ প্ৰভাৱ কমিবলৈ ধৰে আৰু বিৰাটসংখ্যক লোক চুফী প্ৰচাৰকসকলৰ প্ৰতি আকৰ্ষিত হয়। কাশ্মীৰত চৈয়দ আলি হামদোনী (এওঁ পাৰস্যৰ হামদানৰ পৰা আহিছিল) আছিল চুফীসন্ত। কাশ্মীৰত মুছলিম ধৰ্ম প্ৰচাৰ আৰু বিস্তাৰত এওঁৰ অৱদান অধিক।

বিখ্যাত কাশ্মীৰী পণ্ডিত আৰু ঐতিহাসিক মহম্মদ দিনকফে লিখিছে— আৰব, ইৰাণ, তুৰ্কীস্থান, আফগানিস্থানৰ পৰা প্ৰচুৰ মানুহ ছশ-সাতশ বছৰ আগতে কাশ্মীৰলৈ আহিছিল। এই লোকসকলে কাশ্মীৰী মুছলমানৰ লগত বৈবাহিক সম্বন্ধ গঢ়ি তোলে আৰু কাশ্মীৰী সভ্যতা সংস্কৃতি গ্ৰহণ কৰি নিভাজ কাশ্মীৰী হৈ যায়।

ত্ৰয়োদশ আৰু চতুৰ্দশ শতিকাৰ মাজভাগত শেষ হিন্দুৰজা উদয়নদেৱৰ মন্ত্ৰী আমিৰ শ্বাহে ৰজাক হত্যা কৰি চামচুদ্দিন নাম লৈ সিংহাসন দখল কৰে। চামচুদ্দিন কাশ্মীৰৰ প্ৰথম ইছলামধৰ্মী শাসক। এওঁ কাশ্মীৰৰ স্থানীয় মুছলমান আছিল। প্ৰায় ২৫০ বছৰ স্থানীয় মুছলমানে কাশ্মীৰ শাসন কৰে।

১৫৮৬ চনত মোগল সম্ৰাট আকবৰে কাশ্মীৰক মোগল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। আকবৰ ধৰ্মনিৰপেক্ষ লোক আছিল। মোগল ৰজাৰ শাসনকালত কাশ্মীৰী ব্ৰাহ্মণসকলে কাশ্মীৰ এৰি গুচি যাব খুজিছিল। আকবৰে তেওঁলোকক কাশ্মীৰতে থাকিবলৈ অনুৰোধ জনায় আৰু ব্ৰাহ্মণসকলক ৰজাক দিবলগীয়া কৰৰ পৰা ৰেহাই দিয়ে। পূজা কৰাসকলক পুৰস্কাৰ দিয়াৰ নিয়ম প্ৰচৰ্লন কৰে।

১৭৫১ চনত মহম্মদ চা আবদানিয়ে কাশ্মীৰত আফগান ৰাজত্বৰ সূচনা কৰে। ১৮০৮ চনত জম্মু শিখ ৰজাৰ হাতলৈ যায়। ১৮২০ চনত শিখ ৰজা ৰণজিৎ সিংহই কাশ্মীৰৰ আফগান শাসকক পৰাজিত কৰি কাশ্মীৰ উপত্যকাও শিখ ৰাজত্বৰ অন্তৰ্ভুক্ত কৰে। ১৮২২ চনত শিখ ৰজা ৰণজিৎ সিংহই জম্মু অঞ্চলক ডোগৰা ৰাজপুত চৰ্দাৰ গোলাব সিঙৰ হাতত অৰ্পণ কৰে। ১৮৩৪ চনত গোলাব সিঙে লাডাখ অধিকাৰ কৰি তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। ৰণজিৎ সিংহৰ মৃত্যুৰ পাছত শিখ ৰাজপৰিয়াল দুৰ্বল হৈ পৰে। গোলাব সিঙে ব্ৰিটিছৰ সাহায্যত এখন স্বাধীন ৰাজ্য গঠনৰ বাবে ষড়যন্ত্ৰ কৰি আছিল আৰু ইংৰাজেও বিচাৰিছিল শিখক দমন কৰিবলৈ। ১৮৪৬ চনৰ ১০ ফেব্ৰুৱাৰীৰ দিনা ব্ৰিটিছ সৈন্যবাহিনীয়ে শিখ ৰজাৰ সৈন্যক আক্ৰমণ কৰে। গোলাব সিং আৰু শিখ চৰ্দাৰ লাল সিঙৰ বিশ্বাসঘাতকতাত ২০ ফেব্ৰুৱাৰীৰ দিনা ব্ৰিটিছ সৈন্যই শিখ সৈন্যক পৰাস্ত কৰে। ব্ৰিটিছে ১৮৪৬ চনৰ ১৮ মাৰ্চৰ দিনা জম্মু আৰু কাশ্মীৰক কৰতলীয়া স্বাধীন ৰাজ্য হিচাবে গোলাব সিঙক গতাই দিয়ে। এই সন্দৰ্ভত গোলাব সিং আৰু ব্ৰিটিছৰ মাজত এটি চুক্তি সম্পাদিত হয়। চুক্তিৰ মূল কথাখিনি এনেধৰণৰ— "The British Government transfers and makes over for Independent posession to Maharaja Golab Sing and the heirs male of the body, all the hilly or mountainous country, with his dependencies, situated to the eastward of the river Robi, including Chamba and excluding lahul being part of the ceded to the British Government by the Lahore state, dated 9th march, 1846 (Treaty of Amritsar) "।

এই অমৃতসৰ চুক্তিৰ বৈশিষ্ট্য হ'ল গোলাব সিং ব্ৰিটিছৰ তত্ত্বাৱধানত 'স্বাধীন' ৰজা হ'ল। গোলাব সিঙে জম্মু-কাশ্মীৰৰ ওপৰত ব্ৰিটিছৰ সম্পূৰ্ণ কৰ্তৃত্বৰ সিদ্ধান্ত মানি ল'লে। গোলাব সিঙৰ বংশক ডোগৰা ৰাজবংশ নামে পৰিচিত। মহাৰাজা হৰি সিং, কৰণ সিং এই গোলাব সিঙৰ বংশধৰ।

কাশ্মীৰীসকল সদায় এটি স্বাধীন জাতি হিচাবে প্রতিষ্ঠিত হ'বলৈ বিচাৰিছিল। ব্রিটিছৰ ওচৰত কাশ্মীৰ বিক্রী হৈ যোৱাত জনসাধাৰণে অপমান বোধ কৰিছিল। ১০০ বছৰ পাছতো ১৯৪৬ চনত শেখ আব্দুল্লাৰ নেতৃত্বত নেচনেল কনফাৰেন্সে কেবিনেট মিচনৰ ওচৰত স্মাৰকলিপি দিওঁতেও এই ক্ষোভ প্রকাশ কৰিছিল।

ডোগৰা ৰাজপুতসকল প্রায় সর্বময় ক্ষমতাৰ অধিকাৰী আছিল। সেই সময়ৰ জম্মু-কাশ্মীৰৰ অধিবাসীসকলৰ মাজত ৭৭ শতাংশ আছিল মছুলমান। হিন্দুসকলৰ ভিতৰত ৰাজপুতৰ বাহিৰেও তফচিলভুক্ত জাতি আছিল আৰু আছিল কাশ্মীৰী ব্রাহ্মণ। এওঁলোকৰ মাজত একাংশ আছিল পণ্ডিত। পণ্ডিত জৱাহৰলাল নেহৰুও এই বংশোদ্ভূত। পণ্ডিতসকল উচ্চশিক্ষিত আছিল আৰু ভাল ভাল চাকৰি কৰিছিল। কিন্তু ৰাজ্য শাসনত তেওঁলোকৰ কর্তৃত্ব। নাছিল সেয়ে তেওঁলোকৰ ক্ষোভ আছিল। পণ্ডিতসকল সৰু-বৰ মাটিৰ মালিক আছিল। মুছলমানসকলৰ প্রায়ভাগেই মাটিহীন দৰিদ্র আছিল। অৱশ্যে সামান্য কেইজনমান মুছলমান লোক জমিদাৰ আছিল। চৰকাৰৰ উচ্চ ৰাজহৰ বাবে জোৰ-জুলুম চলিছিল জনসাধাৰণৰ ওপৰত। সেয়ে জনগণৰ বিক্ষোভ পুঞ্জীভূত হৈছিল। ব্রিটিছে ডোগৰা ৰজাক জম্মু-কাশ্মীৰৰ সর্বময় কর্তা কৰি দিছিল আৰু ডোগৰা ৰজাৰ মাধ্যমেদি ব্রিটিছো জম্মু-কাশ্মীৰৰ সর্বময় কর্তা হৈ পৰিছিল। ডোগৰা ৰাজত্বক সংহত কৰিবলৈ এক মধ্যবিত্ত আৰু বুদ্ধিজীৱী কর্মচাৰীৰ সৃষ্টি হৈছিল আৰু এওঁলোকেই কাশ্মীৰৰ জাতীয় সংগ্রামৰ পথ প্রশস্ত কৰিছিল।

শিক্ষিত যুৱকসকল ৰাজ্য চৰকাৰৰ চাকৰিৰ প্রতি আকর্ষিত হৈছিল আৰু এওঁলোকে সমাজত এটি প্রগতিশীল চিন্তাধাৰাৰ নেতৃত্ব লৈছিল। ৰাজ্যৰ কৃষি আন্তঃগাঁথনি খুব অনুন্নত থকাত মধ্যবিত্তসকল কৃষি খণ্ডৰ প্রতি আকর্ষিত হোৱা নাছিল। আনহাতে চৰকাৰী চাকৰিৰ পৰিমাণো অতি কম আছিল। যিখিনি চাকৰিৰ সুবিধা আছিল ডোগৰা ৰাজপুতসকলেই দখল কৰিছিল। সেই কাৰণে ডোগৰা ৰাজপুত আৰু ব্রিটিছৰ প্রতি জনসাধাৰণৰ এটি ঘৃণাৰ ভাবৰ সৃষ্টি হৈছিল। ইয়ে বহু সামাজিক সংগঠনৰ জন্ম দিছিল।

১৯৩১ চনৰ পৰা প্রতিবাদ আন্দোলন আৰম্ভ হ'বলৈ ধৰিলে। মহাৰাজা হৰি সিঙৰ ৰাজনৈতিক উপদেষ্টা চাৰ আলবিয়ন বেনার্জীয়ে জম্মু-কাশ্মীৰৰ বিশালসংখ্যক মুছলিম জনসাধাৰণ নিৰক্ষৰ আৰু পোহনীয়া পশুৰ দৰে শাসিত হোৱাৰ প্রতিবাদত পদত্যাগ কৰে। ইয়াৰ পাছতেই শ্বেখ আব্দুল্লা নামৰ এক স্বাধীন মনৰ কাশ্মীৰী যুৱক কাশ্মীৰৰ মানুহৰ আন্দোলন সংগঠিত কৰাৰ কামত আগুৱাই আহে। তেখেত আছিল আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ ছাত্র। পাছত শ্রীনগৰৰ এখন স্কুলৰ শিক্ষক হৈছিল। শ্বেখ আব্দুল্লাৰ নেতৃত্বত সংগঠনৰ আন্দোলন আছিল ডোগৰা শাসকৰ বিৰুদ্ধে। তেওঁলোকে প্রচাৰ কৰিছিল ডোগৰা ৰজা ব্রিটিছৰ দালাল আৰু এওঁলোক বিদেশী। কাশ্মীৰৰ ভৱিষ্যতৰ বাবে কাশ্মীৰক হাততেই এৰি দিব লাগিব। কাশ্মীৰী সত্তা কাশ্মীৰীয়াত (Kashmiri Identity)ৰ দাবীত আন্দোলন শক্তিশালী হয়।

১৯৩১ চনৰ পৰা প্রজা আন্দোলনৰ আৰম্ভণি হয়। ৰজা হৰি সিঙে শ্বেখ আব্দুল্লাৰ নেতৃত্বৰ এটি প্রতিনিধি দলৰ লগত আলোচনা কৰে। এই আন্দোলনৰ আব্দুল কাদিৰ নামৰ এজন নেতাৰ ৰাজদ্রোহিতাৰ অভিযোগত বিচাৰ চলাইছিল আৰু ইয়াৰ প্রতিবাদত শোভাযাত্রা, সভা আদি অনুষ্ঠিত হোৱাত পুলিচে গুলি চলোৱাত ২২ জন লোকৰ মৃত্যু হয়। আজিও কাশ্মীৰত এই দিনটো শ্বহীদ দিৱস হিচাবে পালিত হয়।

উক্ত সংগ্ৰামৰ মাধ্যমেদি কাশ্মীৰী জাতীয়তাবাদৰ আদৰ্শৰে জনসাধাৰণ অনুপ্ৰাণিত হৈছিল। কাশ্মীৰৰ শাসক আছিল হিন্দু ৰজাসকল, শোষিত লোকসকলৰ প্ৰায়ভাগৰেই ধৰ্ম আছিল ইছলাম। উক্ত সংগ্ৰাম সংগঠিত হৈছিল সামন্তবাদৰ বিৰুদ্ধে। আক্ৰমণৰ মূল লক্ষ্য আছিল জমিদাৰ মহাজনসকল। ঘটনাক্ৰমে সমূহ জমিদাৰ-মহাজন আছিল হিন্দু। ১৯৩২ চনৰ ১৫-১৭ অক্টোবৰত অনুষ্ঠিত হোৱা এক অধিৱেশনত সদৌ জম্মু আৰু কাশ্মীৰ মুছলিম কনফাৰেন্স গঠন হয়। মুছলিম কনফাৰেন্সৰ দাবীসমূহ আছিল— ১) ৰাজ্যৰ মুছলিম সম্প্ৰদায়ক সংগঠিত কৰা হ'ব আৰু তেওঁলোকৰ প্ৰাপ্য অধিকাৰ সংৰক্ষিত কৰাৰ লক্ষ্য হ'ব। ২) মুছলিমসকলৰ অৰ্থনৈতিক আৰু সাম্প্ৰতিক উন্নয়নৰ কাৰণে সংগ্ৰাম চলোৱা হ'ব। ৩) অত্যাচাৰিত আৰু বন্ধা শ্ৰমিকক মুক্ত কৰা হ'ব। শ্বেখ আব্দুল্লাই তেখেতৰ সভাপতিৰ ভাষণত কৈছিল, "কাশ্মীৰ আন্দোলন কেতিয়াও সাম্প্ৰদায়িক আন্দোলন নহয়। মুছলমান, হিন্দু, শিখ সমস্ত ধৰ্মীয় সম্প্ৰদায়ৰ মানুহৰ ক্ষোভ আৰু হতাশা দূৰ কৰি তেওঁলোকৰ আশা-আকাংক্ষা চৰিতাৰ্থ কৰাই এই আন্দোলনৰ উদ্দেশ্য।"

মুছলিম কনফাৰেন্সৰ আন্দোলনৰ হেঁচাত ৰজা হৰি সিঙে ১৯৩৪ চনত 'প্ৰজা সভা' নামৰ এখন আইন সভা গঠনৰ সিদ্ধান্ত ঘোষণা কৰে। 'প্ৰজা সভা' নিজৰ নিয়ন্ত্ৰণত ৰাখিবলৈ ৰজাই মনোনীত সদস্য ৭০ শতাংশ আৰু নিৰ্বাচিত ৩০ শতাংশৰ নিয়ম কৰে। 'প্ৰজা সভা'ত সীমিত অধিকাৰ ব্যৱস্থা সত্বেও মুছলিম কনফাৰেন্সে এই আইনী মঞ্চৰ সুযোগৰ সদ্ব্যৱহাৰ কৰে। শ্বেখ আব্দুল্লাৰ নেতৃত্বাধীন আজাদ মুছলিম কনফাৰেন্স নিৰ্বাচনত জয়ী হয়। কাশ্মীৰৰ ইতিহাসত এই আন্দোলন অতি গুৰুত্বপূৰ্ণ কাৰণ, এই আন্দোলনে ৰজাৰ শাসনৰ পৰা প্ৰজাৰ স্বাধীন নাগৰিক হিচাপে উত্তৰণৰ প্ৰক্ৰিয়া আৰম্ভণি কৰিছিল।

শ্বেখ আব্দুল্লাৰ আদৰ্শ আৰু আন্দোলনৰ চৰিত্ৰ আছিল সদায় ধৰ্মনিৰপেক্ষ, সাম্প্ৰদায়িকতা বিৰোধী। শ্বেখ আব্দুল্লাৰ ধৰ্মনিৰপেক্ষ আদৰ্শৰ প্ৰতি অসন্তুষ্ট হৈছিল একাংশ মুছলিম কনফাৰেন্সৰ সদস্য আৰু তেওঁলোকে মীৰওবাইজ ইউচুফ শ্বাহ নামৰ এজন নেতাৰ নেতৃত্বত 'প্ৰজা সভা'ৰ নিৰ্বাচন বয়কট কৰিলে আৰু কাশ্মীৰ আন্দোলনক মুছলিম সাম্প্ৰদায়িক পথত পৰিচালিত কৰিব বিচাৰিলে। শ্বেখ আব্দুল্লাৰ লগত মতপাৰ্থক্য হৈ তেওঁলোকে বেলেগ গ্ৰুপত সংগঠিত হ'ল। ৩০ দশকটো কাশ্মীৰৰ ক্ষেত্ৰত খুব গুৰুত্বপূৰ্ণ— এই দশকৰ পৰা ৰাজ্যৰ জনসাধাৰণৰ স্বাধীনতা আৰু মুক্তিৰ সংগ্ৰাম আৰম্ভ হয়। প্ৰথম অৱস্থাত আন্দোলনটো আছিল শিক্ষিত মুছলমানসকলৰ প্ৰশাসনত চাকৰিৰ কাৰণে। প্ৰশাসনত একেবাৰে মুছলিম কৰ্মচাৰী নাছিল। শেষত এই আন্দোলনে ব্যাপকতা আৰু তীব্ৰতা লাভ কৰিলে। আন্দোলনটো স্বৈৰতান্ত্ৰিক ৰাজতন্ত্ৰ আৰু সামন্ততন্ত্ৰৰ বিৰোধী আন্দোলনলৈ ৰূপান্তৰিত হয়। ইয়াৰ ফলত হিন্দু-শিখসকলৰ অংশগ্ৰহণ আন্দোলনত বৃদ্ধি পাবলৈ ধৰিলে। এই পৰিস্থিতিত শ্বেখ আব্দুল্লাই ১৯৩৯ চনৰ ২৭ এপ্ৰিলৰ দিনা মুছলিম কনফাৰেন্সৰ নামটো পৰিৱৰ্তন কৰি 'সদৌ জম্মু আৰু কাশ্মীৰ নেচনেল কনফাৰেন্স' নাম ৰাখিলে। ফলত নেচনেল কনফাৰেন্স অকল মুছলিমৰ সংগঠনৰ পৰিৱৰ্তে সকলো ধৰ্মৰ কাশ্মীৰী লোকৰ সংগঠন হ'ল।

নেচনেল কনফাৰেন্স হিন্দু আৰু মুছলমান উগ্ৰ সাম্প্ৰদায়িকতাৰ আক্ৰমণৰ বলি হ'বলৈ ধৰিলে। জম্মুত নেচনেল কনফাৰেন্স শক্তিশালী নাছিল। তাত হিন্দু মহাসভা আৰু কিছু স্বাৰ্থান্বেষী ব্যক্তি হিন্দু সাম্প্ৰদায়িকতাৰে উত্তেজনাৰ সৃষ্টি কৰিবলৈ সক্ৰিয় হৈ পৰিল। শ্বেখ আব্দুল্লাৰ নেতৃত্বৰ স্বাধীনতা সংগ্ৰামক হিন্দু মহাৰজা উৎখাতৰ আন্দোলন বুলি অপপ্ৰচাৰ চলাই সাম্প্ৰদায়িক উত্তেজনাৰ সৃষ্টি

কৰিলে। জম্মু অঞ্চলৰ মধ্যবিত্ত লোক এই সাম্প্ৰদায়িক শ্লোগানৰ প্ৰতি আকৰ্ষিত হ'ল। মহাৰজাই নিজেও সাম্প্ৰদায়িকতাৰ লগত জড়িত হৈ পৰিল। অভিযোগ আহিল যে হোমগাৰ্ডৰ বাবে ব্ৰিটিছ চৰকাৰে যোগান ধৰা অস্ত্ৰ-শস্ত্ৰ মহাৰজাৰ দেৱান মেহেৰচাঁদে আৰ এছ এছ সভ্যসকলক বিতৰণ কৰিছে। ১৯৪৭ চনত জম্মুত মুছলমান-বিৰোধী আন্দোলন আৰম্ভ হয় আৰু এই আন্দোলনত মহাৰজাৰ সামৰিক বাহিনী জড়িত হৈ পৰে। গান্ধীজীয়েও মহাৰজাৰ মুছলমান-বিৰোধী কাৰ্যকলাপৰ বিৰোধিতা কৰে।

আনফালে কাশ্মীৰ উপত্যকাৰ ৰক্ষণশীল আৰু মৌলবাদী মুছলমান ৰাজনীতিবিদ আৰু তেওঁলোকৰ অনুগামীসকলে শ্বেখ আব্দুল্লাৰ ধৰ্মনিৰপেক্ষ নীতি আৰু দৃষ্টিভংগীৰ সমালোচনা আৰু বিৰোধিতা আৰম্ভ কৰে। বহু মুছলমান লোকে নেচনেল কনফাৰেন্স ত্যাগ কৰে। সাম্প্ৰদায়িক ইউচুফ শ্বাহে তেওঁৰ গ্ৰুপৰ নেচনেল কনফাৰেন্সক পুনৰুজ্জীৱিত কৰে। শ্বেখ আব্দুল্লাৰ নেচনেল কনফাৰেন্সে ভাৰতৰ জাতীয় কংগ্ৰেছৰ লগত সহযোগিতা কৰে, ব্ৰিটিছ মদতপুষ্ট ডোগৰা শাসনতন্ত্ৰৰ বিৰুদ্ধে এটি গণতান্ত্ৰিক, সামন্ততন্ত্ৰ-বিৰোধী ধৰ্মনিৰপেক্ষ আন্দোলন গঢ়ি তুলিবলৈ। শ্বেখ আব্দুল্লাই তেখেতৰ আত্মজীৱনী 'আতিচ-ই-চিনাৰ'ত স্পষ্টভাৱে স্বীকাৰ কৰিছে যে জৱাহৰলাল নেহেৰু আৰু কবি মহম্মদ ইকবালৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেখেতে সংগঠনৰ নামৰ পৰা মুছলিম শব্দটো বাদ দিছে। আনফালে মুছলিম সাম্প্ৰদায়িক ৰক্ষণশীল ৰাজনীতিবিদ, বুদ্ধিজীৱিসকলে মহম্মদ আলি জিন্নাৰ নেতৃত্বাধীন মুছলিম লীগৰ লগত সংযোগ ৰাখি সাম্প্ৰদায়িক দাবী আৰু লক্ষ্যৰে আন্দোলন বিপথে পৰিচালিত কৰিছিল। জিন্না চাহেবে শ্বেখ আব্দুল্লাক মুছলিম লীগৰ লগত ল'বলৈ অনেক প্ৰচেষ্টা চলাই ব্যৰ্থ হৈছিল আৰু জিন্নাই খঙতে শ্বেখ আব্দুল্লাক 'পচা কণী' বুলি কৈছিল। আব্দুল্লাই আত্মজীৱনীত লিখিছে, কাশ্মীৰৰ জনসাধাৰণৰ জিন্না আৰু মুছলিম লীগৰ প্ৰতি প্ৰচণ্ড ঘৃণাৰ কথা। কাশ্মীৰী জনসাধাৰণ পাকিস্তানৰ লগত নগৈ কাশ্মীৰী জনসাধাৰণে নিজস্বভাৱে কাশ্মীৰৰ ভৱিষ্যৎ নিৰ্ধাৰণ কৰিব জানি জিন্নাই কৈছিল, 'কাশ্মীৰৰ জনগণ জহন্নামে যাওক'।

কাশ্মীৰৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পুনৰগঠনৰ বাবে ১৯৪৪ চনত নেচনেল কনফাৰেন্সে মহাৰাজা চৰকাৰৰ ওচৰত এখন দাবী-চনদ দাখিল কৰে। এই চনদত জাতি-ধৰ্ম-বৰ্ণ-নিৰ্বিশেষে সকলো নাগৰিকৰ সমান অধিকাৰ, ইচ্ছা অনুযায়ী কাম কৰাৰ স্বাধীনতা, ধৰ্ম আচৰণৰ স্বাধীনতা, সভা-সমিতি, শোভাযাত্ৰা কৰাৰ স্বাধীনতা, ৰাজনৈতিক, ট্ৰেড ইউনিয়ন, যুৱ সংগঠনৰ স্বাধীন কাম-কাজ কৰাৰ অধিকাৰ, কৰ্মসংস্থান আৰু বেকাৰ ভাট্টাৰ অধিকাৰ, শিক্ষাৰ অধিকাৰ, নাৰী-পুৰুষৰ সমান অধিকাৰ আদি দাবীসমূহৰ উল্লেখ কৰিছিল।

উক্ত চনদত স্পষ্টভাৱে প্ৰতিফলিত হৈছিল যে শ্বেখ আব্দুল্লা আৰু নেচনেল কনফাৰেন্স প্ৰগতিশীল আদৰ্শৰ আছিল। অৰ্থনৈতিক ক্ষেত্ৰত জমিদাৰী উচ্ছেদ কৰি কৃষকৰ মাজত মাটি বিতৰণ আৰু খাদ্য উৎপাদনত আত্মনিৰ্ভৰশীলতা অৰ্জনৰ উপৰি মহিলা শ্ৰমিক, সমাজৰ দুৰ্বল অংশৰ মানুহৰ অধিকাৰ ৰক্ষাৰ সংগ্ৰাম সংগঠিত কৰিছিল নেচনেল কনফাৰেন্সে। নেচনেল কনফাৰেন্সৰ দাবী-চনদ, সংগ্ৰামৰ বিৰোধিতাৰ ক্ষেত্ৰত ডোগৰা শাসক গোষ্ঠী, মুছলিম লীগ আৰু কংগ্ৰেছৰ প্ৰতিক্ৰিয়াশীল গোষ্ঠী ঐক্যবদ্ধ আছিল।

১৯৪৬ চনত নেচনেল কনফাৰেন্সে জম্মু-কাশ্মীৰৰ পৰা ডোগৰা ৰাজাৰ শাসনৰ অৱসানৰ দাবী জনাই আৰু 'কাশ্মীৰ ছোড়ো' শ্লোগানৰে আন্দোলন আৰম্ভ কৰে। নেচনেল কনফাৰেন্সে

কেবিনেট মিচনৰ ওচৰত যি স্মাৰকলিপি দিছিল তাত লিখিছিল ভাৰতীয় ৰাজ্যসমূহ (স্বাধীন কৰতলীয়া ৰাজ্য) ব্রিটিছ ভাৰতৰ প্রদেশসমূহৰ দৰে ভাৰতৰেই অবিচ্ছেদ্য অংগ আৰু দেশৰ ভৱিষ্যৎ নির্ধাৰণৰ কাৰণে দেশৰ চলিত আলোচনাত অংশগ্রহণৰ সাংবিধানিক অধিকাৰৰ দাবী কৰে। সংবিধান প্রস্তুত কৰা কমিটিত ৰজাৰ মনোনীত প্রতিনিধিৰ পৰিবৰ্তে কাশ্মীৰ জনসাধাৰণৰ নির্বাচিত প্রতিনিধিৰ দাবী জনাইছিল।

১৯৪৬ চনত ব্রিটিছ সাম্রাজ্যবাদৰ দালাল আৰু প্রতিনিধি মহাৰাজাৰ শাসনৰ উচ্ছেদৰ আন্দোলনে তীব্র ৰূপ ধাৰণ কৰিছিল। ইয়াৰ পাছত জম্মু-কাশ্মীৰত সামৰিক শাসন জাৰি কৰে। কাশ্মীৰৰ মানুহৰ ওপৰত ৰাষ্ট্রীয় দমন-পীড়ন আৰম্ভ কৰে। বহু মানুহ হত্যা কৰে, বাতৰি কাকতৰ খবৰ চেন্সৰ কৰে ১৯৪৬ চনৰ ২০ মে'ৰ দিনা শ্বেখ আব্দুল্লাক দেশদ্রোহিতাৰ অভিযোগত গ্রেপ্তাৰ কৰি তিনি বছৰৰ কাৰাদণ্ড বিহে। উল্লেখযোগ্য যে মুছলিম লীগে কেতিয়াও শ্বেখ আব্দুল্লাৰ আন্দোলন সমর্থন কৰা নাছিল। মহম্মদ আলি জিন্নাই 'কাশ্মীৰ ছোড়ো' আন্দোলনক 'গুণ্ডাসকলৰ আন্দোলন' বুলি কৈছিল।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতৰ স্বাধীনতা ঘোষণাৰ পাছত কাশ্মীৰী ৰাজা হৰি সিঙৰ কাশ্মীৰ পৃথক ৰাষ্ট্র কৰি ৰখাৰ বাসনা আছিল। জম্মু আৰু কাশ্মীৰৰ হিন্দু সভাই মহাৰজাক সমর্থন কৰে আৰু স্বাধীন হৈ থকাৰ পক্ষে মত প্রকাশ কৰে। ৰাজ্যৰ মৌলবাদী মুছলিম সংগঠনেও দাবী জনায় স্বাধীনতা ঘোষণা কৰিবলৈ আৰু সংবিধান ৰচনা কৰিবলৈ। ভাইচৰয় মাউণ্টব্যেটেনে শ্রীনগৰলৈ গৈ মহাৰজা হৰি সিঙক বুজনি দিয়ে যে ১৫ আগষ্টত ভাৰত স্বাধীন হোৱাৰ আগতেই জম্মু আৰু কাশ্মীৰ ভাৰতৰ লগত সংযুক্ত হোৱা উচিত (ব্রিটিছ শাসন কালত ভাৰতত কৰতলীয়া ৫৬২ খন স্বাধীন ৰাজ্য আছিল ইয়াৰে ভিতৰত জম্মু আৰু কাশ্মীৰ বৃহত্তম) নহ'লে জম্মু আৰু কাশ্মীৰৰ অস্তিত্বই বিপন্ন হ'ব। মহাৰাজা হৰি সিং নিজৰ মতত অটল আছিল।

ভাৰত স্বাধীনতা চুক্তি, ১৯৪৭ৰ চর্ত অনুসাৰে জম্মু আৰু কাশ্মীৰ সাৰ্বভৌম স্বাধীন ৰাষ্ট্র হিচাবে থাকি গ'ল। ভাৰতৰ জাতীয় কংগ্রেছ নেতৃত্ব ৰাজা হৰি সিঙৰ সিদ্ধান্তত অতি অসন্তুষ্ট হ'ল। হিন্দু আৰু মুছলিম উগ্র মৌলবাদী শক্তিয়ে মহাৰাজাৰ সিদ্ধান্তক স্বাগত জনালে। হিন্দু মহাসভাৰ নেতা পণ্ডিত প্রেমনাথ ডোগৰাই (পৰৱৰ্তী কালত তেখেতে জনসংঘৰ সভাপতি নির্বাচিত হৈছিল) এটি বিবৃতিত কৈছিল বর্তমান স্বাধীন হৈ থকাৰ সিদ্ধান্ত সঠিক। পাছত যথাসময়ত জম্মু-কাশ্মীৰক ভাৰতৰ লগত যুক্ত কৰাৰ সিদ্ধান্ত গ্রহণ কৰাৰ ক্ষমতা মহাৰাজাৰ হাততেই থাকিব। মহম্মদ আলি জিন্নাৰ ব্যক্তিগত সচিব, খুৰছীদ আহমেদে ১৯৪৭ চনৰ জুলাই মাহত শ্রীনগৰলৈ গৈ মহাৰজা হৰি সিঙক আশ্বাস দিয়ে যে পাকিস্তানে এডাল চুলিও স্পর্শ নকৰে, তেওঁলোকৰ অকণো ক্ষমতা কাঢ়ি নিনিয়ে (Pakistan would not touch a hair of his head or take away an iota of his power)। কাশ্মীৰৰ ৰজা হৰিসিং আকোৰ-গোজ হৈ থাকিল ভাৰতৰ বা পাকিস্থান কোনো ৰাষ্ট্রৰ লগত নোযাবাকৈ স্বাধীন ৰাষ্ট্র হিচাপে থকাৰ। কিন্তু উপজাতি হানাদাৰ আৰু পাকিস্থানৰ সৈন্য প্রৱেশ কৰি কাশ্মীৰৰ অনেক অংশ দখল কৰি লয়। তেতিয়া শ্বেখ আব্দুল্লাৰ নেতৃত্বতে হিন্দু-মুছলমান স্বেচ্ছাসেৱকসকল ঐক্যবদ্ধ হৈ আক্রমণকাৰী পাকিস্থানীসকলৰ বিৰুদ্ধে থিয় দিয়ে। শ্বেখ আব্দুল্লাই প্রথমৰে পৰা ৰজাক হেঁচা দি আছিল জম্মু-কাশ্মীৰক ভাৰতভুক্তিৰ বাবে। অৱশেষত পাকিস্থানে জম্মু আৰু কাশ্মীৰ দখল কৰাৰ ভয়তহে ৰজা হৰি সিং আব্দুল্লাৰ প্রস্তাৱত ৰাজী হ'ল জম্মু আৰু কাশ্মীৰক ভাৰতৰ লগত সংযুক্ত কৰিবলৈ শ্বেখ আব্দুল্লা চৰকাৰত অংশগ্রহণৰ বাবে আমন্ত্রণ জনাবলে।

সি যি নহওক ১৯৪৭ চনৰ ২৬ অক্টোবৰত মহাৰাজা হৰি সিঙে Instrument of Accession চহী কৰি জম্মু আৰু কাশ্মীৰক ভাৰতৰ অন্তৰ্ভুক্ত কৰে। বৰ্তমান ব্ৰিটিছ যুগৰ কাশ্মীৰৰ ৬৩ শতাংশ ভাৰতৰ লগত ; বাকী অংশ আজাদ কাশ্মীৰ পাকিস্তানৰ লগত। শ্বেখ আব্দুল্লাই ভাৰতভুক্তি সম্বন্ধে ব্যাখ্যা কৰি কৈছিল যে কাশ্মীৰৰ তিনিটা পথ খোলা আছে— ১) ভাৰতৰ লগত সংযুক্তি, ২) পাকিস্তানৰ লগত সংযুক্তি আৰু ৩) স্বাধীন কাশ্মীৰ। ভাৰতৰ পক্ষত সংযুক্তিৰ সাতটা যুক্তি আব্দুল্লাই দিছিল— (১) গণতন্ত্ৰ, (২) ধৰ্মনিৰপেক্ষতা, (৩) স্বাধীনতাৰ উমৈহতীয়া সংগ্ৰাম (Common Struggle), (৪) ভূমি সংস্কাৰ— যিটো ভাৰতত কৰিবলৈ সুবিধা হ'ব। কিন্তু পাকিস্তান জমিদাৰ অধ্যুষিত, ইয়াত ভূমি সংস্কাৰ সম্ভৱ নহয়, (৫) কাশ্মীৰৰ পণ্য বিক্ৰীৰ সুবিধা, (৬) ৰাজ্যৰ প্ৰয়োজনীয় খাদ্য-সামগ্ৰী, ভোগ্যপণ্য সংগ্ৰহৰ সুবিধা, (৭) কাশ্মীৰৰ প্ৰশাসনৰ বাবে আৰু বৃহৎ বজাৰৰ সুবিধা। পাকিস্তানত যোগদানৰ সুবিধা হ'ল, (৮) সমগ্ৰ বছৰে উপযোগী ৰাস্তা, (৯) নদী পথেৰে কাঠ পঠোৱাৰ সুবিধা, (১০) মুছলমানৰ সংখ্যাধিক্য। কিন্তু পাকিস্তানত যোগদানৰ অসুবিধা হ'ল ধৰ্মীয় ৰাষ্ট্ৰ, কোনো সংবিধান নাই। সুস্থ ৰাজনৈতিক ঐতিহ্য নাই। কোনো প্ৰগতিশীল নীতি নাই, প্ৰতিবেশীসুলভ শুভেচ্ছাৰ নিশ্চয়তা নাই আৰু বহিঃশত্ৰুৰ আক্ৰমণৰ বিৰুদ্ধে সাহায্যৰ ক্ষেত্ৰত সাধাৰণভাৱে ঐকমত নাই। শ্বেখ আব্দুল্লাই ভাৰতৰ লগত সংযুক্তিৰ পথেই বাছি লৈছিল।

১৯৫১ চনৰ আইন সভাৰ (Constituent Assembly) নিৰ্বাচনত সকলোকেইটা আসনে নেচনেল কনফাৰেন্সে পাইছিল। ১৯৪৯ চনৰ অক্টোবৰ মাহত ভাৰতৰ আইন সভাই ভাৰতীয় সংবিধানত ৩০৬-এ ধাৰা যুক্ত কৰি জম্মু আৰু কাশ্মীৰৰ আভ্যন্তৰীণ স্বায়ত্ত শাসনৰ বিষয়টো মানি লয়। ১৯৫১ চনৰ অক্টোবৰ মাহত জম্মু আৰু কাশ্মীৰত নিৰ্বাচন অনুষ্ঠিত হয় আৰু নিৰ্বাচনত আটাইকেইখন আসনতে শ্বেখ আব্দুল্লাৰ নেচনেল কনফাৰেন্স জয়ী হয়।

হিন্দু সাম্প্ৰদাযিক সংগঠন প্ৰজা পৰিষদে সাম্প্ৰদাযিক উত্তেজনা বিস্তাৰ কৰিবলৈ বিশেষ ভূমিকা পালন কৰিছিল। মুছলিম সাম্প্ৰদায়িক সংগঠন মুছলিম কনফাৰেন্সে ভাৰত নিয়ন্ত্ৰিত কাশ্মীৰৰ পৰা গৈ পাকিস্তানী কাশ্মীৰত তেওঁলোকৰ কাৰ্যকলাপ সংগঠিত কৰিবলৈ আৰম্ভ কৰিছিল। ১৯৪৭ চনত জম্মু 'প্ৰজা পৰিষদ'ৰ প্ৰতিষ্ঠা কৰিছিল উগ্ৰ হিন্দুত্ববাদী আৰ এছ এছৰ সক্ৰিয় কৰ্মী বলৰাজ মাধোকে। শ্বেখ আব্দুল্লাই জম্মু আৰু কাশ্মীৰৰ প্ৰধানমন্ত্ৰীৰ পদ গ্ৰহণ কৰা দিন ধৰি প্ৰজা পৰিষদে তেখেতৰ বিৰুদ্ধে অযৌক্তিকভাৱে সাম্প্ৰদায়িকতাৰ অভিযোগ আনিছিল। প্ৰজা পৰিষদৰ প্ৰধান সমৰ্থক আছিল মহাৰাজাৰ শাসনতন্ত্ৰত নিযুক্ত প্ৰাক্তন কৰ্মচাৰী আৰু শ্বেখ আব্দুল্লাৰ ভূমি সংস্কাৰ কৰ্মসূচীৰ তীব্ৰ বিৰোধিতা কৰা মাটিৰ অধিকাৰচ্যুত হতাশগ্ৰস্ত হিন্দু মাটিৰ মালিক জমিদাৰসকল।

১৯৫২ চনৰ ২৪ জুলাইত জৱাহৰলাল নেহেৰু আৰু শ্বেখ আব্দুল্লাৰ মাজত এখন চুক্তি হয়। এই চুক্তিৰ দ্বাৰা সংবিধানৰ ৩০৬-এ ধাৰাৰ পৰিৱৰ্তন আৰু পৰিবৰ্ধিত কৰি ৩৭০ ধাৰাৰ ৰূপ দিয়া হয়। সেই সময়ৰ পৰা কাশ্মীৰত বহু ঘটনাই ঘটি গৈছে। কাশ্মীৰী জনসাধাৰণৰ আশা-আকাংক্ষা তথা সংবিধানৰ ৩৭০ ধাৰাত দিয়া অধিকাৰ সা-সুবিধা ক্ৰমে ক্ৰমে উগ্ৰ জাতীয়তাবাদৰ বশৱৰ্তী হৈ কৰ্তন কৰা, কাশ্মীৰ জনসাধাৰণৰ আস্থাভাজন শ্বেখ আব্দুল্লাৰ নেতৃত্বৰ নেচনেল কনফাৰেন্সক দুৰ্বল কৰিবলৈ লোৱা বিভিন্ন ব্যৱস্থাই উপত্যকাটোত মুছলিম মৌলবাদী আৰু হিন্দু মৌলবাদী শক্তিৰ বাবে সাৰুৱা ক্ষেত্ৰ সৃষ্টি কৰিছিল। হিন্দু জমিদাৰসকলৰ মাটি অধিগ্ৰহণ কৰাৰ কাৰণে আনকি

জৱাহৰলাল নেহেৰু অসন্তুষ্ট হৈছিল শ্বেখ আব্দুল্লাৰ ওপৰত। জৱাহৰলাল নেহেৰুৱে কৈছিল ভূমি সংস্কাৰ কাৰ্যসূচী ভাল হ'লেও কিন্তু যিভাৱে কৰা হৈছে সেইটো ভাল হোৱা নাই। **উল্লেখনীয় যে ভূমি সংস্কাৰৰ ক্ষেত্ৰত শ্বেখ আব্দুল্লা ভাৰতৰ বাটকটীয়া।** ১৯৫৩ চনৰ আগষ্ট মাহত শ্বেখ আব্দুল্লা মন্ত্ৰীসভা ভাঙি দি কংগ্ৰেছ দলৰ প্ৰিয় লোক বক্সী গোলাম মহম্মদক নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ দিয়ে। শ্বেখ আব্দুল্লাক জেললৈ পঠিয়ায়। কাশ্মীৰৰ জনসাধাৰণে শ্বেখ আব্দুল্লাৰ কাৰাদণ্ডক ভাৰতৰ বিশ্বাসঘাতকতা বুলি ধাৰণা কৰিছিল। বক্সী গোলাম মহম্মদে দমন-পীড়নৰে বিক্ষোভ দমন কৰিলেও জনসাধাৰণক জয় কৰিব পৰা নাছিল। ১৯৬৩ চনৰ ৩ অক্টোবৰৰ দিনা কাশ্মীৰ সংবিধান সংশোধন কৰি সদৰ-ই-ৰিয়াচতৰ সলনি ৰাজ্যপাল আৰু প্ৰধানমন্ত্ৰী সলনি কৰি মুখ্যমন্ত্ৰী শব্দ বহুৱাই দিলে। ১৯৫৮ চনত ভাৰত চৰকাৰে শ্বেখ আব্দুল্লাক মুক্তি দিছিল।

এই সময়ৰ পৰা নতুন দিল্লী চৰকাৰে ক্ৰমাগতভাৱে কাশ্মীৰত স্বায়ত্ত শাসনৰ আশ্বাস খৰ্ব কৰি থাকে। ১৯৫৪ চনৰ ৰাষ্ট্ৰপতিৰ ঘোষণা অনুযায়ী কাশ্মীৰ আইনসভাৰ কাম-কাজৰ অনেকাংশ সংকুচিত কৰা হয়। ১৯৫৬ চনত নেহেৰুৱে কাশ্মীৰত গণভোটৰ প্ৰস্তাৱ আনুষ্ঠানিকভাৱে প্ৰত্যাখ্যান কৰে। ১৯৬৪ চনত ডিচেম্বৰ মাহত সংবিধানৰ ৩৫৬ আৰু ৩৫৭ ধাৰাৰ প্ৰক্ৰিয়া কাশ্মীৰলৈও প্ৰসাৰিত কৰা হয়। ক্ৰমে ক্ৰমে কাশ্মীৰৰ জনসাধাৰণে ভাৰতৰ কেন্দ্ৰীয় নেতৃত্বৰ প্ৰতি আস্থা হেৰুৱাই পেলায়। বাস্তৱবাদী শ্বেখ আব্দুল্লাই এই পৰিবৰ্তিত পৰিস্থিতিত ১৯৭৫ চনৰ ফেব্ৰুৱাৰী মাহত ভাৰত চৰকাৰৰ লগত এক চুক্তি স্বাক্ষৰ কৰে। ফলত শ্বেখ আব্দুল্লাৰ মৃত্যু পৰ্যন্ত ( ১৯৮২ - ছেপ্টেম্বৰ) ভাৰত চৰকাৰৰ লগত কাশ্মীৰৰ কামৰ সমন্বয় ৰাখিব পৰা গৈছিল।

শ্বেখ আব্দুল্লাৰ উত্তৰাধিকাৰী পুত্ৰ ফাৰুক আব্দুল্লাই ক্ৰমাগত কংগ্ৰেছ-বিৰোধী অৱস্থান লোৱা কাৰণে ১৯৮৩ চনত নেচনেল কনফাৰেন্স নিৰ্বাচনত জয়ী হোৱাৰ পাছত কংগ্ৰেছ দলে চক্ৰান্ত কৰি দলত ভাঙোন আনে আৰু ফাৰুকক ক্ষমতাচ্যুত কৰি জি এম চাহক মুখ্যমন্ত্ৰী কৰে। জনসাধাৰণৰ মাজত জি এম চাহৰ বিশেষ প্ৰভাৱ নাছিল। জনসাধাৰণ বিক্ষুব্ধ হৈ উঠিছিল। এইভাৱেই কাশ্মীৰী জনসাধাৰণক ক্ৰমে ক্ৰমে ভাৰতৰ মূল সুঁতিৰ পৰা বিচ্ছিন্ন কৰি দিয়া হৈছিল। শ্বেখ আব্দুল্লা, ফাৰুক আব্দুল্লা এওঁলোকৰ নেতৃত্বতেই নেচনেল কনফাৰেন্সে কাশ্মীৰী জনসাধাৰণক ভাৰতীয় ৰাজনীতিৰ মূলসুঁতিৰ লগত যুক্ত কৰিব পাৰিলেহেঁতেন আৰু কাশ্মীৰী ৰাজনীতিত বৰ্তমানৰ অৱনতি নঘটিলহেঁতেন।

১৯৮৯ চনৰ পৰা দ্ৰুত গতিত মুছলিম মৌলবাদে কাশ্মীৰত প্ৰভাৱ বিস্তাৰ কৰিছে। কাশ্মীৰত ভাৰত চৰকাৰে সৃষ্টি কৰা পৰিস্থিতিৰ ফলত উগ্ৰবাদীসকলে মৌলবাদৰ আশ্ৰয় লৈছে। কাশ্মীৰৰ জনসাধাৰণৰ স্বায়ত্ত অধিকাৰ হৰণ, অৰ্থনৈতিক দুৰ্দশা, গণতান্ত্ৰিক অধিকাৰ খৰ্ব কৰা, বৈষম্যৰ বলী হোৱা আদিৰ পূৰ্ণ সুযোগ লৈছে বিচ্ছিন্নতাবাদী আৰু মৌলবাদী শক্তিয়ে। অতি পৰিতাপৰ কথা যে বৰ্তমান কাশ্মীৰৰ জনসাধাৰণৰ সমস্ত ৰাজনৈতিক আশা-আকাংক্ষা, দাবী আৰু অৰ্থনৈতিক দুৰ্বলতা বা বঞ্চনাৰ সমস্যাসমূহ গণতান্ত্ৰিক পদ্ধতিত ভাৰতৰ ৰাষ্ট্ৰ কাঠামোৰ দ্বাৰা সমাধা কৰা নাই— যি কাৰণেই জন্ম লৈছে উগ্ৰ বিচ্ছিন্নতাবাদে। ১৯৪৭ চনৰ পৰা সংঘটিত হোৱা উপৰি-উক্ত ঘটনাপ্ৰবাহে ধৰ্মনিৰপেক্ষ ৰাজনীতিৰ আদৰ্শক জনগণৰ মাজৰ পৰা আৰু ৰাজনীতিৰ প্ৰক্ৰিয়াৰ পৰা আঁতৰাই লৈ গৈছে। বিক্ষুব্ধ মানুহৰ অনেকাংশই মছজিদভিত্তিক ৰাজনীতিৰ ভিতৰত সোমাই পৰিছে। উপসাগৰীয় অৰ্থ, ইছলামী মৌলবাদৰ পৰিচালনাত ক্ৰমবৰ্ধমান মাত্ৰাছাই সাম্প্ৰদায়িকতাৰ ভিত্তিক শক্তিশালী

কৰিছে। পাকিস্থানে এই সুযোগক কামত লগাইছে আৰু মৌলবাদী আৰু জংগী গোষ্ঠীসমূহৰ সহায়ত জম্মু-কাশ্মীৰৰ আভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰি কাশ্মীৰ সমস্যাক আঞ্চলিক তথা আন্তৰ্জাতিক হিচাবে জীয়াই ৰাখিছে। পাকিস্থানৰ দ্বাৰা পৰিচালিত আৰু সমৰ্থনত বিচ্ছিন্নতাবাদী শক্তিৰ ক্ৰিয়াকলাপত কাশ্মীৰৰ জনজীৱন আজি বিপৰ্যস্ত। বৰ্তমান আকৌ কাশ্মীৰ অগ্নিকুণ্ডত পৰিণত হৈছে। প্ৰায় সমস্ত জনসাধাৰণে ভাৰত চৰকাৰ বিৰোধী অৱস্থান লৈছে। কাশ্মীৰৰ অশান্তিক কেৱল আইন-শৃংখলাৰ সমস্যা হিচাপে চিহ্নিত কৰি সামৰিকভাৱে সমাধানৰ চেষ্টা কৰা বাবে পৰিস্থিতিৰ অধিক অৱনতি হৈছে। শেহতীয়াভাৱে প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিঙে কাশ্মীৰত স্বায়ত্ত শাসনৰ অধিকাৰ দিব বুলি ঘোষণা কৰিছে। হিন্দু উগ্ৰবাদী সংগঠন আৰু হিন্দুত্ববাদী বিজেপি, শিৱসেনা আদিয়ে বিৰোধিতা কৰিছে ডঃ মনমোহন সিঙৰ প্ৰস্তাৱক। আজি জৰুৰী হ'ল কাশ্মীৰৰ জনগণক ভাৰতৰ মূল সুঁতিলৈ ঘূৰাই অনা। কাশ্মীৰৰ সকলো মুছলমান লোক মৌলবাদী নহয়। কিন্তু মৌলবাদীৰ কাৰণে সাৰুৱা ক্ষেত্ৰ সৃষ্টি কৰিলে মৌলবাদীয়ে সমগ্ৰ কাশ্মীৰী জনসাধাৰণকে বিপথে পৰিচালিত কৰিবলৈ সমৰ্থ হ'ব। সেয়ে আজি জৰুৰী হ'ল জম্মু আৰু কাশ্মীৰৰ বাবে সংবিধানত অন্তৰ্ভুক্ত থকা বিশেষ মৰ্যাদাৰ ব্যৱস্থা অটুট ৰাখি কাশ্মীৰী মানুহৰ বিশেষ জাতিসত্তা ৰক্ষা কৰিবলৈ ঐতিহাসিক পটভূমিৰ ভিত্তিত কাশ্মীৰী জনসধাৰণৰ বাবে ভাৰতীয় সংবিধানৰ পৰিসীমাৰ ভিতৰত যথাসম্ভৱ সৰ্বাধিক স্বায়ত্ত শাসনৰ অধিকাৰৰ নিশ্চয়তাৰে কাশ্মীৰীসকলক ভাৰতৰ মূলসুঁতিলৈ ঘূৰাই অনাটো। মৌলবাদী পাকিস্থানৰ কুচক্ৰান্তক ব্যৰ্থ কৰিবলৈ এয়া অপৰিহাৰ্য। □□

*২৭ আগষ্ট, ৩ ছেপ্টেম্বৰ, ২০১০ চন*

# আমেৰিকাৰ মুক্ত বজাৰ অৰ্থনীতিৰ যাদু!

যো ৱা ৭ আগষ্টত ভাৰতৰ বাণিজ্যিক বাতৰি কাকতসমূহত মুখ্য শিৰোনামাৰ বাতৰি আছিল 'It Industry cries foul over US Plan to hike VISA fees'। কাকত কেইখনে হিচাপ কৰি দেখুৱাইছে যে ভাৰতৰ তথ্য প্ৰযুক্তিৰ কোম্পানীসমূহে আউট ছোৰ্চিঙৰ কামৰ বাবে যিসকল ভাৰতীয় কৰ্মী, ইঞ্জিনিয়াৰ, টেকনিচিয়ান আমেৰিকা যুক্তৰাষ্ট্ৰলৈ যায় সেইসকলক ভিছা (H-IB আৰু L-I Visa) প্ৰদানৰ বাবে মাচুল আগৰ পৰিমাণতকৈ অতিৰিক্ত ২০০ৰ পৰা ২৫০ নিযুত ডলাৰ খৰচ কৰিব লাগিব। প্ৰতি H-IB ভিছাৰ মাচুল ৩২০ ডলাৰৰ পৰা ২৩২০ ডলাৰলৈ আৰু L-I ২৫৭০ ডলাৰলৈ বৃদ্ধি কৰিছে। ভাৰতৰ তথ্য প্ৰযুক্তিৰ উদ্যোগৰ ৫০ বিলিয়ন ডলাৰ আউটছোৰ্চিং ব্যৱসায়ত আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰৰ উক্ত সিদ্ধান্তই অতি ক্ষতি কৰিব। বহু কোম্পানীৰ লাভৰ পৰিমাণ কমি যাব। বহু কোম্পানীয়ে লোকচান ভৰিব আৰু আন্তৰ্জাতিক পৰ্যায়ত বিশেষকৈ চীন আদি উন্নয়নশীল দেশসমূহৰ লগত কামৰ বাবে নিবিদাৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত বহু অসুবিধাৰ সন্মুখীন হ'ব। সামাজিক নিৰাপত্তাৰ বিষয়ে আমেৰিকাৰ লগত ভাৰতৰ চুক্তি নথকা কাৰণে ইতিমধ্যে ভাৰতীয় তথ্যপ্ৰযুক্তিৰ কোম্পানীসমূহে দ্বিগুণ কৰ আদায় দিব লাগে। কনফেডাৰেচন অৱ ইণ্ডিয়ান ইণ্ডাষ্ট্ৰিৰ তথ্য মতে ২০০৪ চনৰ পৰা ২০০৭ চনলৈ ভাৰতীয় তথ্যপ্ৰযুক্তিৰ উদ্যোগে আমেৰিকাক ৰাজহ হিচাপে ১০৫ বিলিয়ন ডলাৰ দিছে আৰু তিনি লাখৰো অধিক কৰ্মসংস্থান আমেৰিকাত সৃষ্টি কৰিছে।

আমেৰিকাৰ উক্ত সিদ্ধান্তৰ পাছত ভাৰতৰ বাণিজ্য মন্ত্ৰী আনন্দ শৰ্মায়ে আমেৰিকাৰ বাণিজ্য প্ৰতিনিধি ৰণ কিৰ্কলৈ পঠোৱা এটি বাৰ্তাত কৈছে যে উক্ত ব্যৱস্থাই ভাৰতীয় তথ্যপ্ৰযুক্তিৰ কোম্পানীসমূহক অতিৰিক্ত মাচুলৰ বাবে খৰচৰ গধুৰ বোজা কান্ধত দিব। প্ৰতিযোগিতাৰ ক্ষেত্ৰত চীন আদি দেশৰ লগত ভাৰতীয় কোম্পানী পাছ পৰি থাকিব। ভাৰতীয় তথ্যপ্ৰযুক্তি কোম্পানীকেইটাৰ মুঠ ব্যৱসায়ৰ ৬২ শতাংশ আমেৰিকাৰ পৰা আহে— যদিহে আমেৰিকাৰ কাম ভাৰতীয় তথ্যপ্ৰযুক্তি কোম্পানীসমূহৰ ভাগত কমি যায় কোম্পানীকেইটাৰ অৱস্থা তথা ভাৰতীয় ইঞ্জিনিয়াৰ, টেক্নিচিয়ানসকলৰ কৰ্মসংস্থানত বিৰাট প্ৰতিক্ৰিয়া হ'ব।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভিছা মাচুল বৃদ্ধিৰ সিদ্ধান্তৰ প্ৰেক্ষাপটত অৰ্থনীতিৰ তত্ত্বৰ প্ৰতি ভুমুকি মাৰি চোৱাৰ প্ৰয়োজন। ১৯২৯-৩০ চনৰ অৰ্থনীতিৰ মহা বিপৰ্যয়ৰ পাছত বিশ্বৰ অৰ্থনীতিত 'সংৰক্ষণশীলতা' (protectionism) পদ্ধতিৰ সূচনা কৰিছিল অৰ্থাৎ এখন দেশৰ উৎপাদিত বা যিকোনো সামগ্ৰী আন এখন দেশলৈ ৰপ্তানি বা আমদানি কৰা কাৰ্যত কিছুমান বাধা-বাধকতা আছিল। আমদানি-ৰপ্তানি সীমিত কৰিবলৈ বা বাধা দিবলৈ বিভিন্ন দেশে মুখ্যতঃ তিনিটা বাধা

আৰোপ কৰিছিল (১) আমদানি কৰ শুল্ক (Tariffs and customs duties), (২) অনা শুল্ক বাধা (Non-tariff barriers), (৩) সস্তা দৰত বিক্ৰীৰ কৰ (Anti dumping duty)। প্ৰতিযোগিতাত দেশীয় উৎপাদিত পণ্য সস্তা আৰু সহজলভ্য কৰাৰ বাবে আমদানিকৃত সামগ্ৰীৰ ওপৰত আমদানি কৰ এশ শতাংশ বা তাতোকৈ অধিক আৰোপ কৰি আমদানিকৃত সামগ্ৰীৰ দাম বঢ়াই দিয়া হয়। স্বাস্থ্য, পৰিবেশ, শিশু শ্ৰমিক কামত লগোৱাৰ অজুহাতত আমদানিৰ ওপৰত অনা শুল্ক বাধাৰ (Non-tariff barriers) সৃষ্টি কৰা হয় যাতে দেশত আমদানি কম হয়। প্ৰতিযোগিতাৰ বাবে আমদানিকৃত দেশে যদি অনুভৱ কৰে যে ৰপ্তানি কৰা দেশে সামগ্ৰীসমূহ উৎপাদনৰ খৰচতকৈ কম দামত বিক্ৰী কৰিব খুজিছে তেতিয়া আমদানিকৃত দেশে এণ্টি দাম্পিং ডিউটি আৰোপ কৰি সামগ্ৰীসমূহৰ দাম বঢ়াই দিয়ে। এই ব্যৱস্থাসমূহৰ সূচনা হৈছিল ঘৰুৱা উদ্যোগ, কৃষি খণ্ডৰ উন্নয়ন আৰু বিকাশ ঘটাবলৈ। বিদেশৰ পৰা বিশেষকৈ উন্নত দেশসমূহৰ পৰা সস্তা দৰৰ সামগ্ৰী আহি দেশৰ ঘৰুৱা বজাৰ ভৰি পৰিলে ঘৰুৱা উদ্যোগ, কৃষি খণ্ডৰ উন্নতি বন্ধ হৈ যাব বাবে উন্নত দেশসমূহেও নিজৰ ঘৰুৱা বজাৰ আন দেশৰ সামগ্ৰীৰ বাবে মুকলি কৰিব খোজা নাছিল, শুল্কৰ বাধাৰ উপৰি অনাশুল্ক বিভিন্ন বাধা আৰোপ কৰিছিল।

১৯৭০ চনৰ পৰাই বিশেষকৈ ১৯৮০ চনত আমেৰিকাৰ ৰাষ্ট্ৰপতি ৰোণাল্ড ৰেগান ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী মাৰ্গাৰেট থেচাৰ আৰু জাৰ্মানৰ চেঞ্চেলাৰ হেলমুট কোলে বিশ্ব অৰ্থনীতিত উক্ত সংৰক্ষণশীল নীতিৰ পৰিবৰ্তন কৰি মুক্ত বজাৰ, নব্য-উদাৰবাদী বিশ্বায়িত অৰ্থনীতিৰ সূচনা কৰিলে। পৃথিৱীখন এখন গাঁৱলৈ পৰিৱৰ্তিত হ'ল। অৰ্থনীতিত দেশৰ সাৰ্বভৌম চৰকাৰসমূহ ভূমিকাহীন হৈ পৰিল। অৰ্থনীতি স্বনিয়ন্ত্ৰিত হ'ল বা বজাৰ শক্তিয়ে পৰিচালনা কৰিলে। ব্যৱসায়, বাণিজ্য, বিনিয়োগ, বিত্তীয় নীতি, উৎপাদন আদি সকলো মুক্ত হৈ পৰিল। উন্নত দেশকেইখনৰ বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ হেঁচাত বিশ্বৰ সকলো দেশতে মুক্ত বজাৰ অৰ্থনীতিৰ ৰূপায়ণ হ'ল। অৰ্থনীতিৰ এই প্ৰক্ৰিয়াই বিশ্বায়ন বুলি জনাজাত হৈছিল।

বিশ্বত প্ৰথম পৰ্যায়ৰ বিশ্বায়ন আৰম্ভ হৈছিল ব্ৰিটেইনে যেতিয়া প্ৰায় পৃথিৱীখন শাসন কৰিছিল। ১৮৭০ চনৰ শিল্প বিপ্লৱৰ পৰা ১৯১৩ চনলৈ লেইজেইফেয়্যাৰ (Laissezfair) অৰ্থনীতিৰ যুগত পুঁজি শ্ৰমিককে আদি কৰি দেশৰ সীমাৰ বাহিৰলৈ যোৱাত কোনো ধৰণৰ বাধ্য-বাধকতা নাছিল। অৰ্থনীতিত চৰকাৰৰ হস্তক্ষেপ নাছিলেই। বৰ্তমানৰ বিশ্বায়ন আৰু তেতিয়াৰ বিশ্বায়নৰ মাজত মৌলিক প্ৰাৰ্থক্য— শ্ৰমিকৰ অভিবাসন আৰু প্ৰব্ৰজনৰ (Immigration)। ১৮৭০ আৰু ১৯১৪ চনৰ মাজত আমেৰিকা অষ্ট্ৰেলিয়া মহাদেশ বিদেশী শ্ৰমিকেৰে ভৰি পৰিছিল। ইউৰোপৰ বিভিন্ন দেশলৈও বিদেশী শ্ৰমিক আনিছিল। বৰ্তমানৰ বিশ্বায়নে দেশৰ অৰ্থনীতি মুকলি কৰিছে, কিন্তু শ্ৰমিকৰ মুক্ত বিচৰণ নিষিদ্ধ কৰা হৈছে। বিশ্বায়নৰ সৃষ্টি কৰ্তা উন্নত দেশসমূহে শ্ৰমিকৰ মুক্ত বিচৰণ নিবিচাৰে।

পুঁজিবাদৰ মৌলিক চৰিত্ৰই হ'ল অধিক লাভ, পুঁজি সংগ্ৰহ, অধিক পুঁজি পুঞ্জীভূত কৰা। অধিক লাভৰ বাবে পুঁজিপতিসকলে উৎপাদন তথা ব্যৱসায় পৰিচালনা কৰিবলৈ সস্তাশ্ৰম বিচাৰে। বৰ্তমানৰ বিশ্বায়নৰ যুগত তথ্যপ্ৰযুক্তিৰ অভূতপূৰ্ব উন্নতিৰ ফলত শ্ৰমিকৰ প্ৰব্ৰজন নকৰাকৈ বিভিন্ন দেশৰ বিভিন্ন স্থানত প্ৰতিষ্ঠানসমূহৰ কাম-কাজ সংহতভাৱে সম্পন্ন কৰিব পাৰি। তাৰোপৰি মূল কোম্পানীটোৰ বা প্ৰতিষ্ঠানটোৱে নিজৰ কৰ্মচাৰীৰ দ্বাৰা সকলো কাম-কাজ আৰু দায়িত্ব সম্পন্ন নকৰি এই কাৰ্যকলাপ আৰু দায়িত্ব বেলেগ প্ৰতিষ্ঠানৰ হতুৱাই কৰিব পৰাৰ যি ব্যৱস্থাৰ উদ্ভৱ হ'ল

তাক কোৱা হয় আউটছোর্চিং বা বি পি অ' (Business Process Outsourcing)।

২০০৫ চনত ভাৰতত তিনি নিযুত স্নাতক যুৱক-যুৱতীৰ সৃষ্টি হৈছিল। বৰ্তমান বছৰে ৫ নিযুত স্নাতকৰ সৃষ্টি হয়। ভাৰতৰ তুলনাত আমেৰিকাত ১.৩ নিযুত আৰু ইউৰোপত ২.৯ নিযুত স্নাতকহে সৃষ্টি হয় বছৰি। ইঞ্জিনিয়াৰিং আৰু বিজ্ঞানৰ ৫ লাখ স্নাতক সৃষ্টি হয় বছৰে। ভাৰতত যিসকলে বিভিন্ন প্ৰতিষ্ঠানত কাম কৰি মাত্ৰ ৫ হাজাৰৰ পৰা ৬ হাজাৰ ডলাৰহে চাকৰিৰ আৰম্ভণিতে বছৰি মজুৰি পায়। ভাৰতত বছৰি সৃষ্টি হোৱা আই আই টিৰ ৩ হাজাৰ স্নাতকেও বছৰি মাত্ৰ ১০ হাজাৰৰ পৰা ১২ হাজাৰ ডলাৰ মজুৰিহে পায়। কিন্তু আমেৰিকা যুক্তৰাষ্ট্ৰত বিজ্ঞান আৰু ইঞ্জিনিয়াৰিং স্নাতকসকলে চাকৰিৰ আৰম্ভণিতে বছৰি মজুৰি পায় ৫০ হাজাৰ ডলাৰ বা তাতোকৈ অধিক। বৰ্তমান বাংগালোৰত প্ৰায় দুই লাখ তথ্যপ্ৰযুক্তিৰ অভিযন্তাই কাম কৰে আৰু ইয়াৰ বিপৰীতে আমেৰিকাৰ চিলিকণ ভেলিত কাম কৰে ১ লাখ ৩০ হাজাৰহে। ভাৰতত বিভিন্ন চহৰৰ বিভিন্ন প্ৰতিষ্ঠানত প্ৰায় দহ লাখ তথ্যপ্ৰযুক্তিৰ অভিযন্তাই কাম কৰে।

আমেৰিকাৰ অৰ্থনীতিৰ পৰিমাণ ১৪.৩ ট্ৰিলিয়ন ডলাৰ (জিডিপি)ৰ তুলনাত ভাৰতৰ অৰ্থনীতি তেনেই নগণ্য। মাত্ৰ ১.২ ট্ৰিলিয়ন ডলাৰ (জিডিপি)। আমেৰিকা যুক্তৰাষ্ট্ৰত এজন তথ্যপ্ৰযুক্তিৰ প্ৰগ্ৰামাৰ (programmer)ৰ বছৰি মজুৰি হ'ল প্ৰায় ৮০ হাজাৰ ডলাৰ আৰু ভাৰতত ১১ হাজাৰ ডলাৰ। সেয়ে বৃহৎ কোম্পানীসমূহে তেওঁলোকৰ বিভিন্ন কাম আউটছোৰ্চিঙৰ দ্বাৰা বহুত সস্তাতে সম্পন্ন কৰি অধিক লাভ কৰিবলৈ সমৰ্থ হয়। ভাৰত, চীন, মালয়েছিয়া আদি দেশত বহু তথ্যপ্ৰযুক্তিৰ কোম্পানীৰ সৃষ্টি হৈছে উন্নত দেশৰ বহুজাতিক কোম্পানীসমূহৰ কাম আউটছোৰ্চিঙৰ মাধ্যমেৰে কৰাৰ বাবে। ভাৰতৰ নাচকমৰ (The National Association of Software and Services Company-NASSCOM) মতে ভাৰতীয় তথ্যপ্ৰযুক্তিৰ কোম্পানীকেইটাই অকল আউটছোৰ্চিঙৰ ব্যৱসায়ৰ পৰা বছৰি ৫০ বিলিয়ন ডলাৰ অৰ্থাৎ প্ৰায় আঢ়ৈ লাখ কোটি টকা পায়।

বিশ্বায়নৰ অৰ্থনীতিৰ পৃষ্ঠপোষক আমেৰিকাৰ যুক্তৰাষ্ট্ৰই পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটৰ পটভূমিত নিজৰ দেশৰ অৰ্থনীতিত সংৰক্ষণশীলতাৰ নীতি অৱলম্বন কৰিব বিচাৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ অৰ্থনীতিয়ে আৰোগ্য লাভ কৰা বুলি সান্ত্বনা লভিলেও নিবনুৱা সমস্যাই চৰকাৰক হাবাথুৰি খুৱাইছে। ১৯৩০ চনৰ পাছত অভিলেখপূৰ্ণ নিবনুৱাৰ হাৰ ১০.৫ শতাংশ। যোৱা জুন মাহতে ১ লাখ ২৫ হাজাৰ কৰ্মচাৰীৰ চাকৰি গৈছে। এই পৰিস্থিতিত অ'বামা চৰকাৰে বিদেশৰ কৰ্মী আমেৰিকালৈ গৈ কাম কৰা কাৰ্যত কিছু পৰোক্ষভাৱে বাধা-নিষেধ আৰোপ কৰিব বিচাৰিছে। সেয়েহে ভিছা মাচুল বঢ়াই দি ভাৰতীয় তথ্যপ্ৰযুক্তিৰ কোম্পানীবোৰৰ বাবে আউটছোৰ্চিঙৰ কাম অ-লাভজনক পৰিস্থিতিৰ সৃষ্টিৰে নিৰুৎসাহিত কৰিব বিচাৰিছে। আউটছোৰ্চিং আমেৰিকাত বহু দিনৰ পৰা বিতৰ্কিত বিষয়। ২০০৪ চনৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত আউটছোৰ্চিং অন্যতম বিতৰ্কৰ বিষয় আছিল। ডেমোক্ৰেটিক দলৰ প্ৰাৰ্থী জন কেৰিয়ে আশ্বাস দিছিল যে জয়ী হ'লে আউটছোৰ্চিং বন্ধ কৰিব। অ'বামায়ো আউটছোৰ্চিং বন্ধৰ আশ্বাস দিছিল। ইতিমধ্যে আউটছোৰ্চিং ব্যৱস্থা নোলোৱা কোম্পানীক কৰ ৰেহাইৰ আঁচনি অনুমোদন কৰিছে। চৰকাৰী বহু আঁচনিত অকল আমেৰিকান কৰ্মচাৰী নিয়োগৰ কথা কৈছে। আকৌ এতিয়া ভিছাৰ মাচুল বৃদ্ধিৰ প্ৰস্তাৱ আনিছে।

মুক্ত অৰ্থনীতি আজিৰ পৃথিৱীত বিভিন্ন নামেৰে জনাজাত। যেনে— নব্য-উদাৰ অৰ্থনীতি, মুক্ত বজাৰ অৰ্থনীতি, গোলকীয় বা বিশ্বায়িত অৰ্থনীতি। বৰ্তমানৰ এই মুক্ত অৰ্থনীতিৰ ধাৰণা

(Concept) আমেৰিকা যুক্তৰাষ্ট্ৰৰ নেতৃত্বতে পৃথিৱীত হেঁচা প্ৰয়োগ কৰি ৰূপায়ণ কৰিছে। বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ, বিশ্ব বাণিজ্য সংস্থা আমেৰিকাৰ নেতৃত্বতে পৰিচালিত হয় আৰু এই অনুষ্ঠানকেইটা আছিল মুক্ত অৰ্থনীতি ৰূপায়ণৰ হাতিয়াৰ। আমেৰিকাই নিজৰ ক্ষেত্ৰত আজি অৰ্থনীতিৰ সংৰক্ষণশীল নীতি অৱলম্বন কৰিলেও অহৰ্নিশে উন্নয়নশীল আৰু দুখীয়া দেশসমূহৰ কৃষিকে ধৰি সকলো ক্ষেত্ৰৰ বজাৰ সম্পূৰ্ণ মুকলি কৰিবলৈ হেঁচা প্ৰয়োগ কৰি আছে। তথ্যপ্ৰযুক্তি তথা পৰিসেৱাৰ বিভিন্ন দিশৰ আউটছোৰ্চিঙৰ কামত সস্তীয়া শ্ৰমিকৰ বাবে উন্নয়নশীল দেশসমূহ সুবিধাজনক অৱস্থাত আছে। বিশেষকৈ ভাৰতবৰ্ষৰ বাঙ্গালোৰকে ধৰি বিভিন্ন চহৰত কেইবা লাখো মধ্যবিত্ত শিক্ষিত লোকে কৰ্মসংস্থান পাইছে। আনকি আমেৰিকাত তথ্যপ্ৰযুক্তিৰ উদ্যোগত ৫ লাখৰো অধিক ভাৰতীয়। চিলিকন ভেলিৰ হাইটেক কোম্পানীসমূহত গৱেষক-ইঞ্জিনিয়াৰসকলৰ ২৫ শতাংশই ভাৰতীয়। বৰ্তমান আমেৰিকাৰ মুঠ জনসংখ্যাৰ এক শতাংশ ভাৰতীয়, কিন্তু আমেৰিকাৰ মুঠ গৱেষক, ইঞ্জিনিয়াৰ, প্ৰযুক্তিবিদসকলৰ ভিতৰত ১০ শতাংশই ভাৰতীয়। আমেৰিকাৰ অৰ্থনীতিত মেধাশ্ৰম অতি গুৰুত্বপূৰ্ণ। প্ৰায় দুই লাখ মেধা শ্ৰমিকৰ প্ৰয়োজন আমেৰিকাত। সেই ঘাটি পূৰণ কৰিছে ভাৰত, চীন আদি উন্নয়নশীল দেশে।

সাম্ৰাজ্যবাদী আমেৰিকা যুক্তৰাষ্ট্ৰ সদায়ে নিজৰ স্বাৰ্থক লৈ ব্যস্ত। উক্ত সংৰক্ষণশীল কাৰ্য ব্যৱস্থাই এই কথা আকৌ এবাৰ প্ৰমাণ কৰিলে। আমেৰিকাই বিশ্বৰ সকলো দেশক মুক্ত অৰ্থনীতি ল'বলৈ বাধ্য কৰিছে আৰু নিজে বন্ধ অৰ্থনৈতিক নীতি গ্ৰহণ কৰিছে, উন্নয়নশীল দেশসমূহক বিপদত পেলাই নিজক বচাবলৈ। ভাৰতে বিশ্ব বাণিজ্য সংস্থাৰ ওচৰত আপত্তি জনাইছে, আমেৰিকাৰ ভিছা মাচুল বৃদ্ধি "Overwhelmingly Protectionist" বুলি অভিযোগেৰে। তৎসত্ত্বেও ভাৰত চৰকাৰৰ আমেৰিকাৰ ওপৰত পূৰ্ণ আস্থা আছে কিয়নো ভাৰত চৰকাৰ আমেৰিকাৰ ওপৰত নিৰ্ভৰশীল। ❑❑

*১০ ছেপ্টেম্বৰ, ২০১০ চন*

# কোটিপতিৰ ভাৰতীয় পাৰ্লিয়ামেণ্ট

ভাৰতবৰ্ষ আম-আদমিৰ দেশ। ২০০৯ চনৰ ৰাষ্ট্ৰসংঘৰ মানৱ উন্নয়ন প্ৰতিবেদন অনুযায়ী ভাৰতৰ প্ৰতিদিনে দুই ডলাৰৰ আয়ৰ তলৰ লোক ৭৫.৬ শতাংশ আৰু বিশ্ববেংকে স্থিৰ কৰা দাৰিদ্ৰ সীমাৰেখাৰ তলৰ লোকৰ সূত্ৰ, প্ৰতিদিনে ১.৫ ডলাৰ আয়ৰ তলৰ লোক ভাৰতবৰ্ষত ৪১.৬ শতাংশ। পৰিকল্পনা আয়োগৰ জাতীয় দাৰিদ্ৰ সীমাৰেখাৰ মতে ২৮.৬ শতাংশ লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত। পৰিকল্পনা আয়োগে গঠন কৰি দিয়া তেণ্ডুলকাৰ কমিটিয়ে ভাৰতবৰ্ষৰ দৰিদ্ৰ লোক নিৰ্দ্ধাৰণ কৰা পদ্ধতি পুনৰ্বিচাৰ কৰি কয় যে চহৰৰ লোকে ন্যূনতম ২,১০০ কেলৰি আৰু গাঁৱলীয়া লোকে ন্যূততম ২৪০০ কেলৰি খাদ্য খাই জীয়াই থাকিবলৈ মাহে জনেপ্ৰতি চহৰত ৫৭৮.৮০ টকা আৰু গাঁৱত ৪৪৬.৬৮ টকাৰ প্ৰয়োজন। এই সূত্ৰ অনুযায়ী অতি সম্প্ৰতি তেণ্ডুলকাৰ এক্সপাৰ্ট কমিটিয়ে ভাৰতবৰ্ষত দাৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ শতাংশ ৩৭.২ বুলি প্ৰতিবেদন দাখিল কৰিছে। ভাৰত চৰকাৰে অসংগঠিত শ্ৰমিকৰ কাৰণে গঠন কৰি দিয়া ড° অৰ্জুন সেনগুপ্ত কমিটিৰ মতে ভাৰতবৰ্ষৰ ৮৩৬ নিযুত লোক অৰ্থাৎ ৭৭ শতাংশ লোকে প্ৰতিদিনে ২০ টকাৰ তলত আয় কৰে। অৰ্থাৎ তেওঁলোকৰ মাহেকীয়া আয় ৬০০ টকাৰ তলত। দেশত দিনে দিনে জনসাধাৰণৰ মাজত আয়ৰ অসমতা বৃদ্ধি হৈছে। ধনী লোক দিনে দিনে ধনী হৈছে, দুখীয়া লোক দিনে দিনে আৰু বেছি বেছি দুখীয়া হৈছে। অতি সম্প্ৰতি এন চি এ ই আৰ (National Council for Applied Economic Research-NCAER)-ত দিয়া প্ৰতিবেদন মতে দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ সমাজৰ ২০ শতাংশ উচ্চ শ্ৰেণীৰ ভাগত। ১৯৯৩-৯৪ চনত আছিল ৩৬ ৭ শতাংশ। অৰ্থনৈতিক সংস্কাৰ তথা অৰ্থনৈতিক বিকাশৰ ফলত ২০০৯-১০ বিত্তীয় বছৰত উক্ত ২০ শতাংশ উচ্চ শ্ৰেণীৰ ভাগলৈ মুঠ ঘৰুৱা উৎপাদনৰ (জি ডি পি) ৫৩.২ শতাংশই গুচি গ'ল। আনহাতে দেশৰ সমাজৰ ২০ শতাংশ একেবাৰে তলৰ শ্ৰেণীৰ লোকৰ ভাগত ১৯৯৩ ৯৪ বিত্তীয় বছৰত মুঠ ঘৰুৱা উৎপাদনৰ অংশ আছিল ৭.৩ শতাংশ। ২০০৯-১০ বিত্তীয় বছৰত হ্ৰাস হৈ এই দুখীয়া শ্ৰেণীৰ ভাগত থাকে ৬.১ শতাংশ। অৰ্থনৈতিক বিকাশৰ ফলত দেশত মানুহৰ মাজত অৰ্থনৈতিক অসমতা যে বৃদ্ধি পাব ধৰিছে এইটো স্পষ্টভাৱে প্ৰতিফলিত হৈছে এন চি এ ই আৰৰ প্ৰতিবেদনত।

ভাৰতবৰ্ষৰ জনসাধাৰণৰ অৰ্থনৈতিক অৱস্থাৰ উক্ত পটভূমিত দেশৰ নিৰ্বাচিত জনপ্ৰতিনিধিৰ ৩০০ শতাংশতকৈ অধিক মজুৰি আৰু বিভিন্ন সা-সুবিধা বৃদ্ধিয়ে দেশৰ লোকক হতাশ কৰিছে। জনপ্ৰতিনিধিৰ অস্বাভাবিক মজুৰি বৃদ্ধিয়ে সমাজত অৰ্থনৈতিক অসমতা বৃদ্ধিত আৰু বেছি সহায়ক হ'ব আৰু জনপ্ৰতিনিধিসকলৰ জনসাধাৰণ তথা সমাজৰ দুৰ্বল শ্ৰেণীৰ লগত দূৰত্ব বৃদ্ধি পাব।

বিশ্ববেংকৰ তথ্যমতে ভাৰতৰ জনে প্ৰতি মুঠ ঘৰুৱা উৎপাদন ৩১৭৬ ডলাৰ (ক্ৰয় ক্ষমতাৰ ভিত্তিত)। গতিকে বৰ্তমান বৃদ্ধিয়ে ভাৰতৰ সাংসদ সদস্যসকলৰ আয় জনেপ্ৰতি মুঠ ঘৰুৱা উৎপাদন ৩১৭৬ ডলাৰৰ ১০৪ গুণ হ'ব বুলি এক্সপাৰ্টসকলে মত প্ৰকাশ কৰিছে। 'দি ইকনমিক টাইমচ্'ত প্ৰকাশিত Association for Democratic Reform-ৰ সমীক্ষামতে ৫৪৩ জন লোক সভাৰ সদস্যৰ ভিতৰত ৩১৫ জন কোটিপতি। এই কোটিপতি এম পি সকলৰ গড় সম্পত্তিৰ পৰিমাণ ৫.৩৩ কোটি টকা। ২০০৪ চনত কোটিপতি সাংসদ সদস্যৰ সংখ্যা আছিল ১৫৬ জন আৰু তেওঁলোকৰ গড় সম্পত্তিৰ পৰিমাণ আছিল ১.৮৬ কোটি টকা। ২০০৪ চনত নিৰ্বাচিত ৩০৪ জন সংসদ সদস্যই পুনৰ ২০০৯ চনৰ লোকসভাৰ নিৰ্বাচনৰ সময়ত দাখিল কৰা সম্পত্তিৰ হিচাপত প্ৰতিফলিত হৈছে যে পাঁচ বছৰীয়া সংসদীয় কালত তেওঁলোকৰ সম্পত্তি ২৮৯ শতাংশ বৃদ্ধি কৰিবলৈ সমৰ্থ হৈছে।

দেশৰ ৮০ শতাংশ দুখীয়া জনসাধাৰণৰ 'ভাগ্য নিৰ্ণয় তথা সাৰ্বিক উন্নয়নৰ প্ৰতিশ্ৰুতিৰে নিৰ্বাচিত হোৱা জাতীয় কংগ্ৰেছ দলৰ ২০৬ জন এম পিৰ ভিতৰত ১৪৬ জন কোটিপতি অৰ্থাৎ ৭০ শতাংশ বা ১০ জনৰ ভিতৰত ৭ জন এম পি কোটিপতি। ৭টা দলৰ সকলো সাংসদ কোটিপতি। অসমৰ ১৪ জন সদস্যৰ ৫ জন কোটিপতি। পঞ্জাবৰ ১৩ জন সদস্যৰ ১৩ জনেই কোটিপতি। কৰ্ণাটকৰ ২৮ জনৰ ২৫ জন, হৰিয়ানাৰ ১০ জনৰ ৯ জন, মহাৰাষ্ট্ৰৰ ৪৮ জনৰ ৩৮ জন, অন্ধ্ৰপ্ৰদেশৰ ৪২ জনৰ ৩২ জন, উত্তৰ প্ৰদেশৰ ৮০ জনৰ ৫২ জন, তামিলনাডুৰ ৩৯ জনৰ ২৫ জন সংসদ সদস্য কোটিপতি। পশ্চিমবংগ আৰু কেৰালাত কোটিপতি এম পিৰ সংখ্যা কম।

তথ্যটোত হিচাপ কৰি দেখুৱাইছে যে বৰ্তমান দৰমহা আৰু বাসস্থানকে দৰি আন আন সুবিধাৰ সংশোধনী কৰাৰ পাছত সংসদ সদস্য এজনৰ বছৰেকীয়া মুঠ আয় হ'ব ৬০,৯৫,০০০ টকা। যোৱা ২২ আগষ্টত আকৌ মাহে ১০ হাজাৰ টকা বানচ বৃদ্ধিৰ সিদ্ধান্তৰ ফলত বছৰে ১.২০ লাখ টকা বৃদ্ধিৰে মুঠ আয় ৬২,১৫,০০০ টকা হ'ব।

হিচাপটো সংসদ সদস্যসকলে নিৰ্বাচনী আয়োগৰ সন্মুখত কৰা ঘোষণাৰ ভিত্তিতহে। সদস্যসকলৰ প্ৰকৃততে সম্পত্তিৰ পৰিমাণ বহু বেছি হ'ব; কাৰণ তেওঁলোকৰ পৰিয়ালৰ বিভিন্ন জনৰ নামত সম্পত্তি ৰাখে। কথিত আছে যে উত্তৰ ভাৰতত পোহনীয়া হাতী, ঘোঁৰা, কুকুৰৰ নামতো সম্পত্তি থাকে। তাৰোপৰি ভাৰতত ক'লা ধনৰ পাহাৰৰ সংস্কৃতিৰ পয়োভৰ গোপন কথা নহয়। ভাৰতত ক'লা ধনৰ অৰ্থনীতি সমান্তৰাল অৰ্থনীতি। এই ক'লা ধনে ভাৰতৰ সমাজ জীৱনত বিশেষ ভূমিকা পালন কৰে। নিৰ্বাচনত গৰীব জনসাধাৰণৰ ভোট কিনাত ক'লা ধনে ডাঙৰ ভূমিকা পালন কৰি গণতন্ত্ৰক প্ৰহসনত পৰিণত কৰে। Swiss Banker's Association-ৰ প্ৰতিবেদনমতে ভাৰতৰ ধনী লোকসকলৰ চুইজাৰলেণ্ডৰ বেংকত ১,৪৪,৬০০ কোটি ডলাৰ, টকা হিচাপত ৬৭,৯৬,২০০ কোটি টকা জমা আছে। কোটিপতি সংসদ সদস্যসকলৰ বৃহৎ পৰিমাণৰ ক'লা ধন আছে বুলি সকলোৰে ভাবিবলৈ লৈছে।

ভাৰতীয় সমাজখন বিন্যাস কৰিলে কিমান সংখ্যক লোক কোটিপতি শ্ৰেণীত পৰিব? শেহতীয়াকৈ এটি আন্তৰ্জাতিক প্ৰতিষ্ঠানে প্ৰকাশ কৰা তথ্যমতে ভাৰতত ২০০৫ চনত মিলিয়নায়াৰ অৰ্থাৎ দহ লাখ ডলাৰ বা আজিৰ মূল্যত প্ৰায় ৫ কোটি টকাৰ বিনিয়োগকাৰী আছিল ৭০,০০০ আৰু ২০১০ চনত মিলিয়নৰাৰ সংখ্যা বৃদ্ধি হৈ হৈছে ১,২৬,৭০০ জন। ৫ বছৰতে ভাৰতত দুগুণ হৈছে মিলিয়নাৰৰ সংখ্যা। ভাৰতৰ সংসদ সদস্যৰ ১১২ জন মিলিয়নাৰ আৰু ২০৩ জন মিলিয়নায়াৰৰ

ওচৰাওচৰি। এই মিলিয়নায়াৰ শ্ৰেণীৰ লোক ভাৰতৰ মুঠ জনসংখ্যাৰ ১ শতাংশও নহয়। ভাৰতৰ ৰাজনীতিৰ মৌলিক বৈশিষ্ট যে দুই লাখ মিলিয়নাৰ লোকৰ প্ৰতিনিধিয়ে শাসন কৰে দেশৰ ১১৩ কোটি লোকক। এই সম্ভ্ৰান্ত শ্ৰেণীৰ জনপ্ৰতিনিধিসকলৰ দেশৰ ৮০ শতাংশ ভাত-কাপোৰৰ অভাৱত, দুখ-দুৰ্দশাত দিন অতিবাহিত কৰা লোকসকলৰ নিৰাপত্তাহীন জীৱনৰ অভিজ্ঞতা আছে জানো! কিমানজন সদস্য আছে সংসদত এই কঠিন জীৱনৰ অভিজ্ঞতাৰে এটি সমীক্ষামতে ভাৰতৰ বৰ্তমান কেবিনেটত থকা মন্ত্ৰীসকলৰ মুঠ সম্পত্তি ৫ বিলিয়ন অৰ্থাৎ ৫০০ কোটি টকা। প্ৰত্যেক মন্ত্ৰীৰে গড়ে ৭.৫০ কোটি টকা। মন্ত্ৰীসকলৰ সম্পত্তিৰ হিচাপটো National Election Watch নামৰ সংগঠনটোৱে যুগুত কৰিছে।

উক্ত পটভূমিত মিলিয়নাৰসকলে যুগুত কৰা অৰ্থনৈতিক নীতিয়ে দেশৰ ৮৩.৬ কোটি দিনে ২০ টকা আয়ৰ তলৰ নাগৰিকসকলৰ ভাগ্যৰ পৰিৱৰ্তন সাধন কৰিব পাৰিবনে! ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ হ'ল, দেশৰ সম্পদ সমূহ থুপ খাইছেচোন অতি ক্ষুদ্ৰাংশ নাগৰিকৰ হাতত। আমাৰ মিলিয়নাৰ জনপ্ৰতিনিধিসকলে কোন শ্ৰেণীৰ স্বাৰ্থ আৰু কোন শ্ৰেণীৰ ৰাজনীতিক প্ৰতিনিধিত্ব কৰিব সংসদত? মহত্মা গান্ধীয়ে ভাৰত স্বাধীন হোৱাৰ পাছত কৈছিল চৰকাৰে সমগ্ৰ জনসাধাৰণৰ চকুৰ পৰা চকুলো মচিব লাগিব। ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো জীৱন ধাৰণ কৰিবলৈ ন্যূনতম সুবিধাখিনিৰ পৰা বঞ্চিত ৭০ শতাংশ লোক। তেওঁলোকৰ চকুৰ পানী মচা গৈছে জানো? দিনে ২০ টকাৰ আয়ৰ তলৰ লোকৰ স্বাৰ্থৰ ৰাজনৈতিক প্ৰতিনিধিহে দৰকাৰ পাৰ্লিয়ামেণ্টত, যিসকলে আইন গৃহীত কৰিব, অৰ্থনৈতিক নীতি গৃহীত কৰিব দেশৰ সমগ্ৰ জনসাধাৰণৰ চকুলো মচিবলৈ। কোটিপতিৰ সংসদৰ মজিয়াৰ কথাৰ চিন্তাৰ মাজত বিপ্লৱী কবি সুকান্ত ভট্টাচাৰ্যৰ 'ৰবীন্দ্ৰনাথেৰ প্ৰতি' নামৰ কবিতাটোৰ এফাকিলৈ মনত পৰিছে—

"তবুও নিশ্চিত উপবাস
আমাৰ মনেৰ প্ৰান্তে নিয়ত ছড়ায় দীৰ্ঘশ্বাস—
আমি এক দুৰ্ভিক্ষ কবি,
প্ৰত্যহ দুঃস্বপ্ন দেখি, মৃত্যুৰ সুস্পষ্ট প্ৰতিচ্ছবি।' □□

*১৭ ছেপ্টেম্বৰ, ২০১০ চন*

# লেহমান ব্ৰাদাৰ্ছৰ মৃত্যু বাৰ্ষিকী

যোৱা ১৫ ছেপ্টেম্বৰত লেহমান ব্ৰাদাৰ্ছৰ পতন হোৱাৰ দুবছৰ পূৰ্ণ হ'ল। ১৬০ বছৰ বয়সীয়া লেহমান ব্ৰাদাৰ্ছ বিশ্বৰ চতুৰ্থ বৃহত্তম বিনিয়োগকাৰী বেংক, ৬৩ হাজাৰ ৯০০ কোটি ডলাৰ সম্পত্তি আৰু ১৬ হাজাৰ ৩০০ ডলাৰ ঋণ-পত্ৰৰ অধিকাৰী। ১৯২৯-৩০ চনৰ পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটৰ সময়তো লেহমান ব্ৰাদাৰ্ছৰ অকণো ক্ষতি হোৱা নাছিল। অকল লেহমান ব্ৰাদাৰ্ছেই নহয় আমেৰিকা যুক্তৰাষ্ট্ৰৰ ঐতিহ্যপূৰ্ণ শক্তিশালী বিশ্ব পৰ্যায়ৰ বৃহৎ বৃহৎ বেংক গল্ডমেন চচ, মেৰিল লিঞ্চ, বিয়াৰ ষ্টাৰ্ণচ্, মৰ্গান ষ্টেনলে ইত্যাদি যিবোৰ বেংক প্ৰতিষ্ঠিত হৈছিল ক্ৰমে ১৮৬৯, ১৯১৪, ১৯২৩ আৰু ১৯৩৪ চনত। ষ্টেট বেংকসমূহৰো পতন হয়। বিশ্বৰ আটাইতকৈ বৃহত্তম বীমা কোম্পানী এ আই জিও (American International Group) দেউলীয়া হয়। যিটোৰ ১.১৬ লাখ কৰ্মচাৰী ৭৪০ লাখ গ্ৰাহক আৰু ১৩০ খন দেশত ব্যৱসায় কৰে। আমেৰিকাৰ সৰ্ববৃহৎ সঞ্চয় আৰু ঋণদানকাৰী প্ৰতিষ্ঠান 'ৱাছিংটন মিউচ্যুয়াল'ৰো পতন হয়। আমেৰিকা চৰকাৰৰ দুই বৃহৎ বন্ধকী বেংক ফেনিমে আৰু ফ্ৰেডি বেংকো দেউলীয়া হয়। তদুপৰি সৰু-বৰ ২০০০ৰো অধিক বেংক বন্ধ কৰিবলগীয়া হয়। ১৯২৯ চনৰ মহাসংকটৰ সময়ত আমেৰিকাত ১৪০০টা বেংকৰ পতন হৈছিল।

সৰ্বসাধাৰণ লোকৰ বাবে সাধাৰণতে বেংক দেউলীয়া বা পতন হোৱাৰ ঘটনা কোনোধৰণৰ ডাঙৰ কথা নহয়ঁ। বেংকৰ গ্ৰাহকসকল বা বেংকটোৰ লগত জড়িত লোক, শ্বেয়াৰ হ'ল্ডাৰসকলৰ ক্ষতি হয়। যেনে ভাৰত গ্লোবেল ট্ৰাষ্ট বেংক, অসমত পূৰ্বাঞ্চল বেংক বন্ধ হৈছিল। এই বেংকসমূহ বন্ধ হোৱাত ভাৰত বা অসমৰ অৰ্থনীতিত বিশেষ কোনো প্ৰভাৱ পৰা নাই। কিন্তু লেহমান ব্ৰাদাৰ্ছ দেউলীয়া হোৱা ঘটনাই আমেৰিকা নহয় পৃথিৱীৰ অৰ্থনীতিলৈ ভূমিকম্প বা ছুনামি আনিলে। লেহমান ব্ৰাদাৰ্ছ পতনৰ পাছত আমেৰিকাকে ধৰি ব্ৰিটেইন, জাৰ্মানী, ফ্ৰান্স, ইটালী, স্পেইন, গ্ৰীচ, ছুইজাৰলেণ্ড, বেলজিয়াম, ডেনমাৰ্ক, জাপান, আইচলেণ্ড, আয়াৰলেণ্ড, নেদাৰলেণ্ড, লেক্সমবাৰ্গ, চাইপ্ৰাচ আদি বহুত দেশৰ বেংক অধঃপতিত হ'বলৈ ধৰিলে। পুঁজিবাদী অৰ্থনীতিবিদসকলে ক'বলৈ ধৰিলে অৰ্থনৈতিক সংকট ৱালষ্ট্ৰীটৰ পৰা মেইনষ্ট্ৰিটলৈ বিয়পিছে। অৰ্থাৎ নিউয়ৰ্ক চহৰৰ ৱালষ্ট্ৰীটত আমেৰিকাৰ বিখ্যাত আৰু বৃহৎ বেংক আৰু বিত্তীয় প্ৰতিষ্ঠানসমূহ অৱস্থিত— গতিকে ৱালষ্ট্ৰীটৰ বিত্তীয় প্ৰতিষ্ঠানসমূহৰ অৰ্থনৈতিক সংকট মূল অৰ্থনীতিলৈ বিয়পিলে। এই বিত্তীয় প্ৰতিষ্ঠান বা বেংকসমূহৰ অৰ্থনৈতিক সংকটে মূল অৰ্থনীতিক এনেধৰণে বিপৰ্যস্ত কৰিলে যে আমেৰিকাৰ অৰ্থনীতিৰ ৰাজহাড়স্বৰূপ জেনাৰেল মটৰছ, ফোৰ্ড, ক্ৰাইজলাৰ আদি বিগ থ্ৰি কোম্পানীকে ধৰি বহু কোম্পানী দেউলীয়া হ'ল। ঠিক সেইদৰে বিশ্বৰ আন আন উন্নত, উন্নয়নশীল দেশ সৰু-বৰ উদ্যোগ-প্ৰতিষ্ঠানসমূহ সংকটত আক্ৰান্ত হৈ বন্ধ হ'বলৈ ধৰিলে। বিশ্বৰ বিভিন্ন দেশত লাখ লাখ লোকে কৰ্মসংস্থান হেৰুৱালে। অকল আমেৰিকাতে ২০০৯ চনৰ জুন মাহলৈ ১৪ নিযুত ৭ লাখ লোক কৰ্মহীন হ'ল। ২৩ লাখ পৰিয়ালে ঘৰ ক্ৰয় কৰাৰ বাবে লোৱা ঋণ পৰিশোধ কৰিব নোৱাৰাত বেংকে ঘৰৰ পৰা উচ্ছেদ কৰাত ৰাস্তাত বা পাৰ্কত আশ্ৰয় ল'লে। নিউয়ৰ্কত কাম কৰা তথ্য প্ৰযুক্তিৰ অসমীয়া অভিযন্তা এজনে যোৱা মাহত ছুটীত গুৱাহাটীলৈ আহোতে মোক কৈছিল যে আমাৰ দেশৰ মানুহে অৰ্থনীতিৰ সংকটৰ ভয়াৱহ দৃশ্য দেখা নাই। যোৱা বছৰত আমেৰিকাৰ চহৰসমূহত

বেংকৰ ঋণ পৰিশোধ কৰিব নোৱাৰি মধ্যবিত্ত লোকসকল, যিসকলৰ মটৰগাড়ীও আছে ঘৰৰ পৰা উচ্ছেদ হৈ ৰাস্তাত বা পাৰ্কত আশ্ৰয় গ্ৰহণ কৰা দৃশ্য কি করুণ, কল্পনা কৰা নাযায়। তেওঁ আৰু কৈছিল আমাৰ দেশত দৰিদ্ৰ, দুখীয়া লোক ৰাস্তাত বাস কৰাটো সাধাৰণ ঘটনা, কিন্তু আমেৰিকাত মধ্যবিত্ত লোক যিসকল উচ্চ শিক্ষিত, ফ্ৰিজ, টিভি, ৱাছিং মেচিন, মটৰগাড়ীও আছে তেনে পৰ্যায়ৰ লোকক অৰ্থনীতিৰ সংকটে বাধ্য কৰিছিল ৰাস্তাত আশ্ৰয় ল'বলৈ। উন্নত দেশ জাপান, ব্ৰিটেইন, ফ্ৰান্স, ইটালী, স্পেইন আদি দেশত কৰ্মৰত লাখ লাখ লোক কৰ্মহীন হ'ল। নতুন কৰ্মসংস্থান সৃষ্টি নোহোৱাৰ ফলত আৰু বহু লাখ নিবনুৱাৰ দলত যোগ হ'ল। ভাৰতৰ দৰে দেশত গুজৰাট ৰাজ্যতে হীৰা, অলংকাৰ আৰু বয়নৰ উদ্যোগৰ পৰা বহু লাখ কৰ্মী ছাটাই হ'ল। দেশৰ চামৰা উদ্যোগ, মটৰ পাৰ্টচ্ উদ্যোগ আদিৰ পৰা বহু লাখ কৰ্মচাৰীয়ে কৰ্মসংস্থান হেৰুৱালে। কেৰালা আদি ৰাজ্যলৈ বিদেশৰ পৰা কাম হেৰুৱাই বহু লাখ কৰ্মী স্বদেশলৈ ঘূৰি আহিল। আমেৰিকা, ইউৰোপৰ নাগৰিকৰ ক্ৰয়ক্ষমতা হ্ৰাস হোৱাত চীন দেশৰ পৰা ৰপ্তানি হ্ৰাস পোৱা কাৰণে চীন দেশৰ বহু ফেক্টৰী বন্ধৰ উপক্ৰম হোৱাত বহু লাখ কৰ্মচাৰীয়ে কাম হেৰুৱালে। মুঠতে ২০০৮ চনত আৰম্ভ হোৱা অৰ্থনৈতিক সংকটৰ গভীৰতা ১৯২৯-৩০ চনৰ মহা সংকটতকৈ বহু বেছি হ'ল। সমগ্ৰ পৃথিৱীত দৰিদ্ৰ লোকৰ সংখ্যা বৃদ্ধি হ'ল। বিশ্বৰ আশী শতাংশ লোকে অৰ্থনৈতিক নিৰাপত্তাৰ অনিশ্চয়তাত দিন কটাবলৈ ধৰিলে। সকলো দেশেই অৰ্থনীতিক পুনৰ জীৱিত কৰিবলৈ উদ্দীপক পেকেজ গ্ৰহণ কৰিলে। সমাজবাদী অৰ্থনীতিৰ দেশ চীনেই একমাত্ৰ তিনি মাহৰ ভিতৰতে বিশ্ব অৰ্থনৈতিক সংকটৰ প্ৰভাৱৰ পৰা মুক্ত হ'ল। চীনৰ ৰপ্তানি নিৰ্ভৰশীল অৰ্থনীতিয়ে দেশৰ লোকৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰি ঘৰুৱা চাহিদা বৃদ্ধিৰে সকলো উদ্যোগকে পুনৰুজ্জীৱিত কৰিলে। নিবনুৱা, দৰিদ্ৰতাৰ অৱসান ঘটাই অৰ্থনীতিৰ স্বাভাৱিক বিকাশ অটুট ৰাখিলে।

পুঁজিবাদী অৰ্থনীতিৰ অগ্ৰগতিৰ বৰ্তমান পৰ্যায়ত বিত্তীয় পুঁজিয়ে (Finance Capital) প্ৰধান ভূমিকা লয়। বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিত দুই ধৰণে পুঁজিৰ বিনিয়োগ হয়। (১) উৎপাদনৰ বাবে পুঁজি বিনিয়োগ (Capital in Production), (২) আৰ্থিক বজাৰত বিনিয়োগকৃত পুঁজি (Capital as Finance) জে এম কিন্সে এই পুঁজিৰ নাম দিছিল (ক) শিল্প পুঁজি আৰু (খ) ফট্‌কা পুঁজি। প্ৰথমবিধ পুঁজিৰ বিনিযোগ হয উৎপাদনৰ বাবে উদ্যোগ, ফেক্টৰী, আৰু কৃষিত। এই পুঁজিৰ বৃহদাংশ প্ৰতিনিধিত্ব কৰে বহুজাতিক নিগমসমূহে আৰু এওঁলোকক পৰিচালনা কৰে ডাভোচত অৱস্থিত ৱাৰ্ল্ড ইকনমিক ফৰামে। দ্বিতীয়বিধ পুঁজিৰ বিনিয়োগ হয় শ্বেয়াৰ বজাৰ আৰু ইয়াৰ আনুসংগিক অনুষ্ঠানসমূহত। এই পুঁজিৰ প্ৰতিনিধিত্ব কৰে মেৰিল লিঞ্চ, মৰ্গান এণ্ড ষ্টেনলি, বেংক অৱ ছুইজাৰলেণ্ড প্ৰভৃতি লগ্নী পুঁজিৰ সংস্থাই। এই পুঁজিৰ পৰিচালনাত আছে বেছেলত অৱস্থিত বেংক ফৰ ইণ্টাৰনেচনেল চেটেলমেণ্ট।

১৯৭০ চনৰ পৰা এই ফট্‌কা পুঁজিৰ পৰিমাণ দ্ৰুত হাৰত বৃদ্ধি হয়। ২০০১ চনৰ পৰা এই ফট্‌কা পুঁজিৰ লেনদেন ৬০০ লাখ কোটি ডলাৰলৈ বৃদ্ধি হয়। বিশ্বৰ মুঠ আভ্যন্তৰীণ উৎপাদন ৬০ লাখ কোটি ডলাৰৰ ১২ গুণ। এই হিচাপটো হ'ল চৰকাৰী হিচাব। প্ৰকৃততে বিশ্বত ফট্‌কা পুঁজিৰ লেনদেন বিশ্বৰ আভ্যন্তৰীণ উৎপাদনৰ (জি ডি পি) ৪০ গুণ। পুঁজিপতিসকলে কম সময়তে অধিক লাভৰ লালসাত উৎপাদনৰ ক্ষেত্ৰত পুঁজি বিনিয়োগৰ পৰিবৰ্তে ফট্‌কাবাজী ব্যৱসায়ত পুঁজি বিনিয়োগতহে গুৰুত্ব দিবলৈ ধৰিলে। ইয়াৰ ফলত বিশ্বৰ অৰ্থনীতিআৰ্থিকীকৰণ বা ফাইনান্সিয়ালাইজেচন অৱ ইকন'মিকলৈ পৰিবৰ্তন হ'ল। এই ধনৰ বিনিয়োগে মানব জাতিৰ জীৱন ধাৰণৰ কোনো দিশত যেনে— উদ্যোগ, কৃষি, আন্তঃগাঁথনি, গৱেষণা, শিক্ষা, স্বাস্থ্য আদিত অৰিহণা যোগাব পৰা নাই।

তথ্য প্ৰযুক্তিৰ অভূতপূৰ্ব বিকাশৰ ফলত এই ফট্‌কা পুঁজিৰ ব্যৱসায় বিপুল হাৰত বৃদ্ধি পাবলৈ ধৰিলে আৰু বিভিন্ন ৰূপত ইয়াৰ অগ্ৰগতি হ'ল যেনে— ডেৰিভেটিভচ্‌ (Derivatives) চি ডি এচ (Credit Default Swap), এ বি চি পি (Asset Backed Commercial Paper), চি ডি অ' (Collateralist Debt Obligation), চি এল অ' (Collateralised Loan Obligation), ফিউচাৰ (Future), হেজ ফাণ্ড, এল বি অ' ইত্যাদি বহু নাম। এই কাগজ বা দলিলসমূহ তৈয়াৰ কৰিবলৈ কোনো কাৰখানা বা বৃহৎ কাৰ্যালয়ৰ বা বহু শ্ৰমিক কৰ্মচাৰীৰ প্ৰয়োজন নাই। এটি সৰু অফিচত কম্পিউটাৰৰ সন্মুখত বহি কিছু সংখ্যক গণিতজ্ঞই তৈয়াৰ কৰি এই দলিলসমূহ বজাৰত উলিয়াই দিয়ে ব্যৱসায়ৰ বাবে। আজি তথ্য প্ৰযুক্তিয়ে বিশ্বখন তেনেই অকণমান কৰি পেলাইছে— ইণ্টাৰনেট আদি অত্যাধুনিক যোগাযোগ ব্যৱস্থাৰে বিশ্বৰ সকলো দেশৰে শ্বেয়াৰ বজাৰৰ সংযোগ ঘটাইছে। এজন লোকে গুৱাহাটীতে বহি বিশ্বৰ যিকোনো শ্বেয়াৰ বজাৰত ধন বিনিয়োগ কৰিব পাৰে।

আমেৰিকাৰ দৰে দেশৰ প্ৰায় সকলো লোকেই এই ফট্‌কাবাজী উৎপাদনহীন বিনিয়োগত ধন লগ্নী কৰে। ১৯৭৫ চনত নিউয়ৰ্ক ষ্টক এক্সেঞ্জত ১৯ নিযুত শ্বেয়াৰৰ ব্যৱসায় হৈছিল। ২০০৮ চনৰ অক্টোবৰ মাহত এই পৰিমাণৰ অস্বাভাৱিক বৃদ্ধি হৈ ৯০০০ নিযুত হয়। আমেৰিকাৰ সকলো নাগৰিকৰ সমস্ত ধনেই এই উৎপাদনহীন ফট্‌কাবাজী ব্যৱসায়ত বিনিয়োগ কৰিছে উচ্চ লাভৰ লালসাত। এই বিনিয়োগে কৰ্মসংস্থান সৃষ্টি নকৰে। আমেৰিকাৰ মুঠ শ্ৰমিক-কৰ্মচাৰীৰ ৬ শতাংশহে বিত্তীয় খণ্ডৰ; কিন্তু দেশৰ মুঠ আয় বা লাভৰ ৪০ শতাংশ আহে এই খণ্ডৰ পৰা। ৯৪ শতাংশ কৰ্মসংস্থান দিয়া উৎপাদনকাৰী খণ্ডসমূহৰ পৰা আয় হয় ৬০ শতাংশ। ১৯৬০ চনত বিত্তীয় খণ্ডৰ আয় আছিল মাত্ৰ ১৫ শতাংশ।

উক্ত ফট্‌কাবাজী অৰ্থনীতি আজি বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ গতি-প্ৰকৃতি নিৰ্ধাৰণৰ মুখ্য অধিনায়ক। যি কাৰণে বিত্তীয় খণ্ডৰ সংকটে বিশ্বৰ মূল অৰ্থনীতিৰ দুৰ্লংঘ্য বিপৰ্যয় মাতি আনিছে। লেহমান ব্ৰাদাৰ্ছৰ পতনে সূচনা কৰা পুঁজিবাদী অৰ্থনীতিৰ মহাসংকট দীৰ্ঘস্থায়ী হ'ল। আমেৰিকা যুক্তৰাষ্ট্ৰই উদ্দীপক পেকেজৰ বহুপালি দৰৱ লোৱাৰ পাছতো কোনো কাম দিয়া নাই। ৰাষ্ট্ৰপতি অ'বামা মহা বিপদত পৰিছে। লাখে লাখে যুৱক-যুৱতী কৰ্মসংস্থানহীন হোৱাত বিক্ষোভিত হৈ উঠিছে আৰু সম্প্ৰতি পিয়লত অ'বামাৰ জনপ্ৰিয়তা হ্ৰাসৰ তথ্য প্ৰকাশিত হৈছে। বিশ্বত মুক্ত বজাৰ অৰ্থনীতি তথা বিশ্বায়নৰ সূচনাকাৰী আমেৰিকাই এতিয়া সংৰক্ষণশীল বা বন্ধ অৰ্থনীতিৰ আশ্ৰয় ল'ব বিচাৰিছে। আউটছোৰ্চিং, বিদেশৰ শ্ৰমিক প্ৰব্ৰজন বন্ধ কৰাৰ বিভিন্ন ব্যৱস্থা হাতত লৈছে। কৰ্মসংস্থান সৃষ্টিৰ বাবে নতুন নতুন উদ্দীপক পেকেজ গ্ৰহণ কৰিছে। যোৱা ১০ ছেপ্টেম্বৰ তাৰিখে অ'বামাই হোৱাইট হাউছত সাংবাদিকসকলক মাতি নি স্বীকাৰ কৰিছে যে আমেৰিকাৰ অৰ্থনীতি বিপদাপন্ন। তেখেতে কৈছে— Economic progress has been painfully slow ; dire economic scenario Lack of fruit in financial system ।

আমেৰিকাৰ অৰ্থনীতি দেউলীয়া হৈ ঋণৰ ওপৰত চলি আছে। ১৩ লাখ কোটি ডলাৰ ঋণ! পৰিয়ালসকলৰ ঋণৰ সৈতে মিলি আমেৰিকাৰ মুঠ ঘৰুৱা উৎপাদনৰ ৩৫০ শতাংশ ঋণ। চীনৰ পৰা প্ৰায় এক লাখ কোটি ডলাৰ ঋণ লৈছে। অ'বামাই উপায়হীন হৈ বৰ্তমানৰ আমেৰিকান অৰ্থনীতিৰ দুৰ্যোগৰ বাবে পূৰ্ববৰ্তী ৰাষ্ট্ৰপতিসকলৰ অৰ্থনৈতিক নীতিক দোষাৰোপ কৰিছে। কৰ্মসংস্থান সৃষ্টিৰ বাবে ৰুজভেল্টৰ নিউ ডিল আৰ্হিৰে পুঁজি বিনিয়োগৰে ১,৫০,০০০ মাইলৰ ৰাস্তা, ৪০০০ মাইল

ৰেইলপথ আৰু ১৫০ মাইল বিমানৰ ৰাণওৱে তৈয়াৰৰ কাৰ্যসূচী হাতত লৈছে। ৰাষ্ট্ৰপতি বুশ্বে ধনীসকলৰ কৰ ৰেহাইৰ ব্যৱস্থা কৰিছিল। অ'বামাই মধ্যবিত্তসকলক সন্তুষ্ট কৰাৰ বাবে ২,০০,০০০ ডলাৰ তলৰ আয়ৰ লোকৰ আয় কৰ ৰেহাইৰ আইন কৰিছে। আমেৰিকান কোম্পানীসমূহক আউটছোৰ্চিং আৰু বিদেশী কৰ্মচাৰী নিয়োগ বন্ধৰ নিৰ্দেশ দিছে। বিশ্বায়নৰ সূচনাকাৰী আমেৰিকাই পৃথিৱীৰ আন আন দেশক বিশ্বায়নৰ নীতি গ্ৰহণ কৰিবলৈ হেঁচা প্ৰয়োগ কৰি নিজৰ দেশত বিশ্বায়নক বিদায় দিছে।

বিশ্বৰ বৰ্তমানৰ অৰ্থনীতিৰ ঘটনা প্ৰবাহত মানুহৰ মনত প্ৰশ্নৰ উদয় হৈছে যে ফাকুৱামা, মিল্টন ফ্ৰিডমেনৰ দৰে পৃথিৱীৰ প্ৰখ্যাত বুদ্ধিজীৱী, অৰ্থনীতিবিদসকলে কৈছিল যে সমাজবাদী অৰ্থনীতিৰ মৃত্যু হৈছে, পুঁজিবাদী অৰ্থনীতিযেহে মানৱ জাতিৰ মুক্তি আনিব। এই পটভূমিত পুঁজিবাদী অৰ্থনীতিক সংকটে আক্ৰমণ কৰাৰ দুই বছৰ হৈ গ'ল— আৰোগ্য লাভ কৰাৰ লক্ষণ নাই, দিনে দিনে গভীৰৰ পৰা গভীৰতম হ'ব ধৰিছে এই সংকট। পুঁজিবাদীৰ তীৰ্থস্থান আমেৰিকাৰ অৰ্থনীতি আজি জৰাজীৰ্ণ। জাপানৰ অৰ্থনীতি দিনে দিনে গভীৰ সংকটত বুৰ গৈছে। ইউৰোপৰ প্ৰায় সকলো দেশেই অৰ্থনীতিৰ সংকটতত দুৰ্দশাগ্ৰস্ত। জনসাধাৰণে নিয়মিত চৰকাৰসমূহৰ বিৰুদ্ধে প্ৰতিবাদ সংগঠিত কৰিছে। পুঁজিবাদী অৰ্থনীতিৰ ত্ৰাণকৰ্তা হিচাবে আৱিৰ্ভাৱ হৈছিল জে এম কিন্স। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলৰ পূৰ্ণ আস্থা আছিল যে পুঁজিবাদী অৰ্থনীতিৰ যিকোনো সংকট, সমস্যা কিন্সৰ তত্ত্বে আৰোগ্য আৰু সমাধান কৰিব পাৰি। বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ মহাসংকটক আদাম স্মিথ, ৰিকাৰ্ডো, কিন্স, মিল্টন ফ্ৰিডমেন ষ্টিগ্‌লিজ, ক্ৰুগমেন আদি অৰ্থনীতিক তত্ত্ববিদসকলৰ কোনো তত্ত্বই লাঘৱ কৰিব পৰা নাই। চীন দেশে তেওঁলোকৰ অৱস্থা দেখি নিশ্চয় হাঁহি আছে। এই পুঁজিবাদী দেশসমূহৰ প্ৰতি চীনৰ পুতৌ হৈছে। ফ্ৰান্সিচ ফাকুৱামাই বিশ্ববিখ্যাত কিতাপ (The End of History and the Last Man) লিখি সমাজবাদী অৰ্থনীতিৰ মৃত্যু ঘোষণা কৰিছিল। বৰ্তমান পুঁজিবাদী অৰ্থনীতিৰ দুৰ্লংঘ্য সংকটৰ ওপৰত কি কিতাপ লিখে তেখেতেহে জানিব।

সি যিয়েই নহওক কাৰ্লমাৰ্ক্স নিশ্চয় বিখ্যাত জ্যোতিষী আছিল। পুঁজিবাদী অৰ্থনীতিৰ অৱস্থা আজি কি হ'ব তেখেতে ১৬০ বছৰ আগতে ১৮৫০ চনত কমিউনিষ্ট ইস্তাহাৰত লিখি থৈ গৈছিল। "যোৱা কেইবাটাও দশক ধৰি শিল্প আৰু বাণিজ্যৰ ইতিহাস হৈছে উৎপাদনৰ বৰ্তমান ব্যৱস্থাৰ বিৰুদ্ধে, বুৰ্জোৱা শ্ৰেণীৰ অস্তিত্ব আৰু তাৰ শাসন ৰক্ষাৰ বাবে প্ৰয়োজনীয় সম্পত্তি সম্পৰ্কৰ বিৰুদ্ধে, আধুনিক উৎপাদিকা শক্তিসমূহৰ বিদ্ৰোহৰ ইতিহাস। এই কথা উল্লেখ কৰিলেই যথেষ্ট হ'ব যে একোটা নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে নিয়মীয়াকৈ দেখা দিয়া বাণিজ্যিক সংকটসমূহে প্ৰতিবাৰেই অধিকতৰ ভাবুকিৰে সমস্ত বুৰ্জোৱা সমাজৰে অস্তিত্বক অগ্নি পৰীক্ষাৰ সন্মুখীন কৰি তুলিছে।"

আজি পুঁজিবাদৰ তীৰ্থস্থান আমেৰিকা তথা পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহ অগ্নি পৰীক্ষাৰ সন্মুখীন হৈছে। অৱশ্যে সমাজ পৰিৱৰ্তনৰ বাবে কোনো ধৰণৰ মেজিকৰ চাতুৰী নাই— দেশসমূহৰ অৰ্থনীতিৰ পৰিৱৰ্তন হৈ চীনৰ দৰে সমাজবাদী অৰ্থনীতিয়ে স্থানাধিকাৰ কৰিব ৰাতিৰ ভিতৰতে। সেয়া অসম্ভৱ। পুঁজিবাদী অৰ্থনীতি সুঅৱস্থা-দুৰাৱস্থাৰ মাজেৰে বহু যুগ জীয়াই থাকিব, লগতে জনসাধাৰণে দুখ-দুৰ্দশা, দৰিদ্ৰতা বহু যুগ ধৰি ভুগিব লাগিব। জনসাধাৰণে নিজৰ জীৱনৰ অভিজ্ঞতাৰ পৰাই শিক্ষা লৈ নিৰ্বাচন কৰিব লাগিব দুখ-দুৰ্দশা দৰিদ্ৰতা অৱসানৰ পথ। □□

*২৪ ছেপ্টেম্বৰ, ২০১০ চন*

# হোৱাইট কেট, ব্লেক কেট ঃ নিগনি ধৰিব পাৰিলে— ই ভাল মেকুৰী

'White cat, black cat, if it catches mice it is good cat' : Deng Xiaoping. বগা মেকুৰী, ক'লা মেকুৰী, যদি ই নিগনি ধৰিব পাৰে তেনেহ'লে ই ভাল মেকুৰী। ১৯৭৮ চনত চীন দেশৰ বৈপ্লৱিক সমাজবাদী অৰ্থনীতি বজাৰ সমাজবাদী অৰ্থনীতি (Market Socialism)লৈ পৰিৱৰ্তনত পৃথিৱীৰ বিভিন্ন দেশৰ অনেক সাংবাদিক, বুদ্ধিজীৱীৰ প্ৰশ্নৰ উত্তৰত দেং ঝিয়াওপিঙে উক্ত কথাফাকি কৈছিল।

চীন দেশ যোৱা মাহত বিশ্বৰ দ্বিতীয় বৃহত্তম অৰ্থনীতিলৈ উন্নীত হ'ল। ২০০৫ চনত চীন দেশ বিশ্বত ৬ নম্বৰ অৰ্থনীতি আছিল। ৫ বছৰতকৈও কম সময়ৰ ভিতৰতে তিনিখন উন্নত দেশৰ অৰ্থনীতিক পাছ পেলাই বিশ্বৰ দ্বিতীয় বৃহত্তম অৰ্থনীতিৰ স্থানলৈ আৰোপ কৰিলে। বৰ্তমান আমেৰিকা যুক্তৰাষ্ট্ৰ পৃথিৱীৰ বৃহত্তম অৰ্থনীতি। পৃথিৱীৰ অন্যতম শক্তিশালী অৰ্থনীতি ব্ৰিটেইনক ২০০৫ চনতে আৰু ২০০৭ চনত জাৰ্মানীকে অতিক্ৰম কৰি চীন তিনি নম্বৰ অৰ্থনীতিৰ পৰ্যায় পাইছিল। ২০০৭ চনৰ পৰা অলপ দিনৰ ভিতৰতে জাপানৰ অৰ্থনীতিক পাছ পেলাই চীনে যোৱা মাহত বিশ্বৰ দ্বিতীয় বৃহত্তম অৰ্থনীতিৰ পৰ্যায় পালে। বিশ্বৰ বিভিন্ন আদৰ্শৰ সকলো অৰ্থনীতিবিদে একমুখে ভৱিষ্যৎবাণী কৰিছে যে ২০২৫ চনৰ ভিতৰত চীনে বিশ্বৰ এক নম্বৰ বৃহৎ অৰ্থনীতি আমেৰিকাক অতিক্ৰম কৰি এক নম্বৰ স্থান দখল কৰিব।

প্ৰখ্যাত অৰ্থনীতিবিদ ডঃ মনমোহন সিঙৰ নেতৃত্বত ভাৰতৰ অৰ্থনীতি পৰিচালিত হৈছে ১৯৯১ চনৰ পৰা। ভাৰতৰ অৰ্থনীতিত ডঃ সিঙৰ তত্ত্ব ৰূপায়ণৰ সময়ত ১৯৯০ চনত ভাৰতৰ অৰ্থনীতিৰ আকাৰ চীনৰ অৰ্থনীতিৰ ৮০ শতাংশ আছিল। যোৱা ২০ বছৰে ডঃ সিঙৰ অৰ্থনৈতিক তত্ত্ব ৰূপায়ণৰ ভিত্তিত ভাৰতৰ অৰ্থনীতিৰ চমকপ্ৰদ বিকাশৰ ফলত বৰ্তমান ভাৰতৰ অৰ্থনীতিৰ আকাৰ চীনৰ অৰ্থনীতিৰ ২৫ শতাংশলৈ নিম্নগামী হৈছে।

১৯৪৯ চনৰ এক অক্টোবৰৰ দিনা মাও-জে-ডঙৰ নেতৃত্বত চীনা কমিউনিষ্ট পাৰ্টিয়ে বিপ্লৱৰ মাজেৰে বিশ্বৰ এক নম্বৰ জনবহুল দেশ চীনৰ শাসনভাৰ গ্ৰহণ কৰিছিল। চীন দেশ আকাৰত ভাৰততকৈও বহু ডাঙৰ হ'লেও খেতিমাটি ভাৰততকৈ কম। ১৯৪৯ চনত আধুনিক উৎপাদন ব্যৱস্থা— উদ্যোগ আদিৰ ক্ষেত্ৰত একেবাৰে অনগ্ৰসৰ আছিল। আন্তঃগাঁথনিৰ অৱস্থা অতি নিম্ন পৰ্যায়ৰ আছিল। বাট-পথ, ৰেইল আদি যোগাযোগ ব্যৱস্থা সমগ্ৰ দেশত নাছিল। দেশৰ প্ৰায় সকলো লোকেই কৃষিৰ ওপৰত নিৰ্ভৰশীল আছিল। শিক্ষা ব্যৱস্থাই দেশৰ দহ শতাংশ লোককো সামৰি ল'ব পৰা নাছিল। ৮০ শতাংশৰো অধিক লোকৰ দৰিদ্ৰ অৱস্থা আছিল। ১৯৫০

চনত চীনৰ জনমুৰি আয় আছিল ৫১ ডলাৰ। জনসাধাৰণৰ গড আয়ুস আছিল ৩৬ ৫ বছৰ, অর্থাৎ দেশখনৰ চিকিৎসা ব্যৱস্থা বুলিবলৈ একো নাছিল। সেই সময়ত ভাৰত চীনৰ তুলনাত উন্নত আছিল। কাৰণ ভাৰতত ব্রিটিছে দীর্ঘদিন শাসন কৰাৰ ফলত ব্রিটিছে নিজৰ প্রয়োজনত শিক্ষাকে ধৰি অর্থনীতিৰ বিভিন্ন দিশৰ আধুনিক উন্নয়ন কৰিছিল। ১৯৫০ চনত বিশ্বৰ জনবহুল অনগ্রসৰ দেশখনৰ জনসাধাৰণৰ দৰিদ্রতা নির্মূল কৰি শিক্ষা, বাসস্থান, স্বাস্থ্য আদিৰ ব্যৱস্থাৰে জীৱন ধাৰণৰ মান উন্নত কৰাৰ কঠিন প্রত্যাহ্বান আছিল চীন চৰকাৰৰ সন্মুখত।

১৯৭৮ চনত দেং ঝিযাওপিঙে সমাজবাদী অর্থনীতিত নিয়ন্ত্রিত বজাৰ অর্থনীতিৰ সূচনা কৰি চীনৰ ১৩০ কোটি জনসাধাৰণৰ অর্থনৈতিক উন্নয়নৰ পৰিকল্পনা কৰিছিল। সেয়ে তেখেতৰ সমালোচকসকলক কৈছিল যে মেকুৰী ক'লা নে বগা সেইটো ডাঙৰ কথা নহয়, ডাঙৰ কথা হ'ল মেকুৰীটোৱে নিগনি ধৰিব পাৰে নে, নোৱাৰে অর্থাৎ তেখেতে সূচনা কৰা অর্থনীতিয়ে দেশৰ ১৩০ কোটি জনসাধাৰণৰ দৰিদ্রতা দূৰ কৰিব পাৰিব নে নোৱাৰে, যদিহে সমাজবাদী বজাৰ অর্থনীতিয়ে ১৩০ কোটি জনসাধাৰণৰ দৰিদ্রতা দূৰ কৰিব পাৰে ই ভাল অর্থনীতি। আমেৰিকা এখন বৃহৎ আকাৰৰ ঔদ্যোগীক উন্নত দেশ— জনসংখ্যা মাত্র ৩০ কোটি। জার্মানী, জাপান, ব্রিটেইন, কানাডা আদিও ঔদ্যোগিক অতি উন্নত দেশ— জনসংখ্যা ক্রমে ৮ ৫ কোটি, ১৩ কোটি, ৬ ৫ কোটি, ৩ ৫ কোটি। আমেৰিকাৰ জনসংখ্যাৰ পাঁচ গুণ ১৩০ কোটি লোকৰ দৰিদ্রতাৰ অৱসান ঘটাই জীৱন ধাৰণৰ মান উন্নত কৰা চীন চৰকাৰৰ সন্মুখত কঠিন প্রত্যাহ্বান আছিল। চীনৰ কমিউনিষ্ট চৰকাৰে অসম্ভৱক সম্ভৱ কৰিলে। পুঁজিবাদী অর্থনীতিৰ বর্তমানৰ মহাসংকটত আমেৰিকা, ইউৰোপৰ দেশসমূহ, জাপান আদি বিপর্যস্ত। কিন্তু চীনে এই মহাসংকটক কেইমাহমানৰ ভিতৰতে পৰাস্ত কৰি পুনৰ ৯ শতাংশ হাৰত অর্থনীতিৰ বিকাশ কৰিবলৈ সমর্থ হৈছে। পুঁজিবাদী অর্থনীতিৰ সংকটৰ পটভূমিত চীনে বিশ্ব অর্থনীতিত দ্বিতীয় স্থান অধিকাৰ কৰি বিশ্বৰ পুঁজিবাদী অর্থনীতিৰ দেশ আৰু তত্ত্ববিদসকলক চমক খুৱালে।

মুঠ ঘৰুৱা উৎপাদন (জি ডি পি)ৰ উচ্চ হাৰৰ বিকাশে জনসাধাৰণৰ অর্থনৈতিক উন্নতি নুবজায়। ভাৰতকে ধৰি অনেক পুঁজিবাদী অর্থনীতিৰ দেশে উচ্চ হাৰৰ অর্থনৈতিক বিকাশ কৰিবলৈ সমর্থ হৈছে কিন্তু এই দেশসমূহৰ অধিকাংশ লোকক অর্থনৈতিক বিকাশৰ সুফলে স্পর্শ কৰিব পৰা নাই। এই দেশসমূহৰ বৃজনসংখ্যক লোকে দৰিদ্র অৱস্থাত জীৱন ধাৰণ কৰে। ভাৰতত নেচনেল চেম্পল ছার্ভেৰ শেহতীয়া পিয়লত কৈছে দেশৰ ৮০ ৬ কোটি লোকে দেশৰ অর্থনৈতিক বিকাশৰ সুফল ভোগ কৰিব পৰা নাই। চীন দেশৰ চৰকাৰৰ অর্থনৈতিক বিকাশৰ ভিচন হ'ল দেশৰ সর্বস্তৰৰ জনসাধাৰণৰ অর্থনৈতিক উন্নযন। পুঁজিবাদী অর্থনীতিৰ দেশৰ লগত চীনৰ অর্থনীতিৰ বিকাশৰ ব্যতিক্রম লক্ষ্যত। দেং ঝিযাওপিঙে কৈছিল—

"The criteria for judging the rights and wrongs of economic development and the reform and opening-up policies should depend on whether they are conducive to the strengthening of comprehensive national strength and whether they are conducive to the improvement of the living standards of the people "

চীনৰ অর্থনীতিৰ আকাৰ আজি ৫ ট্রিলিযন ডলাৰৰ ওপৰত। ইযাৰ বিপৰীতে ভাৰতৰ অর্থনীতিৰ আকাৰ ১ ২৫ ট্রিলিয়ন ডলাৰৰ। ১৯৫০ চনত চীন দেশৰ জনমুৰি আয় ৫১ ডলাৰৰ বিপৰীতে বর্তমান ৩,৬৬৬ ডলাৰ। ভাৰতৰ ১৯৫০ চনৰ জনমুৰি আয ৯০ ডলাৰৰ বিপৰীতে বর্তমান

১,০৪৬ ডলাৰ। চীনৰ জনসাধাৰণৰ গড় আয়ুস ৭২.৯ বছৰৰ বিপৰীতে ভাৰতৰ ৬৩.৪ বছৰ। চীনৰ শিক্ষিতৰ হাৰ ৯৩.৩ শতাংশৰ বিপৰীতে ভাৰতৰ ৬৬ শতাংশ। অপুষ্টিত ভোগা শিশুৰ হাৰ চীনত ৭, ভাৰতত ৪৬। ১,০০০টা শিশুৰ ভিতৰত (৫ বছৰৰ বা তলৰ বয়সৰ) মৃত্যুৰ হাৰ চীনত ২২ ভাৰতত ৭২ (২০০৭)। প্ৰয়োজনতকৈ কম ওজনৰ শিশুৰ হাৰ চীনত ২ শতাংশ, ভাৰতত ২৮ শতাংশ। ভাৰতত জনমুৰি স্বাস্থ্যৰ বাবে খৰচ কৰে ২১ ডলাৰ, চীনত ১৪৪ ডলাৰ। মুঠ চৰকাৰী খৰচৰ স্বাস্থ্য খণ্ডত খৰচ চীনত ৯.৯ শতাংশ, ভাৰতত ৩.৪ শতাংশ। বিশ্ব বেংকৰ আন্তৰ্জাতিক সূত্ৰ অনুসৰি ১.২৫ ডলাৰ আয়ৰ তলৰ লোকসকলক দাৰিদ্ৰ সীমাৰেখাৰ তলত ধৰিলে চীনত ১৫.৯ শতাংশ আৰু ভাৰতত ৪১.৬ শতাংশ লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত। দাৰিদ্ৰ সীমাৰেখাৰ জাতীয় সূত্ৰ মতে চীনত মাত্ৰ ২.৮ শতাংশ আৰু ভাৰতত ৩৭.২ (তেণ্ডুলকাৰ কমিচন) শতাংশ লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত। ইউ এন ডি পিৰ (United Nations Development Programmes) মানৱোন্নয়ন সূচকত বিশ্বৰ ১৮২ খন দেশৰ ভিতৰত চীনৰ স্থান ৯২ আৰু ভাৰতৰ স্থান ১৩৪ (HDI rank 2009)।

উক্ত তথ্যই প্ৰমাণ কৰে যে চীন দেশৰ মূল লক্ষ্য অকল মুঠ ঘৰুৱা উৎপাদনৰ বিকাশেই নহয়, জি ডি পিৰ বিকাশৰ লক্ষ্য, জনসাধাৰণৰ দৰিদ্ৰতাৰ অৱসান, জীৱন ধাৰণৰ মান উন্নয়ন। চীনৰ দৰে অনগ্ৰসৰ পটভূমিৰ জনবহুল দেশ এখন উক্ত লক্ষ্যত উপনীত হোৱা অতি কঠিন আৰু দুঃসাধ্য আছিল। চীনে আজি দেশৰ প্ৰত্যেক নাগৰিকৰ জীৱন ধাৰণৰ বাবে ন্যূনতম মৌলিক প্ৰয়োজনীয় খাদ্য, বাসস্থান, শিক্ষা, স্বাস্থ্য আদিৰ ব্যৱস্থা কৰিব পাৰিছে। চীনা অৰ্থনীতিৰ সাফল্য এইখিনিতেই।

আমেৰিকান শাসকসকলে কয়— চীন দেশত গণতন্ত্ৰ নাই, স্বেচ্ছাচাৰী দেশ। আমাৰ প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিং ডাঙৰীয়াইও সেই একে কথাকেই কয়। আমেৰিকাৰ বাতৰি কাকত 'নিউয়ৰ্ক টাইমচ্'ত এটি নিবন্ধত লিখিছিল — 'নিউয়ৰ্কৰ গ্ৰেণ্ড চেণ্ট্ৰেল ষ্টেচনত থকা গৃহহীন লোকসকলৰ ভিক্ষা খোজাৰ গণতান্ত্ৰিক অধিকাৰ আছে। তেওঁলোকৰ মুক্তভাৱে কথা কোৱাৰো সাংবিধানিক অধিকাৰ আছে। আমেৰিকান নাগৰিক ৰবাৰ্ট ৱেইল (Robert Weil) ১৯৯৩-৯৪ চনত উত্তৰ পূব চীনৰ বিশ্ববিদ্যালয়ত অধ্যাপক আছিল। তেখেতে ছাত্ৰসকলক আমেৰিকান গণতন্ত্ৰ সম্বন্ধে কৈছিল— "In the united states there is no human rights guarantee against starvation, homelessness, unemployment, or lack of health care, only the political freedom to protest— sometimes— that one is starving, homeless, jobless, or dying" (Red cat, white cat.— Robert Weil— Monthly review Press— New York) ভাৰতৰ গণতন্ত্ৰও একেই ধৰণৰ— দুৰ্নীতি কৰাৰ, আত্মসাৎ কৰাৰ, কু-উপায়ে তৈয়াৰ কৰা ব্যক্তিগত সম্পত্তি ৰক্ষাৰ অধিকাৰ আছে। ৰবাৰ্ট ৱেইলে আৰু লিখিছে— "As a matter of fact, the U.S itself has grave human rights problems. The U.S Government admitted last year that the homeless in the country numbered 7 million, of whom 2 to 3 million lived in the street" এই সাত নিযুত গৃহহীনৰ সংখ্যাটো ১৯৯৫ চনৰ। আমেৰিকাত অৰ্থনৈতিক মহাসংকটৰ পাছত ২৩ নিযুত লোক গৃহহীন হৈছে— ১৫ নিযুত লোক পথত, পাৰ্কত আছে। ৰবাৰ্টে লিখিছে— চীনৰ জনসংখ্যা আমেৰিকাৰ পাঁচ গুণ হোৱা সত্ত্বেও খুব বেছি ডেৰ লাখ লোক গৃহহীন। ১৯৯৩ চনতে আমেৰিকাত ১৫.১ শতাংশ লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত আছিল। বৰ্তমান বহু শতাংশ বেছি হ'ব কাৰণ নিবনুৱাৰ হাৰ ভয়াবহ ৰূপে বাঢ়িছে ; বৰ্তমান নিবনুৱা ১০ শতাংশ। ২২.৭ শতাংশ শিশু দৰিদ্ৰতাৰ মাজত বাস কৰে। ২১ শতাংশ হাইস্কুল ছাত্ৰই পকেটত

পিষ্টল ৰাখে। বিশ্বৰ আন সকলো দেশতকৈ আমেৰিকাত বুলেটেৰে অধিক লোকক হত্যা কৰে, অথবা আহত হয়। আমেৰিকান নাগৰিকসকল সদায়ে ভীতিগ্ৰস্ত, নিৰাপত্তাহীনতাত ভোগে। আমেৰিকাৰ ৰাজধানী ৱাছিংটন 'capital of murder' বুলি বিখ্যাত। আমেৰিকাৰ কাৰাগাৰত ১৩ লাখ কাৰাবন্দী লোক থাকে, ই বিশ্বৰ অধিকতম সংখ্যা। চীন দেশৰ ১৩০ কোটি লোকৰ ভিতৰত ১২ লাখহে কাৰাবন্দী। আমেৰিকাৰ হাৰত চীনত কাৰাবন্দী থাকিলে ৬৫ লাখ হ'লহেঁতেন। পৃথিৱীত বহুল প্ৰচাৰিত 'টাইম' (TIME) আলোচনীৰ ২০০৯ চনৰ ২৮ ছেপ্টেম্বৰ সংখ্যাত প্ৰকাশিত 'The Road to Prosperity' (–David Shambaugh) নামৰ প্ৰবন্ধটোত চীনৰ গণতন্ত্ৰ সম্বন্ধে এইদৰে কৈছে— "Three decades later, chinese society has fully blossomed Chiniese to-day experience a wide variety of personal freedoms in daily life that they and their anccestors had never known"।

চীনক আজি বিশ্বৰ কাৰখানা (Workshop of the World) বুলি কোৱা হয়। বিশ্বৰ দুই-তৃতীয়াংশ ফটোকপি মেচিন, মাইক্ৰোৱেভ আৰু জোতা তৈয়াৰ কৰে। বিশ্বৰ ৬০ শতাংশ চেলফোন, ৫৫ শতাংশ ডি ভি ডি, ৫০ শতাংশ ডিজিটেল কেমেৰা, ৩০ শতাংশ পাৰচনেল কম্পিউটাৰ আৰু ৭৫ শতাংশ পুতলা আৰু বিভিন্ন ৰকমৰ সামগ্ৰী তৈয়াৰ কৰে।

চীনৰ জনসাধাৰণৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি হোৱাত এই বছৰত আমেৰিকা যুক্তৰাষ্ট্ৰক চেৰ পেলাই বিশ্বৰ অধিকতম মটৰগাড়ী ক্ৰেতাৰ দেশ হৈছে। এই বছৰত শক্তি ব্যৱহাৰৰ (Energy Use) ক্ষেত্ৰতো আমেৰিকাক চেৰ পেলাই বিশ্বত এক নম্বৰ হৈছে। চীনৰ জনসাধাৰণৰ সকলোৰে আয় থকা কাৰণে ক্ৰয়ক্ষমতা বৃদ্ধি পাইছে; সেয়ে চীন বিশ্বৰ বৃহত্তম বজাৰ। ৰপ্তানিক বাদ দিও চীনত দেশৰ জনসাধাৰণৰ চাহিদাৰ বাবে বৃহৎ পৰিমাণৰ উৎপাদনৰ দৰকাৰ। ২০০৯ চনত বিশ্বৰ উন্নত দেশসমূহ অৰ্থনীতিৰ মহাসংকটত বিধ্বস্ত হোৱাৰ সময়ত চীনে বিশ্বৰ দ্ৰুততম— ঘণ্টাত ৩৫০ কিলোমিটাৰ বেগী ট্ৰেইনৰ সূচনা কৰিছে। ভাৰতৰ সংৰক্ষণশীল বাতৰি কাকত 'দি টাইমচ্ অৱ ইণ্ডিয়াৰ যোৱা দুই আগষ্টৰ সম্পাদকীয়ত সঠিকভাৱেই কৈছে— "There's plenty to learn, as well, from Chinese successes in poverty alleviation and in building infrastructure"।

ভাৰতৰ প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিং ডাঙৰীয়া আমেৰিকান পেটাৰ্ণৰ অৰ্থনীতিৰ প্ৰতি খুবেই আকৰ্ষিত। আমেৰিকান পেটাৰ্ণৰ অৰ্থনীতিত সাৰ্বিক উন্নয়ন সম্ভৱ নে যোৱা ২০ বছৰৰ অভিজ্ঞতাৰ পৰা তেখেতে শিক্ষা লোৱা উচিত। ভাৰতৰ জনসাধাৰণৰ দৰিদ্ৰতা নিৰ্মূল কৰাৰ ডঃ সিং ডাঙৰীয়াৰ সদিচ্ছা যদি আছে দি টাইমচ্ অৱ ইণ্ডিয়াৰ পৰামৰ্শই গ্ৰহণ কৰক। ❑❑

*১ অক্টোবৰ, ২০১০ চন*

# কৃষি খণ্ডৰ উন্নয়ন ব্যতিৰেকে সাৰ্বিক উন্নয়ন অসাৰ

জৱহৰলাল নেহৰুৱে কৈছিল, "আন সকলোবোৰে ৰৈ থাকিব পাৰে কিন্তু কৃষিয়ে নোৱাৰে" "Everything else can wait, but not agriculture." ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ উকলি গ'ল। কিন্তু ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱহৰলাল নেহেৰুৰ উক্ত বাণীটো বাস্তৱত পৰিণত নহ'ল আজিলৈ। অৰ্থনীতিৰ বাকী দিশসমূহ অনেক আগবাঢ়িল, কৃষি ক্ষেত্ৰ তাতেই থাকিল। অতি সম্প্ৰতি কেন্দ্ৰীয় কৃষিমন্ত্ৰী শাৰদ পাৱাৰে কৈছে যে আমি চীন দেশৰ পৰা শিক্ষা ল'ব লাগিব। চীনে প্ৰতি হেক্টৰ মাটিত ৬.৬ টন হাইব্ৰিড জাতৰ ধান উৎপাদনেৰে ৩০ নিযুত হেক্টৰ মাটিত বছৰি মুঠ ২০০ নিযুত টন ধান উৎপাদন কৰে। ভাৰতে প্ৰতি হেক্টৰ মাটিত উক্ত হাইব্ৰিড জাতৰ ধান ৩.৩ টন উৎপাদনেৰে ৪৫ নিযুত হেক্টৰ মাটিত খেতি কৰি ১৫০ নিযুত টন ধানহে উৎপাদন কৰে। ভাৰতৰ কৃষিক্ষেত্ৰত উন্নয়নৰ প্ৰকৃত চেহেৰা উক্ত তুলনাৰ পৰাই স্পষ্ট হৈ পৰে। চীনে ৩০ নিযুত হেক্টৰ মাটিত খেতি কৰি উৎপাদন কৰে ২০০ নিযুত টন, ভাৰতে বেছি মাটিৰ খেতি কৰি (৪৫ নিযুত হেক্টৰ) মাত্ৰ ১৫০ নিযুত টন উৎপাদন কৰে।

ভাৰতৰ ১১০ কোটি জনসাধাৰণৰ দৰিদ্ৰতাৰ অৱসান তথা অৰ্থনৈতিক উন্নয়ন কৰিবলৈ হ'লে কৃষি খণ্ডৰ উন্নয়নৰ বিকল্প নাই। এই উপলব্ধি হৈছিল আৰু বুজি পাইছিল জৱাহৰলাল নেহেৰুৱে। প্ৰধানমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰো মুখ্য শ্লোগান আছিল 'জয় কিশান'। অৱশ্যে সেউজ বিপ্লৱৰ গুৰু ডঃ স্বামীনাথনে আক্ষেপ কৰি কৈছে যে ভাৰতৰ মানুহক কৃষিজাত সামগ্ৰীৰে জীয়াই ৰখা ৬৫০ নিযুত খেতিয়কক চৰকাৰে বিশেষ স্বীকৃতি দিয়া নাই। "Farmers seldom receive recognition through Padma Awards on Republic Day– an index of the low recognition given to the contributions of 650 million farm women and men not only to food and livelihood security, but also to national sovereignty." ডঃ স্বামীনাথনে বাৰম্বাৰ ভাৰত চৰকাৰক সোঁৱৰাই দি আহিছে যে ভাৰতৰ কৃষি অকল খাদ্য উৎপাদনৰ ক্ষেত্ৰই নহয়, ই দেশৰ ৭৫ শতাংশ লোকৰ জীৱন-জীৱিকাৰ সংস্থানৰ স্থল। পৃথিৱীৰ উন্নত দেশ যেনে— আমেৰিকা যুক্তৰাষ্ট্ৰ, কানাডা, জাপান, ব্ৰিটেইন, ফ্ৰান্স আদিৰ কৃষি খণ্ড খাদ্য উৎপাদনৰ কেন্দ্ৰহে— খুব বেছি দেশৰ ৫ৰ পৰা ১০ শতাংশ লোক কৃষি খণ্ডৰ লগত জড়িত। ভাৰত, চীন, বাংলাদেশ আদি উন্নয়নশীল দেশৰ কৃষি খণ্ড খাদ্য উৎপাদনৰ লগতে অধিকাংশ লোকৰ জীৱন-জীৱিকাৰ স্থল।

আমাৰ দেশৰ বৰ্তমান ইউ পি এ চৰকাৰৰ মূল লক্ষ্য সাৰ্বিক উন্নয়ন বুলি ঘোষণা কৰিছে অৰ্থাৎ দেশৰ অৰ্থনৈতিক বিকাশে সকলো অংশৰ লোকক স্পৰ্শ কৰিব। ভাৰতৰ কৃষি খণ্ডৰ উন্নয়নক বাদ দি সাৰ্বিক উন্নয়ন সম্ভৱ জানো? ১৯৫০-৫১ চনত দেশৰ মুঠ ঘৰুৱা উৎপাদনত কৃষিৰ অৰিহণা আছিল ৬১ শতাংশ। বৰ্তমান দেশৰ ৬০ শতাংশ কৰ্মশক্তিক কৰ্মসংস্থান দিয়া এই কৃষি খণ্ডৰ মুঠ ঘৰুৱা উৎপাদনত অৰিহণা হ'ল ১৭ শতাংশ। ১৯৯৯-২০০০ বিত্তীয় বছৰৰ পৰা ২০০৮-০৯ বিত্তীয় বছৰলৈ

কেন্দ্ৰীয় বাজেটত কৃষি খণ্ডত ধন আবণ্টনৰ হতাশজনক প্ৰতিচ্ছবিয়ে কেন্দ্ৰীয় চৰকাৰৰ কৃষিৰ প্ৰতি চৰম অৱহেলাকেই প্ৰতিফলিত কৰে। ২০০৪-০৫ বিত্তীয় বছৰত কৃষি বিভাগত আবণ্টন আছিল মুঠ ঘৰুৱা উৎপাদন আৰু চৰকাৰৰ মুঠ বাজেটৰ ধনৰ ক্ৰমে ০.১৮ শতাংশ আৰু ১.১২ শতাংশ। ২০০৯-১০ বিত্তীয় বছৰত সামান্য বৃদ্ধি হৈ ০.২৫ শতাংশ আৰু ১.৫৭ শতাংশ হয়। কৃষিমন্ত্ৰীৰ পুঁজি শিতানৰ খৰচ (expenditure under capital accounts) ২০০১-০২ বিত্তীয় বছৰৰ ১০ ৩ শতাংশৰ পৰা ২০০৮-০৯ বিত্তীয় বছৰত ভীষণভাৱে হ্ৰাস কৰি ২.৬২ শতাংশ কৰে। কৃষি আৰু কৃষি আনুসঙ্গিক খণ্ডত পৰিকল্পনাসমূহৰ বিনিযোগৰ পৰিমাণ বছৰে বছৰে হ্ৰাস কৰি আছে। সপ্তম পৰিকল্পনাত মুঠ পৰিকল্পনাৰ বিনিয়োগৰ ৫.৮ শতাংশৰ বিপৰীতে একাদশ পৰিকল্পনাত ৩.৭ শতাংশহে বিনিয়োগ কৰিছে। বিশ্বৰ আন আন উন্নয়নশীল দেশৰ লগত তুলনা কৰিলে ভাৰতৰ কৃষিৰ আন্তঃগাঁথনি আটাইতকৈ পাছপৰা। ৭৫ শতাংশ নাগৰিকৰ জীৱন-জীৱিকাৰ সংস্থান কৃষি খণ্ডক ভাৰত চৰকাৰে কোনো গুৰুত্বই প্ৰদান কৰা নাই। এতিয়ালৈকে ৪০ শতাংশ খেতিৰ মাটিতহে জলসিঞ্চনৰ ব্যৱস্থা থকাৰ তথ্য পোৱা যায়। ইয়াৰে ৪০ শতাংশ মাটিত টিউবৱেলেৰে পানী যোগান ধৰা হয়। দিনে দিনে মাটিৰ তলৰ পানীৰ স্তৰ হ্ৰাস পাব ধৰিছে। সামগ্ৰিকভাৱে ভাৰতৰ কৃষি প্ৰকৃতিৰ দয়াৰ ওপৰত নিৰ্ভৰশীল।

অৱহেলিত কৃষি খণ্ডই সেয়ে উৎপাদন বৃদ্ধি কৰিব পৰা নাই। বিভিন্ন কৃষি সামগ্ৰীৰ উৎপাদনৰ বিকাশৰ হাৰ আছিল সপ্তম আৰু অষ্টম পৰিকল্পনাত ক্ৰমে ৩.৭ আৰু ৩.৯ শতাংশ নৱম পৰিকল্পনাত (১৯৯৭-২০০২) বিকাশৰ হাৰ হ্ৰাস হৈ হয় ২.০৬ শতাংশ। অকল খাদ্যশস্য (Foodgrain) উৎপাদনৰ হাৰ ১৯৯৩-৯৪ বিত্তীয় বছৰৰ পৰা ২০০৩-০৪ বিত্তীয় বছৰলৈ আছিল ০ ৬৯ শতাংশ। ২০০৪-০৫ বিত্তীয় বছৰৰ পৰা ২০০৯-১০ বিত্তীয় বছৰৰ সময়ছোৱাত উৎপাদনৰ হাৰ হ্ৰাস হয় ০.৩২ শতাংশলৈ। দ্বাদশ পৰিকল্পনাত (২০০৭-১২) কৃষিৰ উৎপাদন ৪ শতাংশ বিকাশৰ লক্ষ্য স্থিৰ কৰিছে যদিও দেশৰ বৰ্তমানৰ কৃষিৰ আন্তঃগাঁথনিত ৪ শতাংশ বিকাশ অসম্ভৱ কথা।

দেশৰ কৃষিখণ্ড অৱহেলিত হোৱাৰ ফলত নেচনেল চেম্পল ছাৰ্ভে সংগঠনৰ শেহতীয়া পিয়লত প্ৰকাশ পাইছে যে দেশৰ ৮০.৬ কোটি লোকে জীৱনধাৰণ কৰে দিনে ২০ টকা বা ইয়াৰ তলৰ খৰচত। ইয়াৰে ভিতৰত ২৩.৯ কোটি লোকে জীৱনধাৰণ কৰে দিনে মাত্ৰ ৯ টকা খৰচত। এই লোকসকলৰ বেছিভাগেই কৃষি খণ্ডৰ লগত জড়িত। এই লোকসকলৰ ল'ৰা-ছোৱালী জীয়াই থাকিবলৈ নিম্নতম প্ৰয়োজনীয় কেলোৰীৰ খাদ্য খোৱাৰ সামৰ্থ্য নাই। ভাৰতৰ তিনি বছৰ বা তলৰ বয়সৰ শিশুসকলৰ ৭৫ শতাংশ প্ৰয়োজনতকৈ কম ওজনৰ। ভাৰতত ১৯৯০ চনৰ পৰা ২০০৬ চনলৈ গড় মুঠ ঘৰুৱা উৎপাদন জনমুৰী ৫৩ শতাংশ বৃদ্ধি হৈছে। কিন্তু অপুষ্টিত ভোগা শিশুৰ হাৰ হ্ৰাস হৈছে মাত্ৰ ১২ শতাংশহে। আন্তৰ্জাতিক ভিত্তিত বিভিন্ন উন্নয়নশীল আৰু দুখীয়া দেশত অপুষ্টিত ভোগা শিশুৰ হাৰ হ্ৰাসৰ শতাংশ হ'ল ৩০। স্কুললৈ যোৱা শিশুসকলৰ ৭৫ শতাংশই আইৰণৰ অভাৱত ৰক্তহীনতাৰ চিকাৰ। ৫ বছৰৰ তলৰ বয়সৰ ৫৭ শতাংশ শিশুৰ ভিটামিন এ ঘাটি। দেশৰ কৃষিক্ষেত্ৰই জীৱন-জীৱিকাৰ নিশ্চয়তা দিব নোৱাৰাত কৃষিৰ লগত জড়িত ৪০ শতাংশ লোকে কৃষিখণ্ড পৰিত্যাগ কৰিব খুজিছে বুলি নেচনেল চেম্পল ছাৰ্ভে সংগঠনে প্ৰতিবেদনত উল্লেখ কৰিছে। ভাৰতৰ ৭৫ শতাংশ জনসাধাৰণৰ শংকাজনক অৱস্থাৰ মুখ্য কাৰণেই হ'ল দেশৰ কৃষিখণ্ডৰ দুৰৱস্থা। অৰ্থনীতিৰ আন আন খণ্ড যেনে— উদ্যোগ, মেনুফেক্চাৰিং, সেৱা আদিৰ উন্নতি হ'লেও ৭৫ শতাংশ লোকৰ জীৱন-জীৱিকাৰ সংস্থানৰ ক্ষেত্ৰত কৃষিক্ষেত্ৰৰ উন্নতি নহ'লে ভাৰতৰ

দৰে দেশৰ সাৰ্বিক উন্নতি সম্ভৱ নহয়। বিশ্ববেংকৰ বহু অভিজ্ঞতাৰ অন্তত ২০০৮ চনৰ বিশ্ব উন্নয়ন প্ৰতিবেদনত কৈছে যে উন্নয়নশীল আৰু দুখীয়া দেশসমূহত কৃষিখণ্ডৰ উন্নয়ন অবিহনে দাৰিদ্ৰ নিবাৰণ সম্ভৱ নহয়। ১৯৮২ চনৰ পাছত বিশ্ববেংকে কৃষিৰ বিকাশত গুৰুত্ব আৰোপ নকৰা বাবে আক্ষেপ কৰি ২০০৮ চনৰ বিশ্ব উন্নয়ন প্ৰতিবেদনত কৃষি বিকাশৰ দীঘলীয়া পৰ্যালোচনা কৰি সিদ্ধান্তত উপনীত হৈছে যে উন্নয়নশীল আৰু দুখীয়া দেশসমূহৰ কৃষিখণ্ডৰ বিকাশেই একমাত্ৰ পথ হ'ব দাৰিদ্ৰ নিবাৰণৰ। দাৰিদ্ৰ নিবাৰণৰ চীন দেশৰ অভিজ্ঞতাই বিশ্ববেংকৰ চকু মেল খুৱাইছে। বিশ্ববেংকে আলোকপাত কৰিছে যে চীন দেশৰ কৃষিৰ নাটকীয় বিকাশৰ ফলত গাঁৱলীয়া দৰিদ্ৰতা ১৯৮১ চনৰ ৫৩ শতাংশৰ পৰা ২০০১ চনত ৮ শতাংশলৈ হ্ৰাস পাইছে। বৰ্তমান চীনৰ গাঁৱলীয়া দৰিদ্ৰতাৰ শতাংশ মাত্ৰ ২.৮ শতাংশ (ৰাষ্ট্ৰসংঘৰ মানোন্নয়ন প্ৰতিবেদন - ২০০৯) বিশ্ববেংকে কৈছে, "Agriculture growth has special powers in reducing poverty across all country type" বিশ্ববেংকে আৰু কৈছে যে কৃষিৰ উন্নতিৰ ফলত জনসাধাৰণৰ দাৰিদ্ৰ দূৰ হ'লে তেওঁলোকৰ ক্ৰয়ক্ষমতা বৃদ্ধি পাব। তেতিয়া উদ্যোগ আৰু সেৱা আদি অৰ্থনীতিৰ বিভিন্ন খণ্ডৰ বিকাশ হ'ব। চীনৰ উদ্যোগ, সেৱা আদি খণ্ডৰ অভূতপূৰ্ব বিকাশৰ মূল কাৰণ কৃষিৰ উন্নয়ন। প্ৰতিবেদনত বিশ্ববেংকে আলোকপাত কৰিছে যে আজিলৈ অৰ্থনীতিৰ ইতিহাস পৰ্যালোচনা কৰিলে দেখা যায় যে১৮শ শতিকাত ইংলেণ্ডত আৰু ১৯শ শতিকাৰ জাপানত শিল্প বিপ্লৱৰ উত্থানৰ কাৰণ হ'ল কৃষিক্ষেত্ৰৰ বিপুল উন্নতি।

এই পটভূমিত ভাৰত চৰকাৰৰ কৃষিৰ প্ৰতি অৱহেলাৰ নীতিয়েই সাৰ্বিক উন্নয়নৰ অন্তৰায়। ভাৰতে কৃষিক অৱহেলা কৰা কাৰণে ৰাষ্ট্ৰসংঘৰ দাৰিদ্ৰ দূৰীকৰণৰ 'সহস্ৰাব্দ উন্নয়ন লক্ষ্য' (Millennium Development Goal) ২০১৫ চনৰ পৰা ২৮ বছৰ পিছুৱাই ২০৪৩ চন পাব বুলি যোৱা ৩ ছেপ্টেম্বৰত Sussex Universityৰ Institute of development studies'ৰ সঞ্চালক Prof. Lawrence Haddadয়ে কৈছে। তেখেতে কৈছে অৰ্থনীতিৰ বিকাশ হ'লে মানৱ উন্নয়ন সূচকৰ উন্নয়ন ঘটে সকলো দেশৰে, কিন্তু ভাৰত ব্যতিক্ৰম। অৰ্থনীতিৰ উচ্চ হাৰৰ বিকাশ সত্ত্বেও ইয়াত মানৱ উন্নয়ন সূচকৰ উন্নতি হোৱা নাই। বিশ্বৰ মুঠ অপুষ্টিত ভোগা শিশুৰ এক-তৃতীয়াংশ ভাৰতত। যিকোনো দেশৰ বাবে এই পৰিসংখ্যা ভয়ানক, বিশেষকৈ জি-২০৯ৰ সভ্য দেশ এখনৰ বাবে।

ভাৰতৰ ইউ পি এ চৰকাৰৰ ৮ বা ৯ শতাংশ মুঠ ঘৰুৱা উৎপাদন (জি ডি পি)ৰ বিকাশৰ গৌৰৱ অৰ্থহীন, দেশৰ সমগ্ৰ জনসাধাৰণৰ বাবে। এই বিকাশে ৮০ শতাংশ নাগৰিকক মুঠেই স্পৰ্শ কৰিব পৰা নাই। বিশ্ববেংকৰ মূল মালিক হ'ল আমেৰিকা, ব্ৰিটেইন, জাপান, জাৰ্মানী আদি উন্নত দেশ। এই দেশসমূহ উগ্ৰ কমিউনিষ্ট বিৰোধী। বিশ্ববেংকো সমাজবাদ বিৰোধী; কিন্তু এই বিশ্ববেংকে ভূয়সী প্ৰশংসা কৰিবলৈ বাধ্য হৈছে চীন দেশক কৃষি উন্নয়ন কাৰ্যসূচীৰে দেশৰ দাৰিদ্ৰ দূৰীকৰণ সম্ভৱপৰ কৰি তোলাৰ কাৰণে। প্ৰফেছৰ হাদ্দাদেও কৈছে যে ভাৰতে অপুষ্টিত ভোগাৰ অন্ত পেলাবলৈ চীন, ভিয়েটনাম, ঘানা, থাইলেণ্ড আৰু ব্ৰাজিলৰ পৰা অনুপ্ৰাণিত হোৱা উচিত। ভাৰত চৰকাৰ লজ্জিত হোৱা উচিত। While India has a long way to go in combating malnatrition, it can take inspiration from countries such as China, Thailand, Vietnam, Ghana and Brazil which have managed to do it successfully-- Prof. Haddad— Business Line- 04-09-2010)। দাৰিদ্ৰ দূৰীকৰণৰ কাৰ্যসূচীত ব্যৰ্থ হোৱাত ভাৰত চৰকাৰক আন্তৰ্জাতিক বিভিন্ন সংগঠনে পৰোক্ষভাৱে ধিক্কাৰ দিছে। ❑❑

*১ অক্টোবৰ, ২০১০ চন*

# বিবেচনাহীন উল্লাস

ভাৰতবৰ্ষৰ ৰাজনীতিত আৰু অৰ্থনীতিত যোৱা সপ্তাহত কেইটামান চমক লগোৱা ঘটনাৰ অভ্যুদয় হৈছে। ভাৰতবৰ্ষৰ শ্বেয়াৰ মাৰ্কেটে অভিলেখ স্থাপন কৰিছে— যোৱা ২১ ছেপ্টেম্বৰৰ দিনা শ্বেয়াৰ বজাৰৰ সূচক চেনছেক্সে ২০,০০০ অতিক্ৰম কৰিছে। ১৯৯০ চনত এই সূচক আছিল ১০০০। সেই একেইদিনাৰ আন এটি চমক লগোৱা বাতৰি হ'ল— দুৰ্নীতিৰ চৰম আত্মপ্ৰকাশ। দিল্লী চহৰত কমনৱেল্‌থ গেমচ উপলক্ষে নিৰ্মাণ কৰা পদ-দলং (Foot bridge) ভাঙি পৰিল আৰু যোৱা ২২ ছেপ্টেম্বৰৰ দিনা জৱহৰলাল নেহৰু ষ্টেডিয়ামৰ চিলিং ভাঙি পৰিল। প্ৰথমটো অতি সুখবৰ প্ৰধানমন্ত্ৰী, বিত্তমন্ত্ৰীকে ধৰি ভাৰতৰ অৰ্থনীতিৰ নীতি নিৰ্ধাৰকসকলৰ কাৰণে। এওঁলোক খুব সুখী আৰু গৌৰৱান্বিত হৈছে। দ্বিতীয় খবৰটোত আমাৰ দেশৰ ৰজা-মহাৰজাসকলৰ মূৰ দোৱাব লগা অৱস্থা হৈছে। ভাৰতৰ মজ্জাগত দুৰ্নীতি সংস্কৃতিয়ে আন্তৰ্জাতিক মৰ্যাদাপূণ কমনৱেল্‌থ গেমচকো বাদ দিয়া নাই। এটাৰ পাছত আনটো দুৰ্নীতিৰ ঘটনা বিস্ফোৰিত হ'ব ধৰিছে। কমনৱেল্‌থ গেমচৰ ব্যৱস্থা পৰিদৰ্শন কৰিবলৈ অহা বিদেশৰ প্ৰতিনিধিসকলে কৈছে— বাসস্থানসমূহ থকাৰ উপযোগী নহয় (Unliveable condition)। যোৱা বছৰ চীন দেশে অলিম্পিক খেলৰ অভূতপূৰ্ব আয়োজনে বিশ্বক চমক খুৱাইছে। ভাৰতে এই বছৰ সৰু খেল কমনৱেল্‌থ গেমচৰ আয়োজনৰ দুৰ্নীতিৰে বিশ্বক চমক খুৱাইছে।

পুঁজিবাদী অৰ্থনীতিৰ অৱস্থা প্ৰতিফলিত কৰে শ্বেয়াৰ বজাৰ বা ষ্টক মাৰ্কেটৰ সূচকেও। অৰ্থনীতিৰ পুঁজিবাদী তত্ত্ব মতে ভাৰতৰ অৰ্থনীতিৰ অৱস্থা নদন-বদন, কাৰণ দেশৰ ষ্টক মাৰ্কেটৰ অৱস্থা ৰমৰমীয়া। পুঁজিবাদী অৰ্থনীতিৰ মাহাত্ম্য এইখিনিতে যে এই অৰ্থনীতিৰ সমৃদ্ধিয়ে সমগ্ৰ জনসাধাৰণক স্পৰ্শ কৰিব নোৱাৰে। ষ্টক মাৰ্কেটৰ ৰমৰমীয়া অৱস্থাত দেশৰ পাঁচ শতাংশ লোকৰ মখত হাঁহি বিৰিঙিছে আৰু অত্যাৱশ্যকীয় সামগ্ৰীৰ মূল্যবৃদ্ধি, কৰ্মসংস্থানহীনতা আদিৰ বাবে ৮০ শতাংশ লোকৰ চকুৰ পৰা পানী ওলাইছে।

ভাৰতৰ প্ৰায় ৯৮ শতাংশ লোকৰ ষ্টক মাৰ্কেটৰ লগত কোনো সম্বন্ধ নাই। এই ৯৮ শতাংশ লোকে ষ্টক মাৰ্কেটত ধন বিনিয়োগ নকৰে। ষ্টক মাৰ্কেট বা শ্বেয়াৰ বজাৰ হ'ল উন্নত পুঁজিবাদী দেশৰ শিক্ষিত জনসাধাৰণৰ, যিসকলে পুঁজিবাদী অৰ্থনীতিৰ আদব-কায়দা বুজি পাই, তেওঁলোকে শ্বেয়াৰ মাৰ্কেটত ধন বিনিয়োগ কৰে বিনাপৰিশ্ৰমেৰে লাভৰ লালসাত, তৎক্ষণাত ধনী হ'বলৈ।

আমেৰিকা যুক্তৰাষ্ট্ৰত ১৯৬২ চন আৰু ২০০০ চনৰ মাজত ৬০ গুণ বৃদ্ধি হৈছে এই ফট্‌কাবাজী, জুৱা বৃত্তিত অংশগ্ৰহণ কৰা লোকৰ সংখ্যা। আমেৰিকাৰ ৮২ শতাংশ প্ৰাপ্ত বয়স্ক লোক শ্বেয়াৰ বজাৰ বা জুৱা ব্যৱসায়ত লিপ্ত। ১৯৭৫ চনত এই জুৱা ব্যৱসায়ত লিপ্ত লোকৰ শতাংশ আছিল

৬১। আমেৰিকাৰ চিকাগো চহৰৰ Yale বিশ্ববিদ্যালয়ৰ অৰ্থনীতিৰ প্ৰখ্যাত অধ্যাপক Robert J. Shiller-এ লিখা 'Irrational Exuberance' নামৰ কিতাপখন ২০০৬ চনৰ আগষ্ট মাহত নিউয়ৰ্কৰ এখন কিতাপৰ দোকানৰ পৰা সংগ্ৰহ কৰিছিলো। আমেৰিকাৰ ফেডাৰেল ৰিজাৰ্ভৰ (আমাৰ দেশৰ ৰিজাৰ্ভ বেংক) তদানীন্তন চেয়াৰমেন আলন গ্ৰীণস্পানে ষ্টক মাৰ্কেটৰ লগ্নীকাৰীসকলৰ প্ৰকৃতিৰ বৰ্ণনা কৰিবলৈ গৈ ১৯৯৬ চনৰ ৫ ডিচেম্বৰৰ দিনা 'Irrational Exuberance' অৰ্থাৎ 'বিবেচনা শক্তিহীন উল্লাস' বা 'নিৰ্বোধ উল্লাস' উক্তিটো ব্যৱহাৰ কৰিছিল। শ্বিল্লাৰে গ্ৰন্থখনৰ প্ৰথম পৰিচ্ছেদত কৈছে যে তেখেতে কিতাপখনৰ নামটো আলন গ্ৰীণস্পানৰ উক্ত উক্তিৰ পৰা ৰাখিছে। ৩০৪ পৃষ্ঠাৰ গ্ৰন্থখনত উৰণীয়া বিত্তীয় বজাৰৰ (Volatile Financial Market) মনস্তাত্ত্বিক উৎস (Psychological Origins) আৰু সকলো ধৰণৰ আধুনিক মুক্ত বজাৰ অৰ্থনীতিৰ পুঁজিৰ বজাৰত (Capital Market) ধন বিনিয়োগৰ জন্মগত অস্থিৰতা আৰু ষ্টক মাৰ্কেটৰ উত্থান-পতন, জন্মলগ্নৰ পৰা কেনেকৈ বাৰম্বাৰ ষ্টক মাৰ্কেটৰ পতন (Crash) হৈছে তাকে কৈছে। বিনিয়োগকাৰীসকল, কেনেকৈ প্ৰতাৰিত হৈছে তাৰ বিস্তাৰিত পৰ্যালোচনা কৰিছে। শ্বিল্লাৰে গ্ৰন্থখনৰ প্ৰথম পৃষ্ঠাত লিখিছে "কেইবাবছৰৰ পাছতো এতিয়াও মানুহে কিয় এনে 'নিৰ্বোধ উল্লাস' (Irrational Exuberance)ৰ প্ৰসংগ উল্লেখ কৰে? মই বিশ্বাস কৰো যে ১৯৯০ৰ দশকটোৰ ঘটনাসমূহ নিজ চকুৰে দেখা অন্তদৃষ্টিসম্পন্ন মানুহে সেই সময়ৰ সামাজিক পৰিঘটনাসমূহ বুজাবলৈ এই শব্দযুগলৰ জৰিয়তে এটা ব্যৱহাৰ উপযোগী নাম বিচাৰি পাইছিল আৰু প্ৰকৃততে এইটো দৃষ্টিগোচৰ হৈছে যে বজাৰৰ মনস্তত্ত্বৰ প্ৰভাৱত বজাৰক এক অস্বাভাৱিক উচ্চতা আৰু বৰ্তি থাকিব নোৱাৰা পৰ্যায়লৈ লৈ যাবলৈ প্ৰয়াস কৰাৰ সময়ত এনে ঘটনাসমূহ ইতিহাসত বাৰে বাৰে ঘটিছে।"

ষ্টক মাৰ্কেটৰ উৰণীয়া চৰিত্ৰই সৃষ্টি কৰা বুৰবুৰণিৰ (Bubble) বিস্ফোৰণে বিশ্বত বাৰে বাৰে অৰ্থনীতিৰ মহাবিপৰ্যয়ৰ সৃষ্টি কৰি আহিছে। যি মহাবিপৰ্যয়ে প্ৰত্যেকবাৰে বিশ্বৰ জনসাধাৰণৰ ভাগ্যলৈ কঢ়িয়াই আনিছে অশেষ দুখ-যন্ত্ৰণা, দৰিদ্ৰতা। ১৯৬৪ চনৰ পৰা ২০০০ চনলৈ বিশ্বত ২৫ বাৰ ষ্টক মাৰ্কেটৰ পতন (Crash) ঘটিছে। আনকি পুঁজিবাদী অৰ্থনীতিৰ অতি শ্ৰদ্ধেয় অৰ্থনীতিবিদ জে এম কিন্সে কৈছিল যে শ্বেয়াৰৰ মূল্য বঢ়া মানেই অৰ্থনীতি বা বিশেষ কোম্পানীটোৰ সুস্থতাৰ অতি ভাল অৱস্থা নুবুজায়। কিন্সৰ জেনেৰেল থিঅ'ৰিৰ দ্বাদশ অধ্যায়ৰ শ্বেয়াৰ বজাৰৰ বিশ্লেষণ সঠিক, সত্য। তেখেতে শ্বেয়াৰ বজাৰৰ অৰ্থনীতি ফট্কাবাজী, ভেলকীবাজী, জুৱাৰ অৰ্থনীতি বুলি সিদ্ধান্তত উপনীত হৈছিল। জন কেনেথ গলব্ৰেথে ১৯২৯-৩০ চনৰ অৰ্থনীতিৰ মহাসংকটৰ ওপৰত লিখা 'The Great Crash-1929'ত সুন্দৰভাৱে বৰ্ণনা কৰিছে কেনেকৈ ১৯২৯-৩০ চনৰ শ্বেয়াৰ বজাৰৰ বিপৰ্যয়ত জনসাধাৰণ অৰ্থনৈতিক দুখ-দুৰ্দশাৰ বলী হৈছিল আৰু দুৰ্দশাত ভাৰসাম্য হেৰুৱাই বহু লোকে আত্মহত্যা কৰিছিল। "Stocks were now selling for nothing. The Chicago and Buffalo Exchanges had closed. A suicide wave was in progress, and eleven well known speculators had already killed themselves." (24th Oct. 1929, page-122)"

এয়া হ'ল ষ্টক মাৰ্কেট, শ্বেয়াৰ মাৰ্কেটৰ অৰ্থনীতি, ফট্কাবাজী, জুৱাৰ অৰ্থনীতি। এই জুৱাৰ অৰ্থনীতিৰ অৱস্থা ভাল হ'লে জনসাধাৰণৰ কোনো ধৰণৰ লাভ নহয়, দুখ-দুৰ্দশা, দৰিদ্ৰতা নিবাৰণত অৰিহণা নোযোগায়। কিন্তু এই অৰ্থনীতিলৈ বিপৰ্যয় আহিলে ই মূল অৰ্থনীতিকো আক্ৰমণ কৰে— মূল অৰ্থনীতিলৈ সংকট আহিলে জনসাধাৰণৰ দুৰ্ভোগ হয়। যিসকল লোকে হয়তো শ্বেয়াৰ বজাৰৰ

নাম শুনা নাই বা শ্বেয়াৰ মাৰ্কেটৰ লগত কোনো সম্বন্ধ নাই তেওঁলোকেই বেছি দুৰ্ভোগ ভোগে অৰ্থনৈতিক মহাসংকটত। ১৯২৯,২০০৮ আদি চনৰ অৰ্থনীতিৰ সকলো মহাসংকটৰ সময়ত বিপদত পৰিছে সাধাৰণ লোক। এই বিত্তীয় বা ষ্টক মাৰ্কেটৰ সংকটে আৰম্ভ কৰা বৰ্তমানৰ অৰ্থনীতিৰ মহাসংকটৰ পৰা আজিও আমেৰিকা, ইউৰোপৰ বিভিন্ন দেশ, জাপান আদি দেশৰ জনসাধাৰণে দুখ-দুৰ্গতিৰ পৰা উদ্ধাৰ পোৱা নাই। যোৱা ২০ ছেপ্টেম্বৰত 'নিউয়ৰ্ক টাইমচ' কাকতত নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ পল ক্ৰুগমেনে লিখিছে "Poverty especially acute poverty, has soared in economic slump , millions of people have lost their homes Young people can't find jobs , laidoff 50-somethings fear that they'll never work again " (The Hindu - 21-09-10)

আমেৰিকাৰ দৰে উন্নত দেশৰেই উক্ত অৱস্থা। ষ্টক মাৰ্কেটে কেতিয়াও কোনো ভূমিকা পালন কৰা নাই জনসাধাৰণৰ অৰ্থনৈতিক দুখ-দুৰ্দশা লাঘৱ কৰাত। ষ্টক মাৰ্কেটত ধন বিনিয়োগৰ বিপৰীতে দেশত বিনিয়োগৰ দৰকাৰ উৎপাদনকাৰী প্ৰতিষ্ঠানৰ ক্ষেত্ৰত। এটি মজলীয়া উদ্যোগ বা কৃষি আদিত ১ কোটি টকা বিনিয়োগেৰে ১৫০ জন লোকৰ কৰ্মসংস্থানৰ সৃষ্টি হয়। আনহাতে শ্বেয়াৰ বজাৰত ১ কোটি টকা বিনিয়োগৰে এজনো লোকৰ বাবে কৰ্মসংস্থান সৃষ্টি নহয়। আমেৰিকাত এই ফট্‌কাবাজী বা জুৱা অৰ্থনীতি দেশৰ মুঠ অৰ্থনীতিৰ ৪০ৰ পৰা ৫০ শতাংশ কিন্তু এই অৰ্থনীতিয়ে কৰ্মসংস্থান দিয়ে আমেৰিকাৰ মুঠ কৰ্মসংস্থানৰ ৬ শতাংশক। আনহাতে ৫০ শতাংশ; উৎপাদনকাৰী অৰ্থনীতিয়ে কৰ্মসংস্থান দিয়ে মুঠ কৰ্মসংস্থানৰ ৯৪ শতাংশক। ৮০ শতাংশ দুখীয়া লোকৰ দেশ ভাৰতে শ্বেয়াৰ বজাৰৰ সমৃদ্ধিত আনন্দ কৰাৰ কোনো যুক্তি নাই। অৱশ্যে সৰ্বভাৰতীয় পৰ্যায়ৰ বাতৰি কাকতসমূহে বিশেষকৈ বাণিজ্যিক কাকতসমূহে মুখ্য শিৰোনামা কৰিছে ভাৰতৰ ষ্টক মাৰ্কেটৰ সমৃদ্ধিত। ষ্টক মাৰ্কেটৰ সমৃদ্ধি আহিছে বিদেশী আনুষ্ঠানিক বিনিয়োগকাৰীসকলৰ বাবে (FII)। তেওঁলোকে এৰাতিৰ ভিতৰতে ধন উঠাই নিলে আকৌ শ্বেয়াৰ বজাৰ বা ষ্টক মাৰ্কেটত ধুমুহা বলিব যিটো ঘটনা হৈছিল ২০০৮ চনৰ ডিচেম্বৰ মাহত ভাৰতৰ ষ্টক মাৰ্কেটত, এই বিদেশী বিনিয়োগকাৰীসকলে এৰাতিৰ ভিতৰতে ১০ বিলিয়ন ডলাৰ উঠাই লৈ গৈছিল।

আমাৰ দেশৰ ৯০ শতাংশ লোকে ষ্টক মাৰ্কেটৰ কথা বুজি নাপায়— এই বিষয়ে তেওঁলোকে বুজাৰো দৰকাৰ নাই। তেওঁলোকৰ জীৱন-জীৱিকাৰ উন্নতিত কোনো ভূমিকা নাই ষ্টক মাৰ্কেটৰ। সমস্যা হ'ল তেওঁলোকক প্ৰতিনিধিত্ব কৰা নেতাসকলৰ চৰকাৰখনৰ গভীৰ আকৰ্ষণ, হেঁপাহ এই শ্বেয়াৰ বজাৰৰ প্ৰতি। সি যিয়েই নহওক শ্বেয়াৰ বজাৰ অৰ্থনীতিৰে জনসাধাৰণৰ সাৰ্বিক উন্নয়ন ঘটাব পাৰিলে তেওঁলোকক নিশ্চয় সকলোৱে ধন্য মানিব। ❑❑

*১৫ অক্টোবৰ, ২০১০ চন*

# সামাজিক নিৰাপত্তাহীন শ্ৰমিক-কৰ্মচাৰীৰ যুগ

বৰ্তমান গুৱাহাটীত বিভিন্ন কোম্পানীৰ কাৰ্যালয়, ব্যক্তিগত-ৰাজহুৱা বেংক, বীমা কোম্পানী, বিমান বন্দৰ, ফ্লেট ইত্যাদি প্ৰতিষ্ঠানসমূহত শিক্ষিত অসমীয়া যুৱক-যুৱতীসকলক চুইপাৰ, পোৰ্টাৰ, গাৰ্ড, পিয়ন হিচাবে কাম কৰা দেখিব। এওঁলোকে যিসমূহ প্ৰতিষ্ঠানত বা সংগঠনত কাম কৰে সেই সংগঠনৰ কৰ্মচাৰী নহয় এওঁলোক। এই কৰ্মচাৰীসকল কোনো এখন বেলেগ ঠিকাদাৰী প্ৰতিষ্ঠানৰহে। ব্যক্তিগত বা ৰাজহুৱা খণ্ডৰ বেংক, বীমা কোম্পানী, বিমান বন্দৰ, ব্যক্তিগত কোম্পানীসমূহে তেওঁলোকৰ কাৰ্যালয় পৰিষ্কাৰ কৰা কাম (sweeping) নিৰাপত্তাৰক্ষীৰ কাম, পিয়নৰ কাম, মুটিয়াৰৰ কাম (porter) আদিৰ বাবে নিজে কৰ্মচাৰী নিয়োগ নকৰি কোনো এটা প্ৰতিষ্ঠানক ঠিকা দিয়ে বছৰেকীয়া বা তিনি বছৰেকীয়া চুক্তিৰ মাধ্যমত। চুক্তি মতে ঠিকাদাৰী প্ৰতিষ্ঠানটোৱে মাহে মাহে ধন লৈ কৰ্মচাৰী যোগান ধৰে বা চুক্তি অনুযায়ী দিনে নিয়মিত কামবোৰ সম্পাদন কৰে। প্ৰতিষ্ঠানটোৱে নিজৰ কাম নিজা কৰ্মচাৰীৰে নকৰি ঠিকা দিয়া ব্যৱস্থাটোক অৰ্থনীতিৰ ভাষাত আউটছোৰ্চিং বুলি কোৱা হয়।

এই আউটছোৰ্চিং সংস্কৃতি নবা-উদাৰ অৰ্থনীতিৰ অৱদান। এই অৰ্থনীতি সূচনা হোৱাৰ আগতে কোম্পানীসমূহে ৰাজহুৱা বা ব্যক্তিগতই হওক নিজৰ প্ৰতিষ্ঠানৰ কামৰ বাবে নিজে কৰ্মচাৰী নিয়োগ কৰিছিল। বৰ্তমান সংগঠিত প্ৰতিষ্ঠান বা কোম্পানীসমূহে লাভ বৃদ্ধি কৰিবলৈ স্থায়ী কৰ্মচাৰী নিয়োগ কৰিব নিবিচাৰে আৰু বেছি কৰ্মচাৰীৰ বোজা ল'ব নোখোজে। বেলেগ প্ৰতিষ্ঠানৰ পৰা শ্ৰম কিনি সস্তাতে প্ৰতিষ্ঠান চলাব বিচাৰে। নিজে কৰ্মচাৰী নিয়োগ কৰিলে প্ৰতিষ্ঠানটোৰ মান স্থায়ী কৰ্মচাৰীক দিয়া নিয়মেৰে দৰমহা দিব লাগিব। ছুটী, চিকিৎসা, পদোন্নতি, অৱসৰকালীন বিভিন্ন সুবিধা দিব লাগিব। আকৌ এই কৰ্মচাৰীখিনি পৰিচালনাৰ বাবে লোক লাগিব। আউটছোৰ্চিং কৰিলে সকলো বেমেজালিৰ পৰা ৰক্ষা। কাম-কাজত সন্তুষ্ট নহ'লে কৰ্মচাৰীসকলক পৰিচালনা বা ধমক দিয়াৰ দৰ্কাৰ নাই; ঠিকাদাৰী প্ৰতিষ্ঠানটোক ধমক দিলেই হ'ল।

আউটছোৰ্চিং বৰ্তমান অকল চতুৰ্থ শ্ৰেণীৰ বা দৈহিক শ্ৰমৰ কামৰ বাবেই নহয়, বিভিন্ন আমোলাৰ, হিচাপৰ, কম্পিউটাৰ, প্ৰযুক্তি আদি সকলো ধৰণৰ উচ্চ পৰ্যায়ৰ কামতো আউটছোৰ্চিঙৰ সংস্কৃতিৰ সূচনা হৈছে। কোনোবাই যদি কোনো বৃহৎ ব্যক্তিগত বেংকৰ ঋণ ল'ব বিচাৰে— ঋণ সংক্ৰান্ত সকলো কাম-কাজ কোনো ফাৰ্ম এখনে কৰি দিব। বেংক কৰ্তৃপক্ষই ঋণটো অনুমোদন কৰি চেকখন দিয়াৰ ব্যৱস্থাহে কৰিব মাত্ৰ। ব্যক্তিগত বেংক বা কোম্পানীয়েই নহয়, আয়কৰ ভৱনলৈ যাওক দেখা যাব যে ব্যক্তিগত কম্পিউটাৰ ফাৰ্মক কক্ষ দি কাৰ্যালয় খুলিব দিয়া হৈছে, তেওঁলোকে আয়কৰৰ বিভিন্ন কামৰ ঠিকা লৈছে।

উক্ত ঠিকা প্ৰতিষ্ঠানসমূহত কাম কৰা কৰ্মচাৰীসকলক অসংগঠিত বা আনুষ্ঠানিক খণ্ডৰ শ্ৰমিক

বুলি কোৱা হয়। এওঁলোকৰ মজুৰি অতি কম। উদাহৰণস্বৰূপে বেংক বা বীমা কোম্পানীত কাম কৰা চুইপাৰ এজনৰ দৰমহা আছিল ৮ বা ১০ হাজাৰ টকা। তাৰোপৰি আন আন সুবিধা অৱসৰকালীন সুবিধাৰ উপৰি চাকৰিৰ নিৰাপত্তা আছিল। বৰ্তমান আউটছোৰ্চিঙৰ কামৰ শবে ঠিকাদাৰৰ প্ৰতিষ্ঠানসমূহৰ হৈ বেংকত কাম কৰা চুইপাৰসকলৰ দৰমহা খুব বেছি দুই হাজাৰ টকা, প্ৰায়সকলৰ ১২০০ টকাৰ পৰা ১৫০০ টকা। তাৰোপৰি এই কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা নাই। মালিক অসন্তুষ্ট হ'লেই আদেশ দিয়ে কাইলৈৰ পৰা আহিব নালাগে। এওঁলোকে ছুটীত গ'লে দৰমহা নাপায়। চিকিৎসা, অৱসৰকালীন সুবিধা আদি দূৰৰ কথা। কামৰ সময়ৰ কোনো নিয়ম নাই। দিনে ১২/১৪ ঘণ্টা কাম কৰিব লাগে।

আউটছোৰ্চিং প্ৰতিষ্ঠানৰ যিসকল উচ্চ পৰ্যায়ৰ কৰ্মচাৰী, প্ৰযুক্তিবিদ, কম্পিউটাৰ পৰিচালক তেওঁলোকৰ বাবেও একেই নিয়ম-নীতি চাকৰিৰ। তেওঁলোকে ঠিকাদাৰী প্ৰতিষ্ঠানসমূহৰ হৈ বিভিন্ন চৰকাৰী, বেচৰকাৰী অনুষ্ঠানত কাম কৰিব লাগে। ঠিকাৰ কামসমূহ বান্ধি দিয়া সময়ৰ ভিতৰত সম্পূৰ্ণ কৰিব লাগে গতিকে দিনে-ৰাতি কাম কৰিব লাগে। নিম্নবেতনৰ এই কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা মালিকৰ মৰ্জিৰ ওপৰত। অৱসৰকালীন সুবিধা, সামাজিক নিৰাপত্তা নাই।

বিৰোধী দল বা চৰকাৰৰ বিৰোধী লোক নহয়, বিশিষ্ট অৰ্থনীতিবিদ ডঃ অৰ্জুন সেনগুপ্তৰ নেতৃত্বত কেন্দ্ৰীয় চৰকাৰে গঠন কৰি দিয়া National Commission for Enterprises in the Unorganised Sector-ৰ প্ৰকাশিত প্ৰতিবেদনত কৈছে যে যোৱা বছৰকেইটাত, অৰ্থাৎ নব্য-উদাৰ অৰ্থনীতি ৰূপায়ণ হোৱা দিন ধৰি যিমানখিনি কৰ্মসংস্থানৰ সৃষ্টি হৈছে সকলোখিনিয়ে অসংগঠিত বা অনানুষ্ঠানিক প্ৰকৃতিৰ। সেয়ে বৰ্তমান ভাৰতৰ মুঠ শ্ৰমিক-কৰ্মচাৰীৰ ৯২.৪ শতাংশ শ্ৰমিক-কৰ্মচাৰী অসংগঠিত বা অনানুষ্ঠানিক। প্ৰতিবেদনত কৈছে, "সহজ কথাত ইয়াৰ অৰ্থ হ'ল এয়ে যে এই সময়ছোৱাত সংগঠিত খণ্ডত বৃদ্ধি পোৱা সমস্ত কৰ্মসংস্থান অনানুষ্ঠানিক বা অসংগঠিত প্ৰকৃতিৰ, অৰ্থাৎ সামাজিক নিৰাপত্তা তথা কৰ্মৰ নিৰাপত্তা নথকা চাকৰি। ইয়াক এনেদৰেও ক'ব পাৰি যে আনুষ্ঠানিক খণ্ডক অনানুষ্ঠানিকতা প্ৰদান কৰা হৈছে, য'ত নিয়মীয়া শ্ৰমিকক সামাজিক নিৰাপত্তাৰ সা-সুবিধা নিদিয়াকৈ আৰু অস্থায়ী অথবা ঠিকা শ্ৰমিকক নিয়মীয়া শ্ৰমিকে পাবলগা সা-সুবিধাবোৰৰ পৰা বঞ্চিত কৰি নিযুক্তি দিয়া হৈছে আৰু এনেদৰেহে কৰ্মসংস্থান বৃদ্ধি বা সৃষ্টি কৰা হৈছে। (What this means in simple terms is that the enbire increase in the employment in the organised sector over this period has been informal in nature i.e. without any job or social security. This constitutes what can be termed as informulisation of the formal sector, where any employment increase consists of regular workers without social security benefies and casual or contract workers again without the benefits that should accrue to formal workers)

নব্য-উদাৰ অৰ্থনীতিৰ আশীৰ্বাদেৰে সৃষ্টি হোৱা প্ৰোজ্জ্বলিত ভাৰতৰ ৯২.৪ শতাংশ শ্ৰমিক-কৰ্মচাৰীৰ বিষয়ে ডঃ সেনগুপ্তৰ প্ৰতিবেদনত কৈছে "এওঁলোকৰ সৰহভাগৰে কৰ্মক্ষেত্ৰৰ পৰিৱেশ খুবেই শোচনীয় আৰু জীৱিকা-নিৰ্বাহৰ পথো একেবাৰে সীমিত। দেশখনৰ ভিতৰত তথা সমগ্ৰ বিশ্বত ক্ৰমবৰ্ধমান প্ৰতিযোগিতাৰে বলীয়ান হৈ বিশ্বায়নৰ প্ৰত্যাহ্বানসমূহকো সফলভাৱে মোকাবিলা কৰা 'প্ৰোজ্জ্বলিত ভাৰত'ৰ স'তে এনে এখন বিবৰ্ণ ছবিয়ে অস্বস্তিকৰভাৱে সহাবস্থান কৰি আছে।" ('For most of them, conditions of work are utterly deplorable and livelihood options few.

Such a sordid picture co-exists uneasily with 'Shining India' that successfully confronted the challenge of globalisation powered by increasing competition both within the country and across the world ')

সমগ্ৰ ভাৰতবৰ্ষৰ বৃহৎ মজলীয়া সৰু চহৰ, আনকি গ্ৰামাঞ্চলোত আজি অসংগঠিত শ্ৰমিক-কৰ্মচাৰীৰে ভৰি পৰিছে। গুৱাহাটী চহৰলৈকেই চাওক — ৰিক্সাৱালা, নিৰ্মাণ শ্ৰমিক, পৰিবহণ শ্ৰমিক আদিক বাদ দিও শিক্ষিত যুৱক-যুৱতীসকলে বৰ্তমানৰ প্ৰতিষ্ঠানসমূহৰ যিধৰণৰ হোৱাইট কালাৰ (White Colourjob) চাকৰি কৰে এই সকলোবোৰেই অসংগঠিত বা অনানুষ্ঠানিক প্ৰকৃতিৰ। এই কৰ্মচাৰীসকলৰ চাকৰিৰ নিৰাপত্তা, সামাজিক নিৰাপত্তা নাই। অতি নিম্ন মজুৰি, কামৰ সময় (Duty Hours)ৰ সীমা নাই, দিনে ১২/১৪ ঘণ্টা কাম কৰিব লাগে। দেশৰ বিভিন্ন ৰাজ্যৰ চৰকাৰে এই অসংগঠিত খণ্ডৰ শ্ৰমিক-কৰ্মচাৰীৰ বাবে নিম্নতম মজুৰি আইন কৰিছে। যেনে অন্ধ্ৰপ্ৰদেশ আৰু দিল্লীত আইনমতে নিম্নতম মজুৰি ৬৫০০ হ'ব লাগে। বৰ্তমান পেণ্টালুন, বিগ বজাৰ, ৱালমাৰ্টৰ দৰে খুচুৰা ব্যৱসায়ৰ প্ৰতিষ্ঠানসমূহতেই বহু লাখ কৰ্মচাৰী আছে নিম্ন মজুৰি আৰু অসংগঠিত প্ৰকৃতিৰ। হাস্পতাল, নাৰ্চিংহোম, বৃহৎ ব্যৱসায়ৰ প্ৰতিষ্ঠান সকলোতে অৱস্থা একেই। আইনক কোনোৱে পাত্তা নিদিয়ে।

কেন্দ্ৰীয় চৰকাৰে 'কণ্ট্ৰাক্ট লেবাৰ এক্ট - ১৯৭০ (Contract Labour Act regulation & abolition], 1970) সংশোধন কৰাৰ কথা ভাবিছে। বহুজাতিক নিগম, ভাৰতৰ বৃহৎ ব্যৱসায়ী গোষ্ঠীকে ধৰি ন্যস্তস্বাৰ্থ মহলৰ স্বাৰ্থক উপেক্ষা কৰাৰ শক্তি আছে জানো ইউ পি এ চৰকাৰৰ? চাকৰিৰ নিৰাপত্তা, ছুটী (Leave) কামৰ সময় (Duty hours), চিকিৎসাৰ সুবিধা, অৱসৰকালীন সুবিধা, সামাজিক নিৰাপত্তা, মজুৰি আদিৰ ব্যৱস্থা ৰাখি ঠিকা শ্ৰমিক আইন সংশোধন কৰাৰ ক্ষমতা আছে জানো কেন্দ্ৰীয় চৰকাৰৰ?

ইউৰোপৰ শ্ৰমিকসকল অৱসৰকালীন আৰু সামাজিক নিৰাপত্তা সম্বন্ধে খুব সচেতন। শ্ৰমিক-কৰ্মচাৰীৰ বাবে ইউৰোপৰ সকলো দেশতে সামাজিক নিৰাপত্তা খুব শক্তিশালী। নব্য-উদাৰ অৰ্থনীতি তথা অৰ্থনীতিৰ মহাসংকটৰ প্ৰেক্ষাপটৰ চৰকাৰসমূহে শ্ৰমিক-কৰ্মচাৰীৰ বৰ্তমানৰ সামাজিক নিৰাপত্তাৰ সুবিধা কৰ্তন কৰাৰ প্ৰস্তাৱৰ বিৰুদ্ধে ইউৰোপৰ সমগ্ৰ দেশতে শক্তিশালী শ্ৰমিক আন্দোলন সংগঠিত হৈছে। আনকি ছাত্ৰসকলেও এই আন্দোলনক সমৰ্থন জনাইছে। যোৱা ২৫ ছেপ্টেম্বৰৰ দিনা ফ্ৰান্সৰ পেৰিচ চহৰত ৰাষ্ট্ৰপতি নিকোলাচ চাৰকোজিৰ পেন্সন সংশোধন প্ৰস্তাৱৰ বিৰুদ্ধে ২৯ লাখ কৰ্মচাৰীয়ে বিক্ষোভ প্ৰদৰ্শন কৰিছে। সমগ্ৰ ফ্ৰান্সত ২০০টা বিক্ষোভ, শোভাযাত্ৰা সংগঠিত হৈছে। ভাৰতৰ অসংগঠিত বা অনানুষ্ঠানিক খণ্ডৰ শ্ৰমিক-কৰ্মচাৰীসকলৰ প্ৰায় শতাংশৰে সংগঠন নাই জীৱন-জীৱিকাৰ নিৰাপত্তাৰ দাবীত সংগ্ৰাম কৰিবলৈ। তেওঁলোকৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে কেন্দ্ৰীয় চৰকাৰে তেওঁলোকৰ পক্ষ লয় নে ব্যৱসায়ী গোষ্ঠীৰ পক্ষ লয় তাৰ ওপৰত। ☐☐

*২৯ অক্টোবৰ, ২০১০ চন*

# বাৰাক অ'বামা জিন্দাবাদ

আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিৰ ভাৰত ভ্ৰমণক লৈ বিৰাট হুলস্থুল হ'ল ভাৰতত। চৰকাৰ, ব্যৱসায়ী গোষ্ঠী, প্ৰচাৰ মাধ্যম, জনসাধাৰণৰ একাংশ সকলোৱে ব্যস্ত হৈ পৰিল বাৰাক অ'বামাৰ ভ্ৰমণৰ লগত। ভাৰতৰ হাজাৰ কোটি ৰাজহৰ ধনো খৰচ হৈছে অ'বামাৰ ভ্ৰমণৰ কাৰ্যসূচীত। আমেৰিকা যুক্তৰাষ্ট্ৰ পৃথিৱীৰ ভিতৰত ধনী দেশ, পুঁজিবাদী অৰ্থনীতিৰ কেন্দ্ৰ আৰু তীৰ্থস্থান। দ্বিতীয় মহাসমৰৰ সামৰণি পৰাৰ দিনৰ পৰা আমেৰিকা পৃথিৱীত সামৰিক আৰু অৰ্থনৈতিকভাৱে মহা পৰাক্ৰমী হৈ পৰিল। ছোভিয়েট ইউনিয়নৰ নেতৃত্বত সমাজবাদী শিবিৰৰ অস্তিত্ব থকা দিনলৈকে (১৯৯০ চনলৈ) আমেৰিকাৰ দাদাগিৰি সীমিত আছিল। ছোভিয়েট ইউনিয়নৰ পতনৰ পাছত আমেৰিকা যুক্তৰাষ্ট্ৰ পৃথিৱীৰ একছত্ৰী সম্ৰাট হৈ পৰিল। আমেৰিকা বিশ্বৰ বৃহত্তম পুঁজিপতিসকলৰ ৰাষ্ট্ৰ, দেশখনৰ সকলো ধৰণৰ নীতি-নিয়ম পৰিচালিত হয় এই পুঁজিপতিসকলৰ স্বাৰ্থ ৰক্ষাৰ বাবে। যেতিয়াই আমেৰিকাৰ স্বাৰ্থত, অৰ্থাৎ বৃহৎ পুঁজিপতিসকলৰ স্বাৰ্থত পৃথিৱীৰ কোনো ঠাইৰ পৰা বাধা প্ৰদান কৰে আঘাত কৰে আমেৰিকা হিংস্ৰ জন্তুৰ দৰে জঁপিয়াই পৰে। ইৰাক আফগানিস্থানৰ ঘটনাৰ ফালে চাওক— এই দেশকেইখনৰ আভ্যন্তৰীণ সমস্যাত হস্তক্ষেপেৰে দেশকেইখনৰ সাৰ্বভৌমত্ব শেষ কৰিছে। পৃথিৱীৰ কোনো দেশে বাধা দিবলৈ সাহস কৰা নাই। ছোভিয়েট ইউনিয়ন থকালৈকে আমেৰিকাৰ এই ধৰণৰ সাহস নাছিল।

ভাৰতৰ অৰ্থনৈতিক, আন্তঃগাঁথনি, উদ্যোগ আদিৰ কোনো ধৰণৰ উন্নয়নত আমেৰিকাৰ অৰিহণা আছেনে? স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুৱে দেখিছিল যে ভাৰতত তীখা উৎপাদন অতি কম। দেশ এখনে উন্নতি কৰিবলৈ হ'লে যন্ত্ৰপাতি, বিদ্যুৎ, ৰেইল, ঘৰ বন্ধা সকলোতে তীখাৰ প্ৰয়োজন। পৰ্যাপ্ত পৰিমাণে তীখা উৎপাদন কৰিব নোৱাৰিলে দেশ এখনৰ উন্নতি সম্ভৱ নহয়। তীখা উৎপাদনৰ বৃহৎ উদ্যোগ স্থাপনৰ বাবে ভাৰতৰ ধন আৰু প্ৰযুক্তিবিদ্যাৰ অভাৱ আছিল। ভাৰতৰ ব্যক্তিগত পুঁজিপতিসকলৰো সম্পদ নাছিল বৃহৎ তীখা উদ্যোগ গঢ়িবলৈ। জৱাহৰলাল নেহেৰুৱে উন্নত দেশ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ওচৰলৈ গৈ খাটনি ধৰিছিল ভাৰতত তীখা উদ্যোগ স্থাপন কৰাৰ বাবে ধন আৰু প্ৰযুক্তিৰ সহায়ৰ বাবে। আমেৰিকাই কৈছিল ভাৰতৰ তীখা উদ্যোগৰ কি দৰকাৰ, আমেৰিকাই যথেষ্ট তীখা উৎপাদন কৰি আমেৰিকান জাহাজেৰে তীখা ভাৰতলৈ পঠাই দিব। অৰ্থাৎ আমেৰিকাই নিবিচাৰে ভাৰতে আত্মনিৰ্ভৰশীল হওক তীখাত, ভাৰত আমেৰিকাৰ ওপৰত নিৰ্ভৰশীল হৈ থাকক। আমেৰিকান পুঁজিপতিয়ে ভাৰতলৈ তীখা পঠাব আমেৰিকান জাহাজ

কোম্পানীৰ জাহাজেৰে। জৱাহৰলাল নেহেৰু নিৰাশ হৈ ছোভিয়েট ইউনিয়নৰ ওচৰ চাপিছিল। ছোভিয়েট ৰাছিয়াই তৎক্ষণাত সম্মত হৈছিল ভাৰতত তীখা উদ্যোগ ভাৰত নিৰ্মাণ কৰিবলৈ আৰু দুৰ্গাপুৰ, ভিলাইত তীখা উদ্যোগ স্থাপন হৈছিল। পৰৱৰ্তী কালত ইউৰোপৰ সমাজবাদী দেশ কেইখনৰ সাহায্যত ভাৰতত পেট্ৰ'লজাত তেলৰ অন্বেষণ, শোধানাগাৰ স্থাপন আদি কাৰ্য সম্পন্ন হৈছিল। তীখা উৎপাদনেই ভাৰতত আজি বিভিন্ন বিষয়ৰ উদ্যোগৰ অগ্ৰগতিৰ মৌলিক আধাৰশীলা (Basic foundation) স্থাপন কৰিছিল। আমেৰিকাৰ পৰা তীখা ৰপ্তানি কৰি থাকিলে ভাৰতৰ আজি যিখিনি উন্নতি হৈছে সেইখিনি উন্নতি নহ'লহেঁতেন আৰু আন্তৰ্জাতিক কোনো বিষয়ৰ ভাৰত আমেৰিকাৰ লগত নাথাকিলে তীখা পঠোৱা বন্ধ কৰিলেহেঁতেন। আমেৰিকাই ভাৰত স্বাৱলম্বী হোৱাটো কেতিয়াও নিবিচাৰিছিল। ইন্দিৰা গান্ধীয়ে ১৯৭১ চনত পাকিস্তানৰ লগত যুদ্ধৰ সময়ত (বাংলাদেশ সৃষ্টিৰ) তদানীন্তন ৰাষ্ট্ৰপতি নিক্সনৰ সমৰ্থন বিচৰাত আমেৰিকাই পাকিস্তানৰ পক্ষে ভাৰতৰ বিৰুদ্ধে যুদ্ধ জাহাজ সপ্তম নৌবহৰ পঠাইছিল। ছোভিয়েট ইউনিয়নে ভাৰতক ৰক্ষা কৰিছিল। ৰাজীৱ গান্ধীয়ে ৰিগানৰ লগত কূটনৈতিক সম্পৰ্কৰ উন্নতিৰে ভাৰতত আমেৰিকান প্ৰযুক্তিক বিনিয়োগৰ ব্যৰ্থ চেষ্টা কৰিছিল।

ভাৰতৰ উন্নয়নত আমেৰিকাৰ অৰিহণাৰ ইতিহাসে কয় যে আমেৰিকা ভাৰতৰ কোনো সময়তে শুভাকাংক্ষী নাছিল। মুক্ত বজাৰ বা নব্য উদাৰ অৰ্থনীতিয়ে আমেৰিকা যুক্তৰাষ্ট্ৰৰ কঁকাল ভাগিলে। বৰ্তমান শক্তিশালী সমাজবাদী শিবিৰ নাই, প্ৰত্যাহ্বান জনাব পৰা শক্তি নাই পৃথিৱীত। কিন্তু আমেৰিকাৰ অৱস্থা কিয় আজি জৰাজীৰ্ণ। আমেৰিকাৰ নিজৰ অৰ্থনৈতিক নীতিয়ে নিজক শেষ কৰিলে— বিশ্বৰ জনসাধাৰণকো বিপদত পেলালে। ২০০৭-০৮ চনত বিশ্বৰ আৰম্ভ হোৱা অৰ্থনীতিৰ মহাবিপৰ্যয় আনিলে আমেৰিকান অৰ্থনীতিয়ে। ২০০৭ চনত আমেৰিকাৰ ছাব-প্ৰাইম বন্ধকী সংকট আৰু পৰৱৰ্তী কালত দীৰ্ঘস্থায়ী অৰ্থনীতিৰ মন্দা অৱস্থাৰ ফলত আমেৰিকাই বৰ্তমানে বিশ্বৰ অৰ্থনীতিৰ কোনো বিষয়তে আধিপত্য কৰিব পৰা শক্তি নাই। ভাৰতক আমেৰিকাৰ দৰকাৰ নে আমেৰিকাক ভাৰত দৰকাৰ। সমৃদ্ধিশালী আমেৰিকাক আজি নিবনুৱাৰ ভূতে খেদি ফুৰিছে, দ্বিতীয় মহাসমৰৰ পাছত অধিকতম নিবনুৱাৰ হাৰ। ভাৰতৰ দৈনিক বাতৰি কাকতসমূহে সঠিকভাৱেই কৈছে "obama's visit is all about economic and job growth" অ'বামাইও স্বীকাৰ কৰিছে তেখেতৰ ভ্ৰমণৰ উদ্দেশ্য "I make no apologies to do whatever I can for job creation and business investment in America"।

অ'বামাৰ দিল্লীতকৈ মুম্বাইৰ অধিক প্ৰয়োজন। মুম্বাই ভাৰতৰ অৰ্থনীতিৰ ৰাজধানী। সেয়ে অ'বামাৰ মুম্বাই ভ্ৰমণ গুৰুত্বপূৰ্ণ— বাঙ্গালোৰ ভ্ৰমণতো তেখেতে ইন্টাৰেষ্ট দিয়া নাই। ২০০ আমেৰিকান ব্যৱসায় অধিকাৰক (CEO) অ'বামাৰ লগত আহিছে তেওঁলোকৰ বাবে মুম্বাই দৰকাৰ দিল্লী নহয়। ভাৰতৰ কোম্পানীসমূহৰ প্ৰতিপক্ষৰ লগত আলোচনা কৰিছে তেওঁলোকে ভাৰতৰ লগত ব্যৱসায় বৃদ্ধিৰ বাবে। তেওঁলোকৰ কোম্পানীসমূহ জীয়াই ৰাখিবলৈ বজাৰ লাগে। ভাৰতে আমেৰিকাৰ পৰা আমদানিত সকলো ধৰণৰ বাধা উঠাই দিব। অ'বামাই কৈছে "I have marshalled the full resources of the US Government to increase exports to India"। অসামৰিক সামৰিক সকলো সামগ্ৰী ভাৰতলৈ ৰপ্তানি কৰিবলৈ আমেৰিকা উদ্‌গ্ৰীব হৈ পৰিছে। আমেৰিকাৰ ভাগ্য নিৰ্ণায়ক কোম্পানী, জেনেৰেল মটৰ, ফৰ্ড, জেনেৰেল ইলেক্ট্ৰিক, বোয়িং, জেনেৰেল ফুড,

ৱালমার্ট, বীমা, অস্ত্র কাৰখানা সকলো আমেৰিকান কোম্পানীক বজাৰ লাগে— উৎপাদিত সামগ্রী ভাৰতত বিক্ৰী কৰিব পাৰিলে কোম্পানীকেইটাৰ অৱস্থা ভাল হ'ব আৰু আমেৰিকান নাগৰিকক চাকৰি দিব পাৰিব— আমেৰিকান অৰ্থনীতিক সংকটৰ গৰাহৰ পৰা উদ্ধাৰ পোৱাৰ চেষ্টা কৰিব।

অক্সফোর্ড শিক্ষিত প্ৰধানমন্ত্ৰী মনোমোহন সিঙৰ ডক্টৰেল থেচিচ আছিল মুক্ত বজাৰৰ বাণিজ্য (Free Trade) তেখেতে মুক্ত বজাৰ অৰ্থনীতি ভালকৈ বুজি পায়।

আমেৰিকাই পাকিস্তানক বহু বিলিয়ন সামৰিক সাহায্য অবিৰত দি থাকে। ভাৰততো দহ বিলিয়ন ডলাৰৰ (Combat Aircraft) বহু সমাৰস্ত্ৰ বিক্ৰী কৰিব। ভাৰত আৰু পাকিস্তানৰ যুদ্ধ লাগিলে আমেৰিকাৰ বাবে খুব ভাল। ভাৰত-চীন যুদ্ধ লাগিলে আমেৰিকাৰ বাবে অতি উত্তম। আমেৰিকান সমৰাস্ত্ৰ কাৰখানাসমূহে দিনে-ৰাতিয়ে উৎপাদন কৰিব লাগিব। আমেৰিকাৰ নিবনুৱাসকলে চাকৰি পাব। আমেৰিকাই ভাৰতলৈ ৰপ্তানি কৰিব— কিন্তু ভাৰততে ৰপ্তানি কৰা সামগ্ৰীৰ ওপৰত বিভিন্ন বাধা-নিষেধ আৰোপ কৰিছে আমেৰিকাই। ভাৰতক ১৬টা টেকনোলজিকেল কেটেগৰি (Technological Categories)ৰ ১১টাৰ ওপৰতে প্ৰৱেশত বাধা-নিষেধ আৰোপ কৰিছে আমেৰিকাই। বিশ্ব বাণিজ্য সন্থাৰ ডোহা ৰাউণ্ডৰ সমাপ্তি ঘটা নাই আমেৰিকাৰ কাৰণেই — ভাৰতৰ দৰে উন্নয়নশীল দেশসমূহে কৃষিত ৰাজ-সাহায্য উঠাই দিব লাগে। আমেৰিকাৰ বাবে উদ্যোগীয় সামগ্ৰীৰ বজাৰ উন্নয়নশীল দেশসমূহে সম্পূৰ্ণ মুক্ত কৰি দিব লাগে। আমেৰিকাই কেইবাহাজাৰ বিলিয়ন ডলাৰ কৃষিত ৰাজ-সাহায্য উঠাই নিদিয়ে। লেটিন আমেৰিকাৰ দেশসমূহৰ চৰকাৰৰ প্ৰশাসন বাওঁপন্থী বা সমাজবাদী অৰ্থনীতিপন্থী দলসমূহে অধিকাৰ কৰাত আমেৰিকাৰ একছত্ৰী বজাৰৰ সংকোচন ঘটিছে। ব্ৰাজিলৰ নিচিনা বৃহৎ বজাৰ হেৰুৱাব লগা হৈছে। চীন ইতিমধ্যে বহু উন্নত হৈ গ'ল। চীনে আমেৰিকালৈ ৰপ্তানি কৰে ২৬২ বিলিয়ন ডলাৰৰ সামগ্ৰী, আমদানি কৰে ১৭২ বিলিয়ন ডলাৰ (২০০৯) অৰ্থাৎ ৯০ বিলিয়ন ডলাৰ চীনৰ বাণিজ্য ৰাহি। ভাৰত আৰু আমেৰিকাৰ মুঠ বাণিজ্যৰ পৰিমাণে হ'ল মাত্ৰ ৬০ ২ বিলিয়ন ডলাৰ। বৰ্তমানৰ পৰিস্থিতিত ভাৰত আমেৰিকাৰ বাণিজ্য বৃদ্ধি হ'লে আমেৰিকাৰ ৰপ্তানি বৃদ্ধি হ'ব।

আমেৰিকাৰ মুঠ বিদেশী লোকৰ ভাৰতীয় মূলৰ ৪ ৩ শতাংশ। ভাৰতে বহু ধন খৰচৰে আই আই টি, আই আই এম স্নাতক, বিভিন্ন ভাৰতীয় বিশ্ববিদ্যালয় মেডিকেল, ইঞ্জিনিয়াৰিং কলেজে স্নাতক স্নাতকোত্তৰ তৈয়াৰ কৰিছে। আমেৰিকাই বিনা খৰচে বিজ্ঞানী, অভিযন্তা, ডাক্টৰ আদি ভাৰতৰ পৰা পাইছে ভাৰতে ব্যৱহাৰ কৰিব পৰা নাই।

অ'বামাৰ ভ্ৰমণক লৈ ভাৰতৰ উচ্চ শ্ৰেণীৰ খুব হুলস্থূল লাগিছে। মনোমোহন সিঙে প্ৰটোকল ভঙ্গ কৰি বিমান বন্দৰত অ'বামাক আদৰণি জনাইছে। ভাৰতৰ জনসাধাৰণে বুজি পোৱা নাই আমেৰিকাক ইমান তেল লগালে ভাৰতৰ কি ধৰণৰ জাতীয় স্বাৰ্থ পূৰণ হ'ব। অৰ্থনীতিৰ সংকটৰ পৰা উদ্ধাৰ পাবলৈ আমেৰিকাৰ দৰকাৰ হৈছে ভাৰতৰ। ভাৰতৰ জাতীয় স্বাৰ্থত, জনসাধাৰণৰ স্বাৰ্থত আমেৰিকাক ভাৰতে ব্যৱহাৰ কৰিব পাৰিবনে? চীনে আমেৰিকাক ব্যৱহাৰ কৰিছে নিজৰ জনসাধাৰণৰ স্বাৰ্থত, জাতীয় স্বাৰ্থত। চীনে বৰ্তমান বহুত শক্তিশালী আমেৰিকাক ভয় নকৰে। আমেৰিকাই চীনৰ পৰা একলাখ কোটি ডলাৰ ঋণ লৈ নিজৰ অৰ্থনীতি চলাইছে। চীনে জনসাধাৰণৰ চাহিদা বৃদ্ধিৰে ঘৰুৱা বজাৰৰ বিৰাট সম্প্ৰসাৰণ কৰিছে। ভাৰতৰ জৰুৰী হ'ল জনসাধাৰণৰ ক্ৰয় ক্ষমতা বৃদ্ধিৰে ঘৰুৱা বজাৰখনৰ সম্প্ৰসাৰণৰ। এই বজাৰৰ ওপৰত ভিত্তি কৰি জাতীয় উদ্যোগৰ বিকাশসাধন। অ'বামাৰ

ভ্ৰমণৰ বাবে আমেৰিকাৰ বোয়িং কোম্পানীয়ে ৪.১ বিলিয়ন ডলাৰ নিবিদা পাইছে ২২,১৬০ কৰ্মসংস্থান সৃষ্টি হ'ব আমেৰিকাত। ঠিক সেইদৰে স্পাইছজেটৰ ক্ৰয় নিবিদাৰ ১.৭ বিলিয়নত ১২,৯৭০ জন কৰ্মসংস্থান আৰু ছয়টা প্ৰতিষ্ঠানৰ ছয়খন ক্ৰয় নিবিদা মুঠ ১০ বিলিয়ন ক্ৰয় অৰ্ডাৰৰ বাবে আমেৰিকাত ৫০ হাজাৰ চাকৰিৰ সৃষ্টি হ'ব।

অ'বামা ধনী নে দুখীয়া ঘৰৰ ল'ৰা কৃষ্ণ বৰ্ণৰ নে শ্বেতবৰ্ণৰ সেইটো ডাঙৰ কথা নহয় ; ডাঙৰ কথা হ'ল অ'বামা আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি, আমেৰিকাৰ ডেম'ক্ৰেটিক দলৰ প্ৰতিনিধি। অ'বামাই আমেৰিকা সাম্ৰাজ্যবাদী বৃহৎ পুঁজিপতিৰ ৰাষ্ট্ৰৰ স্বাৰ্থক প্ৰতিনিধিত্ব কৰিব। অ'বামাই তাকে নকৰিলে এদিনো ৰাষ্ট্ৰপতি হৈ থাকিব নোৱাৰে। ☐☐

*১৯ নৱেম্বৰ, ২০১০ চন*

# ইতিহাসৰ অৱসান হ'ল নে?

'Liberal capitalism had beaten communism and it would now be the way forever' এই কথাখিনি লিখিছে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজনীতিত প্ৰখ্যাত হোৱা দাৰ্শনিক, ৰাজনৈতিক, অৰ্থনীতিৰিদ ওচিহিৰো ফ্ৰান্সিচ ফুকুয়ামা (Yoshihiro Francis Fukuyama)ই তেখেতৰ বিখ্যাত গ্ৰন্থ 'ইতিহাসৰ শেষ' (The End of History and the lastman)ত। ১৯৮৯ চনত বাৰ্লিনৰ দেৱাল ভাঙি পেলোৱা আৰু ১৯৯১ চনত ছোভিয়েট ইউনিয়নৰ পতনৰ পাছত পুঁজিবাদী অৰ্থনীতিৰ পণ্ডিতসকলে এনেকুৱা ধাৰণাৰ সৃষ্টি কৰিলে যে পুঁজিবাদী অৰ্থনীতিয়েই পৃথিৱীত টিকি থাকিব আৰু ই মানৱ জাতিৰ মুক্তি আনিব— সমাজবাদী অৰ্থনীতিৰ দিন শেষ, বিফল হৈছে, ই অবাস্তৱ, মানৱ জাতিৰ মুক্তি আনিব নোৱাৰে। তথাকথিত গণতন্ত্ৰৰ আৰু পুঁজিবাদী অৰ্থনীতিৰ তত্ত্বৰে প্ৰভাৱান্বিত বুদ্ধিজীৱীসকল অতি উৎসাহিত হৈ পৰিছিল আৰু তত্ত্বগতভাৱে প্ৰমাণ কৰাৰ বাবে উঠি-পৰি লাগিছিল যে সমাজবাদী অৰ্থনীতি অবাস্তৱ, পুঁজিবাদী অৰ্থনীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব। এইক্ষেত্ৰত জাপানী মূলৰ আমেৰিকান পুঁজিবাদৰ আমেৰিকান বুদ্ধিজীৱী ফ্ৰান্সিচ ফুকুয়ামা অন্যতম। সেই সময়ত আনকি সমাজবাদী অৰ্থনীতিৰ সমৰ্থক বহু বুদ্ধিজীৱীও বিভ্ৰান্ত হৈছিল। ১৯৯২ চনত প্ৰকাশিত ফ্ৰান্সিচ ফুকুয়ামাৰ 'The End of History'য়ে আলোড়নৰ সৃষ্টি কৰিলে— 'The New York Times' Bestseller গ্ৰন্থত পৰিণত হ'ল। পুঁজিবাদৰ জয়-জয় ময়-ময় অৱস্থা। কাৰ্লমাৰ্ক্সে দাচ-কেপিটেলত প্ৰমাণ কৰি দেখুৱাইছিল যে পুঁজিবাদৰ সংকট জন্মগত। মাৰ্ক্সৰ তত্ত্ব অসত্য প্ৰমাণিত কৰিলে এই বুদ্ধিজীৱীসকলে। লেনিনৰ নেতৃত্বত ৰাছিয়াত ১৯১৭ চনত অক্টোবৰ বিপ্লৱ সফল কৰি সমাজবাদ প্ৰতিষ্ঠা কৰা হৈছিল— এই বিপ্লৱক ভুল বুলি প্ৰতিপন্ন কৰিছিল।

কিন্তু ২০০৭-০৮ চনত আকৌ ইতিহাসৰ গতি উলটি গ'ল। কাৰ্ল মাৰ্ক্সৰ বাণী সত্যত পৰিণত হ'ল। বিশ্বত পুঁজিবাদী অৰ্থনীতি দুৰ্লঙ্ঘ্য সংকটত নিমজ্জিত হ'ল। পুঁজিবাদী অৰ্থনীতিৰ কেন্দ্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰ, জাপান আৰু ব্ৰিটেইন, ইটালী, ফ্ৰান্স আদি ইউৰোপৰ দেশসমূহৰ অৰ্থনীতি জৰাজীৰ্ণ হ'ল। বিশ্বৰ বহু কোটি লোকে জীৱিকাৰ পথ হেৰুৱাই জীয়াই থকাৰ বাবে সম্বলহীন হ'ল। মানৱ জাতিৰ বাবে বিপৰ্যয় আহি পৰিল। এই বিপৰ্যয় আৰম্ভ হোৱাৰ আজি তিনি বছৰ পূৰ হ'বৰ হ'ল, নিৰাময় হোৱাৰ কোনো লক্ষণ নাই। যিসকল পণ্ডিতে বৰাই মাৰি কৈছিল যে সমাজবাদী অৰ্থনীতিৰ মৃত্যু হৈছে, পুঁজিবাদী অৰ্থনীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব, সেইসকলৰ মুখ ক'লা পৰিল, বহুতে সুৰ সলনি কৰিলে, বহুতে দাচ কেপিটেল কিনি আকৌ পুঙ্খানুপুঙ্খৰূপে পঢ়িব ধৰিলে। পুঁজিবাদী অৰ্থনীতি, বিশ্বায়নৰ উগ্ৰ সমৰ্থক ফুকুয়ামাই পুঁজিবাদী অৰ্থনীতিৰ বিপৰ্যয়ৰ বাবে তদানীন্তন ৰাষ্ট্ৰপতি জৰ্জ বুশ্বকহে দায়ী কৰিলে ; পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাৰ অন্তৰ্নিহিত ত্ৰুটিটো দেখা

নাপালে। ২০০৮ চনত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি নিৰ্বাচনৰ সময়ত তেওঁ ক'লে— "I'm voting for Barack Obama this November for a very simple reason It is hard to imagine a more disastrous presidency than that of George W Bush. It was bad enough that he launched an unnecessary war and undermind the standing of the united US states throughout the world in his first term But in the warning days of his administration, he is presiding over a collapse of the American financial system and broader economy that will have consequence for years to come."।

ফুকুয়ামাই জৰ্জ বুশ্বকে আমেৰিকাৰ যুদ্ধৰ বিভীষিকাৰ বাবে আৰু আমেৰিকাৰ পুঁজিবাদী অৰ্থনীতিৰ বিপৰ্যয়ৰ বাবে দায়ী কৰিছে। আমেৰিকা সাম্ৰাজ্যবাদী বৃহৎ পুঁজিপতিৰ ৰাষ্ট্ৰৰ নীতি হ'ল যুদ্ধৰ ফালেঙ্গী আৰু মুক্ত বজাৰ অৰ্থনীতি। অকল জৰ্জ বুশ্বেই নহয়, আমেৰিকা যুক্তৰাষ্ট্ৰই আৰু ইয়াৰ সকলোবোৰ ৰাষ্ট্ৰপতিয়েই এই নীতিকে দৃঢ়ভাৱে ৰূপায়ণ কৰি আহিছে। ১৯৪৫ চনত চীন দেশত সামৰিক হস্তক্ষেপৰ দ্বাৰা ১৯৫৪-৭৩ চনত ভিয়েটনাম, লেবানন (১৯৮২-৮৪) আৰু বহু দেশত সামৰিক আক্ৰমণকে ধৰি আজি ইৰাক, আফগানিস্থানত যুদ্ধ লগাইছে। আমেৰিকাত পুঁজিবাদী অৰ্থনীতিৰ ৰূপায়ণ হৈছে আমেৰিকা যুক্তৰাষ্ট্ৰ জন্মৰে পৰা। ১৯৮০ চনত ৰিগানে বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ মুক্ত বজাৰৰ পৰ্যায়টো আৰম্ভ কৰিছে। অ'বামায়ো কোনো ধৰণৰ মৌলিক অৰ্থনৈতিক নীতিৰ পৰিবৰ্তন অনা নাই, ৰিগান, বুশ্বৰ অৰ্থনৈতিক নীতিকে অনুসৰণ কৰিছে— অ'বামাই ৰূপায়ণৰ কৌশল হয়তো সলনি কৰিব পাৰে। পৃথিৱীত আজি স্পষ্টভাৱে প্ৰমাণিত হৈছে যে পুঁজিবাদী অৰ্থনীতিয়ে মানৱ জাতিৰ মুক্তি আনিব নোৱাৰে। পুঁজিবাদী অৰ্থনীতিৰ মুখ্য পৃষ্ঠপোষকসকলে বিশ্বৰ প্ৰধান উন্নয়নশীল দেশকেইখনক লগত লৈ জি ২০ গঠন কৰি উদ্ধাৰ হোৱাৰ প্ৰচেষ্টা চলাইছে— কামত অহা নাই, দিনে দিনে সংকট গভীৰহে হৈছে।

এই পটভূমিত বিশ্বত সমাজবাদী অৰ্থনীতিৰ প্ৰথম ৰাষ্ট্ৰ ছোভিয়েট ইউনিয়ন সৃষ্টিৰ মহান অক্টোবৰ বিপ্লৱৰ ৯৩ বছৰ পূৰ্ণ হ'ল। সেয়া আছিল ১৯১৭ চনৰ ২৫ অক্টোবৰত (নতুন কেলেণ্ডাৰমতে ৭ নৱেম্বৰ) সফল হোৱা লেনিনৰ নেতৃত্বত প্ৰথম সমাজতান্ত্ৰিক বিপ্লৱ। এই বিপ্লৱে নতুন ৰাষ্ট্ৰৰ তথা নতুন যুগৰ সৃষ্টি কৰে। বৰ্তমান সময়ত পুঁজিবাদী অৰ্থনীতিৰ সৰ্বনাশী ৰূপ আৰু গৰিষ্ঠসংখ্যক লোকৰ চৰম দুখ-দুৰ্দশাৰ প্ৰেক্ষাপটত বেছিকৈ উজ্জ্বল হৈ উঠিছে অক্টোবৰ বিপ্লৱৰ গুৰুত্ব, তাৎপৰ্য, প্ৰাসংগিকতা। সমকালীন ইতিহাসক নতুনকৈ ৰূপ দিয়াৰ বাবে সমাজবাদী অৰ্থনীতিৰ ছোভিয়েট ইউনিয়নৰ গৌৰৱোজ্জ্বল ভূমিকাৰ কথা সমাজতন্ত্ৰৰ বিৰোধীসকলেও স্বীকাৰ কৰিবলৈ বাধ্য হৈছে। বিশ্বৰ জনসাধাৰণৰ চকু বন্ধ কৰি ৰাখিব পৰা নাই কোনোৱে। তেওঁলোকে স্পষ্টভাৱে দেখিছে যি সময়ত উন্নত পুঁজিবাদী দেশসমূহত দাৰিদ্ৰ পীড়িত লোকৰ সংখ্যা দিনে দিনে বৃদ্ধি হৈছে সেই সময়ত চীনৰ দৰে ১৩০ কোটি লোকৰ জনসংখ্যাৰ দেশত সমাজবাদী অৰ্থনীতিয়ে জনসাধাৰণক দৰিদ্ৰ অৱস্থাৰ পৰা মুক্ত কৰিছে। লেটিন আমেৰিকাৰ এখনৰ পাছত এখন দেশে নিজৰ দেশৰ জনসাধাৰণক দাৰিদ্ৰ পৰা মুক্ত কৰাৰ বাবে পুঁজিবাদী অৰ্থনীতিৰ পৰিৱৰ্তে সমাজবাদী অৰ্থনীতি গ্ৰহণ কৰিছে। মানৱ সমাজৰ দুখ-দুৰ্দশাৰ অৱসানৰ ক্ষেত্ৰত পুঁজিবাদী উৎপাদন ব্যৱস্থা খাপ নোখোৱা হৈ পৰিছে। সেইটো অতি সুস্পষ্টভাৱে প্ৰমাণিত হ'ল বৰ্তমানৰ পুঁজিবাদী অৰ্থনীতিৰ বিশ্ব মহাসংকটৰ পৰা। দৰিদ্ৰতা, নিবনুৱা সমস্যা, প্ৰশাসনীয় দুৰ্নীতি, নৈতিক অধঃপতন, অপসংস্কৃতি, অমানৱীয়তা আদিক নিৰ্মূল কৰাৰ কোনো পৰিস্থিতি নাই পুঁজিবাদী সমাজ ব্যৱস্থাত— এইসমূহ এই সমাজ

ব্যৱস্থাৰ অঙ্গাঙ্গী। সেয়ে আজিৰ পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহ ক্ৰমবৰ্ধমান দৰিদ্ৰতা, নিবনুৱা, নৈতিক অধঃপতন, দুৰ্নীতিৰ সমস্যাত বুৰ গৈছে আৰু পুঁজিবাদী দেশসমূহৰ পৰস্পৰৰ মাজত সংকুচিত হৈ পৰা পণ্যৰ বজাৰৰ কাৰণে তীব্ৰ প্ৰতিদ্বন্দ্বিতা, জাতীয় তিক্ততা আদিৰ চূড়ান্ত প্ৰকাশ ঘটিছে। এনেকুৱা এক পৰিস্থিতিত আমেৰিকা-ইউৰোপৰ পুঁজিপতিসকলে নিজৰ দেশত যেনেকৈ নতুন চাহিদা সৃষ্টিৰ চেষ্টা কৰিছে তেনেকৈ বিশ্ব বজাৰৰ দখলৰ পৰিধি বিস্তাৰৰ চেষ্টা কৰিছে। আমেৰিকাৰ ৰাষ্ট্ৰপতি অ'বামাৰ অতি সম্প্ৰতি ভাৰত ভ্ৰমণৰ কাৰণো সংকুচিত হৈ পৰা পণ্যৰ বজাৰৰ সন্ধান। যোৱা ১১ আৰু ১২ নৱেম্বৰত অনুষ্ঠিত হোৱা জি-২০ শীৰ্ষ সন্মিলনতো পণ্যৰ বজাৰৰ প্ৰতিদ্বন্দ্বিতাৰ বাবে হাহাকাৰ। চীনৰ ওপৰত প্ৰচণ্ড হেঁচা— চীনৰ মুদ্ৰাৰ মূল্য বৃদ্ধি কৰিব লাগে। বিশ্ব বাণিজ্য সংস্থাৰ ডোহা ৰাউণ্ড— এই সকলোবোৰ পণ্য বজাৰ দখলৰ প্ৰতিযোগিতা। সমাজবাদী অৰ্থনীতিৰ লক্ষ্য হ'ল সমাজত যুগ যুগ ধৰি গঢ়ি উঠা শোষণৰ ব্যৱস্থা, উচ্চ শ্ৰেণীৰ দ্বাৰা জনসাধাৰণৰ নিপীড়ন, মানুহৰ মাজত বৈষম্য নিৰ্মূল কৰাহে, উচ্চ লাভৰ বাবে পণ্যৰ বজাৰ দখলৰ লক্ষ্য নহয়।

ফুকুয়ামা বা পুঁজিবাদী অৰ্থনীতিৰ বুদ্ধিজীৱীসকলে জোৰ-জবৰদস্তি কৰি ইতিহাস শেষ কৰিব নোৱাৰে— সমাজৰ দ্বন্দ্বই ইতিহাসক আগবঢ়াই লৈ যাব— যেতিয়ালৈ মানুহৰ মাজত দ্বন্দ্বৰ শেষ নহয়, ইতিহাসৰ শেষ নহয়। এইক্ষেত্ৰত মাৰ্ক্সে কোৱা কথা এষাৰলৈ মনত পেলাব পাৰি "বাস্তৱ জীৱনৰ উৎপাদন পদ্ধতিয়েই সাধাৰণভাৱে সমাজৰ সামাজিক-ৰাজনৈতিক আৰু চিন্তামূলক জীৱনটো নিৰ্ধাৰণ কৰি দিয়ে। মানুহৰ চেতনাই মানুহৰ অস্তিত্ব নিৰ্ধাৰণ নকৰে, বৰং বিপৰীতভাৱে মানুহৰ সামাজিক অস্তিত্বই মানুহৰ চেতনা নিৰ্ধাৰিত কৰি দিয়ে।" *(Critic of Political Economy-preface)* ❑❑

*২৬ নৱেম্বৰ, ২০১০ চন*

# দুৰ্নীতিয়ে এতিয়া নীতি

মথুৰাৰ ৰজা কংশই বালক কৃষ্ণক হত্যা কৰাৰ অভিসন্ধিৰে পূতনা নামৰ এজনী ৰাক্ষসীক ব্ৰজধামলৈ পঠাইছিল। পূতনাৰ ৰাক্ষসীয়ে মাতৃৰূপ ধাৰণ কৰি স্তনত বিষ ঘঁহি কৃষ্ণক স্তনপান কৰাই হত্যা কৰাৰ চেষ্টা কৰিছিল। পূতনা ৰাক্ষসীৰ মাতৃমূৰ্তি সংহাৰধৰ্মী ; অৰ্থাৎ এই ঘটনাটোৰ পৰা প্ৰকাশিত হৈছে যে মাতৃ ৰূপ লৈ সন্তানক গাখীৰ খুওৱাৰ ভাও পালেই প্ৰকৃত মা নহয়। কোনো এখন দেশৰ চৰকাৰে যদি জনসাধাৰণৰ উন্নয়ন, কল্যাণৰ পক্ষৰ ভাও লৈ চৰকাৰ গঠন কৰে মাত্ৰ পূতনা ৰাক্ষসীৰ দৰে চৰকাৰখনে জনসাধাৰণক সংহাৰ কৰাৰ অভিসন্ধিত লিপ্ত হয়, চৰকাৰখন জনসাধাৰণৰ প্ৰকৃত চৰকাৰ হ'ব নোৱাৰে।

ভাৰতত জাতীয় চৰকাৰ প্ৰতিষ্ঠা হোৱাৰ প্ৰায় ৬৩ বছৰ হৈ গ'ল। প্ৰথম অৱস্থাত দুৰ্নীতি, নৈতিক অধঃপতনৰ ঘটনা এটা-দুটা আছিল যদিও সমগ্ৰ চৰকাৰী যন্ত্ৰটোতে বিয়পি পৰা নাছিল। যোৱা ২০/২৫ বছৰে দুৰ্নীতি, নৈতিক অধঃপতন, জনসাধাৰণৰ উন্নয়নৰ বাবে জমা হোৱা চৰকাৰী কোষাগাৰৰ ধন লুটপাত আদি প্ৰতিষ্ঠানিক হৈ পৰিছে, সমগ্ৰ চৰকাৰী যন্ত্ৰটোৱেই দূষিত হৈ পৰিছে। ভূতপূৰ্ব প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ দিনৰ বফ'ৰ্চ কেলেংকাৰিৰ পৰা মন্ত্ৰী বুটা সিঙৰ কেলেংকাৰি, উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশে উৎকোচ লোৱা আদি দুৰ্নীতিৰ ঘটনাৰ আৰম্ভণিৰে আজি কেইবছৰমানে সঘনে এটাৰ পাছত আনটো দুৰ্নীতি, নৈতিক অধঃপতনৰ ঘটনাৰ বিস্ফোৰণ ঘটিছে। যোৱা এবছৰৰ ভিতৰতে অসমত উত্তৰ কাছাৰ পাহাৰ জিলাৰ চৰকাৰী ধন হাজাৰ কোটি টকাৰ হৰলুকি, ঝাৰখণ্ডৰ মুখ্যমন্ত্ৰী মধুকোড়াই কৰা হাজাৰ কোটি টকাৰ লুট, কমনৱেল্‌থ গেমছৰ বহু শ কোটি আত্মসাৎ, মহাৰাষ্ট্ৰৰ মুখ্যমন্ত্ৰী অশোক চৱনৰ আদৰ্শ হাউছিং ছোচাইটিৰ কেলেংকাৰি, কৰ্ণাটকৰ মুখ্যমন্ত্ৰী এড্ৰুৰাপ্পাৰ বেআইনীভাৱে আইৰণ ওৰ মাইনিঙৰ লাইচেন্স প্ৰদানেৰে বহু হাজাৰ কোটি লেন-দেনৰ অভিযোগ আৰু বেআইনী মাটি বিতৰণ আদি বহু দুৰ্নীতি আৰু কোষাগাৰৰ ধন আত্মসাতৰ ঘটনা আদি পোহৰলৈ আহিছে। বিভিন্ন বিৰোধী দলে বহুদিনৰ পৰা অভিযোগ কৰি অহা ২-জি স্পেকট্ৰাম লাইচেন্স প্ৰদানৰ অনিয়ম আৰু ধন আত্মসাতৰ অভিযোগ শেষত চৰকাৰী অডিত বিভাগ চি এ জিত নিশ্চিত কৰিলে যে উক্ত লাইচেন্স প্ৰদানত চৰকাৰৰ ১,৭৬০০০ কোটি টকা লোকচান হৈছে। বাওঁ দলসমূহে লাইচেন্স বিতৰণৰ যিবোৰ অভিযোগ আনিছিল চি এ জিয়ে সেইবোৰ সঁচা বুলি স্পষ্ট কৰি দিছে। ২-জি স্পেকট্ৰাম কেলেংকাৰি বৃহত্তম কেলেংকাৰিত পৰিণত হৈছে আৰু বিভিন্ন বিষয়া, কৰ্পোৰেট প্ৰতিষ্ঠানকে ধৰি টেলিকম মন্ত্ৰী এ ৰাজা মুখ্য অপৰাধী বুলি চিহ্নিত হৈছে। পাৰ্লিয়ামেণ্ট তথা দেশত ২-জি কেলেংকাৰিৰ হুলস্থুল হৈ থকা অৱস্থাতে জীৱন বীমা হাউছিং ফাইনেন্সৰ আন এটা কেলেংকাৰিৰ বিস্ফোৰণ ঘটিছে। দেশখনৰ অৰ্থনৈতিক, ৰাজনৈতিক সমাজ ব্যৱস্থা তথা চৰকাৰী

যন্ত্রৰ সর্বত্র কেন্সাৰ ৰোগৰ দৰে দুর্নীতিৰ প্রসাৰ ঘটিছে। কোর্ট-কাছাৰী, পঞ্চায়ত, পৌৰনিগম সকলো চৰকাৰী কার্যালয়ত ভেটি দিলেহে কাম কৰা সংস্কৃতিৰ সৃষ্টি হৈছে। জনসাধাৰণৰ জীৱন-জীৱিকাৰ উন্নয়নৰ আঁচনি, দেশৰ উন্নয়নৰ আঁচনিৰ অধিকাংশ ধনেই আত্মসাৎ কৰে দুষ্ট চক্ৰই। এই দুর্নীতিৰ সংস্কৃতি মজ্জাগত হৈ পৰিছে, প্রতিষ্ঠানিক ৰূপ লৈছে।

ভূতপূর্ব ভাৰতৰ চেণ্ট্রেল ভিজিলেন্স কমিচনাৰ প্রত্যুশ সিন্‌হাই কৈছে "If somebody has a lot of money, he is respectable Nobody questions by what means he has got the money" আজিৰ ভাৰতৰ সমাজ জীৱনত বহু ৰাজনৈতিক লোক, ব্যৱসায়ী, চৰকাৰী আমোলাতন্ত্রৰ লোকে অগাধ ধন-সম্পত্তিৰ মালিক হৈছে। তেওঁলোক সমাজত সন্মানীয় আৰু পৰাক্রমী শক্তি। ভাৰতত ধন থাকিলে যিকোনো বেআইনী তথা অপৰাধমূলক কাম কৰিব পাৰে , কোনো ধৰণৰ শাস্তি নহয়। দেশত আয়কৰ বিভাগ, চি আই ডি, চি বি আই, বিত্তীয় অপৰাধ বিভাগ, অ'ডিত আদি বহু বিভাগ আছে। প্রায় ৯৯ শতাংশ অপৰাধৰ ক্ষেত্রত এইসমূহ অকামিলা। ৰাজনৈতিক লবিত চৰকাৰী যন্ত্র আৰু ক'ৰ্পোৰেটৰ লুটপাতৰ প্রকোপে দেশৰ ৭০/৮০ শতাংশ লোকৰ জীৱনলৈ দুর্গতিৰ অভিশাপ কঢ়িয়াই আনিছে। আশী শতাংশ লোকৰ বাবে আমাৰ দেশৰ চৰকাৰখন পূতনা ৰাক্ষসী মাতৃৰ নিচিনা হৈছে। পূতনা ৰাক্ষসীয়ে যেনেকৈ মাতৃৰূপে শিশু কৃষ্ণক সংহাৰ কৰাৰ চেষ্টা কৰিছিল, বর্তমানৰ বিশ্বায়নৰ অর্থনীতিৰ তত্ত্বৰ চৰকাৰসমূহে জনসাধাৰণৰ চৰকাৰৰ ভেশচন লৈ ভাৰতৰ আশী শতাংশ লোকক সংহাৰ কৰিব নেকি। বাস্তৱত এনেধৰণৰ পৰিস্থিতিয়েই বিৰাজ কৰিছে ভাৰতবর্ষত। যোৱা ১১ অক্টোবৰত খাদ্যনীতি গৱেষণা প্রতিষ্ঠান (Food policy research Institute) নামৰ এটি আন্তর্জাতিক অনুষ্ঠানে প্রস্তুত কৰা বিশ্ব ক্ষুধা সূচক - ২০১০ (Global Hunger Index - 2010) অনুযায়ী ভাৰতত অধিকসংখ্যক লোক খাদ্যৰ অভাৱত লঘোনে থাকে আৰু উক্ত সংগঠনটোৱে পিয়ল কৰা ৮৪ খন দেশৰ ভিতৰত ভাৰতৰ স্থান ৬৭। সংগঠনটোৰ সমীক্ষা মতে ভাৰতৰ জনসাধাৰণৰ অৱস্থা নেপাল, শ্রীলংকা, পাকিস্তান, ম্যানমাৰতকৈও বেয়া। শ্রীলংকাৰ স্থান ৩৯, ম্যানমাৰৰ ৫০, পাকিস্তানৰ ৫২, নেপালৰ ৫৬। সমীক্ষাটোত দেশসমূহক চাৰিটা ভাগত ভাগ কৰিছে-- ১) মধ্যমীয়া (Moderate), ২) গুৰুতৰ (Serious), ৩) বিপজ্জনক (Alarming), ৪) অতি বিপজ্জনক (Extremely Alarming)। ভাৰতে স্থান পাইছে বিপজ্জনক কেটগৰিত। শ্রীলংকা, ম্যানমাৰ, পাকিস্তানৰ স্থান উন্নত গুৰুতৰত। ভাৰতৰ অর্থনৈতিক উন্নয়নৰ হাৰ পৃথিৱীত দ্বিতীয়। চীন প্রথম বছৰি ৮/৯ শতাংশ হাৰত ভাৰতৰ অর্থনৈতিক উন্নয়ন হয়। এই অর্থনৈতিক উন্নয়নৰ ভাগ জনসাধাৰণে পোৱা নাই। পূতনা ৰাক্ষসীৰূপী ভাৰত চৰকাৰে দেশৰ জনসাধাৰণক সংহাৰ কৰি অর্থনৈতিক উন্নয়নৰ সকলো লাভালাভেই দেশৰ পৰাক্রমী ৰাজনৈতিক, আমোলাতান্ত্রিক, ক'ৰ্পোৰেট লবিটোক হস্তগত কৰাৰ সুবিধা কৰি দিছে। উক্ত সমীক্ষাৰ চীন দেশৰ স্থান ৯ আৰু এক নম্বৰ কেটগৰী মধ্যমীযাত।

Global Financial Integrity (GFI)ৰ সমীক্ষা মতে চুইছ বেংক, আমেৰিকান বেংক আৰু বিশ্বৰ বিভিন্ন কৰহীন দেশত ভাৰতৰ এই পৰাক্রমী গোষ্ঠীটোৰ ক'লা ধন ২১ লাখ কোটি টকা (৪৬২ বিলিয়ন ডলাৰ) বিনিয়োগ কৰিছে। এই ধনসমূহ হস্তগত কৰিছে ১৯৪৮ৰ পৰা ২০০৮ চনৰ ভিতৰত। ইযাৰ উপৰি দেশৰ ভিতৰতে ক'লা ধন ৮ ৫ লাখ কোটি টকা (১৭৮ বিলিয়ন ডলাৰ) ঘূৰি আছে। উক্ত প্রতিষ্ঠানটোৰ সমীক্ষা মতে অর্থনৈতিক সংস্কাৰৰ আগত ১৯৪৮-১৯৯০ চনৰ

মাজত ভাৰতৰ মুঠ অৰ্থনীতিৰ ২৭ শতাংশ আছিল ক'লা ধন। ১৯৯১-২০০৮ চনৰ মাজত অৰ্থনীতিৰ সংস্কাৰৰ সময়ছোৱাত ক'লা ধনৰ পৰিমাণ হয় ভাৰতবৰ্ষৰ মুঠ অৰ্থনীতিৰ ৪৩ শতাংশ।

ভাৰতৰ সীমাহীন দুৰ্নীতি, নৈতিক অধঃপতন কেতিয়া শেষ হ'ব? হুলস্থূল হৈছে— লোকসভাত আলোড়নৰ সৃষ্টি হৈছে ; কিন্তু কি ব্যৱস্থা গ্ৰহণ কৰিলে দুৰ্নীতি, নৈতিক অধঃপতনৰ শেষ হ'ব? প্ৰকৃততে দুৰ্নীতি আৰু নৈতিক অধঃপতন আজিৰ অৰ্থনৈতিক ব্যৱস্থাই সৃষ্টি কৰিছে। ১৯৯০ চনৰ আগৰ ভাৰতৰ পুঁজিবাদী অৰ্থনৈতিক ব্যৱস্থাত দুৰ্নীতি, নৈতিক অধঃপতন সীমিত আছিল। ১৯৯১ চনত ভাৰতৰ অৰ্থনীতি বিশ্বায়ন, নব্য-উদাৰ নীতিলৈ পৰিৱৰ্তনৰ বাবে দুৰ্নীতি সীমাহীন হৈ সংহাৰী ৰূপ ধাৰণ কৰিছে।

মানৱ জাতিয়ে ক্ৰমবিকাশৰ স্তৰে স্তৰে তেওঁলোকৰ কাম, ক্ৰোধ, লোভ, মোহ প্ৰভৃতি আদিম বৃত্তিসমূহ ক্ৰমাত সংযমৰ বন্ধনত আনি সামাজিক ক্ষেত্ৰৰ উন্নয়ন কৰিছিল। আজিৰ বিশ্বায়ন অৰ্থনীতিয়ে ইয়াৰ মৌলিক স্বাৰ্থত এই সংযমৰ বান্ধোনক ক্ৰমে ক্ৰমে চূৰ্ণবিচূৰ্ণ কৰি দিছে। কাৰ্ল মাৰ্ক্সে কৈছিল ধনতান্ত্ৰিক সমাজৰ মূল্যবোধটো 'naked self interest' মনোবৃত্তিৰ। 'ফ্ৰি মাৰ্কেট', 'ফেয়াৰ কম্পিটিচন' আৰু 'প্ৰাইভেট প্ৰ'পাৰ্টি'ত মানুহক এক সমাজ বিচ্ছিন্ন একক, নগ্ন, আত্মস্বাৰ্থপৰ সত্তাত পৰিণত কৰে। 'a man who is concerned only with himself and does not care a rat for anybody else (Lenin)'। মানুহৰ কাম, ক্ৰোধ, লোভ, মোহ নৈতিক অধঃপতন আৰু বেছি উদ্দীপিত কৰি দিছে বিশ্বায়ন, মুক্ত বজাৰ অৰ্থনীতিয়ে। আত্মকেন্দ্ৰিকতা, লোভ, অমানৱীয়তা, স্বাৰ্থপৰতা আদি দুৰ্গুণৰ প্ৰবৃত্তি বিশ্বায়ন অৰ্থনীতিৰ এটা প্ৰধান উপাদান। সমাজৰ প্ৰতি দায়বদ্ধতাৰ পৰিৱৰ্তে নিজৰ প্ৰতি দায়বদ্ধতাৰ সংস্কৃতি আনিছে বিশ্বায়নে। বিশ্বব্যাপী পুঁজিবাদী বিশ্বায়নৰ মকৰাজালৰে ৮০ শতাংশ বঞ্চিত লোকক মেৰিয়াই ৰাখিছে। ফলত সমাজত বঞ্চিত লোকৰ অৱস্থাৰ উন্নয়নৰ পৰিৱৰ্তে ব্যক্তিগত অৱস্থাৰ উন্নয়ন চিন্তাই প্ৰাধান্য পাইছে।

এ ৰাজা, অশোক চৱনৰ মন্ত্ৰীত্ব গ'ল, কেইদিনমানৰ বাবে হয়টো জেইললৈ যাব। আকৌ জামিনত জেইলৰ পৰা ওলাই আহিব। সমাজত স্বাভাৱিক জীৱন-যাপন কৰিব। মন্ত্ৰীত্ব নাপালেও কোম্পানী খুলি বৃহৎ ব্যৱসায় আৰম্ভ কৰিব। দেশত কিন্তু বিশ্বায়নৰ অৰ্থনীতি চলিয়েই থাকিব। দুৰ্নীতি, ভ্ৰষ্টাচাৰ জন্ম দিয়াৰ মূল উৎস থাকিয়েই যাব। বিশ্বায়নৰ অৱসান নহ'লে দুৰ্নীতি, ভ্ৰষ্টাচাৰ, নৈতিক অধঃপতনৰ অৱসান হ'ব জানো? ভিত্তি (structure) ধ্বংস নহ'লে উপৰিসৌধৰ (superstructure) মৃত্যু নহয়। ❑❑

*৩ ডিচেম্বৰ, ২০১০ চন*

# অসমৰ মানুহ চহৰীয়া হ'ব নে গাঁৱলীয়া হৈ থাকিব

আপুনি চহৰত বাস কৰিব নে গাঁৱত বাস কৰিব? গাঁৱত এখন সমাজ আছে, চহৰত সামাজিক জীৱন নাই। চহৰত সকলোৱে নিজক লৈ ব্যস্ত থাকে, আনৰ প্ৰতি কোনো চিন্তা নাই। প্ৰায়সকলৰে ইজনৰ লগত সিজনৰ চিনাকি নাই। অৱশ্যে সৰু চহৰত অলপ সামাজিক জীৱন আছে। গাঁৱত সকলোৱে সকলোকে চিনি পায়, ইজনে সিজনৰ বিপদত আগবাঢ়ি আহে সহায়ৰ বাবে। ডাঙৰ চহৰবোৰত একে অট্টালিকাৰে বিভিন্ন ফ্লেটত বাস কৰা পৰিয়ালসমূহৰ ইঘৰে সিঘৰক চিনি নাপায়, চিনাকি হ'বলৈও নিবিচাৰে। চহৰীয়া সমাজ বা জীৱন এনেকুৱাই আত্মকেন্দ্ৰিক। তথাপি সকলো মানুহে চহৰলৈ আহিবলৈ বিচাৰে, চহৰত বাস কৰিব বিচাৰে। বহু কষ্ট কৰিও চহৰতে থাকিব বিচাৰে।

অৰ্থনীতি মানৱ জাতিৰ বুনিয়াদ। চহৰৰ সামাজিক জীৱন বেয়া হ'লেও, কষ্টকৰ হ'লেও মানুহে জীৱন-জীৱিকাৰ বাবে পেট প্ৰৱৰ্তনৰ বাবে চহৰলৈ আহে। পুঁজিবাদী অৰ্থনীতিৰ অৱদান চহৰ। বিজ্ঞান-প্ৰযুক্তিৰ অভূতপূৰ্ব উন্নয়ন কথা অৰ্থনীতিৰ বিভিন্ন পৰ্যায়ৰ উন্নয়ন আৰু পৰিৱৰ্তনে পৃথিৱীত চহৰৰ গুৰুত্ব বৃদ্ধি কৰিছে। দিনে দিনে চহৰীয়া লোকৰ সংখ্যা পৃথিৱীৰ সকলো দেশতে বৃদ্ধি পাব ধৰিছে। অসমীয়া শিক্ষিত যুৱক-যুৱতী শিৱসাগৰ, নগাঁৱলৈ নগৈ বাঙ্গালোৰ, পুনে, নতুন দিল্লী, মুম্বাইলৈ যায় কিয়— কাৰণ সেই চহৰসমূহত থাকিলে চাকৰি যোগাৰ কৰি ল'ব পাৰিব। অভিযন্তা, প্ৰযুক্তিবিদসকলে চাকৰি পালে বঙাইগাঁও, ডিগবৈ, দুলীয়াজানলৈও যাব। গাঁৱত কৃষি কৰ্মৰ দ্বাৰা পেট প্ৰৱৰ্তন কৰিব নোৱাৰিলে লোকে চহৰলৈ গৈ ৰিক্সা চলাব, দিনমজুৰি কৰিব বা বিভিন্ন দৈহিক কাম বিচাৰিব। অৰ্ধশিক্ষিত বা শিক্ষিত যুৱকে অটোৰিক্সা চলাব, ড্ৰাইভাৰ হ'ব, সৰুসুৰা ব্যৱসায় কৰিব বা আন কোনো কৰ্মসংস্থানৰ সন্ধান কৰিব। চহৰবোৰে মানুহৰ জীৱন-জীৱিকাৰ সুযোগ সৃষ্টি কৰে। সৰু চহৰবোৰেও কৰ্মসংস্থান সৃষ্টি কৰে। গোৱালপাৰা, মঙ্গলদৈ, বিশ্বনাথ চাৰিআলী, বোকাখাট অতি সৰু চহৰ হ'লেও সেইবোৰতো বিভিন্ন কামৰ বাবে কৰ্মসংস্থান সৃষ্টি হয়।

সামন্তবাদী অৰ্থনীতিৰ পৰা পুঁজিবাদী অৰ্থনীতিলৈ বৈপ্লৱিক পৰিৱৰ্তনৰ ফলত মানুহক বাধ্য কৰিছিল কৃষি কৰ্ম এৰি কল-কাৰখানাত কাম কৰিবলৈ। কল-কাৰখানাই চহৰৰ সৃষ্টি কৰিছিল। বৰ্তমানৰ পৰিৱৰ্তিত অৰ্থনীতিৰ পৰিস্থিতিত কৃষিকৰ্মই জনসাধাৰণৰ সকলোকে জীৱন-জীৱিকাৰ পথ বা কৰ্মসংস্থান দিব পৰা ক্ষমতা নাই। কৃষি অৰ্থনীতিৰ পৰা উদ্বৃত্ত হৈ মানুহ জীৱন-জীৱিকাৰ সন্ধানত চহৰমুখী হোৱা কাৰণে বিশ্বত চহৰীয়া লোকৰ পৰিমাণ বৃদ্ধি হৈছে আৰু চহৰৰ ওপৰত লোকে নিৰ্ভৰশীল হৈ পৰিছে। ৰাষ্ট্ৰসংঘৰ হিচাপমতে বিশ্বৰ মুঠ জনসংখ্যাৰ ৫০ শতাংশ লোক ২০৫০ চনৰ ভিতৰত চহৰত বাস কৰিব। অৱশ্যে ২০৫০ চনত ভাৰতৰ ৪৫ শতাংশ লোকহে চহৰীয়া

হ'ব। আমেৰিকা, জাৰ্মানী, ব্ৰিটেইন, জাপান, ফ্ৰান্স আদি উন্নত দেশত ইতিমধ্যেই ৮০ শতাংশতকৈও অধিক লোক চহৰত বাস কৰে। ভাৰতৰ ২০ খন মুখ্য চহৰত দেশৰ দহ শতাংশ লোক বাস কৰে। এই দহ শতাংশ লোকে দেশৰ জাতীয় আয়ৰ ৩০ শতাংশ উপাৰ্জন কৰে। দেশৰ মুঠ ব্যয়ৰ ২১ শতাংশ ব্যয় কৰে এওঁলোকে আৰু উদ্বৃত্ত আয়ৰ ৬০ শতাংশ এই চহৰকেইখনৰ। বৰ্তমানৰ অৰ্থনীতিৰ পৰিস্থিতি আৰু প্ৰৱণতাই লোকক নগৰীয়া জীৱন-যাত্ৰাৰ ফালে লৈ যাবলৈ বাধ্য কৰিছে। এই প্ৰৱণতা কোনেও ইচ্ছা কৰিও বন্ধ কৰিব নোৱাৰে। নগৰায়নৰ প্ৰৱণতাক বাধা দিয়া মানে অৰ্থনীতিৰ প্ৰগতি আৰু উন্নয়নক বাধা প্ৰদান কৰা। সেয়ে নগৰায়নৰ প্ৰগতিৰ হাৰৰ পৰা বহুক্ষেত্ৰত কোনো এখন দেশৰ, ৰাজ্যৰ অৰ্থনৈতিক প্ৰগতিৰ জোখ-মাখ কৰিব পাৰি।

২০০১ চনৰ লোকপিয়ল মতে ভাৰতৰ গড়ে ২৮ শতাংশ লোকে চহৰত বাস কৰে। এই পিয়ল মতে চহৰত বাস কৰা লোক অসমত দেশৰ ভিতৰতে সৰ্বনিম্ন, ১৩ শতাংশহে মাত্ৰ। এই তথ্যৰ অৰ্থ হ'ল অসমত আধুনিক অৰ্থনৈতিক উন্নয়নৰ মাত্ৰা আন ৰাজ্যসমূহৰ তুলনাত অতি নিম্নমানৰ। অসমৰ চহৰসমূহে জনসাধাৰণক উন্নত জীৱন-যাপনৰ বাবে জীৱিকাৰ পথ দিব পৰা নাই। অসমৰ লোক চহৰলৈ আহিলে কৰ্মসংস্থান বিচাৰি নাপায়। সেয়ে গাঁৱতে থাকি জীৱিকাৰ পথৰ সন্ধান কৰে। যিকোনো উপায়ে জীয়াই থাকিবলৈ।

ভাৰত চৰকাৰে নতুন অৰ্থনৈতিক উন্নয়নৰ আন্তঃগাঁথনিসমূহ দেশৰ কেইখনমান চহৰতে কেন্দ্ৰীভূত কৰিছে। উক্ত ২০ খন চহৰৰ ভিতৰত অসমৰ এখনো নাই। বৰ্তমানৰ পৰিৱৰ্তিত অৰ্থনীতিৰ পটভূমিত জনসাধাৰণৰ দৰিদ্ৰতা নিবাৰণৰ বাবে কৰ্মসংস্থান সৃষ্টি কৰিবই লাগিব— ইয়াৰ কোনো বিকল্প নাই, অন্যথা অসমৰ জনসাধাৰণে ভাৰত তথা বিশ্বৰ জনসাধাৰণৰ লগত খোজ মিলাব নোৱাৰিব, অৰ্থনৈতিকভাৱে অতি দুৰ্বল হৈ থাকিব। আধুনিক অৰ্থনীতিৰ আন্তঃগাঁথনিৰ প্ৰতিষ্ঠান প্ৰতিষ্ঠা হ'লে চহৰৰ সৃষ্টি হয। কোনো ঠাইত এটি উদ্যোগ স্থাপন হ'লে সেই ঠাইখন চহৰলৈ ৰূপান্তৰিত হয।

ব্ৰিটিছে অসমত চাহখেতি কৰা কাৰণে বহুকেইখন ধুনীয়া সৰু চহৰৰ সৃষ্টি হৈছিল। তেল আৰু কয়লা উৎপাদনেও ডিগবৈ, দুলীয়াজান, মাৰ্ঘেৰিটাৰ সৃষ্টি কৰিছিল। এই চহৰকেইখন আধুনিক আৰু পৰিকল্পিত সৰু চহৰ আছিল। ইমান সংখ্যক পৰিকল্পিত সৰু চহৰ সেই সময়ত ভাৰতবৰ্ষৰ কোনো ৰাজ্যতে নাছিল। সেইদৰে দ্বিতীয় মহাসমৰৰ ক্ষেত্ৰত অসম গুৰুত্বপূৰ্ণ কেন্দ্ৰ হোৱা বাবে অসমৰ তদানীন্তন প্ৰত্যেকটো জিলা সদৰতে বিমান বন্দৰ আছিল। আনকি ডিব্ৰুগড় চহৰত মোহনবাৰী, চাবুৱা, ডিনজান তিনিটা বিমান বন্দৰ আছে আৰু তিনিওটা বিমান বন্দৰতে এয়াৰ বাছৰ নিচিনা ডাঙৰ বিমান নামিব পাৰে। ব্ৰিটিছে তৈয়াৰ কৰা চহৰকেইখন সৰু হ'লেও স্থাপত্যৰ ৰীতি অনুযায়ী (architectural) নিৰ্মাণ কৰিছিল। নগাঁও চহৰ নিৰ্মাণ কৰিবলৈ দায়িত্বত থকা ব্ৰিটিছ চাহাবজনে বেছি ৰাস্তা বনাই বেছি খৰচ কৰা কাৰণে তেওঁক তৎক্ষণাৎ বদলি কৰিছিল। ব্ৰিটিছে তৈয়াৰ কৰা চহৰ নগাঁও, তেজপুৰৰ লগত অসমীয়া বা ভাৰতীয় কৰ্তৃপক্ষই তৈয়াৰ কৰা চহৰ নলবাৰীক তুলনা কৰক— আকাশ-পাতাল প্ৰাৰ্থক্য। ব্ৰিটিছে অসম এৰি যোৱাৰ পাছত এখনো পৰিকল্পিত চহৰৰ সৃষ্টি নহ'ল। ব্ৰিটিছে তৈয়াৰ কৰি যোৱা চহৰৰ ৰাস্তা-ঘাট মুকলি ঠাই বেদখল কৰি চহৰসমূহ বিশৃংখল কৰিছে ভাৰত স্বাধীন হোৱা দিনৰে পৰা।

ভাৰত স্বাধীন হোৱা দিন ধৰি অসমত এখনো পৰিকল্পিত চহৰৰ সৃষ্টি নহ'ল। ব্ৰিটিছে নিৰ্মাণ

কৰা চহৰকেইখনকে অপৰিকল্পিতভাৱে সম্প্ৰসাৰিত কৰিছে। গুৱাহাটী চহৰৰ ফাঁচিবজাৰ, উজানবজাৰ, পাণবজাৰ আৰু ভৰলুমুখলৈ ব্ৰিটিছে পৰিকল্পিতভাৱে নিৰ্মাণ কৰিছিল। ভাৰতীয় বা অসমীয়াসকলে নিৰ্মাণ কৰা গুৱাহাটীৰ চেনিকুঠি, ৰিহাবাৰী, লাচিতনগৰ বা দিছপুৰ অঞ্চলকেই তুলনা কৰক পাণবজাৰ, উজানবজাৰৰ লগত। সম্প্ৰসাৰিত গুৱাহাটীৰ ৰাস্তা বা আন আন চেহেৰা তুলনা কৰিলে দেখিব ৰাস্তা, নলা নায়েই, অট্টালিকাৰ পৰা অট্টালিকা, ৰাস্তা ১২ৰ পৰা ১৪ ফুট বহল। কোনো অঞ্চলতেই খোলা ঠাই নাই, খেলপথাৰ নাই, পাৰ্ক নাই।

তেজপুৰ চহৰখন ব্ৰিটিছে অতি ধুনীয়াকৈ নিৰ্মাণ কৰিছিল। অসমীয়া আৰু আন আন লোকসকলে চহৰৰ হোলাসমূহ পুতি ঘৰ বান্ধিলে— এতিয়া তেজপুৰ চহৰতো বৰষুণ দিলে পানী হয়। হোলাসমূহ নোহোৱা হ'ল। গুৱাহাটী বা আন চহৰসমূহ অপৰিকল্পিত, অস্বাস্থ্যকৰভাৱে সম্প্ৰসাৰণ হোৱাৰ কাৰণে নাগৰিক দায়ী নহয়, দায়ী হ'ল চৰকাৰ আৰু কৰ্তৃপক্ষ। চহৰ নিৰ্মাণৰ নিয়ম হ'ল বৃহৎ এলেকা অধিগ্ৰহণ কৰি পৰিকল্পিতভাৱে ৰাস্তা, নলা, খেলপথাৰ, বজাৰ, পাৰ্ক, জলাশয় আদিৰ ব্যৱস্থা কৰি তাৰ পাছতহে নাগৰিক, ব্যৱসায়িক প্ৰতিষ্ঠান, কাৰ্যালয় আদিৰ বাবে মাটি বণ্টন কৰিব লাগে। আমাৰ নেতাসকল, নীতি-নিৰ্ধাৰকসকল, অভিযন্তাসকল ভাৰত তথা পৃথিৱীৰ বিভিন্ন চহৰলৈ যায়। এওঁলোকে সেই চহৰসমূহৰ পৰিকল্পনা দেখিছে। স্থাপত্য শিল্পী (Architect)সকলে তেওঁলোকৰ পাঠ্যক্ৰমত নিশ্চয় পঢ়িছে চহৰৰ পৰিকল্পনা। অসমৰ চহৰসমূহৰ পৰিকল্পনা নাগৰিকৰ হাতত এৰি দিছে চৰকাৰে। নাগৰিকসকলে মাটি কিনি ১৪ বা ১৬ ফুট ৰাস্তাৰ ব্যৱস্থা ৰাখি পৌৰ নিগমৰ অনুমোদন যিকোনো উপায়ে সৰকাই ঘৰ বান্ধিলেই হ'ল। সেয়ে অসমৰ চহৰসমূহ সম্প্ৰসাৰিত হৈছে নাগৰিকৰ নিজৰ পৰিকল্পনাৰে, চৰকাৰৰ কোনো ভূমিকা বা কাম নাই কৰিবলৈ। গুৱাহাটী চহৰ লাহে লাহে মানুহ থকাৰ অনুপযোগী হৈছে।

আধুনিক অৰ্থনীতিৰ প্ৰেক্ষাপটত চহৰ নিৰ্মাণ অতি গুৰুত্বপূৰ্ণ বিষয়। পৰিকল্পিত সুন্দৰ, সকলো পৌৰ (CIVIC) সা-সুবিধা থকা বিভিন্ন প্ৰতিষ্ঠান, কোম্পানী, ব্যৱসায় বাণিজ্য কেন্দ্ৰক আকৰ্ষিত কৰে তেওঁলোকৰ প্ৰতিষ্ঠান সংস্থাপন কৰিবলৈ। ড বিধান ৰায়ে কলকাতাৰ গাতে লগাকৈ কল্যাণী আৰু চল্টলেক নামৰ ২০ বৰ্গ কিলোমিটাৰমান আকাৰৰ দুখন চহৰ নিৰ্মাণ কৰিছিল। আজি চল্টলেকটত ভাৰত তথা বিশ্বৰ তথ্য প্ৰযুক্তিৰ বহু উদ্যোগে আৰু বিভিন্ন কোম্পানীয়ে প্ৰতিষ্ঠান স্থাপন কৰিছে। লাখ লাখ কৰ্মসংস্থানৰ সৃষ্টি হৈছে। জ্যোতি বসু চৰকাৰে চল্টলেকৰ গাতে লগা ২০ বৰ্গ কিলোমিটাৰ মাটি অধিগ্ৰহণ কৰি ৰাজাৰহাট নামৰ এখন চহৰৰ সৃষ্টি কৰিছে। যোৱা ১৩ অক্টোবৰৰ দিনা কলকাতাৰ ওচৰত ১৬,০০০ কোটি টকাৰে ৩০০ একৰ মাটি আগুৰি 'জ্যোতি বসু নগৰ' নামৰ এখন আধুনিক নগৰৰ আধাৰশিলা স্থাপন কৰিছে বিত্তমন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে। মুম্বাইৰ বান্দ্ৰা কুৰলা কমপ্লেক্সৰ পাছত এইখন দেশৰ দ্বিতীয় বিত্তীয় (Financial Hub) কেন্দ্ৰ হ'ব। মহাৰাষ্ট্ৰ চৰকাৰে মুম্বাইৰ কাষত নৱিমুম্বাইত ৩০/৪০ বৰ্গ কিলোমিটাৰ মাটি অধিগ্ৰহণ কৰি প্ৰকাণ্ড পৰিকল্পিত চহৰ স্থাপন কৰিছে। এই চহৰখনত আমাৰ মুখ্যমন্ত্ৰীয়ে 'অসম হাউছো' খুলিছে। এই চহৰসমূহ সৃষ্টি কৰোতে মানুহৰ বসতি হোৱাৰ আগতেই ৰাস্তা, নলা, ফুটপাথ, খোলা ঠাই, খেলপথাৰ, পাৰ্ক, পানীযোগান ব্যৱস্থা সকলো পৌৰ সুবিধাৰ ব্যৱস্থা কৰিহে মাটি বণ্টন কৰিছে। ঠিক সেইদৰে পুনে, বাঙ্গালোৰ, নতুন দিল্লীত দ্বাৰকা, গুৰগাঁও, নইদা আদি ঠাইত আৰু হায়দৰাবাদ, চেন্নাই আদি চহৰসমূহ সম্প্ৰসাৰিত কৰিছে বহু বৰ্গ কিলোমিটাৰ মাটি অধিগ্ৰহণ কৰি বৰ্তমান অৰ্থনীতিৰ আন্তঃগাঁথনি সৃষ্টি কৰিবলৈ। এই চহৰসমূহে

অকল্প নিজৰ ৰাজ্যৰে নহয়, অন্য ৰাজ্যৰ লোককো কৰ্মসংস্থান দিছে। বিজু পাটনায়ক কিমান দূৰদৰ্শী লোক আছিল, আজি ৪০ বছৰ আগতেই ভুবনেশ্বৰ এখন সুন্দৰ পৰিকল্পিত চহৰ নিৰ্মাণ কৰি থৈ গৈছে। আজি ভুবনেশ্বৰেও নতুন অৰ্থনীতিৰ বহু প্ৰতিষ্ঠানক আকৰ্ষিত কৰিছে, বহু কৰ্মসংস্থানৰ সৃষ্টি হৈছে। অসমৰ মানুহৰ দুৰ্ভাগ্য যে বিজু পাটনায়কৰ দৰেও দূৰদৰ্শী, দেশপ্ৰেমিক নেতা এজন অসমে জন্ম দিব পৰা নাই।

গুৱাহাটীৰ বানপানী সম্বন্ধে আমাৰ এটি নিবন্ধত লিখিছিলো যে গুৱাহাটী বৰষুণ হোৱা ঠাই। বছৰে গুৱাহাটীত গড়ে উচ্চতম কিমান পৰিমাণৰ বৰষুণ হয় বতৰ বিজ্ঞানীসকলৰ ৰেকৰ্ডৰ পৰা হিচাপ কৰি সেই পানীখিনি সোমাই বা ধৰি ৰাখিব (Absorb) পৰা জান (Canal) জলাশয় সৃষ্টি কৰাৰ প্ৰয়োজন। এইক্ষেত্ৰত নেডাৰলেণ্ডৰ আমষ্টাৰদাম চহৰৰ আৰ্হি অনুকৰণ কৰিব পাৰি। আমষ্টাৰদাম চহৰত আমি দেখিছো যে চহৰৰ পানী সুমুৱাই ৰাখিব পৰাকৈ সুন্দৰকৈ পৰিকল্পিতভাৱে সমগ্ৰ চহৰখনতে কেনেল বা জানৰ সৃষ্টি কৰিছে। এই কেনেলসমূহ আমাৰ ভৰলু নদীতকৈ বহল। এই কেনেলসমূহলৈ নৰ্দমাৰ পানী আহিব নিদিয়ে। বৰ্তমান এই কেনেলসমূহ পৰ্যটকৰ আকৰ্ষিত বস্তু হৈ পৰিছে। দিনে নৌকাবিহাৰ কৰি বহু হাজাৰ পৰ্যটকে সমগ্ৰ চহৰখন ঘূৰি ফুৰে। আমিও নৌকাবিহাৰ কৰি চহৰখন চাইছিলো। গুৱাহাটীত নতুন কেনেল বা জলাশয় নিৰ্মাণ হোৱা নাই, ব্ৰিটিছৰ দিনৰ মেঘদূত চিনেমা হলৰ পাছফালৰ জলাশয়টো চাৰিওফালৰ পৰা বেদখল হৈছে। আৰ্য বিদ্যাপীঠ কলেজৰ সন্মুখৰ বিলখন পুতি পেলাইছে। ভৰলু নদীৰ দুয়োফালে বেদখল হৈ নদীটো ঠেক হৈছে। গুৱাহাটী ইতিমধ্যেই অনিয়ন্ত্ৰিত, অপৰিকল্পিত, অস্বাস্থ্যকৰ চহৰ হিচাবে বিকশিত হৈ গ'ল। আৰু বেছি বেয়া অৱস্থা হোৱাৰ আগতেই তৎক্ষণিক ব্যৱস্থা গ্ৰহণ কৰিব লাগে। য'তে-ত'তে বহুতলাৰ অট্টালিকা বন্ধ কৰিব লাগে। চহৰ বিশেষজ্ঞ বিশেষকৈ ইউৰোপীয় চহৰ বিশেষজ্ঞৰ (architect) সাহায্য ল'ব লাগে। চহৰ পৰিকল্পনাৰ ক্ষেত্ৰত ইউৰোপীয় স্থাপত্য শিল্পী পৃথিৱী বিখ্যাত আৰু আটাইতকৈ শ্ৰেয়। ভাৰতৰ অতি সুন্দৰ পৰিকল্পিত চহৰ চণ্ডিগড়ো ইউৰোপীয় আৰকিটেক্টে নিৰ্মাণ কৰিছে।

অসমত চহৰ নিৰ্মাণ কৰিবই লাগিব। চহৰীয়া লোকৰ শতাংশ বৃদ্ধি কৰাৰ ব্যৱস্থা ল'বই লাগিব। গাঁৱৰ খেতিয়কৰ ল'ৰা-ছোৱালী, দিনমজুৰৰ ল'ৰা-ছোৱালীয়ে বিভিন্ন পৰ্যায়ৰ শিক্ষা গ্ৰহণ কৰিছে— তেওঁলোক কৃষি কৰ্মৰ লগত জড়িত হৈ থকা নাই বা কৃষিয়ে তেওঁলোকক কৰ্মসংস্থানক দিব নোৱাৰে গতিকে চহৰলৈ আহিব কৰ্মসংস্থানৰ বাবে। সেয়ে কৰ্মসংস্থান সৃষ্টি কৰিবই লাগিব। কৰ্মসংস্থান সৃষ্টিকাৰী বিভিন্ন প্ৰতিষ্ঠানক আকৰ্ষিত কৰিবলৈ সকলো পৌৰ সুবিধাৰ আৰু সকলো আন্তঃগাঁথনি পূৰ্ণ চহৰ সৃষ্টি হোৱাৰ সম্ভাৱনা আছেনে অসমত? আমাৰ ৰাজ্যৰ শাসনৰ গাদীত থকা নেতাসকলৰ, নীতি-নিৰ্ধাৰকসকলৰ চকু মেল খালে, সুমতি হ'লে অসমৰ জনসাধাৰণে উদ্ধাৰ পালেহেঁতেন। ডাঙৰ প্ৰশ্ন হ'ল অসমৰ নেতাসকলৰ কেতিয়াকৈ চকু মেল খাব, সুমতি হ'ব, দুৰ্ভগীয়া অসমবাসী সৌভাগ্যৱান হ'ব। ❑❑

*১০ ডিচেম্বৰ, ২০১০ চন*

# অসমত পুঁজিৰ বিনিয়োগ হ'বনে?

ভাৰতৰ The Associated Chambers of Commerce and Industry চমুকৈ Assochamয়ে যোৱা ৯ ছেপ্টেম্বৰত প্ৰকাশিত বিভিন্ন প্ৰকল্পত পুঁজি বিনিয়োগৰ সমীক্ষাটোত প্ৰতিফলিত হৈছে যে যোৱা মাৰ্চ, ২০১০লৈ গুজৰাট ৰাজ্যই ১২.০১ লাখ কোটি টকাৰ বিনিয়োগ আকৰ্ষিত কৰি দেশৰ ২০ খন মুখ্য ৰাজ্যৰ ভিতৰত প্ৰথম হ'বলৈ সক্ষম হৈছে। অসমে মাত্ৰ আধা লাখ কোটি (৫২,৯৫২ কোটি) টকা বিনিয়োগৰ আকৰ্ষণেৰে ২০ খন ৰাজ্যৰ ভিতৰত সৰ্বনিম্ন স্থান অধিকাৰ কৰিছে। Assocham-ৰ সম্পাদকপ্ৰধান শ্ৰী ভি এছ ৰাওৱাটে সমীক্ষাটো দাখিল কৰি কয় যে দেশৰ পাঁচখন ৰাজ্যই অধিক পৰিমাণৰ পুঁজি বিনিযোগ কৰিবলৈ সমৰ্থ হৈছে। গুজৰাটৰ পাছত মহাৰাষ্ট্ৰ ১০ ৩৬ লাখ কোটি, উৰিষ্যা ৯.৮৫ লাখ কোটি, অন্ধ্ৰপ্ৰদেশ ৮ ০৯ লাখ কোটি, কৰ্ণাটক ৭ ৩৩ লাখ কোটি টকা। ষষ্ঠ স্থানত তামিলনাডু ৬ ৫৮ লাখ কোটি টকা আৰু সপ্তম স্থান লৈছে পশ্চিমবংগই ৫.৭৯ লাখ কোটি টকাৰ বিনিয়োগ আকৰ্ষণেৰে।

বাকী ১৩ খন ৰাজ্যৰ ধন বিনিযোগ ক্ৰমে ঝাৰখণ্ড ৫ ২৯ লাখ কোটি, ছত্তিশগড ৪ ১২ লাখ কোটি, উত্তৰ প্ৰদেশ ৪ ১০ লাখ কোটি, মধ্যপ্ৰদেশ ৩ ৭১ লাখ কোটি, হাৰিয়ানা ৩ ১৬ লাখ কোটি, ৰাজস্থান ২ ৪৬ লাখ কোটি, কেৰালা ২ ১১ লাখ কোটি, পঞ্জাব ১ ৭২ লাখ কোটি, বিহাৰ ১ ১২ লাখ কোটি, উত্তৰাখণ্ড ৯৪,০৩৮ কোটি, জম্মু আৰু কাশ্মীৰ ৮০,১০৮ কোটি, হিমাচল ৭৮.২৩১ কোটি, অসম ৫২,৯৫২ কোটি টকা।

অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈ ডাঙৰীয়াই দেশী-বিদেশী বহু উদ্যোগপতি, বিভিন্ন এক্সপাৰ্ট আদিৰ লগত আলাপ-আলোচনা, সভা-সমিতি অনুষ্ঠিত কৰিছিল। দেশৰ অন্যতম বৃহত্তম ব্যৱসায়ী গোষ্ঠী টাটাৰ প্ৰধান পৰিচলক ৰতন টাটাকে আদি কৰি বহু উদ্যোগপতিক মাতি আনি ভোজ-ভাত খুৱাই শীৰ্ষ সন্মিলন, আলোচনা সভা আদি অনুষ্ঠিত কৰিছিল অসমত ধন বিনিয়োগ কৰি উদ্যোগ প্ৰকল্পৰ সৃষ্টি কৰিবলৈ। ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই ভিছন-২০২০ গ্ৰহণৰ দ্বাৰা পৰিকল্পনা কৰিছিল অসম তথা উত্তৰ পূৰ্বাঞ্চলত বিনিয়োগ বৃদ্ধিৰ বাবে। ১৯৯৭ চনতে গ্ৰহণ কৰা উত্তৰ পূৰ্বাঞ্চলৰ উদ্যোগ নীতি (NEIIP- North-East Industrial Investment and Promotion Policy)ক ২০০৭ চনত পুনৰ সংশোধন কৰি বহু নতুন ধৰণৰ অতিৰিক্ত সা-সুবিধা, ৰাজ-সাহায্য আৰু কৰ-ৰেহাইৰ ব্যৱস্থা ৰখা হৈছিল অসম আৰু উত্তৰ পূৰ্বাঞ্চলৰ আন ৰাজ্যকেইখনত বিনিয়োগৰ বাবে উদ্যোগপতিসকলক উৎসাহিত কৰাৰ লক্ষ্যৰে। ডঃ সিং ডাঙৰীয়াই উত্তৰ পূৰ্বাঞ্চলত বিনিয়োগ বৃদ্ধিৰ ক্ষেত্ৰত ভিছন-২০২০-ত এইদৰে কৈছিল— "North-East Industrial Investment and Promotion Policy (NEIIP) 2007 exlusively meant for the eight North-East States, will lead to rapid and widespread industrial development in the North-East Region, including

not only large but also small and medium industry, as also in the services sector, including the hospitality industry and tourism ; IT and ITES , and the health sector. Initial responses from Indian and Foreign (especially NRI and Thai) investors have been excouraging."

ভিছন-২০২০ৰ সভাত আমাৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই উচ্চস্বৰে ঘোষণা কৰিছিল যে অসমত তেখেতৰ ৰাজত্বকালত আইন-শৃংখলাৰ উন্নতি হৈছে। বলপূৰ্বক ধন দাবীৰ পৰিৱেশৰ অন্ত পৰিছে।

এই সকলো সন্মিলন, আলাপ-আলোচনা, ভোজ-ভাত, আশ্বাস, নীতি, ৰাজ-সাহায্য, কৰ-ৰেহাই আদি বিভিন্ন ৰকমৰ সুবিধাৰ ব্যৱস্থাৰ পাছতো কোনো ব্যৱসায়ী গোষ্ঠী, উদ্যোগপতি উৎসাহিত নহ'ল অসমত পুঁজি বিনিয়োগ কৰিবলৈ। ফলশ্ৰুতিত দেশৰ ভিতৰতে সৰ্বনিম্ন পৰিমাণৰ পুঁজিৰ বিনিয়োগ অসমত। দেশত ২০০৯-১০ বিত্তীয় বছৰত মুঠ পুঁজি বিনিয়োগ হৈছে ১০৪.৯৩ লাখ কোটি টকা। এই পৰিমাণটোৰ এক-শতাংশও বিনিয়োগ হোৱা নাই অসমত— বিনিয়োগৰ পৰিমাণ মুঠ পুঁজিৰ ০.৫ শতাংশহে হ'ব। গুজৰাটত ১১ শতাংশ, আমাৰ চুবুৰীয়া ৰাজ্য পশ্চিমবংগত ৫.৪ শতাংশ।

সৰ্বনিম্ন বিনিয়োগৰ অৰ্থ হ'ল আন্তঃগাঁথনিৰ প্ৰকল্প, উদ্যোগকে ধৰি বিভিন্ন ধৰণৰ কৰ্মসংস্থান সৃষ্টি কৰিব পৰা প্ৰতিষ্ঠান বিশেষ সংখ্যক প্ৰতিষ্ঠা নহ'ল অসমত। ফলত অসমৰ কৰ্মপ্ৰাৰ্থীসকলৰ বাবে কৰ্মসংস্থান সৃষ্টি নহ'ল। এই পৰিস্থিতিত অসমৰ লাখ লাখ অশিক্ষিত, অৰ্ধশিক্ষিত, শিক্ষিত যুৱক-যুৱতীয়ে কৰ্মসংস্থানৰ সুযোগৰ পৰা বঞ্চিত হৈ অনাই-বনাই ঘূৰি ফুৰি লগা হৈছে। অসমৰ কৃষিখণ্ডৰ দুৰৱস্থাৰ বাবে কৃষি আৰু কৃষি আনুসংগিক উদ্যোগৰ লগত জড়িত থকা লাখ লাখ কৰ্মী অপসাৰিত হৈ কৰ্মসংস্থান বিচাৰি সৰু-বৰ চহৰসমূহত ভিৰ কৰিছে। ২০০৮ চনতে অসমৰ নিয়োগ বিনিময় কেন্দ্ৰসমূহত ২১ লাখ (২০,০৬,৩৮৯) নিবনুৱা যুৱক-যুৱতীয়ে তেওঁলোকৰ নাম পঞ্জীয়নভুক্ত কৰিছে কৰ্মসংস্থান বিচাৰি। এই কৰ্মপ্ৰাৰ্থীসকলৰ ভিতৰত ১৩,৫১,৫১১ গৰাকী শিক্ষিত প্ৰাৰ্থী। নিয়োগ বিনিময় কেন্দ্ৰত নাম ভৰ্তি কৰিলে চাকৰি পোৱাৰ কোনো আশা নথকাত প্ৰায় শিক্ষিত প্ৰাৰ্থীয়ে নাম পঞ্জীয়নভুক্ত নকৰে। অশিক্ষিত কৰ্মপ্ৰাৰ্থীসকলে নাজানেই নাম পঞ্জীয়নভুক্ত কৰিব লাগে বুলি। যুৱতীসকলেও নাম ভৰ্তি নকৰে। গতিকে অসমত কৰ্মসংস্থানহীন লোকৰ প্ৰকৃত সংখ্যা প্ৰায় ৫০ লাখ হ'ব।

পেট প্ৰবৰ্তনৰ বাবে শিক্ষিত যুৱক-যুৱতীৰ উপৰি অশিক্ষিত, অৰ্ধশিক্ষিত অসমীয়া যুৱক-যুৱতীয়ে ভাৰতৰ বিভিন্ন ৰাজ্যলৈ প্ৰব্ৰজন কৰিছে। বাংগালোৰ, পুনে, মুম্বাই, চেন্নাই, দিল্লী আদি চহৰৰ হোটেল, ৰেষ্টুৰেণ্ট, ফ্লেট আদি বিভিন্ন প্ৰতিষ্ঠানত নিৰাপত্তাৰক্ষী হিচাবে অসমৰ যুৱকক লগ পোৱা যায়। অসমৰ লোক সাধাৰণতে হোমচিক আছিল। বৰ্তমান পৰিৱৰ্তন হৈছে। দৰিদ্ৰতাই তেওঁলোকক বাধ্য কৰিছে নিজৰ ৰাজ্য পৰিত্যাগ কৰিবলৈ। সুদূৰ কেৰালাত অসমীয়া শ্ৰমিক লগ পোৱা যায়। বিভিন্ন ৰাজ্যৰ ডাঙৰ চহৰবোৰত অসমীয়া শিক্ষিত যুৱক-যুৱতীয়ে তথ্য প্ৰযুক্তি, সেৱাখণ্ডৰ বিভিন্ন প্ৰতিষ্ঠানত কাম কৰে। অৱশ্যে অসমৰ বাহিৰলৈ যোৱা কৰ্মপ্ৰাৰ্থীসকলৰ সংখ্যা অসমৰ মুঠ কৰ্মসংস্থানহীন লোকৰ খুব বেছি দহ শতাংশ হ'ব। বাকী ৯০ শতাংশ নিবনুৱাই অসমতে দিশভ্ৰষ্ট হৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰিব লগা হৈছে।

উদোগ, আন্তঃগাঁথনি, সেৱা, মেনুফেক্চাৰিং, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ, কৃষিৰ আন্তঃগাঁথনি অৰ্থনীতি আদি খণ্ডত পুঁজিৰ বিনিয়োগ অবিহনে ৰাজ্যখনৰ অৰ্থনৈতিক ক্ৰিয়া-কৰ্ম (economic activity) প্ৰায় বন্ধ হৈ গৈছে। বিশ্ববিখ্যাত অৰ্থনীতিবিদ জে এম কিন্সৰ তত্ত্বত কৈছে যে

অৰ্থনীতিৰ যিকোনো খণ্ডতে কিছু পৰিমাণৰ কৰ্মসংস্থান সৃষ্টি হ'লে বহুগুণ পৰিণতি (Multiple effect) মূঠ অৰ্থনীতিত অনেক প্ৰক্ৰিয়াৰ সৃষ্টি হয়। উদাহৰণস্বৰূপে নুমলীগড় তেল শোধানাগাৰটো স্থাপন কৰা হৈছে। শোধানাগাৰটোত প্ৰত্যক্ষভাৱে তিনি হাজাৰ লোকে চাকৰি পাইছে। এই কৰ্মচাৰীসকলৰ ক্ৰয়ক্ষমতাৰ সৃষ্টি হৈছে। গতিকে এওঁলোকৰ দৈনন্দিন প্ৰয়োজনীয় সামগ্ৰীৰ বাবে দোকান, সামগ্ৰী তৈয়াৰ কৰিবলৈ কাৰখানা, কৃষি সামগ্ৰীৰ বাবে কৃষি উৎপাদন বৃদ্ধি হ'ব, মটৰগাড়ী, দুচকীয়া বাহন কৰ্মচাৰীসকলে কিনিব। গতিকে গাড়ী, দুচকীয়া বাহনৰ উৎপাদন বৃদ্ধি, গেৰেজ, পেট্ৰ'ল পাম্প, টেইলৰিং, চেলুন, ধোবা আদি বিভিন্ন খণ্ডত শ্ৰমিক-কৰ্মচাৰীয়ে জীৱিকাৰ সংস্থান পাব। তাৰোপৰি কৰ্মচাৰীসকলৰ উপাৰ্জন থকা কাৰণে নতুন ঘৰো সাজিব— তাতো তীখা, ইটা, বালি, চিমেণ্ট আদিৰ বাবে দোকানৰ সংখ্যা বৃদ্ধি পাব, ঘৰবন্ধা কামৰ বহু শ্ৰমিক লাগিব। নুমলীগড়ত এখন চহৰ সৃষ্টি হৈছে। গতিকে বহু প্ৰতিষ্ঠান, ৰেষ্টুৰেণ্ট. হোটেলৰ সৃষ্টি হৈছে। শোধানাগাৰ তথা কৰ্মচাৰীসকলৰ সামগ্ৰী পৰিবহণৰ বাবে বহু ট্ৰাকৰ দৰকাৰ হয়। তাতো বহু কৰ্মচাৰীয়ে কৰ্মসংস্থান পাব, নুমলীগড় চহৰলৈ লোক অহা-যোৱা কৰিব। তাতো জন পৰিবহণৰ বাবে বহু গাড়ী দৰকাৰ, কৰ্মসংস্থান সৃষ্টি হ'ব। ট্ৰাক, মটৰগাড়ী, কাৰ, দুচকীয়া বাহন, চিমেণ্ট, তীখা আদিতো উৎপাদন বৃদ্ধি হ'ল নুমলীগড়ৰ লোকৰ চাহিদা পূৰণৰ বাবে। নুমলীগড় শোধানাগাৰত যদিও প্ৰত্যক্ষভাৱে মাত্ৰ তিনি হাজাৰ লোকে চাকৰি পালে — এই তিনি হাজাৰ লোকৰ ক্ৰয় ক্ষমতা বৃদ্ধি হোৱাৰ বাবে পৰোক্ষভাৱে এই অৰ্থনৈতিক প্ৰক্ৰিয়াটোত আৰু ২০ হাজাৰ লোকৰ কৰ্মসংস্থান সৃষ্টি হ'ল। এই ২০ হাজাৰ লোকৰ ক্ৰয়ক্ষমতা বৃদ্ধি হোৱাত তেওঁলোকৰ বাবে প্ৰয়োজনীয় সামগ্ৰী প্ৰস্তুত কৰাৰ প্ৰক্ৰিয়াতো বহু হাজাৰ লোকৰ কৰ্মসংস্থান হ'ব। নুমলীগড় তেল শোধানাগাৰটো ধন বিনিয়োগেৰে যদিহে প্ৰতিষ্ঠা নহ'লহেঁতেন, উক্ত সমগ্ৰ অৰ্থনৈতিক প্ৰক্ৰিয়াটোৰ সৃষ্টি নহ'লহেঁতেন। অৰ্থনীতিবিদ জে এম কিন্সে সেইকাৰণে কৈছিল যে জনসাধাৰণৰ হাতলৈ ধন যোৱাৰ ব্যৱস্থা ৰাষ্ট্ৰই কৰক, জনসাধাৰণৰ ক্ৰয়ক্ষমতা বাঢ়িলে অৰ্থনৈতিক অৱস্থা সচ্ছল হৈ উঠিব। তেখেতে পূনৰ কৰ্মসংস্থান (full employment) সৃষ্টিৰ কথা কৈছিল।

এই প্ৰেক্ষাপটত অসমত পুঁজিৰ বিনিয়োগ নহ'লে অৰ্থনৈতিক ক্ৰিয়া-কৰ্ম (economic activity)ৰ সৃষ্টি নহ'ব। নুমলীগড় শোধানাগাৰৰ দৰে, পুঁজি বিনিয়োগে শিক্ষিতৰেই নহয় অৰ্ধশিক্ষিত, অশিক্ষিত, দক্ষ, অদক্ষ সকলোলোকৰ কৰ্মসংস্থানৰ সুযোগৰ বৃদ্ধি হয়। অসমৰ আন্তঃগাঁথনিৰ উন্নয়ন আৰু বিভিন্ন খণ্ডত পুঁজিৰ বিনিয়োগ অবিহনে অসমৰ নিবনুৱা সমস্যা সমাধান অসম্ভৱ। বিশ্ব বেংকৰ নিচিনা অনুষ্ঠানে স্বীকাৰ কৰিছে যে অসমৰ যুৱ সমাজ বিচ্ছিন্নতাবাদ আৰু সন্ত্ৰাসবাদৰ প্ৰতি আকৰ্ষিত হোৱাৰ মুখ্য কাৰণ কৰ্মসংস্থানহীনতা। বিশ্ববেংকে উত্তৰ পূৰ্বাঞ্চলৰ বাবে প্ৰস্তুত কৰা 'strategy report - 2007'ত কৈছে— "সাধাৰণ মানুহৰ মাজলৈ বিনিয়োগৰ সুফলৰ মাত্ৰাৰ পৰাই এই কথা সহজে বুজা যায়। যিচাম লোকৰ বাবে আঁচনিসমূহ গ্ৰহণ কৰা হয় তেওঁলোকে নিজকে পৰিত্যক্ত বিবেচনা কৰি সেই অঞ্চলৰ বসতিস্থান ত্যাগ আৰু হিংসাৰ আশ্ৰয় গ্ৰহণৰ দৰে জীৱিকাৰ বিকল্প পথৰ সন্ধান কৰে।" বিচ্ছিন্নতাবাদ, সন্ত্ৰাসবাদ সম্বন্ধে ত্ৰিপুৰা ৰাজ্যৰ মুখ্যমন্ত্ৰী শ্ৰীমাণিক সৰকাৰে তেখেতৰ এটি সাক্ষাৎকাৰত আমাক কৈছিল— "বিচ্ছিন্নতাবাদ, সন্ত্ৰাসবাদৰ উৎস হ'ল অৰ্থনৈতিক অনগ্ৰসৰতা আৰু দৰিদ্ৰতা। বিচ্ছিন্নতাবাদ আৰু সন্ত্ৰাসবাদ অকল আইন-শৃংখলাৰ সমস্যা বুলি ভাবি বন্দুক আৰু পুলিচ-মিলিটাৰীৰে পৰাজয় কৰা নাযায়।

যুৱক-যুৱতীসকলৰ অৰ্থনৈতিক সমস্যা সমাধানেৰে বিচ্ছিন্নতাৰ মনোভাব (Alienation) দূৰ কৰিব লাগিব। আমি ত্ৰিপুৰাত বৰ্তমানলৈ বিচ্ছিন্নতাবাদ, সন্ত্ৰাসবাদ নিৰ্মূল কৰিব পাৰিছো জনজাতি লোকসকলৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি ঘটাই। তেওঁলোকক চৰকাৰৰ অৰ্থনৈতিক উন্নয়নৰ পৰিকল্পনাসমূহে সম্পূৰ্ণভাৱে সামৰি ল'ব পাৰিছে। ত্ৰিপুৰা বৰ্তমান সম্পূৰ্ণ শান্ত— জনজাতি জনসাধাৰণে সন্ত্ৰাসবাদী লোকসকলক একাষৰীয়া কৰিছে— সকলো জনজাতি লোকে মূলসুঁতিলৈ আহিছে। তেওঁলোকে সন্ত্ৰাসবাদ, বিচ্ছিন্নতাবাদক প্ৰশ্ৰয় নিদিয়ে।"

অসমৰ যুৱক-যুৱতীসকলৰ বাবে অৰ্থনৈতিক সচ্ছলতা আৰু কৰ্মসংস্থানৰ সৌভাগ্য কেতিয়াকৈ আহিব? ৰাজ্যখনৰ তিনি কোটি লোকৰ ভিতৰত ৫০ লাখ লোকেই যদি কৰ্মসংস্থানহীন হৈ থাকে— এওঁলোকৰ ওপৰত নিৰ্ভৰশীল আৰু বহু লোকে দৰিদ্ৰতাৰ কবলত দিন কটাবলগীয়া হৈছে। অৰ্থনীতিৰ এই পৰিস্থিতিত ৰাজ্যখনত শান্তি বিৰাজ কৰাতো মুঠেই সম্ভৱ নহয়। বিশ্ববেংকে সঠিকভাৱেই কৈছে যে এই হতাশগ্ৰস্ত যুৱক-যুৱতীসকলে হিংসাৰ আশ্ৰয়েৰে কৰ্মসংস্থানৰ বিকল্প পথ গ্ৰহণ কৰে। অসমৰ সকলো অংশৰ জনসাধাৰণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ দৃঢ় লক্ষ্যৰ নিস্বাৰ্থ, সৎ, নিষ্ঠাৱান, দুৰ্নীতিমুক্ত, স্বপ্নবিলাসী (vission) গতিশীল (dynamic), বিকল্প ৰাজনৈতিক শক্তিৰ উদ্ভৱ নহ'লে ৰাজ্যখনৰ জনসাধাৰণে উদ্ধাৰ পাব নোৱাৰে, সমস্যাৰ সমাধান নহয়, অন্যথা অসমৰ ভৱিষ্যৎ অন্ধকাৰ— অসমীয়াৰ ভৱিষ্যৎ অন্ধকাৰ। ❑❑

*১৭ ডিচেম্বৰ, ২০১০ চন*

# অৰ্থনৈতিক সন্ধিক্ষণত আমাৰ জাতীয় সংগঠনসমূহ

মানৱ জাতি জীয়াই থকাৰ মূল ভিত্তি হ'ল অৰ্থনীতি। খোৱা, পিন্ধা, থকা আদি মৌলিক প্ৰয়োজনীয় সামগ্ৰী অবিহনে মানুহ জীয়াই থাকিব নোৱাৰে আৰু মানুহ হিচাবে তেওঁলোকৰ কোনো ভূমিকাই নাথাকে। এই সত্যটো বহু যুগ ধৰি লুকাই আছিল, কোনোৱে আবিষ্কাৰ বা প্ৰকাশ কৰিব পৰা নাছিল। এই সত্যটো প্ৰথম কাৰ্ল মাৰ্ক্সেহে উদঘাটন কৰিছিল। কাৰ্ল মাৰ্ক্সৰ সমাধিৰ ওচৰত ভাষণ দি এঙ্গেলছে কৈছিল "ডাৰউইনে যেনেকৈ জৈৱ প্ৰকৃতিৰ বিকাশৰ নিয়ম আৱিষ্কাৰ কৰিছিল, কাৰ্লমাৰ্ক্সে তেনেকৈ আৱিষ্কাৰ কৰিছিল, মানুহৰ ইতিহাসৰ বিকাশৰ নিয়ম। মতাদৰ্শৰ অতি তলৰ স্তৰত ইমানদিনে লুকুৱাই ৰখা সহজ সত্যটো তেওঁ আৱিষ্কাৰ কৰিলে যে ৰাজনীতি, বিজ্ঞান, কলা, ধৰ্ম ইত্যাদি চৰ্চা কৰিবলৈ যোৱাৰ আগেয়ে মানুহক প্ৰথমেই লাগে— খাদ্য, পানীয়, আশ্ৰয়, আভৰণ আদি। সেয়ে প্ৰাণধাৰণৰ আশু, বাস্তৱ উপকৰণৰ উৎপাদন আৰু তাৰবাবে কোনো নিৰ্দিষ্ট জাতিৰ বা নিৰ্দিষ্ট যুগৰ অৰ্থনৈতিক বিকাশৰ মাত্ৰাই হ'ল সেই ভিত্তি যাৰ ওপৰত গঢ়ি উঠে সংশ্লিষ্ট জাতিটোৰ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান, আইনৰ ধ্যান-ধাৰণা, শিল্প কলা আৰু আনকি তেওঁলোকৰ ধৰ্মীয় চিন্তাধাৰা পৰ্যন্ত আৰু সেয়ে অৰ্থনৈতিক বিকাশৰ দিশৰ পৰা এইবোৰ ব্যাখ্যা কৰিব লাগিব, ইমান দিনে কৰি থকা ওলোটা দিশৰ পৰা নহয়।"

অসমত জাতীয় সংগঠন বহুকেইটা আছে। এই সংগঠনসমূহে অসমৰ জাতি, ভাষা, সাহিত্য, কলা আদি বিভিন্ন বিষয়ৰ উন্নতিত ভূমিকা পালন কৰে। পিছে অৰ্থনৈতিকভাৱে জাতি এটা শক্তিশালী নহ'লে জাতিটোৱে যে কোনো দিশে উন্নতি কৰিব নোৱাৰে, এই সত্যটো আমাৰ জাতীয় সংগঠনসমূহে অনুধাৱন কৰিব পাৰিছে নে নাই এইটো ডাঙৰ প্ৰশ্ন। ভাৰত স্বাধীন হোৱা দিনৰ আগলৈকে অসম অৰ্থনৈতিকভাৱে কিছু উন্নত আছিল। স্বাধীন ভাৰতৰ অসম, ভাৰতৰ এক নম্বৰ অনগ্ৰসৰ ৰাজ্য। অৰ্থনৈতিকভাৱে অনগ্ৰসৰ ৰাজ্যখনৰ লোকসকল স্বাভাৱিকতে খোৱা, পিন্ধা, থকা, শিক্ষা, স্বাস্থ্য আদি অৰ্থনৈতিক সমস্যাৰে জৰ্জৰিত হৈ আছে। দেশপ্ৰেমিক, জাতিপ্ৰেমী জাতীয় স'গঠনসমূহৰ মুখ্য লক্ষ্য হোৱা উচিত জাতিটোৰ লোকসকলক অৰ্থনৈতিক সমস্যাৰ পৰা উদ্ধাৰ কৰা।

বৰ্তমান বিশ্ব নব্য-উদাৰ বা মুক্ত বজাৰ বিশ্বায়িত অৰ্থনীতিয়ে প্ৰভুত্ব কৰি আছে। ভাৰতৰো অৰ্থনীতি ১৯৯১ চনৰ পৰা নব্য-উদাৰ বা মুক্ত বজাৰ অৰ্থনীতিলৈ পৰিৱৰ্তন কৰা হৈছে। এই অৰ্থনীতিত চৰকাৰীতকৈ ব্যক্তিগত খণ্ডৰ ভূমিকা প্ৰধান। এই পটভূমিত ভাৰতত আনকি যিসমূহ ৰাজনৈতিক দল মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্বগতভাৱে চূড়ান্ত বিৰোধী, ৰাজ্যৰ শাসনৰ গাদীত থকা সেইসকলেও জনসাধাৰণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ বাবে মুক্ত বজাৰ অৰ্থনীতি ব্যৱহাৰ কৰাৰ চেষ্টা কৰিছে। অসমতো যিসকল জাতীয় সংগঠন অসমৰ জনসাধাৰণৰ অৰ্থনৈতিক সমস্যা সমাধানত

আগ্ৰহী, সেইসকলে বৰ্তমানৰ অৰ্থনৈতিক পৰিৱেশ বুজিবলৈ চেষ্টা কৰিব লাগে আৰু নিৰ্ণায়ক ভূমিকা ল'ব লাগে বৰ্তমান অৰ্থনীতিৰ দ্বাৰা অসমীয়া তথা অসমৰ জনসাধাৰণৰ অৰ্থনৈতিক দুখ-দুৰ্দশা লাঘৱ কৰাৰ। বৰ্তমানৰ অৰ্থনৈতিক অৱস্থাৰ প্ৰতি তেওঁলোকে গভীৰভাৱে মনোযোগ দিব লাগে।

অসমৰ কৃষিখণ্ডৰ অকণো উন্নতি হোৱা নাই, অসমত উদ্যোগ নাই বুলিলেই হয়। অসমত অৰ্থনৈতিক কৰ্মকাণ্ড বৃদ্ধি নোহোৱা হেতুকে সেৱাখণ্ডও তেনেই সীমিত। অসমৰ অৰ্থনীতিৰ এই পৰিস্থিতিত কৰ্মসংস্থান সৃষ্টি নহয়— লাখে লাখে অশিক্ষিত, অৰ্ধ শিক্ষিত আৰু শিক্ষিত যুৱক-যুৱতী কৰ্মসংস্থানহীন। ভাৰতৰ ভিতৰতে কৰ্মসংস্থানহীন লোকৰ সংখ্যা অসমত অধিক। অতি সম্প্ৰতি ভাৰতৰ যোজনা আয়োগে অসমৰ কৰ্মসংস্থান সৃষ্টিৰ এটি সমীক্ষা প্ৰস্তুত কৰিছে। ২০০১ চনৰ পৰা ২০০৮ চনৰ ভিতৰত অসমত ব্যক্তিগত খণ্ডত কৰ্মসংস্থান হ্ৰাস হৈছে, ৰাজহুৱা খণ্ডতো সেই একেই অৱস্থা হৈছে। অসমত মুঠ কৰ্মসংস্থান ২০০১ চনত আছিল ১১,৩০,৯৫১ (ব্যক্তিগত খণ্ড ৬,০৫,০১৩ ৰাজহুৱা খণ্ড ৫,২৫,৯৩৮)। এই সংখ্যা হ্ৰাস হৈ ২০০৮ চনত হয় ১০,৮১,৮৬৯ (ব্যক্তিগত খণ্ড ৫,৫৪,৫৮৯ ৰাজহুৱা খণ্ড ৫,২৭,২৮০) ২০০৭ চনৰ তুলনাতো ২০০৮ চনত কৰ্মসংস্থান অনেক হ্ৰাস হৈছে। ২০০৭ চনত ৰাজ্যত মুঠ কৰ্মসংস্থান আছিল ১১৬৭৫১৩ (ব্যক্তিগত খণ্ড ৬,৪০,৪২৯ ৰাজহুৱা খণ্ড ৫,২৬,৯৮৪)। যোজনা আয়োগে অতি দুখেৰে কৈছে 'The employment in the public sector has shown an increase of 0.06 percent in 2008 over 2007. While private sector shows a fall of 13.4 percent in the same period'।

বৰ্তমানৰ ভাৰতবৰ্ষত মুক্ত বজাৰ অৰ্থনীতিৰ পৰিৱেশত সকলো ৰাজ্যতে ব্যক্তিগত খণ্ডত বছৰি লাখৰ উৰ্ধ্বত কৰ্মসংস্থান সৃষ্টি হয়। মাত্ৰ অসমত ব্যতিক্ৰম। ৰাজহুৱা খণ্ডতো হোৱা নাই। বিকাশমান ব্যক্তিগত খণ্ডত ৰাজ্যত কৰ্মসংস্থান এবছৰত প্ৰায় এক লাখ হ্ৰাস হৈছে। ভাৰতৰ শ্ৰম বিভাগৰ তথ্য মতে যোৱা বছৰত দেশত ১৩ লাখ কৰ্মসংস্থানৰ সৃষ্টি হৈছে, তথ্যপ্ৰযুক্তি আৰু বি পি অ' (IT/BPO)ত ৮.৫৪ লাখ, বয়নত ১.৫২ লাখ, অটোমোবাইল খণ্ডত ১.১০ লাখ, ধাতু সংক্ৰান্ত খণ্ডত ১.৩৭ লাখ, অলঙ্কাৰ খণ্ডত ০.৯৩ লাখ। যোৱা জুলাই-ছেপ্টেম্বৰৰ ভিতৰত ব্যক্তিগত খণ্ডত কৰ্মসংস্থান সৃষ্টি হৈছে ৪.৩৫ লাখ। কৰ্মসংস্থান সৃষ্টিৰ পৰিমাণ দিল্লীৰ এন চি আৰ (National Capital Region) অৰ্থাৎ গুড়গাঁও, নইদা, ফৰিদাবাদ আদি অঞ্চলত সৰ্বাধিক।

অসমৰ ৰাজ্য চৰকাৰে অনেক উচ্চ-বাচ্য কৰি আছে— যেনিবা এইখন চৰকাৰেহে অসমৰ জনসাধাৰণক উদ্ধাৰ কৰিছে। অসমৰ জনসাধাৰণৰ উন্নয়নৰ বিষয়ে বিভিন্ন তথ্যও আগবঢ়ায়। কৰ্মসংস্থান সৃষ্টি কৰিবলৈ বিভিন্ন ৰাজ্য চৰকাৰসমূহে দেশী-বিদেশী বিনিয়োগকাৰী, কোম্পানী, বহুজাতিক নিগমসমূহক কাকুতি-মিনতি কৰি নিজৰ ৰাজ্যত বিনিয়োগ কৰাৰ বাবে আহ্বান জনাই আছে। কম মূল্যতে মাটিকে ধৰি সকলো আন্তঃগাঁথনিৰ সুবিধা আগবঢ়াইছে। আমোলাতন্ত্ৰ বা ৰাজনৈতিক লবিৰ পৰা যাতে এই বিনিয়োগকাৰীসকলে কোনো অসুবিধা নাপায় তাৰ প্ৰতি তদাৰকী কৰিছে। আনকি পশ্চিমবংগৰ বাওঁপন্থী চৰকাৰেও এই ব্যক্তিগত দেশী-বিদেশী কোম্পানীসমূহক আহ্বান কৰাৰ বাবে বজাৰহাট নামৰ এখন পাৰ্শ্বচহৰ (satelite city)ৰ সৃষ্টি কৰিছে (বৰ্তমান চহৰখনৰ নাম জ্যোতি বসু চহৰ ৰাখিছে) এই চহৰত ইনফোচিচ, উইপ্ৰো, টি চি এছ, আই টি টি আদি দেশী আৰু বহু বিদেশী বহুজাতিক নিগমক কম মূল্যতে মাটি দিছে, সকলো আন্তঃগাঁথনিৰ সুবিধা দিছে।

কোম্পানীসমূহৰ চৰ্ত হ'ল কৰ্মসংস্থান সৃষ্টি— বেঙ্গলৰ যুৱক-যুৱতীসকলক কৰ্মসংস্থান লাগে। গুজৰাটৰ মুখ্যমন্ত্ৰী নৰেন্দ্ৰ মোদী হিন্দু-মুছলমান কটা-কটিৰ বাবে কুখ্যাত। কিন্তু মোদী ডাঙৰীয়াইও বুজি পায় যে মাৰ-দাঙ্গা কৰি চৰকাৰ চলোৱা নাযায়— মানুহক পেটৰ ভাত দিব লাগিব। মোদীৰ গুজৰাট ৰাজ্যই বৰ্তমান সৰ্বাধিক দেশী-বিদেশী বিনিয়োগ আকৰ্ষিত কৰিবলৈ সমৰ্থ হৈছে।

এই পটভূমিত অসমৰ অৰ্থনৈতিক অৱস্থা কি পৰ্যায়ৰ? অসমত ব্যক্তিগত খণ্ডক কিয় আকৰ্ষিত কৰিব নোৱাৰে। আমি অসমৰ চৰকাৰক বাৰু বাদ দিলো— অসমৰ অসমপ্ৰেমী জাতীয় সংগঠনসমূহৰ অসমীয়া যুৱক-যুৱতী-অসমীয়া জনসাধাৰণৰ প্ৰতি দায়িত্ব নাই নেকি! অসমৰ জাতীয় সংগঠনসমূহেও কাৰ্যসূচী নলয় কিয়, দেশী-বিদেশী বিনিয়োগকাৰীসকল অসমলৈ আহিব লাগে। অসমত এওঁলোকক চৰকাৰে সকলো সুবিধা দিব লাগিব। আমোলাতন্ত্ৰ-ৰাজনৈতিক লবীয়ে উৎকোচ ল'ব নোৱাৰে। কোনো জাতীয় সংগঠনে বলপূৰ্বক ধন আদায় (Extortion), চান্দা সংগ্ৰহ নকৰে, সুন্দৰ-শান্ত পৰিৱেশ বিৰাজমান হৈ থাকিব। কোম্পানীসমূহৰ চৰ্ত থাকিব যে কৰ্মসংস্থান সৃষ্টিয়ে, অসমৰ যুৱক-যুৱতীক কৰ্মসংস্থান দিব। ঔদ্যোগীকৰণৰ বাবে জাতীয় সংগঠনসমূহে চৰকাৰক বাধ্য কৰক আন্তঃগাঁথনিৰ উন্নতকৰণৰ কাৰণে। আজিৰ তথ্য প্ৰযুক্তিৰ যুগত কোম্পানীসমূহৰ বাবে অৱস্থান (Location) কোনো সমস্যা নহয়। বৰ্তমান কল চেণ্টাৰৰ পৃথিৱীৰ কেন্দ্ৰ হৈ পৰিছে ফিলিপাইন দেশ। ইয়াৰ যুৱক-যুৱতীৰ ইংৰাজী কথা আৰু আন সুবিধাৰ বাবে ভাৰত-চীনৰ পৰা বহু কল চেণ্টাৰ ফিলিপাইনলৈ স্থানান্তৰিত কৰিছে। অসম তথা আন সাতখন ৰাজ্যৰ ল'ৰা-ছোৱালী ইংৰাজী কথাত অতি পাৰ্গত। এইদৰে সকলো আধুনিক উদ্যোগ অসমত হ'ব পাৰে। স্থানীয় কেঁচামাল তথা হস্তশিল্পৰ ভিত্তিত উদ্যোগ হ'ব পাৰে।

কিন্তু আছুই মেগামাৰ্ট বিশাল ভাঙি কৰা পৰিৱেশে দেশী-বিদেশী বিনিয়োগকাৰীক আকৰ্ষণ নকৰে। মুক্ত বজাৰ অৰ্থনীতিৰ বিনিয়োগকাৰী সকললৈ এই মেছেজে প্ৰতিকূলতাৰ সৃষ্টি কৰিব। আজিৰ অৰ্থনৈতিক পৰিস্থিতিত অসমীয়াক বচাই ৰাখিবলৈ হ'লে বৰ্তমান মুক্ত বজাৰ অৰ্থনীতিৰ প্ৰক্ৰিয়াসমূহ আৰু পৰিৱেশ জাতীয় সংগঠনসমূহে বুজি পাব লাগিব। অসমৰ যুৱক-যুৱতীৰ পৰিয়ালসমূহৰ দৰিদ্ৰতা দূৰীকৰণৰ বাবে, যুৱক-যুৱতীৰ বাবে কৰ্মসংস্থান সৃষ্টিত অসমক ভালপোৱা লোকসকলে অগ্ৰাধিকাৰ দিব লাগিব। দৰিদ্ৰ জাতি এটাই কোনো বস্তুৱে সৃষ্টি কৰিব নোৱাৰে। এইটো অতি বাস্তৱ, মানুহৰ প্ৰথম চিন্তা পেটৰ ভাত, পিন্ধিবলৈ কাপোৰ, থাকিবলৈ আশ্ৰয়স্থল। এইসমূহ থাকিলে মানুহে অন্য চিন্তা কৰিব পাৰে। আমি কেইদিনমান আগতে 'মিণ্ট' নামৰ দৈনিক কাকত এখনত পঢ়িলো গুজৰাট আৰু কেৰালাত বহু অসমীয়া ল'ৰা-ছোৱালী শ্ৰমিক হ'বলৈ গৈছে। পেটৰ দায়ত লোক সুদূৰ কেৰালা, গুজৰাট পাইছেগৈ। যোৱা ৩০ বছৰত জাতীয় সংগঠনসমূহৰ বলপূৰ্বক ধন আদায়, চান্দা আদায়ৰ উৎপাতত ইতিমধ্যে ৰাজ্যত থকা বহুতো ব্যক্তিগত উদ্যোগে অসম এৰিলে, যি কাৰণে বছৰে বছৰে কৰ্মসংস্থান হ্ৰাস হৈছে। কাৰ্ল মাৰ্ক্সৰ কথা বাস্তৱ আৰু সঠিক, 'নিৰ্দিষ্ট যুগৰ অৰ্থনৈতিক বিকাশৰ মাত্ৰাই হ'ল সেই ভিত্তি যাৰ ওপৰত গঢ়ি উঠে সংশ্লিষ্ট জাতিটোৰ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান, আইনৰ ধ্যান-ধাৰণা, শিল্প কলা'। আমি আশা কৰিম, অসমৰ জাতীয় সংগঠনসমূহে বৰ্তমানৰ অৰ্থনৈতিক প্ৰক্ৰিয়াটো অনুধাৱন কৰিব, জাতিটোৰ অৰ্থনৈতিক দুখ-দুৰ্দশা আঁতৰ কৰিবলৈ। ❑❑

*২৪ ডিচেম্বৰ, ২০১০ চন*

# লেটিন আমেৰিকাই নতুন ইতিহাস সৃষ্টি কৰিলে

"আমাৰ প্ৰতি জনসাধাৰণে দিয়া নিৰ্বাচনৰ ৰায়ৰ শেষ মুহূৰ্তত অৰ্থাৎ মোৰ কাৰ্যকালৰ শেষত যদি দেখো প্ৰতিজন নাগৰিকৰ বাবে খোৱাপানী, দুবেলা দুসাজ খোৱাৰ ব্যৱস্থা কৰিব পাৰিছো, তেতিয়াহ'লে বুজিম যে মই মোৰ জীৱনৰ ব্ৰত সম্পূৰ্ণ কৰিব পাৰিছো। মই নিশ্চিত, মই ব্যৰ্থ নহওঁ কাৰণ ব্ৰাজিলৰ গৰিব মানুহে মোৰ নিচিনাই কোনো এজনৰ বাবে পাঁচশ বছৰ ধৰি অপেক্ষা কৰি আছে।"

লুলা দা ছিলভাই ২০০২ চনৰ ডিচেম্বৰ মাহত দক্ষিণ আমেৰিকাৰ বৃহত্তম ৰাষ্ট্ৰ আৰু বিশ্বৰ অষ্টম অৰ্থনীতিৰ দেশ ব্ৰাজিলৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হৈ উক্ত কথাষাৰ ব্যক্ত কৰিছিল। আমেৰিকা বুলিলে সাধাৰণতে ভাৰতীয় লোকে আমেৰিকা যুক্তৰাষ্ট্ৰকে (United State of America) বুজে। কিন্তু উত্তৰ দক্ষিণ দুখন আমেৰিকা মহাদেশত ৩০ খনতকৈও অধিক ৰাষ্ট্ৰ আছে। ইয়াৰ ভিতৰতে উত্তৰ আমেৰিকাৰ দক্ষিণাংশ আৰু সম্পূৰ্ণ দক্ষিণ আমেৰিকাক লেটিন আমেৰিকা বুলি জনাজাত। লেটিন আমেৰিকাত প্ৰায় ২৫ খন দেশ আছে। ৫০ কোটিতকৈও অধিক জনসংখ্যা। লেটিন আমেৰিকাৰ প্ৰায়কেইখন দেশৰেই স্পেনিচ ভাষা ৰাষ্ট্ৰভাষা।

পুঁজিবাদ সৃষ্টি হোৱাৰ প্ৰথম স্তৰত পুঁজিবাদী সাম্ৰাজ্যবাদৰ শিকলিৰে বান্ধি ৰাখিছিল লেটিন আমেৰিকাক। ১৪৯২ চনৰ পৰা স্পেনীয় আৰু পৰ্তুগীজ সাম্ৰাজ্যবাদী শাসনে দখল কৰি থকা অৱস্থাৰ পৰা মুক্ত হোৱাৰ পাছত লেটিন আমেৰিকা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নব্য-ঔপনিৱেশিকতাৰ শিকলিত বন্দী হয়। আমেৰিকা যুক্তৰাষ্ট্ৰ ১৮৯৮ চনৰ পৰা স্পেনীয় লেটিন আমেৰিকাৰ ওপৰত প্ৰত্যক্ষভাৱে নিজৰ অধিকাৰ সাব্যস্ত কৰে। লেটিন আমেৰিকাতেই মাৰ্কিন যুক্তৰাষ্ট্ৰই সৰ্বপ্ৰথম নব্য-উদাৰ অৰ্থনৈতিক নীতিৰ সূচনা কৰিছিল। এই বজাৰ মৌলবাদী অৰ্থনৈতিক নীতিৰ ফলতেই লেটিন আমেৰিকাৰ জনসংখ্যাৰ ৪৩.৯ শতাংশ অৰ্থাৎ ২২ কোটি ৫০ লাখ লোকে চৰম দৰিদ্ৰতাৰ (দাৰিদ্ৰ সীমাৰেখাৰ তলত) মাজত বাস কৰিছিল। যিসময়ত বিশ্বত পুঁজিবাদী বজাৰ অৰ্থনীতিৰ পৃষ্ঠপোষকসকলে ঘোষণা কৰিছিল সমাজবাদী অৰ্থনীতিৰ মৃত্যু, ইতিহাসৰ অৱসান, সেই সময়ত লেটিন আমেৰিকাৰ দেশসমূহৰ জনসাধাৰণে জীৱনৰ অভিজ্ঞতাৰে বুজি পাইছিল সাম্ৰাজ্যবাদৰ আগ্ৰাসন কিমান ভয়ানক আৰু নব্য-উদাৰ বা বজাৰ অৰ্থনীতি মানৱ জাতিৰ বাবে কিমান বিধ্বংসী। সেয়ে লেটিন আমেৰিকাৰ জনসাধাৰণৰ পেট প্ৰৱৰ্তনৰ সংগ্ৰাম একাত্ম হৈ আছিল সাম্ৰাজ্যবাদ-বিৰোধী, নব্য-উদাৰ অৰ্থনীতি বিৰোধী, সমাজবাদী অৰ্থনীতি প্ৰতিষ্ঠাৰ সংগ্ৰামত। কিউবাৰ ৰাষ্ট্ৰপতি ফিডেল কাষ্ট্ৰোই কৈছিল "নব্য-উদাৰ নীতিৰ তাণ্ডৱত গোহালিত পৰিণত হোৱা লেটিন আমেৰিকা বছৰৰ পাছত বছৰ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ওচৰত আত্মসমৰ্পণৰ সন্মুখত পৰিৱৰ্তনেই একমাত্ৰ বিকল্প লেটিন আমেৰিকাৰ জনসাধাৰণ বাবে।"

লেটিন আমেৰিকাৰ দেশসমূহৰ জনসাধাৰণ আজি মূৰ দাঙি, বুকু ফিন্দাই ওলাই আহিছে পৰিৱৰ্তনৰ বাবে। তেওঁলোক প্ৰতিজ্ঞাবদ্ধ মানুহ হিচাবে জীয়াই থাকিবলৈ, দৰিদ্ৰ অৱস্থাৰ পৰা মুক্ত হ'বলৈ।

ভেনেজুৱেলা, চিলি, ব্ৰাজিল, আৰ্জেণ্টিনা, উৰুগুৱে, বলিভিয়া, নিকাৰাগুৱা, ইকুয়েদৰ, পানামা, দোমিনিক্যান এখনৰ পাছত এখন লেটিন আমেৰিকান দেশৰ জনসাধাৰণে বিদায় দিছে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ সাম্ৰাজ্যবাদক, নব্য-উদাৰ অৰ্থনীতিক, আঁকোৱালি লৈছে সমাজবাদী আহিঁৰ অৰ্থনীতিক। ইতিহাসৰ অৱসান নহয়, নতুন ইতিহাসৰ জন্ম দিছে লেটিন আমেৰিকাই, আমেৰিকাৰ প্ৰচাৰ মিডিয়াৰ ভাষাত 'চাঞ্চেছ ইন চাঞ্চেছুন'। মাৰ্কিন যুক্তৰাষ্ট্ৰ মহা চিন্তিত পৰিছে— আমেৰিকান বাতৰি কাকতসমূহে ২০০৫ চনত ছপাইছিল শিৰোনামা 'হাউ লেটিন আমেৰিকা টাৰ্ণড লেফট্?'। ব্ৰিটেইনৰ বিখ্যাত দৈনিক 'গাৰ্ডিয়ান' কাকতৰ শিৰোনামা আছিল— 'কণ্টিনেণ্ট অৱ দি লেফট্' বাওঁপন্থীসকলৰ মহাদেশ। বজাৰ অৰ্থনীতিৰ তথা নব্য-সাম্ৰাজ্যবাদৰ মুখ্য পৃষ্ঠপোষক বুশ্ব চাহাব আৰু ব্ৰেয়াৰ চাহাব আচৰিত হৈছিল ক'ৰ পৰা বাহিৰ হ'ল ব্ৰাজিলৰ বাওঁপন্থী ৰাষ্ট্ৰপতি লুলা দ্যা ছিল্‌ভা, ভেনেজুৱেলাৰ ৰাষ্ট্ৰপতি উগো ছাভেজ, আৰ্জেণ্টিনাৰ ৰাষ্ট্ৰপতি নেষ্টৰ কিৰ্চনাৰ বলিভিয়াৰ ৰাষ্ট্ৰপতি ইভো মোৰালেচ আদি বাওঁপন্থী নেতাসকল। বৰ্তমান লেটিন আমেৰিকাৰ ৮০ শতাংশ দেশৰ শাসন ক্ষমতাত আছে বাওঁপন্থী দল বা বাওঁপন্থী আৰু নিউট্ৰালিষ্টসকলৰ জোঁট। বলিভিয়াৰ ৰাষ্ট্ৰপতি মোৰালেচৰ জয়ৰ সাত দিন পাছত 'নিউয়ৰ্ক টাইমচ্' কাকতৰ সম্পাদকীয়ত 'এ ডিফাৰেণ্ট লেটিন আমেৰিকা' নামৰ শিৰোনামাৰে সত্যটো অকপটে স্বীকাৰ কৰি লিখিছিল 'লেটিন আমেৰিকাৰ ৰাজনৈতিক ভাৰসাম্য স্পষ্টভাৱে পৰিৱৰ্তিত হৈছে বাওঁপন্থাৰ ফালে'। ৩৬ কোটি ৫০ লাখ জনসংখ্যাৰ লেটিন আমেৰিকাত প্ৰায় ৩০ কোটি লোকেই স্বীকাৰ কৰিছে বাওঁপন্থী দলৰ চৰকাৰৰ নেতৃত্ব। নিউয়ৰ্ক টাইমচ্‌ৰ শুভবুদ্ধিৰ উদয় হৈছে, আমেৰিকা যুক্তৰাষ্ট্ৰৰ হোৱাইট হাউছক পৰামৰ্শ আগবঢ়াইছে ৱাশ্বিংটন (অৰ্থাৎ আমেৰিকা যুক্তৰাষ্ট্ৰৰ চৰকাৰ) পৰিৱৰ্তন হোৱা উচিত, নহ'লে শোচনীয়ভাৱে প্ৰতিৱেশী বন্ধুসকলক হেৰুৱাই আছে আৰু হেৰুৱাই থাকিব।' আমেৰিকা যুক্তৰাষ্ট্ৰই কিউবাক এঘৰীয়া কৰিছিল, বৰ্তমান আমেৰিকাৰ দুই মহাদেশত কিউবাৰ বন্ধু ৰাষ্ট্ৰ বেছি, আমেৰিকা যুক্তৰাষ্ট্ৰতকৈ।

মুক্ত বজাৰ অৰ্থনীতিৰ দৃঢ়ভাৱে ৰূপায়ণ হৈছিল লেটিন আমেৰিকাৰ সকলো দেশতে। নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ কুৰ্গম্যানে কৈছিল, "সম্পূৰ্ণ ১৯৯০ দশকটোত ৱাছিংটন সহমতৰ মুক্ত বজাৰ অৰ্থনীতিৰ কাৰ্যসূচী বিশ্বৰ উন্নয়নশীল দেশসমূহৰ ভিতৰত লেটিন আমেৰিকাতেই গভীৰতমভাৱে প্ৰৱৰ্তিত হৈছিল। কোৱা হৈছিল, বিৰাস্ত্ৰীকৰণ, বিনিয়ন্ত্ৰণ আৰু মুক্ত বাণিজ্যই অৰ্থনৈতিক উন্নয়নৰ সূচনা কৰিব। এই আশ্বাসৰ পৰিৱৰ্তে লেটিন আমেৰিকাৰ দেশসমূহৰ অৰ্থনীতিত দেখা দিছে মহামন্দা। জনসাধাৰণৰ মাজত বৈষম্য বৃদ্ধি হৈছে। এটাৰ পাছত আনটো সংকট গোটেই মহাদেশখনত বিয়পি পৰিছে।"

১৯৯০-২০০২ চনৰ ভিতৰত বহুজাতিক নিগমসমূহে লেটিন আমেৰিকাৰ ৪ হাজাৰ বেংক, টেলিকমিউনিকেচন, পৰিবহণ, পেট্ৰ'ল আৰু খনিজাত ধাতুৰ সংস্থাক বলপূৰ্বক অধিগ্ৰহণ কৰি লৈছিল। অকল ৯০ দশকতেই ১৭,৮০০ কোটি ডলাৰ মূল্যৰ ৰাজহুৱা খণ্ডক বেচৰকাৰীকৰণ কৰিছে। এই ফলশ্ৰুতিতে লেটিন আমেৰিকাৰ ৪৯ শতাংশ লোক দৰিদ্ৰ সীমাৰ তলত বাস কৰিবলৈ বাধ্য হৈছে। ১০ শতাংশ ধনী লোকৰ হাতত লেটিন আমেৰিকাৰ বিভিন্ন দেশত ৩০ৰ পৰা ৪০ শতাংশ দেশৰ মুঠ ধন জমা লৈছে। আনহাতে চৰম দৰিদ্ৰ লোকৰ পৰিমাণ ১৯৮০ চনত আছিল ১২ কোটি, ২০০১ চনত বৃদ্ধি হৈ হয়গৈ ২১ কোটি ১৪ লাখ। লেটিন আমেৰিকাৰ উচ্চ শ্ৰেণীৰ লোকৰ লগত আমেৰিকাৰ শক্ত বান্ধোনৰ সৃষ্টি কৰিছিল। ধনী পৰিয়ালসকলে তেওঁলোকৰ অৰ্থ বিনিয়োগ কৰে

মাৰ্কিন যুক্তৰাষ্ট্ৰত, তাত ঘৰ-দুৱাৰ কিনে আৰু আন আন সম্পত্তিৰ পাহাৰ তৈয়াৰ কৰে।

২০০৫ চনৰ ডিচেম্বৰ মাহত ব্ৰাজিলৰ ৰাষ্ট্ৰপতি লুলাই আৰ্জেণ্টিনাৰ ৰাষ্ট্ৰপতি নেষ্টৰ কিৰ্চনাৰক কাষত বহুৱাই লৈ কৈছিল "যোৱা তিনি বছৰৰ নিৰ্বাচনৰ ফলাফল চাওক। কি মাৰাত্মক পৰিবৰ্তন ঘটিব ধৰিছে এখন দেশৰ নিৰ্বাচনৰ পাছত আনখন দেশৰ নিৰ্বাচনত। চাওকচোন, আপুনি (কিৰ্চনাৰ) বা মই ভাবিব পাৰিছিলোনে যে আমি ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হ'ম। হঠাতে জনসাধাৰণ সচেতন হৈছে পৰিস্থিতি বুজিবৰ চেষ্টা কৰিছে, সকলোকে চমক লগাই লেটিন আমেৰিকাত পৰিবৰ্তনৰ জোৱাৰ আনিছে।" নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ তথা ক্লিন্টনৰ মুখ্য অৰ্থনৈতিক উপদেষ্টা ষ্টিগলিজে স্বীকাৰ কৰিছে যে "ৱাছিংটন সহমতৰ দ্বাৰা জাপি দিয়া নিউ লিবাৰেল মডেল, যি জাতীয় অৰ্থনীতিত ৰাষ্ট্ৰৰ ভূমিকা হেয় আৰু নিম্নতম কৰে, তাৰেই ব্যৰ্থতা আজি প্ৰমাণিত লেটিন আমেৰিকাত।"

ভেনেজুৱেলাৰ ৰাষ্ট্ৰপতি ছাভেজ কিউবাৰ ফিডেল কাস্ত্ৰোৰ নিচিনা কমিউনিষ্ট নহয় বা তেওঁৰ দল কমিউনিষ্ট দল নহয়। কিন্তু ছাভেজে নিজৰ অভিজ্ঞতাৰ ভিত্তিত কৈছে— 'ইতিহাস ৰৈ থকা নাই। ইতিহাস ঘূৰি আহিছে। ছোভিয়েট ইউনিয়নৰ পতনৰ পাছত কোৱা হৈছিল যে ইতিহাস শেষ হৈ গৈছে। মাত্ৰ ১৫ বছৰৰ ভিতৰত প্ৰমাণিত হ'ল এই অন্ধকাৰৰ প্ৰবক্তাসকল কিমান ভ্ৰান্ত। ইতিহাসৰ কেতিয়াও শেষ নহয়। একৈশ শতিকক আমি মৃত্যুৰ শতিক হ'ব নিদিওঁ। এই শতিক হ'ব স্বাধীনতা, সমতা আৰু জীৱনৰ।

ছাভেজক জীৱনৰ অভিজ্ঞতাই বুজাইছে সমাজতন্ত্ৰৰ অনিবাৰ্যতা সম্বন্ধে জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত পেলাবলৈ। তেওঁ কৈছে, 'পুঁজিবাদী আন্তঃগাঁথনিৰ দ্বাৰা জনসাধাৰণৰ দুখ-দাৰিদ্ৰ দূৰ কৰা অসম্ভৱ। একমাত্ৰ সমাজতান্ত্ৰিক অৰ্থনীতিৰ দ্বাৰাহে লেটিন আমেৰিকাৰ জনসাধাৰণৰ দুখ-দুৰ্দশা, দৰিদ্ৰতা দূৰ কৰা সম্ভৱ। পুঁজিবাদী অৰ্থনীতি সংকট মোচনত আৰু সামাজিক সমস্যাসমূহৰ মীমাংসাত অক্ষম। যদি পুঁজিবাদ নহয় বিকল্প কি, কোনো দ্বিধা নাই যে বিকল্প সমাজবাদ।"

নব্য-উদাৰনীতি, বজাৰ অৰ্থনীতি বিৰোধী লেটিন আমেৰিকাৰ জনসাধাৰণে বিকল্প বিচাৰি পাইছে। সাম্ৰাজ্যবাদী বিশ্বায়নক উৎখাত কৰাৰ সংগ্ৰামত ব্ৰতী হৈছে। ভাৰতৰ প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিং ব্ৰাজিলৰ ৰাষ্ট্ৰপতি লুলাৰ প্ৰিয় বন্ধু। লুলাৰ লক্ষ্য আৰু ডঃ সিঙৰ লক্ষ্য একে নে? লুলাই বজাৰ অৰ্থনীতিৰ বিদায় দিব খুজিছে; ডঃ সিঙে স্বাগতম জনাইছে, গভীৰভাৱে ভাৰতৰ অৰ্থনীতিৰ বজাৰ অৰ্থনীতিলৈ পৰিবৰ্তনত ব্ৰতী হৈছে। লুলাই ব্ৰাজিলৰ ৰাষ্ট্ৰপতি হিচাবে ৮ বছৰ (দুটা টাৰ্ম) সম্পূৰ্ণ কৰিলে। ব্ৰাজিলৰ সংবিধানমতে দুটা টাৰ্মৰ বেছি এজনে ৰাষ্ট্ৰপতি হ'ব নোৱাৰে। লুলাৰ উত্তৰাধিকাৰী ডিল্‌মা ৰৌচ্চেফ (Dilma Rousseff) এসময়ৰ মাৰ্ক্সবাদী গৰিলা নেত্ৰী আছিল। ইতিমধ্যেই ডিল্‌মা নিৰ্বাচিত হৈছে ৰাষ্ট্ৰপতি পদলৈ। ডিল্‌মাই প্ৰতিজ্ঞা কৰিছে লুলাৰ লক্ষ্যক আগবঢ়াই নিবলৈ। লুলাই ব্ৰাজিলৰ ৩০ নিযুত জনসাধাৰণক দৰিদ্ৰতাৰ পৰা উদ্ধাৰ কৰি উন্নতমানৰ জীৱন-যাপনৰ সুযোগ কৰি দিছিল। ডিল্‌মাই আত্মবিশ্বাসেৰে কৈছে কৰ্মসংস্থান সৃষ্টি কৰিব; ব্ৰাজিলৰ নতুন সম্পদ সৃষ্টি কৰি জনসাধাৰণৰ কল্যাণৰ কামত লগাব। আমাৰ দেশৰ প্ৰধানমন্ত্ৰী ডঃ সিঙে লেটিন আমেৰিকাৰ অৰ্থনীতিৰ ক্ষেত্ৰত ষ্টিগলিজে কোৱা কথাষাৰ 'নিউ লিবাৰেল মডেলে জাতীয় অৰ্থনীতিত ৰাষ্ট্ৰৰ ভূমিকা হেয় আৰু নিম্নতম কৰে' এই নিউ লিবাৰেল অৰ্থনীতিৰ যে ব্যৰ্থতা প্ৰমাণিত হৈছে আজি বুজি পালে নিশ্চয় ভাৰতৰ জনসাধাৰণৰ উপকাৰ হ'ব। □□

*৩১ ডিচেম্বৰ, ২০১০ চন*

# অসমৰ হ্ৰাসমান কৰ্মসংস্থান

অসম চৰকাৰে উচ্চস্বৰে ঘোষণা কৰি আছে অসম উন্নতিৰ পথত। অসমৰ অৰ্থনৈতিক উন্নয়ন দ্ৰুত গতিত আগবাঢ়িছে। আঁচনিৰ পাছত আঁচনিৰ ৰূপায়ণ হৈছে, নতুন নতুন আঁচনি গ্ৰহণ কৰিছে। অসমৰ উন্নয়ন আৰু বিকাশৰ 'শ্বেত-পত্ৰ' (২০০১-২০১০) প্ৰকাশ কৰিছে। যোৱা দহ বছৰত হেনো অৰ্থনৈতিক উন্নয়নৰ আগৰ সকলো ৰেকৰ্ড ভংগ কৰি উন্নয়নৰ হাৰো দ্ৰুত গতিত আগবাঢ়িছে। ৰাজ্যৰ জনসাধাৰণৰ দৰিদ্ৰতা দূৰ কৰিবলৈ তেওঁলোকৰ নিয়মীয়া আয়ৰ দৰকাৰ— নিয়মীয়া আয় থাকিলে জনসাধাৰণৰ আৰ্থিক অৱস্থা উন্নত হয় আৰু জীৱন ধাৰণৰ মান উন্নত হয়। 'শ্বেতপত্ৰ'খন আমি ভালকৈ উৰাই-ঘূৰাই পঢ়ি চালো ; কিন্তু এইখনৰ কোনো পৃষ্ঠাতে অসমৰ কৰ্মসংস্থান সৃষ্টিৰ তথ্য বা কৰ্মসংস্থান সৃষ্টিৰ পদক্ষেপ উল্লেখ কৰা চকুত নপৰিল। শ্ৰম আৰু নিয়োগৰ এটা পৰিচ্ছেদ আছে, তাতো কোনো উল্লেখ নাই কোন কোন খণ্ডত যোৱা দহ বছৰত কিমানসংখ্যক, কৰ্মসংস্থান সৃষ্টি হ'ল ; চৰকাৰী খণ্ডত কিমানসংখ্যক ব্যক্তিগত খণ্ডত কিমান সংখ্যক কৰ্মসংস্থান সৃষ্টি হ'ল। কৰ্মসংস্থান সৃষ্টিৰ বাবে চৰকাৰৰ প্ৰচেষ্টাৰ বিষয়ে কতো উল্লেখ নাই। শ্বেতপত্ৰত কৈছে— 'বৃত্তিগত প্ৰশিক্ষণৰ বৰ্ধিত চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি Modular Employable Skill আঁচনিৰ অধীনত ৫টা ব্যক্তিগত ঔদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰ আৰু ১৭টা বৃত্তিগত প্ৰশিক্ষণ প্ৰতিষ্ঠান স্থাপন কৰা হয়।' এই আঁচনিয়ে আত্মসংস্থাপনৰ পথ সুগম কৰিব বুলি কৈছে। 'নিয়োগ সৃষ্টিকাৰী অভিযান' সূত্ৰপাত কৰি বৰ্তমানলৈ ৮,৭১৬ জনক বিভিন্ন জীৱিকাৰ পন্থা গ্ৰহণ কৰাৰ বাবে বিত্তীয় সাহায্য প্ৰদান কৰিছে চৰকাৰে ইত্যাদি কথাৰ উল্লেখ কৰিছে শ্বেতপত্ৰত। নিয়োগ বিনিময়ৰ তথ্যমতে ২০০৮ চনলৈ অসমত পঞ্জীভুক্ত নিবনুৱাৰ সংখ্যা হ'ল ২০,০৬,৩৮৯ জন। এই সংখ্যা আছিল ২004 চনত ১৬,৩১,২১৬ জন। উক্ত সংখ্যাৰ ভিতৰত শিক্ষিত নিবনুৱাৰ পৰিমাণ হ'ল ১৩,৫১,৪১১ জন। শিক্ষিত নিবনুৱাৰ ৪৯ শতাংশ হাইস্কুল পৰীক্ষা পাছ, ২৯ শতাংশ উচ্চ মাধ্যমিক স্কুল পাছ, ১৭ শতাংশ স্নাতক আৰু বাকী অংশ কাৰিকৰী স্নাতক (Engineering, Medical, Agriculture, Veterinary etc ) আৰু স্নাতকোত্তৰ ইত্যাদি ইত্যাদি। উক্ত তথ্য হ'ল যিসকল নিবনুৱাই নিয়োগ বিনিময় কেন্দ্ৰত নাম ভৰ্তি কৰিছে তেওঁলোকৰ। কিন্তু বৰ্তমান যুগৰ অধিকসংখ্যক শিক্ষিত যুৱক-যুৱতীয়ে নিয়োগ বিনিময় কেন্দ্ৰত নাম ভৰ্তি নকৰে। তাৰোপৰি কৃষিৰ পৰা উদ্বৃত্ত লাখ লাখ শিক্ষিত অৰ্ধশিক্ষিত লোকে এই কেন্দ্ৰত নাম ভৰ্তি নকৰে।

বৰ্তমান ভাৰত চৰকাৰে সৰ্বশক্তিৰে দেশত মুক্ত বজাৰ অৰ্থনীতিৰ প্ৰৱৰ্তন কৰিছে। অৰ্থনীতিৰ বিকাশ প্ৰায় সম্পূৰ্ণভাৱেই ব্যক্তিগত খণ্ডৰ হাতত অৰ্পণ কৰিছে। গুৰুত্বপূৰ্ণ ৰাজহুৱা খণ্ডৰ উদ্যোগসমূহো

ব্যক্তিগত খণ্ডৰ পৰিচালনালৈ যাব ধৰিছে। এই মুক্ত বজাৰ অৰ্থনীতিৰ পটভূমিত দেশত কৰ্মসংস্থান সৃষ্টিৰ দায়িত্বও ব্যক্তিগত খণ্ডৰ হাততে পৰিছে। চৰকাৰসমূহে কৰ্মসংস্থান সৃষ্টিৰ বাবে ব্যক্তিগত পুঁজি বিনিয়োগৰ ওপৰত বেছি গুৰুত্ব প্ৰদান কৰিছে। ব্যক্তিগত পুঁজি বিনিয়োগৰ ক্ষেত্ৰত ভাৰতৰ মুখ্য ৰাজ্যসমূহৰ ভিতৰত গুজৰাট ৰাজ্যই যোৱা বছৰত অধিকতম বিনিয়োগ আকৰ্ষিত কৰিব পাৰিছে। গুজৰাটৰ ব্যক্তিগত বিনিয়োগ ১২ ০১ লাখ কোটি টকা আৰু অসমত ২০ খন মুখ্য ৰাজ্যৰ ভিতৰতে সৰ্বনিম্ন; বিনিয়োগ এক লাখ কোটিৰো আধা, অৰ্থাৎ ৫২,৯৫২ কোটি টকা। ভাৰতৰ আন ৰাজ্য যেনে— মহাৰাষ্ট্ৰ ১০ ৩৬ লাখ কোটি, উৰিষ্যা ৯.৮৫ লাখ কোটি, অন্ধ্ৰপ্ৰদেশ ৮.০৯ লাখ কোটি, কৰ্ণাটক ৭ ৩৩ লাখ কোটি পশ্চিমবংগত ৫.৭৯ লাখ কোটি টকা ইত্যাদি ইত্যাদিৰ বিনিয়োগ হৈছে। এই তথ্য প্ৰকাশ কৰিছে ভাৰতৰ উদ্যোগসমূহৰ সংস্থা Assocham (The Associated Chambers of Commerce and Industry)য়ে ।

ভাৰতৰ ৰাজ্য চৰকাৰসমূহে ব্যক্তিগত পুঁজি বিনিয়োগৰ দ্বাৰা কৰ্মসংস্থান সৃষ্টিৰ প্ৰচেষ্টা চলাইছে। নব্য উদাৰ অৰ্থনীতিয়ে ২০০৮ চনৰ পৰা বিশ্বত অৰ্থনীতিৰ যি মহাসংকট আনিলে ইয়ে বিশ্বৰ দেশসমূহ বিশেষকৈ উন্নত দেশসমূহৰ কোটি লোকক কৰ্মসংস্থানৰ পৰা বিতাৰিত কৰিলে। নতুন কৰ্মসংস্থান সৃষ্টি নোহোৱাৰ ফলত জনসাধাৰণ বিক্ষুব্ধ হৈ উঠিছে। জনসাধাৰণৰ বিক্ষোভ প্ৰশমিত কৰাৰ বাবে আমেৰিকাৰ দৰে উন্নত দেশৰ ৰাষ্ট্ৰপতি অ'বামাৰ চিন্তাত টোপনি নোহোৱা হৈছে। ভাৰতলৈ দৌৰি আহিছে ব্যক্তিগত কোম্পানীসমূহৰ মালিকসকলক আমেৰিকাত কৰ্মসংস্থান সৃষ্টিৰ বাবে। অতি সম্প্ৰতি ফ্ৰান্সৰ ৰাষ্ট্ৰপতি চাৰকোজিৰ ভাৰত ভ্ৰমণৰো একে উদ্দেশ্য। চাৰকোজিৰ হঠাতে ভাৰতলৈ ইমান মৰম হোৱা নাই যে ভাৰতত পাৰমাণৱিক শক্তিৰে বিদ্যুৎ উৎপাদনত ফ্ৰান্সে সকলো ধৰণৰ সাহায্য কৰিব। বিদ্যুৎ উৎপাদনত পাৰমাণৱিক শক্তি ব্যৱহাৰৰ ক্ষেত্ৰত ফ্ৰান্স পৃথিৱীৰ এক নম্বৰ, অধিকতম শতাংশ বিদ্যুৎ উৎপাদন কৰে এই পাৰমাণৱিক শক্তিৰে। পাৰমাণৱিক শক্তিৰে বিদ্যুৎ উৎপাদনৰ কাৰ্যকৰী বা টেক্‌নোলজী ফ্ৰান্সৰ খুব উন্নত আৰু ব্যক্তিগত প্ৰতিষ্ঠানসমূহে এইসমূহ উৎপাদন কৰে। ভাৰতলৈ এই যন্ত্ৰপাতি ৰপ্তানি কৰিব পাৰিলে ফ্ৰান্সক এই কোম্পানীসমূহে উৎপাদন বৃদ্ধি কৰিব লাগিব আৰু বহু কৰ্মসংস্থান ফ্ৰান্সত সৃষ্টি হ'ব। ফ্ৰান্সৰ নিবনুৱা তথা অৰ্থনৈতিক সমস্যা লাঘব হোৱাত ই সহায়ক হ'ব। ফ্ৰান্সৰ জনসাধাৰণ অসন্তুষ্টিত ফাটি পৰিছে চৰকাৰৰ অৰ্থনৈতিক নীতি, নিবনুৱা সমস্যাৰ বিৰুদ্ধে। চাৰকোজিয়ে নিজৰ স্বাৰ্থত ভাৰতলৈ মৰম দেখুৱাইছে।

যি কি নহওক অসমৰ মুখ্যমন্ত্ৰী ডাঃ গগৈয়ে হয়তো টপৰাই কৈ দিব যে নিবনুৱা সমস্যা আমেৰিকাতো আছে অসমতো আছে। কিন্তু তেখেতে যোৱা দহ বছৰত তেখেতসকলৰ শাসনকালৰ ৰাজ্যখনৰ অভিলেখপূৰ্ণ অৰ্থনৈতিক উন্নয়নৰ 'শ্বেতপত্ৰ' প্ৰকাশ কৰিছে, ইংৰাজীত হোৱাইট পেপাৰ বুলি কয়। ৰাজ্যৰ লাখ লাখ লোকৰ কৰ্মসংস্থান হৈছে, জনসাধাৰণৰ অৰ্থনৈতিক অৱস্থাৰ উন্নয়ন হৈছে— তেওঁলোকৰ আয় বৃদ্ধি হৈছে— জনমূৰি মুঠ ঘৰুৱা উৎপাদন বৃদ্ধি হৈছে, শিক্ষা, জনস্বাস্থ্যৰ উন্নতি হৈছে, দৰিদ্ৰ লোকৰ শতাংশ হ্ৰাস পাইছে ইত্যাদি ইত্যাদি আৰু বহুতো।

আমি ওপৰত উল্লেখ কৰিছো যে বৰ্তমান ভাৰত চৰকাৰে, অৱধাৰিতভাৱে ৰাজ্য চৰকাৰসমূহেও কৰ্মসংস্থান সৃষ্টিৰ বাবে ব্যক্তিগত প্ৰতিষ্ঠানৰ ওপৰত নিৰ্ভৰশীল। বিভিন্ন ৰাজ্যত নিবনুৱাক কৰ্মসংস্থান দিয়াৰ বাবে ব্যক্তিগত খণ্ডত বহু লাখ কৰ্মসংস্থান সৃষ্টি হৈছে। অসমতো সৃষ্টি হৈছেনে কৰ্মসংস্থান? যোজনা আয়োগে প্ৰস্তুত কৰা এক সমীক্ষামতে অসমত কৰ্মসংস্থান বৃদ্ধিৰ পৰিবৰ্তে হ্ৰাসহে হৈছে—

ৰাজহুৱা খণ্ডতো কৰ্মসংস্থানৰ পৰিমাণ বৃদ্ধি হোৱা নাই। যোজনা আয়োগৰ তথ্য ওপৰৰ তালিকাখনত উল্লেখ কৰা হ'ল—

**অসমত ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডত কৰ্মচাৰীৰ পৰিমাণ**

| বছৰ | ব্যক্তিগত খণ্ড | ৰাজহুৱা খণ্ড | মুঠ | নিয়োগ বিনিময় কেন্দ্ৰৰ নাম ভৰ্তিৰ সংখ্যা |
|---|---|---|---|---|
| ২০০১ | ৬,০৫,০১৩ | ৫,২৫,৯৩৮ | ১১,৩০,৯৫১ | ১৫,২৪,৬১৬ |
| ২০০২ | ৫,৫৩,৭০১ | ৫,৩০,৪৩৪ | ১০,৮৪,১৩৫ | ১৫,৭১,৯৬৬ |
| ২০০৩ | ৫,৫১,১৭১ | ৫,২৮,০৪১ | ১০,৭৯,২৭২ | ১৫,৬৮,১০৯ |
| ২০০৪ | ৫,৭২,০৮০ | ৫,২৫,১৫৩ | ১০,৯৭,২৩৩ | ১৬,৩১,২১৬ |
| ২০০৫ | ৬,২৫,২৫৫ | ৫,২৭,৮২৪ | ১১,৫৩,০৭৯ | ১৭,৬৩,৪৩০ |
| ২০০৬ | ৫,৯৯,৬৫৪ | ৫,১৯,৭৪০ | ১১,১৯,৩৯৪ | ১৮,২৭,১৪৯ |
| ২০০৭ | ৬,৪০,৫২৯ | ৫,২৬,৯৮৪ | ১১,৬৭,৫১৩ | ১৯,২১,৫৬৩ |
| ২০০৮ | ৫,৫৪,৫৮৯ | ৫,২৭,২৮০ | ১০,৮১,৮৬৯ | ২০,০৬,৩৮৯ |

২০০১ চনৰ পৰা আজিলৈ লাখে লাখে ল'ৰা-ছোৱালীয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰিছে। স্নাতক হৈছে স্নাতকোত্তৰ হৈছে। লাখে লাখে যুৱক-যুৱতীয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰিব পৰা নাই। বহুতে আৰ্থিক অভাৱৰ বাবে স্কুলীয়া শিক্ষা শেষ নকৰাকৈ আধাতে এৰিছে— লাখে লাখে অশিক্ষিত যুৱক-যুৱতীয়ে কৃষিৰ পৰা উদ্বৃত্ত হৈ চহৰৰ শ্ৰমিক থল বা বজাৰসমূহত ভিৰ কৰিছে। ৰাজ্য চৰকাৰে ঘোষণা কৰা অৰ্থনৈতিক বিকাশৰ হাৰৰ ফলত অতি কমেও ৫ৰ পৰা ১০ লাখ কৰ্মসংস্থান সৃষ্টি হ'ব লাগে। ভাৰতবৰ্ষৰ আন আন ৰাজ্যত বহু লাখ কৰ্মসংস্থান সৃষ্টি হৈছে। অতি পৰিতাপৰ কথা যে অসমত অৰ্থনৈতিক উন্নয়নৰ প্ৰকোপত ২০০১ চনত মুঠ কৰ্মসংস্থান ১১,৩০,৯৫১ৰ পৰা ১০,৮১,৮৬৯লৈ হ্ৰাসহে হৈছে। অসমৰ ৰাজ্য চৰকাৰৰ অৰ্থনৈতিক উন্নয়নৰ আচৰিত ধৰণৰ যাদু। অৱশ্যে অসমৰ চৰকাৰ ভেল্‌কিবাজিত অতি পাৰ্গত। অসম চৰকাৰে সম্মোহিনী শক্তিৰ দ্বাৰা ভেল্‌কিবাজিৰে জনসাধাৰণক বোবা বনাই ৰাখে। অসম যিসময়ত দেশৰ বিভিন্ন ৰাজ্যই কৰ্মসংস্থান সৃষ্টিত আগবাঢ়ি গৈছে অসমত ব্যক্তিগত খণ্ডত এবছৰতে ১৩.৪ শতাংশ কৰ্মসংস্থান অন্তৰ্ধান হৈছে। অসমৰ অৰ্থনৈতিক উন্নয়নৰ দুৰ্গতিয়ে দেশৰ জনসাধাৰণক দৈন্যলৈ উটুৱাই নিছে। ❑

*৭ জানুৱাৰী, ২০১১ চন*

# চিৰৰোগাক্ৰান্ত মুক্ত বজাৰ অৰ্থনীতি

২০১০-ৰ বছৰটোৱে বিদায় ল'লে ২০১১ চন আহিল। এই সন্ধিক্ষণত আমাৰ মনলৈ আহিছে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভূতপূৰ্ব কমিউনিষ্ট আৰ্থাৰ কোৱেষ্টলাৰে (Arthur Koestler) লিখা 'The God that failed' নামৰ কিতাপখনলৈ। ২০১০ বছৰটো ইতিহাসত বিখ্যাত হৈ ৰ'ব এইবাবেই যে অৰ্থনীতিৰ বজাৰমৌলবাদৰ ঈশ্বৰ সম্পূৰ্ণৰূপে বিকল বা মৃত্যু হৈছে— 'দি গড অৱ মাৰ্কেট ফাণ্ডামেণ্টেলিজম ফেইল্ড' (God of market fundamentalism failed)। ২০০৭ চনৰ শেষৰফালে মুক্ত বজাৰ অৰ্থনীতিৰ মহাসংকট আৰম্ভ হৈছিল আমেৰিকা যুক্তৰাষ্ট্ৰত আৰু অলপ দিনৰ ভিতৰতে বিশ্বৰ সকলো দেশলৈ বিয়পিছিল এই মহাসংকট।

বিশ্বত আজিলৈ অৰ্থনীতিৰ দুই মৌলিক তত্ত্বৰ উদঘাটন হৈছে— পুঁজিবাদী আৰু সমাজবাদী অৰ্থনীতি। আধুনিক পুঁজিবাদী অৰ্থনীতিৰ আদাম স্মিথক গুৰু বুলি কোৱা হয়। আদাম স্মিথৰ তত্ত্বৰে পৰিচালিত বজাৰ অৰ্থনীতিৰ ১৯২৯ চনত আৰম্ভ হোৱা মহাসংকটে পুঁজিবাদী অৰ্থনীতিৰ নতুন গুৰু জে এম কেইন্সৰ জন্ম দিয়ে। জে এম কেইন্সৰ তত্ত্ব অনুযায়ী পুঁজিবাদী অৰ্থনীতিত চৰকাৰী ভূমিকা থাকিব লাগিব আৰু আদাম স্মিথৰ লেইজেইফেয়্যাৰ (Laisez-faire) অৰ্থাৎ স্বনিয়ন্ত্ৰিত বজাৰ শক্তিৰ অদৃশ্য হাত (Invisible hand)ৰ পৰিৱৰ্তে চৰকাৰ নিয়ন্ত্ৰিত হ'ব লাগিব পুঁজিবাদী অৰ্থনীতি বা বজাৰ শক্তিৰে। কেইন্সৰ তত্ত্ব অনুযায়ীয়েই আজিৰ আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ (IMF) আৰু বিশ্ব বেংকৰ সৃষ্টি হৈছিল। ১৯২৯ চনত আৰম্ভ হোৱা মুক্ত বজাৰ পুঁজিবাদী অৰ্থনীতিৰ সংকটৰ পৰা উদ্ধাৰ পাবলৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ তদানীন্তন ৰাষ্ট্ৰপতি ফ্ৰেকলিন ডি ৰুছভেল্টকে ধৰি সকলো পুঁজিবাদী দেশৰ ৰাষ্ট্ৰপ্ৰধানে কেইন্সৰ তত্ত্বৰ ভিত্তিত অৰ্থনীতি পৰিচালনা কৰিছিল। দ্বিতীয় মহাসমৰৰ পাছৰ পৰা পুঁজিবাদী অৰ্থনীতিৰ সোণালী যুগ বুলি কোৱা হৈছিল— এই সময়ছোৱাত তথ্যপ্ৰযুক্তি তথা বিজ্ঞানৰ চমকপ্ৰদ উন্নয়নে পুঁজিবাদী অৰ্থনীতিৰ বিৰাট উন্নয়ন ঘটাইছিল। আমেৰিকা যুক্তৰাষ্ট্ৰ অৰ্থনীতি আৰু সামৰিক ক্ষেত্ৰত পৃথিৱীৰ বৃহত্তম শক্তিত পৰিণত হৈছিল। কেইন্সৰ তত্ত্বৰ ভিত্তিত পুঁজিবাদী অৰ্থনীতিয়ে উন্নতিৰ শিখৰত আৰোহণ কৰি আকৌ বজাৰশক্তিৰ অদৃশ্য হাতৰ স্বনিয়ন্ত্ৰিত অৰ্থনীতিৰ তত্ত্বলৈ ঘূৰি যাবলৈ আৰম্ভ কৰিলে।

পুঁজিবাদী অৰ্থনীতি বজাৰশক্তিৰ দ্বাৰা নিয়ন্ত্ৰণ কৰাৰ নতুন তত্ত্ববিদৰ জন্ম হ'ল— আমেৰিকাৰ চিকাগো বিশ্ববিদ্যালয়ৰ অৰ্থনীতিবিদ মিল্টন ফ্ৰিড্‌মেনে আদাম স্মিথৰ অদৃশ্য হাত তত্ত্বক উন্নত কৰি মুক্ত বজাৰ অৰ্থনীতিৰ নতুন তত্ত্ব আগবঢ়ালে। ফ্ৰিড্‌মেনৰ মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্বক বিশ্ববিখ্যাত কৰিবলৈ ১৯৭৬ চনত তেওঁক নোবেল বঁটা প্ৰদান কৰিলে। পুঁজিবাদী অৰ্থনীতিৰ মুখ্য দেশসমূহে কিন্সৰ তত্ত্বক বিদায় দিলে— ফ্ৰিড্‌মেনৰ মুক্ত বজাৰ অৰ্থনীতিৰ নতুন তত্ত্বৰে তেওঁলোকৰ

অৰ্থনীতি পৰিবৰ্তন কৰি পৰিচালনা কৰিবলৈ ধৰিলে। এইক্ষেত্ৰত মুখ্য ভূমিকা লৈছিল ১৯৮০ৰ দশকত আমেৰিকাৰ ৰাষ্ট্ৰপতি ৰোণাল্ড ৰেগান আৰু ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী মাৰ্গাৰেট থাচাৰে। বিশ্বৰ প্ৰতিখন দেশৰ অৰ্থনীতিক মুক্ত বজাৰ অৰ্থনীতিলৈ পৰিবৰ্তন কৰাৰ বাবে হেঁচা প্ৰয়োগ কৰিছিল আমেৰিকাই আৰু ব্যৱহাৰ কৰিছিল বিশ্ববেংক আৰু আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰক। এই সন্ধিক্ষণতে ১৯৯০ চনত সমাজবাদী অৰ্থনীতিৰ দেশ ছোভিয়েট ইউনিয়নৰ পতন হৈছিল— বিশ্বত সমাজবাদী শিবিৰৰ অন্ত পৰিছিল। আমেৰিকা আৰু বেছি উৎসাহী হৈ পৰিছিল , 'ৱাছিংটন ঐকমত'ৰ সূচনা কৰি সমগ্ৰ বিশ্বৰ দেশসমূহক বাধ্য কৰিছিল মুক্ত বজাৰ অৰ্থনীতি অৱলম্বন কৰিবলৈ। ভাৰতেও এই ঐকমতৰ ভিত্তিত দেশৰ মিশ্ৰ অৰ্থনীতি মুক্ত বজাৰ অৰ্থনীতিলৈ পৰিবৰ্তন কৰিছিল। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদ তথা পুঁজিবাদী ৰাষ্ট্ৰসমূহৰ নেতাসকলে ঘোষণা কৰিছিল বিশ্বৰ জনসাধাৰণৰ অৰ্থনৈতিক দুখ-দুৰ্দশাৰ দিন শেষ হ'ল। মুক্ত বজাৰ অৰ্থনীতিয়ে উন্নয়নশীল, দুখীয়া দেশসমূহকে ধৰি বিশ্বৰ জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অৱসান ঘটাব।

ইতিহাস অতি নিৰ্মম। পুঁজিবাদী মুক্ত বজাৰ অৰ্থনীতিৰ নতুন গুৰু মিল্টন আৰু তেওঁৰ অনুগামী অৰ্থনীতিৰ তত্ত্ববিদসকল আৰু মুক্ত বজাৰ অৰ্থনীতিৰ পৃষ্ঠপোষক ৰাষ্ট্ৰনায়কসকলৰ মুখত মাধমাৰ শোধাই ২০০৭ চনত মুক্ত বজাৰ অৰ্থনীতি দুৰ্লংঘ্য সংকটত ডুব গ'ল। পৃথিৱীবিখ্যাত বেংক. বীমা, বিভিন্ন বৃহৎ কোম্পানী বন্ধ হ'বলৈ ধৰিলে. বহু বিশ্ববিখ্যাত কোম্পানী দেউলীয়া হ'ল. কোটি কোটি লোকৰ চাকৰি গ'ল, নতুন কৰ্মসংস্থান সৃষ্টি বন্ধ হ'ল। বহু কোটি লোক নতুনকৈ দৰিদ্ৰ হ'ল বিশ্বত। মিল্টন ফ্ৰিডমেনৰ অনুগামীসকলে পুঁজিবাদী অৰ্থনীতিক এই মহাসংকটৰ পৰা উদ্ধাৰ কৰিবলৈ আকৌ কেইন্সৰ তত্ত্বক ঘূৰাই আনি প্ৰতিখন দেশতেই অৰ্থনীতি পুনৰজীৱিত কৰিবলৈ ট্ৰিলিয়ন ডলাৰৰ উদ্দীপক পেকেজ গ্ৰহণ কৰিলে। দেউলীয়া হোৱা বেংক, বীমা কোম্পানীসমূহ চৰকাৰী ধনেৰে ৰক্ষা কৰাৰ চেষ্টা কৰিলে।

বৰ্তমানৰ মুক্ত বজাৰ অৰ্থনীতিক মহা সংকটৰ পৰা কেইন্সৰ তত্ত্বয়ো উদ্ধাৰ কৰিব পৰা নাই। ইউৰোপৰ ১৬ খন দেশৰ অৰ্থনীতি আকৌ গভীৰ সংকটত ডুব গৈছে। ব্ৰিটেইন, ফ্ৰান্স ইটালী কোনো দেশেই অৰ্থনীতিৰ সংকটৰ পৰা উদ্ধাৰ পোৱা নাই। পৰ্টুগাল, গ্ৰীচ, আয়াৰলেণ্ড, স্পেইনৰ অৰ্থনীতিৰ মহাসংকটক লৈ দুঃচিন্তাত পৰিছে ইউৰোপীয়ান ইউনিয়ন। ব্ৰিটেইন, ফ্ৰান্স, ইটালীকে ধৰি প্ৰায় সকলো দেশতে জনসাধাৰণ অৰ্থনৈতিক দুখ-দুৰ্দশাত অতিষ্ঠ হৈ অশান্ত হৈ পৰিছে। নিযমিত সংগ্ৰামত অৱতীৰ্ণ হৈছে চৰকাৰৰ অৰ্থনৈতিক নীতিৰ বিৰুদ্ধে। ব্ৰিটেইন, ফ্ৰান্সকে ধৰি ইউৰোপীয় দেশসমূহৰ জনসাধাৰণৰ বিক্ষোভ, শোভাযাত্ৰা. ধৰ্মঘটৰ খবৰ নিয়মিত দেখা পাব বাতৰি কাকতত। ইউৰোপৰ এই সংকট জৰ্জৰিত দেশসমূহে কেইন্সৰ তত্ত্ব অনুসৰণ কৰি ঋণত পোত যোৱাৰ অজুহাতত কেইন্সক বিদায় দিলে। জনসাধাৰণৰ সকলো কল্যাণমূলক সামাজিক আঁচনি কৰ্তন কৰি কৃচ্ছ্ৰসাধন (Austerity measures)ৰ নীতি গ্ৰহণ কৰিছে। আমেৰিকা, জাপানে অৰ্থনীতি সংকটৰ পৰা উদ্ধাৰ পোৱা নাই। নিবনুৱাৰ হাৰ দহ শতাংশ।

বৰ্তমান পৃথিৱীত পুঁজিবাদী মুক্ত বজাৰ অৰ্থনীতি প্ৰকৃততে দুৰ্লংঘ্য সংকটত। পুঁজিবাদী অৰ্থনীতিৰ পৃষ্ঠপোষক আৰু তত্ত্ববিদসকলে পাৰ পোৱা নাই কোনটো পুঁজিবাদী অৰ্থনীতিৰ তত্ত্বৰে বৰ্তমান মহাসংকটৰ পৰা অৰ্থনীতিক উদ্ধাৰ কৰিব। কেইন্সৰ, আদাম স্মিথৰ, মিল্টনৰ, হেইক (Hayek)ৰ, ৰিকাৰ্ডোৰ কোনো তত্ত্বই কাম নিদিয়া হৈছে। Organisation of Economic Co-operation and

Development (OECD)ৰ আমেৰিকা, কানাডা, ব্ৰিটেইন, ফ্ৰান্সকে ধৰি বিশ্বৰ ৩৩ খন উন্নত অৰ্থনীতিৰ দেশত নিবনুৱা লোকৰ গড় হাৰ ২০০৮ চনত আছিল ৬ শতাংশ, এই হাৰ বৃদ্ধি হৈ ২০০৯ চনত হয় ৮.৩ শতাংশ আৰু ২০১০ চনত হয় ৯.০ শতাংশ। কিছুমান দেশত অতি অধিক যেনে- আমেৰিকাত ১০ শতাংশ, গ্ৰীচ, স্পেইন, পৰ্টুগাল, আয়াৰলেণ্ড ১০ শতাংশ, ব্ৰিটেইন, ফ্ৰান্সত ১১ শতাংশৰ ওচৰা-ওচৰি। মুক্ত বজাৰ পুঁজিবাদী অৰ্থনীতিৰ তীৰ্থস্থানসমূহৰ এই অৱস্থা। এই দেশসমূহত চৰকাৰী হিচাপত ৪৭ নিযুত নিবনুৱা— বেচৰকাৰীৰ সংখ্যা অধিক হ'ব। যোৱা ছেপ্টেম্বৰ মাহত ৰাষ্ট্ৰসংঘৰ Millennium Development Goals Report - 2010-ত কৈছে যে বিশ্ববেংকৰ পৰ্যালোচনা অনুযায়ী ২০০৯ চনত সংকটে অতিৰিক্ত ৫০ নিযুত লোকক অতি দৰিদ্ৰ (Extreme poverty) অৱস্থালৈ লৈ যাব আৰু ২০১০ চনত ৫০ নিযুত লোকে অতি দৰিদ্ৰ অৱস্থালৈ গতি কৰিব। ২০১৫ চনলৈ বৰ্তমানৰ সংকট আঁতৰ হোৱাৰ সম্ভাৱনা নাই বুলি কৈছে 'The effects of the crisis are likely to persist poverty rates will be slightly higher in 2015 and even beyond, to 2020'। ৰাষ্ট্ৰসংঘই যি সহস্ৰাব্দ উন্নয়ন লক্ষ্যৰে ২০১৫ চনৰ ভিতৰত বিশ্বত দৰিদ্ৰ লোকৰ সংখ্যা অৰ্ধেক কৰাৰ লক্ষ্য লৈছিল, ই চীন দেশৰ বাহিৰে ক'তো সম্ভৱ নহয় বুলি স্বীকাৰ কৰি কৈছে যে ২০১৫ চনত অতি দৰিদ্ৰ লোকৰ সংখ্যা হ'ব ৯২০ নিযুত।

মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্ববিদসকলে বিশেষকৈ ১৯৯০ চনত ছোভিয়েট ইউনিয়নৰ পতনৰ পাছত কৈছিল যে মুক্ত বজাৰ অৰ্থনীতিয়েই বিশ্বত মানৱ জাতিৰ মুক্তি আনিব— সমাজবাদী অৰ্থনীতি অবাস্তৱ। মুক্ত বজাৰ অৰ্থনীতিৰ দ্বাৰা মানৱ জাতিৰ মুক্তিৰ পৰিৱৰ্তে মানৱ জাতিক মৃত্যুমুখলৈ নিয়াৰ কথা বিশ্ববেংক, ৰাষ্ট্ৰসংঘই স্বীকাৰ কৰিব লাগিছে। চীন দেশে সমাজবাদী অৰ্থনীতি প্ৰৱৰ্তনৰ দ্বাৰা তিনি মাহতে মহাসংকটৰ প্ৰভাৱৰ পৰা উদ্ধাৰ হৈ দেশৰ ১৩০ কোটি জনসাধাৰণৰ প্ৰায় সকলোৰে দৰিদ্ৰতাৰ অবসান কৰাই বৰ্তমান বিশ্বৰ অৰ্থনৈতিক শক্তিত পৰিণত হৈছে। চীনৰ এই উত্থানে আমেৰিকাৰ নেতৃত্বৰ একমেৰু বিশ্বক বহুমেৰুলৈ পৰিৱৰ্তিত কৰিছে।

বিশ্ব পুঁজিবাদী মুক্ত বজাৰ অৰ্থনীতিৰ কেন্দ্ৰ জি-৭ৰ দেশসমূহে অৰ্থনীতিৰ মহাসংকটত উৱাদিহ নাপায় উন্নয়নশীল দেশসমূহৰ সহায় ল'বলৈ জি-২০ গঠন কৰিছে। যোৱা ১১, ১২ নৱেম্বৰত দক্ষিণ কোৰিয়াৰ চিউল চহৰত জি-২০ৰ শেষ বৈঠকখন অনুষ্ঠিত হৈছিল। এই বৈঠকত প্ৰতিফলিত হৈছে মুক্ত বজাৰ অৰ্থনীতিৰ অধিবক্তাসকলে নিজৰ দেশৰ বজাৰ বাহিৰৰ দেশবোৰৰ বাবে বন্ধ কৰাৰ কৌশল অৱলম্বন কৰিছে আৰু উন্নয়নশীল দেশসমূহৰ বজাৰ বেছিকৈ মুকলি কৰাৰ বাবে বিভিন্ন কাৰ্যসূচী গ্ৰহণ কৰিছে— বিশ্ব বাণিজ্যৰ ডোহা ৰাউণ্ড আলোচনা সম্পূৰ্ণ কৰিব বিচাৰিছে। আমেৰিকাৰ ৰাষ্ট্ৰপতি বিল ক্লিণ্টনৰ অৰ্থনৈতিক পৰিষদৰ ভূতপূৰ্ব সভাপতি, ২০০০ চনৰ জানুৱাৰী মাহলৈ বিশ্ববেংকৰ মুখ্য অৰ্থনীতিবিদ, নোবেল বঁটা বিজয়ী, মুক্ত বজাৰ অৰ্থনীতিৰ সমৰ্থক যোচেফ ষ্টিগলিংজে কৈছে 'বাণিজ্যৰ ক্ষেত্ৰত শুল্ক প্ৰাচীৰ ভাঙি পেলোৱাৰ কাৰণে পশ্চিমীয়া দেশসমূহে অনবৰত উন্নয়নশীল আৰু দুখীয়া দেশসমূহৰ ওপৰত চাপ সৃষ্টি কৰি থাকে। কিন্তু এই দেশসমূহে নিজৰ ক্ষেত্ৰত শুল্ক প্ৰাচীৰ অটুট ৰাখে' চুইজাৰলেণ্ডৰ জে পি লেহমান নামৰ অৰ্থনীতিবিদ এজনে কৈছে "There is a grave risk that the World economy will collapse into a protectionist spiral"।

মুক্ত বজাৰ অৰ্থনীতিৰ মহাসংকটৰ তিনি বছৰ পাৰ হ'ব, মহা বিপদত পৰিছে কি উপায়ে, কি

তত্ত্বৰে পুঁজিবাদী অর্থনৈতিক ৰক্ষা কৰা যায়। আমেৰিকাত পুঁজিপতিসকলৰ সীমাহীন লালসাক দায়ী কৰা হৈছিল প্ৰথম অৱস্থাত ২০০৭ চনত আৰম্ভ হোৱা মহাসংকটৰ বাবে। মুক্তবজাৰ অর্থনীতি লালসা অংগাংগী। বর্তমান ভাৰতৰ অর্থনীতি আক্ৰান্ত হৈছে এই উচ্চ লালসাৰ দ্বাৰা। ২০১০ৰ বছৰটোত মুক্ত বজাৰ অর্থনীতিৰ সংস্কৃতিয়ে আমদানি কৰা লালসাৰ বশৱৰ্তী হৈ দুর্নীতি-ভ্রষ্টাচাৰৰ দ্বাৰা ভাৰতৰ ৰাজহুৱা সম্পদৰ লুণ্ঠন হৈছে। মুক্ত বজাৰ অর্থনীতিৰ দেশসমূহত জনসাধাৰণলৈ আজি বিভিন্ন ৰূপত নামি আহিছে অনেক দুখ-যন্ত্রণা। মুক্ত বজাৰ অর্থনীতিৰ অনুষ্ঠান বিশ্ববেংকেই তথ্য প্ৰকাশ কৰিছে ২০২০ চনলৈ বিশ্বত দৰিদ্ৰ লোকৰ সংখ্যা বৃদ্ধি হৈ থাকিব। তৎসত্বেও মুক্ত বজাৰ অর্থনীতিৰ পৃষ্ঠপোষকসকলে মুক্ত বজাৰ অর্থনীতিক জীৱিত কৰাৰ প্রচেষ্টা এৰি দিয়া নাই। বিশ্বৰ জনসাধাৰণৰ দুখ-দুর্দশা মুক্ত বজাৰ অর্থনীতিৰ পৃষ্ঠপোষকসকলৰ বিষয় নহয়, বিষয় হ'ল পুঁজিবাদক জীয়াই ৰাখিব লাগে। ভাৰতবর্ষতো মুক্ত বজাৰ অর্থনীতিৰ সংস্কৃতিয়ে সৃষ্টি কৰা দুর্নীতি ভ্রষ্টাচাৰে চূড়ান্ত ৰূপ পাইছে ২০১০ চনত। কিন্তু মুক্ত বজাৰ অর্থনীতিক দায়ী কৰা হোৱা নাই এই লুণ্ঠনৰাজৰ বাবে। মুক্ত বজাৰ অর্থনীতি জীয়াই থাকিলে দুর্নীতি-ভ্রষ্টাচাৰো জীয়াই থাকিব জনসাধাৰণৰ দুখ দুর্দশা দৰিদ্ৰতাও জীয়াই থাকিব। □□

*১৪ জানুৱাৰী, ২০১১ চন*

# খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধি ৰোধ কৰিব কোনে?

যোৱা ২৩ সপ্তাহৰ দ্ৰব্যমূল্য বৃদ্ধিৰ সকলো ৰেকৰ্ড ভংগ কৰি ২৫ ডিচেম্বৰত (২০১০) শেষ হোৱা সপ্তাহটোত মুদ্ৰাস্ফীতিয়ে বা খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিয়ে আকৌ অভিলেখ স্থাপন কৰিলে। কেন্দ্ৰীয় চৰকাৰ, ৰিজাৰ্ভ বেংক, চৰকাৰৰ অৰ্থনীতিবিসকল যিসকলে ভৱিষ্যৎবাণী কৰি আহিছিল যে ডিচেম্বৰ মাহৰ পৰা মুদ্ৰাস্ফীতি হ্ৰাস হৈ মাৰ্চ মাহলৈ (২০১১) ৫ বা ৬ শতাংশ হ'ব সেইসকলৰ চকুত ধূলি মাৰি খাদ্য সামগ্ৰীৰ মূল্যবৃদ্ধিৰ হাৰ ২৫ ডিচেম্বৰত ১৮ ৩২ শতাংশলৈ বৃদ্ধি হ'ল। জনসাধাৰণৰ সকলোৰে প্ৰশ্ন ভাৰত চৰকাৰৰ কিয় শক্তি নাই মূল্যবৃদ্ধি নিয়ন্ত্ৰণ কৰিবলৈ। দ্ৰব্যমূল্য বৃদ্ধি বিশেষকৈ খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ ক্ষেত্ৰত অৰাজকতা বিৰাজ কৰিছে কিয়? বিখ্যাত অৰ্থনীতিবিদ চি ৰঙ্গৰাজন যিজনা ১৯৮০-ৰ দশকৰ ৰাজীৱ গান্ধীৰ দিনৰ পৰা ভাৰতৰ অৰ্থনীতি সংস্কাৰৰ লগত জড়িত, বৰ্তমানো প্ৰধানমন্ত্ৰীৰ অৰ্থনৈতিক উপদেষ্টা তেখেতৰ ৭৯ বছৰীয়া জন্ম দিনত মুখ্য অতিথিৰ ভাষণত ভাৰতৰ ভূতপূৰ্ব বিত্তমন্ত্ৰী বৰ্তমানৰ গৃহমন্ত্ৰী পি চিদাম্বৰমে কৈছে "I am not sure whether we understand all the factors that contribute to price rise, nor am I sure whether we have at our hand all the tools of control inflation at least in the case of food inflation, I have not heard anyone arguing convincingly that we have all the tools to control food inflation"।

চিদাম্বৰম ডাঙৰীয়া দীৰ্ঘদিন ধৰি বিত্তমন্ত্ৰী আছিল। তেখেত বৰ্তমানো কেন্দ্ৰীয় চৰকাৰৰ অন্যতম মুখপাত্ৰ। চিদাম্বৰমকে ধৰি কেন্দ্ৰীয় চৰকাৰৰ নীতি নিৰ্ধাৰকসকল মুক্ত বজাৰ অৰ্থনীতিৰ অধিবক্তা। কেন্দ্ৰীয চৰকাৰে দ্ৰব্যমূল্য বৃদ্ধিৰ বিষয়টো মুক্ত বজাৰৰ হাতত এৰি দিলে নেকি? চৰকাৰী হিচাপমতেই পাচলিৰ মূল্যৰ গড বৃদ্ধি হৈছে ৫৯ শতাংশ, ইন্ধনৰ মূল্যবৃদ্ধি ১১ ৬৩ শতাংশ। পিয়াজৰ ক্ষেত্ৰত ৩০০ শতাংশ বৃদ্ধি হৈছে। খনিজ সামগ্ৰীৰ (পেট্ৰ'ল আদি) মূল্যবৃদ্ধিৰ হাৰ ৩০.৬ শতাংশ যোৱা বছৰ (২০০৯) ২৬ ডিচেম্বৰত শেষ হোৱা সপ্তাহটোত খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ হাৰ আছিল ১৮.২২ শতাংশ। যোৱা দুবছৰ ধৰি চৰকাৰে মুদ্ৰাস্ফীতি নিযন্ত্ৰণৰ কোনো ব্যৱস্থাই গ্ৰহণ কৰিব পৰা নাই; সম্পূৰ্ণ ব্যৰ্থ হৈছে। ব্যৰ্থ হোৱাই নহয মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্ববিদসকলে মূল্যবৃদ্ধিৰ পতি-প্ৰকৃতিৰ তাতেই পোৱা নাই। মৌলিক প্ৰশ্ন হ'ল ভাৰত চৰকাৰে মুদ্ৰাস্ফীতি নিয়ন্ত্ৰণত ৰখা অৰ্থনীতি বিচাৰে নে নিযন্ত্ৰণৰ বাহিৰত যোৱা অৰ্থনীতি বিচাৰে? মুক্ত বজাৰ অৰ্থনীতিৰ তত্ত্ব ৰূপায়ণ কৰিবলৈ গৈ কেন্দ্ৰীয় চৰকাৰে খাদ্য-সামগ্ৰীক চৰকাৰী নিয়ন্ত্ৰণৰ পৰা বজাৰশক্তিৰ নিয়ন্ত্ৰণত ক্ৰমে ক্ৰমে এৰি দিছে। খাদ্য-সামগ্ৰীৰ মূল্য বা প্ৰভাৱিত কৰা পেট্ৰ'ল-ডিজেল, গেছৰ দাম নিৰ্ধাৰণো বিনিয়ন্ত্ৰিত কৰিছে। অৰ্থনীতিৰ বহু তত্ত্ববিদে যোৱা বহু দশক ধৰি কৈ আহিছিল ভাৰতত খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধি হয চৰকাৰী নিয়ন্ত্ৰণৰ বাবে। খোলা বজাৰ হ'লে সকলো সামগ্ৰীৰ দাম কমি আহিব। বৰ্তমান সকলো

সামগ্ৰীৰ খোলা বজাৰ, আগৰ অভিলেখ ভংগ কৰি মূল্যবৃদ্ধি হয় কেলেই? মুক্ত বজাৰ অৰ্থনীতিৰ অন্যতম তত্ত্ববিদ পি চিদাম্বৰম ডাঙৰীয়াই হাত দাঙি দিছে কোন উৎসৰ পৰা মূল্যবৃদ্ধি হয় আৰু কিসমূহ ব্যৱস্থা গ্ৰহণ কৰিলে মূল্যবৃদ্ধি নিয়ন্ত্ৰণ হ'ব, ক'ব নোৱাৰে।

মুক্ত বজাৰ অৰ্থনীতিৰ আন এজন অন্যতম অধিবক্তা ৰিজাৰ্ভ বেংকৰ গৱৰ্ণৰ ড° ডি চুব্বাৰাও ডাঙৰীয়াও মস্তিষ্কলত পৰিছে মুদ্ৰাস্ফীতি নিয়ন্ত্ৰণৰ বিধান দিবলৈ। তেখেতে ২০১০ চনত বহুবাৰ মাণিটাৰী পলিচিৰ সলনি কৰিলে। বেংকৰ সুদৰ হাৰ ছয়বাৰ বৃদ্ধি কৰিলে। জনসাধাৰণৰ অধিকাংশ লোকে হয়তো বুজি নাপায় ৰিজাৰ্ভ বেংকৰ কি ভূমিকা আছে মূল্যবৃদ্ধি নিয়ন্ত্ৰণত। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্বমতে মানুহৰ হাতত বেছি ধন বা টকা থাকিলে বেছিকৈ কিনে গতিকে বজাৰত বস্তুৰ দাম বাঢ়ি যায়। অৰ্থনীতিত যোগান আৰু চাহিদাৰ তত্ত্ব। সেয়ে ৰিজাৰ্ভবেংকে এনেকুৱা মাণিটাৰী পলিচি গ্ৰহণ কৰে যে জনসাধাৰণ অৰ্থাৎ উপভোক্তাৰ হাতত ধনৰ পৰিমাণ কমি যায়। বজাৰত চাহিদা হ্ৰাস পায়। ৰিজাৰ্ভ বেংকে চি আৰ আৰ, এচ এল আৰৰ শতাংশ বৃদ্ধি কৰি কিছু অংশ টকাৰ বজাৰত প্ৰচলন বন্ধ কৰে। সুদৰ হাৰ বৃদ্ধি কৰিলে উপভোক্তাসকলে বস্তু কম ক্ৰয় কৰি বেংকত টকা জমা ৰাখিব; গতিকে বস্তুৰ দাম বজাৰত কমি যাব। যোৱা বছৰ ৰিজাৰ্ভ বেংকে টকাৰ প্ৰচলন বন্ধ কৰিবলৈ বহুবাৰ মাণিটাৰী পলিচি সলনি কৰিছে; কিন্তু দ্ৰব্যমূল্য হ্ৰাস হোৱাতো নায়েই, বৰং উচ্চ হাৰত বৃদ্ধি হৈ আছে।

মুক্ত বজাৰ অৰ্থনীতিৰ পক্ষতে আজি দেশৰ প্ৰায়ভাগ বুদ্ধিজীৱী, ৰাজনৈতিক নেতা, ব্যৱসায়ীয়ে যুক্তি দৰ্শায় আৰু প্ৰায় এশ শতাংশ অৰ্থনীতিৰ সাহিত্যই মুক্ত বজাৰ অৰ্থনীতিৰ পক্ষত, যেনিবা মুক্ত বজাৰ নব্য-উদাৰ অৰ্থনীতিয়ে মানৱ জাতিক স্বৰ্গলৈ লৈ যাব। সামগ্ৰীৰ যোগান বেছি হ'লেও মুক্ত বজাৰ অৰ্থনীতিত মূল্য অতিপাত বৃদ্ধি হ'ব পাৰে। মুক্ত বজাৰ অৰ্থনীতিৰ মুখ্য লক্ষ্য হ'ল লাভ আৰু ব্যৱসায়ী পুঁজিপতিসকলৰ লালসা, লোভ, খক। মুক্ত বজাৰ অৰ্থনীতিত লোভ বা খকটো এনেকুৱা মাৰাত্মক বস্তু যে আমেৰিকাত পুঁজিপতিসকলৰ উচ্চ খকে ২০০৮ চনৰ পৰা বিশ্বৰ অৰ্থনীতিৰ দুৰ্লংঘ্য সংকট আনিছে, যি সংকটে বিশ্বৰ কোটি কোটি জনসাধাৰণৰ জীৱনলৈ দুখ-দুৰ্দশা কঢ়িয়াই আনিলে। পুঁজিপতিসকলৰ এই উচ্চ লোভৰ বাবে বিশ্ব অৰ্থনীতিৰ সংকট অহা বুলি আমেৰিকাৰ তদানীন্তন ৰাষ্ট্ৰপতি স্বয়ং বুছ্ চাহাব আৰু বৰ্তমানৰ ৰাষ্ট্ৰপতি অ'বামাই বাৰে বাৰে ঘোষণা কৰিছে, স্বীকাৰ কৰিছে। ভাৰততো মুক্ত বজাৰ অৰ্থনীতিৰ পটভূমিত পুঁজিপতিসকল মুক্ত নিয়ন্ত্ৰণহীন। তেওঁলোকৰ অতি লাভৰ, লোভৰ বা খকৰ আছে। পুঁজিবাদী অৰ্থনীতিৰ অতি লাভ, লোভ, খক আদি পূৰণ কৰাৰ কাৰণে বিভিন্ন ব্যৱস্থা বা উপায় উদ্ভাৱন কৰাৰ বাবে বহু বিখ্যাত পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদৰো জন্ম হৈছে। তেওঁলোকে খাদ্য-সামগ্ৰীৰ বজাৰতো স্পেকুলেচন (speculation) বা লাভকল্পী বা ভোজবাজী ব্যৱসায় আদি কৰাৰ বাবে হেজ ফাণ্ড (অৰ্থাৎ সম্ভৱপৰ লোকচান বা ক্ষয়-ক্ষতিৰ বিৰুদ্ধে লোৱা পণ ব্যৱস্থা) ডেৰিভেটিভচ্ (Derivatives) ফৰৱাৰ্ড মাৰ্কেট, ফিউচাৰ মাৰ্কেট আদিৰ সৃষ্টি কৰিছে। ভাৰতৰ ফৰৱাৰ্ড মাৰ্কেটিং কমিচনৰ তথ্যমতে ২০০৯ চনৰ এপ্ৰিল আৰু জুন মাহৰ ভিতৰত খাদ্য-সামগ্ৰীৰ ফৰৱাৰ্ড মাৰ্কেট আৰু ফিউচাৰ মাৰ্কেটত বিনিয়োগ হৈছিল ১৫,৬৪,১১৪,৯৬ কোটি টকা; কিন্তু ২০১০ চনৰ সেই একে সময়ছোৱাত এই ভোজবাজী ব্যৱসায়ত বিনিয়োগ হৈছে ২৪,৫৫,৯৮৭.২৬ কোটি টকা। বৃহৎ ব্যৱসায়ীসকলে সময়, সুযোগ-সুবিধা অনুযায়ী অতি লাভৰ বাবে সামগ্ৰীৰ দাম বঢ়াই দিয়ে, খোলা বজাৰৰ সুযোগেৰে সকলো খাদ্য সামগ্ৰীয়েই সিহঁতৰ দখললৈ আনি লয়। শ্বেয়াৰ বজাৰৰ নিচিনা অতি লাভৰ বাবে বজাৰত

খাদ্যৰ মূল্যৰ দাম-দৰৰ কাৰছাজি (Manipulate) কৰা সকলো ক'লা-কৌশলত পুঁজিপতি ব্যৱসায়ীসকল অতি পাৰ্গত।

বৰ্তমান পিয়াজৰ দাম প্ৰতি কিলোগ্ৰামত ৭০/৮০ টকা হৈছে— এই অতি মূল্যৰ ভাগ উৎপাদনকাৰী কৃষকে পাইছেনে। কৃষকে উৎপাদনৰ প্ৰকৃত মূল্য পালে লাখ লাখ কৃষকে আত্মহত্যাৰ পথ ল'ব নালাগিলেহেঁতেন। পিয়াজৰ উৎপাদনকাৰী ৰাজ্য মহাৰাষ্ট্ৰতে আত্মহত্যা কৰা কৃষকৰ সংখ্যা অধিক। পুঁজিপতিসকলে ফিউচাৰ মাৰ্কেট, ফৰৱাৰ্ড মাৰ্কেট পদ্ধতিৰে ধন বিনিয়োগ কৰিছে ; সুযোগ আহিছে, ভাৰতীয় জনসাধাৰণক লুণ্ঠন কৰিছে। এইবাৰ অসমত ধানৰ উৎপাদন বৃদ্ধি হৈছে ; হঠাতে ধানৰ দাম বহু কমি গৈছে। এই ধানখিনি কৃষকৰ ভড়ালত জমা নাথাকে। প্ৰায়সকল কৃষকে বিক্ৰী কৰিব। যেতিয়াই ধান পুঁজিপতিৰ দখললৈ যায় ধান-চাউলৰ দাম বৃদ্ধি হয়। বৰ্তমান কৃষকে অতি কম মূল্য, আনকি অনেক সময়ত উৎপাদনৰ খৰচতকৈও কমতে বিক্ৰী কৰিব। ব্যৱসায়ীসকলৰ মাজতো বহু কৌশলেৰে কিনা-বেচা হয়, বন্ধকত ৰখা হয়, বহু ব্যৱসায়ীয়ে খাদ্য-সামগ্ৰীৰ চেহেৰা নেদেখাকৈ কিনে-বেচে। এই সকলোবোৰ স্পেকুলেচন বা ভোজবাজী ব্যৱসায়। এই ভোজবাজী ব্যৱসায়ৰ বাবে বৰ্তমানলৈ ভাৰতবৰ্ষত তিনিটা অনুষ্ঠানৰ সৃষ্টি হৈছে নেচনেল কমোডিটি ডেৰিভেটিভ এক্সচেঞ্জ (National Commodity Derivative Exchange - NCDEX) মুম্বাই, নেচনেল মাল্টি-কমোডিটি এক্সচেঞ্জ, আহমেদাবাদ (National Multi-Commodity Exchange, Ahmedabad - NMCE) আৰু মাল্টি কমোডিটি এক্সচেঞ্জ, মুম্বাই (Multi Commodity Exchange, Mumbai - MCX) অকল MCX ৭২টা কৃষিপণ্য বাণিজ্য (trading) কৰাৰ মঞ্চ। ৰাজ্যসমূহত চৰকাৰে আইন কৰিছে উক্ত অনুষ্ঠানসমূহক ট্ৰেডিং কৰাৰ সুবিধা দিবলৈ। The Agriculture Produce Marketing Committee (APMC) নামৰ এখন আইন প্ৰণয়ন কৰি এই সুবিধা প্ৰদান কৰা হৈছে। এই আইনমতে পুঁজিপতি কৰপোৰেটৰ ক্ৰেতাসকলে কৃষকক বাধ্য কৰাব পাৰে তেওঁলোকৰ সামগ্ৰী নিয়ন্ত্ৰিত বজাৰৰ (Regulated Market Yards) মাধ্যমেৰে বিক্ৰী নকৰি তেওঁলোকক বিক্ৰী কৰাৰ বাবে।

এই অৰ্থনৈতিক ব্যৱস্থাত মৰণ হৈছে 'আম-আদমি'ৰ ভাৰতৰ ৮০ কোটি মানুহৰ। ৰিজাৰ্ভ বেংকে কোৱা ধৰণে তেওঁলোকৰ হাতত অধিক ধন নাই— তেওঁলোকৰ বেংকতে একাউণ্ট নাই। কোনোমতে দুবেলা দুসাজ খোৱা সামৰ্থ নাই। এই খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিয়ে প্ৰায়সকলক অনাহাৰে ৰাখিব। চৰকাৰে 'আম-আদমি', সাৰ্বিক উন্নয়ন আদি বিভিন্ন কথা কয়। আনহাতে, বৃহৎ ব্যৱসায়, কৰপোৰেট হাউচক সন্তুষ্ট কৰিবলৈ মুক্ত বজাৰ অৰ্থনীতিৰে তেওঁলোকৰ পুঁজি বৃদ্ধি কৰিবলৈ সকলো সুবিধা কৰি দিছে। বৰ্তমান অৰ্থনীতিৰ দ্বাৰা পুঁজিপতি কৰপোৰেট হাউচক নিয়ন্ত্ৰণ কৰিব নোৱাৰে। কৰপোৰেট হাউচৰ গাত হাত দিয়াৰ সাহস আছে জানো চৰকাৰৰ? চিদাম্বৰমে সঠিকভাৱেই কৈছে তেওঁলোক বৰ্তমানৰ অৰ্থনীতিত অন্ধ, দ্ৰব্যমূল্যবৃদ্ধি কোন উৎসৰ পৰা হৈছে দেখা নাপায়। ড° মনমোহন সিং, প্ৰণব মুখাৰ্জী, মণ্টেক সিং, চিদাম্বৰমৰ অৰ্থনীতিয়ে মুদ্ৰাস্ফীতি বা দ্ৰব্যমূল্যবৃদ্ধি বন্ধ কৰিব পাৰিব জানো? ভাৰতৰ জনসাধাৰণে তেওঁলোকৰ অৰ্থনীতিৰ কলা-কৌশল বুজি নাপায়। দিনে-ৰাতি তেওঁলোকে আম-আদমিৰ বাবে ঘঁৰিয়ালৰ চকুপানী টুকিলে আম-আদমি ভোল যাব ; আকৌ আম-আদমিৰ ভোটেৰে নিৰ্বাচনত জিকি ৰাজপাট দখল কৰিব পাৰিব, দ্ৰব্যমূল্যবৃদ্ধিও হৈ থাকিব। ❑❑

*২১ জানুৱাৰী, ২০১১ চন*

# গৰিবকো হতাও, আমিৰ বনাও

২০১০ চনটোৱে বিদায় ল'লে। বৰ্তমানৰ তথ্যপ্ৰযুক্তিৰ যুগটোত বছৰবোৰো অতি ক্ষিপ্ৰতাৰে পাৰ হয়। আমাৰ ল'ৰালিকালত বছৰবোৰ বহুত দীঘলীয়া যেন লাগিছিল। বৰ্তমান বৰ চুটি যেন লাগে। দ্ৰুত গতিত পাৰ হৈ যায় বছৰটো। এই চুটি বছৰটোতে যোগ্যজনে উল্লেখযোগ্য কাম সমাধা কৰিলে। ২০১০ চনত বহু উল্লেখযোগ্য কামেই সমাধা হৈছে। ডঃ মনমোহন সিং বিখ্যাত হৈছে ভাৰত নহয় পৃথিৱীতে, ভাৰতবৰ্ষত নতুন অৰ্থনৈতিক নীতি ৰূপায়ণৰ ক্ষেত্ৰত তেখেত বাটকটীয়া। ২০১০ চনটোৰ ভিতৰত পৃথিৱীৰ প্ৰায়সমূহ নেতাই উচ্চস্বৰে প্ৰশংসা কৰিছে ডঃ সিঙক। বিশেষকৈ জি-২০ৰ সভাত অতি সন্মানীয় ব্যাক্তি ডঃ সিং। জৱাহৰলাল নেহেৰু, লালবাহাদুৰ শাস্ত্ৰী, ইন্দিৰা গান্ধী প্ৰভৃতি প্ৰধানমন্ত্ৰীসকলৰ দিনত দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ বিকাশ ৩ বা ৪ শতাংশৰ বেছি হোৱা নাছিল। ডঃ সিংঙে ১৯৯১ চনৰ পৰা নব্য-উদাৰ অৰ্থনীতি বা মুক্ত বজাৰ বিশ্বায়িত অৰ্থনৈতিক নীতি ৰূপায়ণৰ সূচনা কৰি দেশৰ অৰ্থনীতিৰ ৮/৯ শতাংশ বিকাশ সম্ভৱ কৰিলে।

ডঃ সিঙৰ অৰ্থনৈতিক নীতিৰ ফলশ্ৰুতিত নিশ্চয় ভাৰতবৰ্ষত অৰ্থনৈতিক উন্নয়ন হৈছে। ভাৰতবৰ্ষৰ মুঠ সম্পদ ১৯৯১ চনৰ ৫/৬শ বিলিয়ন ডলাৰৰ পৰা বৰ্তমান প্ৰায় ১৩শ বিলিয়ন ডলাৰলৈ বৃদ্ধি হৈছে। ভাৰতবৰ্ষত পৃথিৱীৰ উল্লেখযোগ্য পুঁজিপতিসকলৰ মাজত স্থান পোৱা পুঁজিপতি এজনো নাছিল। ডঃ মনমোহন সিঙৰ অৰ্থনৈতিক নীতিৰ যাদুৰ ফলত বিশ্বৰ দহজন উচ্চতম ধনী লোকৰ ভিতৰত ৪ জন ভাৰতৰ। জাপানৰ মুঠ সম্পদ ৫১০০ বিলিয়ন ডলাৰ হোৱা সত্ত্বেও বিশ্বৰ উচ্চতম দহজন ধনী লোকৰ ভিতৰত দুজনহে মাত্ৰ।

মুকেশ আম্বানী ভাৰতৰ এক নম্বৰ ধনী লোক। ২০১০ৰ বছৰটোত তেখেতে ভাৰতৰ ১১৫ কোটি জনসাধাৰণক চমক দেখুৱাইছে। যোৱা বছৰটোত মুকেশ আম্বানীৰ পৰিয়াল থকাৰ বাবে ৪,৫০০ কোটি টকা খৰচ কৰি এটি ঘৰ নিৰ্মাণ কৰিছে। ঘৰটো ২৮ তলা ৪ লাখ বৰ্গফুট কালিৰ। ঘৰটোৰ লগতে হেলিকপ্টাৰ নামিব পৰা ব্যৱস্থা আৰু ছুইমিং পুল (swimming pool) আছে। মুকেশ আম্বানী বা মুকেশ আম্বানীৰ দৰে বহু লোকৰ বাবে ভাৰতবৰ্ষৰ অৰ্থনৈতিক বিকাশ বাস্তৱ সত্য। ডঃ মনমোহন সিং এওঁলোকৰ বাবে অতি শ্ৰদ্ধাৰ ব্যক্তি, মহৎ লোক। ডঃ সিং কিমান মহৎ লোক দেশৰ সমগ্ৰ জনসাধাৰণে অনুভৱ কৰিব পাৰিছে। মহান বিজ্ঞানী আইনষ্টাইনৰ আপেক্ষিক তত্ত্বই কয় যে সত্যটো নিৰ্ভৰ কৰে পৰিবেশৰ লগত। সত্যটো পৰম (Absolute) নহয়। ভাৰতৰ অৰ্থনৈতিক বিকাশে আম্বানী বা বহুজনৰ বাবে সত্য ; কিন্তু দেশৰ প্ৰতিজন লোকৰ বাবে এই অৰ্থনৈতিক বিকাশ সত্য নহয়।

ভাৰতবৰ্ষৰ ২০০১ চনৰ পিয়লৰ তথ্য অনুযায়ী ৬১.৮২ নিযুত লোক গ্ৰাম নিবাসী। ইয়াৰে দেশৰ ৫০ হাজাৰ জনসংখ্যাৰ ওপৰৰ ৬৪০ খন চহৰত ৪২.৫৮ নিযুত গ্ৰামবাসী লোক আছে। ভাৰতৰ সাত নম্বৰ লোকজনেই গ্ৰামবাসী। অতি সম্প্ৰতি প্ৰকাশ পোৱা গ্ৰামবাসী পিয়লৰ প্ৰতিবেদনে প্ৰতিফলিত কৰিছে যে দেশৰ ৫,১৬১ খন চহৰৰ মুঠ ২৮.৬১ কোটি নাগৰিকৰ ভিতৰত ২৬.৩১ শতাংশ নাগৰিক গ্ৰামবাসী। প্ৰতিবেদনত কৈছে অহা দুই দশকৰ ভিতৰত গ্ৰামবাসীৰ শতাংশ বৃদ্ধি হৈ হ'ব ৩৫ শতাংশ। তাৰোপৰি প্ৰতিবেদনত কৈছে চহৰসমূহৰ ৫০ শতাংশ বাসস্থান ফেঁচা আৰু অস্বাস্থ্যকৰ। চহৰসমূহত ৬৭ ৪ নিযুত পৰিয়ালৰ বাবে ২৪.৭১ নিযুত ঘৰৰ ঘাটি। এই পৰিয়ালসকলৰ ৯৯ শতাংশই অৰ্থনৈতিকভাৱে দুৰ্বল শ্ৰেণীৰ লোক। ভাৰতবৰ্ষত নব্য-উদাৰ অৰ্থনৈতিক নীতি প্ৰবৰ্তনৰ দ্বাৰা অৰ্থনৈতিক বিকাশৰ প্ৰকৃত সত্য এইটোৱেই। আম্বানী বা দেশৰ লঘিষ্ঠ একাংশ লোকৰ বাবে ভাৰতৰ অৰ্থনৈতিক বিকাশ সত্য আৰু দেশৰ গৰিষ্ঠসংখ্যক লোকৰ বাবে দেশৰ অৰ্থনৈতিক বিকাশ অসত্য। এজন অৰ্থনীতিবিদে কৈছে যে আম্বানীৰ ৫৭০ ফুট ওখ ঘৰটো আৰু হেলিপেড, ছুইমিং পুলৰ বৃহৎ এলেকাত মুম্বাইৰ সকলো গ্ৰামবাসীকে বসবাস কৰাৰ ব্যৱস্থাৰ উপৰি হাস্পতাল স্কুলৰ ব্যৱস্থা কৰিব পৰা গ'লহেঁতেন। কিন্তু নব্য-উদাৰ অৰ্থনীতিৰ বিধান যে মুকেশ আম্বানী, পৰিবাৰ আৰু দুটা ল'ৰা-ছোৱালী মুঠ ৪ জনীয়া এটি পৰিয়ালে বহু লাখ লোক থাকিব পৰা ঘৰটোত থাকে।

২০১০ চনটো ভাৰতবৰ্ষৰ বাবে বিখ্যাত হৈ ৰ'ব দুৰ্নীতিৰ বাহিৰেও জনসাধাৰণৰ মাজত অসমতা বৃদ্ধিৰ বছৰ হিচাবে। মেৰিল লিন্স আৰু কেপজেমিনি নামৰ দুটা আন্তৰ্জাতিক সংগঠনে প্ৰকাশ কৰা ২০১০ এছিয়া পেচিফিক সম্পদ প্ৰতিবেদন (Wealth Report) অনুযায়ী ভাৰতবৰ্ষই ধনী মানুহ সৃষ্টিৰ ক্ষেত্ৰত পৃথিৱীৰ সকলো দেশকে চেৰ পেলাইছে। ২০০৫ চনত ভাৰতবৰ্ষত মিলিয়নাৰ অৰ্থাৎ এক নিযুত ডলাৰ প্ৰায় ৫ কোটি টকা বিনিয়োগ কৰিব পৰা ক্ষমতা থকা লোকৰ সংখ্যা আছিল ৭০,০০০। এই মিলিয়নাৰৰ সংখ্যা বৃদ্ধি হৈ ২০০৬ চনত হয় ৮৩,০০০, ২০০৭ চনত হয় ১,০০,০১৫, ২০০৮ চনত হয় ১,২৩,০০০, ২০০৯ চনত হয় ৮৪,০০০ (২০০৮ চনৰ পৰা অৰ্থনীতিক বিশ্ব মহাসংকটে আক্ৰমণ কৰাৰ ফলত ধনী লোকৰ অৰ্থাৎ মিলিয়নাৰৰ সংখ্যা হ্ৰাস পাইছিল)। কিন্তু ২০১০ চনত ভাৰতত ধনী লোক বা মিলিয়নাৰৰ সংখ্যা ৫০ শতাংশ বৃদ্ধি হৈ ১,২৬,৭০০ গৰাকী হয়। ইংৰাজীত এওঁলোকক এইচ এন আই (HNI– High Networth Individual) বুলি কোৱা হয়। এওঁলোকৰ মুঠ সম্পত্তিৰ পৰিমাণ ৪৭৭ বিলিয়ন ডলাৰ বুলি কৈছে। ভাৰতৰ মুঠ সম্পদ বৰ্তমান ১২০০ বিলিয়ন ডলাৰ মূল্যৰ অৰ্থাৎ ভাৰতৰ মুঠ সম্পদৰ ৪০ শতাংশ ১ লাখ ২৬ হাজাৰ লোকৰ হাতত আছে। দেশৰ মুঠ লোক ১১৩ কোটিৰ ভিতৰত এই ১ লাখ ২৬ হাজাৰ লোক ১ শতাংশও নহয় , তেওঁলোকে ৪০ শতাংশ সম্পদ লৈ লৈছে। দেশত বৰ্তমানৰ অৰ্থনৈতিক বিকাশৰ অলপ-অচৰপ ভাগ পোৱা আৰু ২০ কোটি লোক আছে যিসকলক মধ্যবিত্ত বুলি কোৱা হয়, তেওঁলোকৰ হাতত দেশৰ ৫০ শতাংশ সম্পদ বা মুঠ ঘৰুৱা উৎপাদনৰ অংশ আছে। দেশৰ বাকী ১০ শতাংশ সম্পদহে ৮০ কোটি লোকৰ বাবে আছে। অৰ্থনীতিবিদ ডঃ অৰ্জুন সেনগুপ্তই সঠিক তথ্য সহকাৰে তেখেতৰ প্ৰতিবেদনত লিখিছে যে দেশৰ ৭৭ শতাংশ লোকে গমকে পোৱা নাই যে দেশৰ অৰ্থনীতিৰ বিকাশ হৈছে আৰু তেওঁলোকে বাস কৰে দিনে ২০ টকা আযৰ তলত।

আমাৰ দেশৰ উচ্চ অৰ্থনৈতিক বিকাশৰ বাহাদুৰি হ'ল জনসাধাৰণৰ মাজত অৰ্থনৈতিক অসমতা বৃদ্ধি দ্ৰুততৰ কৰা। 'ফৰবেচ' আলোচনীৰ তথ্যমতে বিশ্বত বিলিয়নাৰৰ (অতি কমেও ৫,০০০ কোটি টকাৰ সম্পত্তিৰ মালিক) সংখ্যা বৃদ্ধিৰ ক্ষেত্ৰত ভাৰত এক নম্বৰ। ২০০৯ চনত ৫২ জন বিলিয়নাৰৰ পৰিবৰ্তে ভাৰতত ২০১০ চনত ৬৯ জন বিলিয়নাৰলৈ বৃদ্ধি হৈছে। ভাৰতত বিলিয়ন ডলাৰ ; ২০১০ চনত এওঁলোকৰ সম্পত্তিৰ পৰিমাণ হৈছেগৈ ৩০০ বিলিয়ন ডলাৰ। ভাৰতবৰ্ষ ধনী লোকৰ বাবে স্বৰ্গ। বিশেষকৈ ২০১০ বছৰটো সোণালী বছৰ। ইন্দিৰা গান্ধীয়ে শ্লোগান দিছিল 'গৰিবি হতাও'। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে সত্য কথাই কৈছিল 'গৰিবি হতাও'— বৰ্তমান শ্লোগান দিয়া উচিত 'আমিৰ বনাও গৰিবি হতাও'। জাপান পুঁজিপতি দেশ। জাপানৰ জনমুৰী মুঠ ঘৰুৱা উৎপাদনৰ পৰিমাণ আমাৰ দেশৰ জনমুৰী মুঠ ঘৰুৱা উৎপাদনৰ ৫০ গুণ। সেই জাপানতে বিশ্বৰ প্ৰথম দহ জন ধনী লোকৰ মাজত দুজনেহে স্থান পাইছে আৰু আমাৰ ৭৭ শতাংশ লোকৰ ২০ টকাৰ তলৰ আয়ৰ লোকৰ দেশখনৰ ৪ জনেই স্থান পাইছে। সঁচাকৈয়ে ডঃ সিঙৰ নব্য-উদাৰ অৰ্থনৈতিক বা মুক্ত বজাৰ বিশ্বায়িত অৰ্থনীতিয়ে গৰিবক হতাই আমিৰ সৃষ্টি কৰিছে। ❑❑

*২৮ জানুৱাৰী, ২০১১ চন*

# ড° আম্বেদকাৰৰ সপোন, সপোন হৈয়ে ৰ'ল

১৯৪৯ চনৰ ২৫ নৱেম্বৰৰ দিনা গণ পৰিষদত ভাৰতীয় সংবিধানৰ খচৰা পাণ্ডুলিপি অনুমোদনৰ কাৰণে উত্থাপন কৰিবলৈ গৈ ভাৰতৰ সংবিধানৰ ৰূপকাৰ ড° বি আৰ আম্বেদকাৰে কৈছিল "১৯৫০ চনৰ ২৬ জানুৱাৰীৰ দ্বন্দ্বত বিদীৰ্ণ এক জীৱনত আমি প্ৰৱেশ কৰিবলৈ ওলাইছো। ৰাজনীতিত আমাৰ সমতা থাকিব কিন্তু আমাৰ সামাজিক, অৰ্থনৈতিক জীৱনত থাকিব অসমতা। ৰাজনীতিত আমি এক ব্যক্তি এক ভোট আৰু এক ভোট এক মূল্যৰ নীতিক স্বীকৃতি দিম। আমাৰ সামাজিক, অৰ্থনৈতিক জীৱনত, জনসাধাৰণৰ আৰ্থ-সামাজিক আন্তঃগাঁথনিৰ কাৰণেই সমস্ত লোকৰ সমমূল্যৰ ধাৰণাক আমি অস্বীকাৰ কৰিযেই চলিম।"

"এনেহেন দ্বন্দ্বমুখৰ জীৱন আমি কিমানদিন চলাব পাৰিম? কিমানদিন আমি আমাৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনত সমতাক অস্বীকাৰ কৰি চলিম?

যদি দীৰ্ঘ সময়জুৰি আমি ইযাক অস্বীকাৰ কৰি চলো তেতিযাহ'লে অকল আমাৰ ৰাজনৈতিক গণতন্ত্ৰৰ সৰ্বনাশৰ বিনিময়ত সেইটো কৰিব পাৰিম। যথাসম্ভৱ অতি সোনকালেই এই দ্বন্দ্বৰ অৱসান ঘটাবই লাগিব। অন্যথা এই অসমতাৰ দ্বাৰা যিসকলে যন্ত্ৰণাত ভোগে সেইসকলে এই পৰিষদে বহু পৰিশ্ৰমেৰে তৈযাৰ কৰা ৰাজনৈতিক গণতন্ত্ৰৰ আন্তঃগাঁথনি ভাঙি পেলাব।"

২০১১ চনৰ ২৬ জানুৱাৰীত ভাৰতৰ প্ৰজাতন্ত্ৰৰ ৬১ বছৰ পূৰ্ণ হ'ল। ৬১ বছৰীয়া ভাৰতীয় প্ৰজাতন্ত্ৰৰ অন্তত ভাৰতৰ সংবিধানৰ ৰূপকাৰ বি আৰ আম্বেদকাৰে যি উদ্বেগ প্ৰকাশ কৰিছিল সেই উদ্বেগৰ অৱসান দূৰৰ কথা ই বেছি গভীৰহে হৈছে। আম্বেদকাৰৰ সপোন বাস্তৱত পৰিণত নহ'ল। বিশেষকৈ ১৯৯১ চনৰ পৰা নব্য-উদাৰবাদী বা বিশ্বায়িত মুক্ত বজাৰ অৰ্থনীতি প্ৰৱৰ্তনৰ দিন ধৰি দেশত জনসাধাৰণৰ মাজত অসামঞ্জস্যতা বৃদ্ধি পাইছে। ড আম্বেদকাৰে আশংকা কৰিছিল যে 'জনসাধাৰণৰ আৰ্থ-সামাজিক আন্তঃগাঁথনিৰ বাবেই সমস্ত লোকৰ সমমূল্যৰ ধাৰণাক আমি অস্বীকাৰ কৰিয়েই চলিম' দেশৰ সমগ্ৰ জনসাধাৰণৰ সমমূল্যৰ ধাৰণা অস্বীকাৰ প্ৰক্ৰিযাৰ গতি কিছু নিম্ন আছিল ১৯৯১ চনলৈ , কিন্তু ১৯৯১ চনৰ পৰা দেশত মুক্ত বজাৰ অৰ্থনীতি ৰূপাযণৰ দ্বাৰা সমমূল্যৰ ধাৰণাক পোনচাতে অস্বীকাৰ কৰা প্ৰক্ৰিয়াক অতি তীব্ৰ কৰি তুলিলে। এই প্ৰক্ৰিয়াৰ ফলত দেশত এটি অতি সংখ্যালঘু লোকৰ সমষ্টি অতি ধনৱান হ'ল আৰু প্ৰজাতন্ত্ৰৰ সকলো সা-সুবিধা এওঁলোকে হস্তগত কৰিলে। আনহাতে দেশৰ সংখ্যাগৰিষ্ঠ লোকে অৰ্থনৈতিক জীৱনত অসমতাৰ বলি হৈ ভাৰতৰ প্ৰজাতন্ত্ৰৰ সোৱাদেই অনুভৱ কৰিব নোৱাৰিলে।

ভাৰত বৰ্তমান পৃথিৱীৰ অন্যতম অৰ্থনৈতিক শক্তি। ভাৰতৰ অৰ্থনৈতিক বিকাশৰ গতিৰ হাৰ পৃথিৱীত দ্বিতীয়, চীন দেশৰ পাছতে, উন্নত দেশ জাপান, মাৰ্কিন যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, ব্ৰিটেইন আদি

সকলোৰে ওপৰত। ১৯৯১ চনৰ আগত ভাৰতৰ অৰ্থনীতিৰ বিকাশৰ হাৰ অতি নিম্ন আছিল, খুববেছি দুই-তিনি শতাংশহে বিকাশ হৈছিল। যোৱা দশকত ভাৰতৰ অৰ্থনীতিৰ বিকাশৰ হাৰ গড়ে ৭ৰ পৰা ৮ শতাংশলৈ বৃদ্ধি হৈছে। এই অৰ্থনৈতিক বিকাশৰ কৃতিত্ব হ'ল ড° মনমোহন সিঙৰ অৰ্থনৈতিক নীতি। ১৯৯১ চনত নৰসিংহ ৰাও চৰকাৰৰ বিত্তমন্ত্ৰী হিচাবে ড° সিঙে ভাৰতৰ জৱাহৰলাল নেহৰুৰ দিনৰ মিশ্ৰ অৰ্থনীতিৰ (পুঁজিবাদী আৰু সমাজবাদী অৰ্থনীতিৰ সংমিশ্ৰণ) সংস্কাৰ কৰি নব্য-উদাৰবাদী অৰ্থনীতিৰ সূচনা কৰিছিল দেশত। ড° সিং বৰ্তমান পৃথিৱীৰ পুঁজিবাদী দেশসমূহত অতি সম্মানীয় ব্যক্তি। জি-২০ বৈঠকসমূহত ড° সিঙক সকলোৱে সমীহ কৰি চলে। ১৯৯১ চনৰ আগতে ভাৰতৰ মুঠ ঘৰুৱা উৎপাদনৰ পৰিমাণ ৫ বা ৬শ বিলিয়ন ডলাৰ (এক বিলিয়ন— এশ কোটি) আছিল। বৰ্তমান ১৩শ বিলিয়ন ডলাৰ। অতি উল্লাসিত হৈ ভাৰতৰ মুক্ত বজাৰ অৰ্থনীতিৰ সমৰ্থক তত্ত্ববিদসকলে ভৱিষ্যৎবাণী কৰিছে যে ২০৫০ চনত চীন আৰু আমেৰিকাক পাছ পেলাই ভাৰতবৰ্ষ বিশ্বৰ বৃহত্তম অৰ্থনীতি হ'ব। ১৯৯১ চনৰ আগলৈকে ভাৰতত দুজনহে বিলিয়নাৰ (পাঁচ হাজাৰ কোটি টকাৰ মালিক) আছিল। নব্য-উদাৰ অৰ্থনীতি প্ৰৱৰ্তনৰ মহিমাৰ ফলত দেশত ২০০৯ চনত বিলিয়নাৰৰ সংখ্যা বৃদ্ধি হৈছিল ৫২ জনলৈ আৰু এবছৰৰ ভিতৰতে পৃথিৱীৰ সকলো দেশৰ অভিলেখ ভংগ কৰি ১৭ জন নতুন বিলিয়নাৰ সৃষ্টি কৰি বিলিয়নাৰৰ সংখ্যা ২০১০ চনত হ'ল ৬৯ জন। এই সময়ছোৱাত দেশ মিলিয়নাৰ সৃষ্টিতো পাছ পৰি থকা নাই (মিলিয়নাৰ মানে হ'ল— এজন লোকৰ অতি কমেও ৫ কোটি টকা বিনিয়োগ কৰিব পৰা ক্ষমতা আছে)। ২০০৬ চনত ভাৰতত মিলিয়নাৰৰ সংখ্যা আছিল ৮৩,০০০ জন। চাৰি বছৰৰ ভিতৰতে মিলিয়নাৰৰ সংখ্যা বৃদ্ধি হৈ ২০১০ চনত প্ৰায় দুগুণ হয়। ভাৰতত ২০১০ চনত মিলিয়নাৰৰ সংখ্যা হ'ল ১,২৬,৭০০ জন।

Credit Suisse নামৰ আন্তৰ্জাতিক প্ৰতিষ্ঠান এটিৰ সমীক্ষামতে ভাৰতৰ ২০০০ চনত মুঠ সম্পদ আছিল ১২০০ বিলিয়ন ডলাৰ। ১০ বছৰৰ ভিতৰত এই সম্পদৰ পৰিমাণ ১৯২ শতাংশ হাৰত বৃদ্ধি হৈ ৩৫০০ বিলিয়ন ডলাৰ হয়। ধন্য মুক্ত বজাৰ অৰ্থনীতি। সঁচাকৈয়ে ভাৰতৰ চমকপ্ৰদ অৰ্থনৈতিক উন্নয়ন হৈছে। দেশ এখনৰ উন্নতিৰ অৰ্থ নিশ্চয় দেশখনৰ সমগ্ৰ জনসাধাৰণৰ উন্নতি। ভাৰত চৰকাৰৰো উন্নতিৰ লক্ষ্য 'সাৰ্বিক উন্নয়ন', 'আম-আদমি'ৰ উন্নয়ন। ভাৰতত আম-আদমিৰ অৰ্থনৈতিক উন্নয়ন হৈছেনে? ভাৰত প্ৰজাতন্ত্ৰৰ সংবিধান প্ৰণেতা বি আৰ আম্বেদকাৰৰ সপোন বাস্তৱত পৰিণত হোৱাৰ পৰিৱৰ্তে তেখেতৰ আশংকাহে বাস্তৱত পৰিণত হ'ল। ক্ৰেডিত চুইজৰ সমীক্ষাত দেখুৱাইছে যে ভাৰতৰ এক শতাংশ ধনী লোকৰ সম্পদৰ পৰিমাণ হ'ল দেশৰ মুঠ সম্পদৰ ১৫.৯ শতাংশ আৰু ৫ শতাংশ ধনী লোকৰ সম্পদৰ পৰিমাণ হ'ল ৩৮.৩ শতাংশ, ১০ শতাংশ ধনী লোকৰ সম্পদৰ পৰিমাণ হ'ল ৫২.৯ শতাংশ অৰ্থাৎ দেশৰ মুঠ সম্পদৰ আধাতকৈ বেছি আছে ১০ শতাংশ ধনী লোকৰ হাতত। দেশৰ অতি দুখীয়া লোকসকলৰ অৱস্থালৈ চাওক— এই দুখীয়া দেশৰ ২০ শতাংশ লোকৰ ভাগত সম্পদৰ অংশ হ'ল মাত্ৰ 'এক' আৰু এওঁলোকৰ ভিতৰত একেবাৰে তলৰ দহ শতাংশৰ ভাগত পৰে মাত্ৰ ০ ২ শতাংশ।

দেশৰ জাতীয় আয় বণ্টনৰ ক্ষেত্ৰত চাওক— ভাৰতৰ খ্যাতনামা অৰ্থনৈতিক প্ৰতিষ্ঠান এন চি এ ই আৰ (National Council for Applied Economic Research - NCAER)ৰ সমীক্ষাৰ তথ্যমতে নব্য-উদাৰ অৰ্থনীতি প্ৰৱৰ্তনৰ ফলস্বৰূপে জাতীয় আয় বা মুঠ ঘৰুৱা উৎপাদন বছৰে বছৰে দুখীয়াসকলক বঞ্চিত কৰি ধনীসকলৰ হস্তগত হৈছে। ড° মনমোহন সিং ডাঙৰীয়াৰ নব্য-উদাৰ

অৰ্থনৈতিক নীতি প্ৰৱৰ্তনৰ আগতে দুখীয়াসকলৰ ভাগত থকা জাতীয় আয়ৰ অংশৰ পৰিমাণ বৃদ্ধি হোৱাৰ পৰিবৰ্তে ক্ৰমে ক্ৰমে হ্ৰাস পাব ধৰিছে। তলত উদ্ধৃত কৰা তথ্যটোৱে এই সত্যটো তালিকাখনত স্পষ্টভাৱে প্ৰকাশ কৰিছে—

| জনসাধাৰণৰ শ্ৰেণী | বিত্তীয় বছৰ | | |
|---|---|---|---|
| | ১৯৯৩-৯৪ | ২০০৪-০৫ | ২০০৯-১০ |
| ১) প্ৰথম পৰ্যায়ৰ ২০ শতাংশ ধনী লোক (৮১-১০০) | ৩৬.৭ | ৪৭.৯ | ৫৩.২ |
| ২) ২০ শতাংশ মধ্যবিত্ত লোক (৬১-৮০ শতাংশ) | ২৪.৭ | ২০.৮ | ১৮.৯ |
| ৩) ওপৰৰ ৪০ শতাংশৰ তলৰ ২০ শতাংশ দুখীয়া লোক (৪১-৬০ শতাংশ) | ১৮.৪ | ১৪.৪ | ১২.৬ |
| ৪) ওপৰৰ ৬০ শতাংশৰ তলৰ ২০ শতাংশ দুখীয়া লোক | ১২.৯ | ১০.৪ | ৯.২ |
| ৫) একেবাৰে তলৰ ২০ শতাংশ দুখীয়া লোক | ৭.৩ | ৬.৫ | ৬.১ |

উক্ত তথ্যই সুন্দৰভাৱে উদঙাই দিছে কেনেকৈ দেশৰ অৰ্থনীতি সংস্কাৰৰ ফলত ধনীসকল লাভান্বিত হৈ বছৰে বছৰে তেওঁলোক বেছি ধনী হৈছে আৰু দেশৰ দুখীয়াসকলক বঞ্চিত হৈ দিনে দিনে আৰু বেছি দুখীয়া হৈ গৈছে। ২০ শতাংশ দেশৰ ধনী লোকৰ ভাগত জাতীয় আয়ৰ ৯৩-৯৪ চনত অংশ আছিল ৩৬.৭ শতাংশ। ১৯ বছৰীয়া নব্য-উদাৰ বা মুক্ত বজাৰ অৰ্থনীতি প্ৰৱৰ্তনৰ দ্বাৰা তেওঁলোকে জাতীয় আয়ৰ ৫৩.২ শতাংশ আঁজুৰি লৈ গ'ল। আনফালে দেশৰ ৮০ শতাংশ লোকৰ প্ৰত্যেক অংশৰে ভাগত জাতীয় আয়ৰ অংশ হ্ৰাস হ'ল। একেবাৰে তলৰ ২০ শতাংশৰ ভাগত অৰ্থনীতি সংস্কাৰৰ আগতে থকা জাতীয় আয়ৰ ৭.৩ শতাংশৰ পৰা নব্য-উদাৰ অৰ্থনীতিৰ সাৰ্বিক উন্নয়নে হ্ৰাস কৰি ৬.১ শতাংশত পেলালে।

বিশ্বৰ অন্যতম অৰ্থনৈতিক শক্তি ভাৰতবৰ্ষৰ ৩০০ নিযুত লোক দৰিদ্ৰ সীমাৰেখাৰ তলত আছে। আন্তৰ্জাতিক নিয়ম (Norm) ১.২৫ ডলাৰ দিনে আয়ৰ তলৰ লোকক *দৰিদ্ৰ সীমাৰেখাৰ তলৰ ধৰিলে ভাৰতৰ ৮০ শতাংশ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত আছে।* ২০১০ চনৰ ৰাষ্ট্ৰসংঘ (VNDP)ৰ প্ৰতিবেদনৰ ১৬৯ খন দেশৰ মানৱোন্নয়ন সূচকৰ ভিতৰত ভাৰতৰ স্থান ১১৯। ৪৭ শতাংশ শিশু পুষ্টিহীনতাত ভুগিছে। ৭২ ২ শতাংশ চহৰীয়া শিশু (৬-৩৫ মাহৰ বয়সৰ) ৰক্তহীনতাত ভোগে। দেশৰ ২৩০ নিযুত লোকে প্ৰয়োজনীয় খাদ্যৰ অভাৱত পুষ্টিহীনতাত ভুগি আছে' বিশ্বৰ কম ওজনৰ (প্ৰয়োজনীয় নিম্নতম ওজনতকৈ কম) শিশুসকলৰ ৪২ শতাংশ ভাৰতত বাস কৰে। ক্ষুধাসূচক (Global hunger Index)ৰ ক্ষেত্ৰত বিশ্বৰ *৮৪ খন উন্নয়নশীল দেশৰ ভিতৰত ভাৰতৰ স্থান ৬৭। গ্ৰাম্য ভাৰতৰ ৪০ শতাংশ পৰিয়ালৰ ঘৰত বিদ্যুতৰ ব্যৱস্থা নাই।* ৭২ শতাংশ পৰিয়ালৰ চেনিটাৰী পায়খানা নাই। ৭১ শতাংশ পৰিয়ালৰ গা-ধোৱা ঘৰ নাই। ৯৬ শতাংশ পৰিয়ালে এবছৰো জীয়াই থাকিব নোৱাৰে তেওঁলোকৰ জমা ধনৰ দ্বাৰা যদিহে তেওঁলোকৰ নিয়মিত আয় কৰা কোনো উৎস নাথাকে।

দেশৰ ৮০ কোটি লোকৰ উক্ত অৰ্থনৈতিক দুৰ্দশাগ্ৰস্ত পৰিস্থিতিৰ পটভূমিত ভাৰতৰ অন্যতম ধনী লোক মুকেশ আম্বানীয়ে তেওঁৰ ৫ জনীয়া পৰিয়ালটো থকাৰ বাবে ৪৫০০ কোটি টকা খৰচ

কৰি ৪ লাখ বৰ্গফুট এলেকাৰ ২৮ মহলাৰ ৫০০ ফুট ওখ ৰাজপ্ৰাসাদ এটি বান্ধিছে। ঘৰটোত ছুইমিং পুল, চিনেমা হল, হেলিপেড আদি সকলো ভোগ-বিলাসৰ সামগ্ৰীসমৃদ্ধ। মুকেশ আম্বানীয়ে তেওঁৰ ৪৩তম্ বিবাহ বাৰ্ষিকীত স্ত্ৰী নীতাক উপহাৰ দিছে ২৫০ কোটি টকাৰ মূল্যৰ বিমানৰ চাবি। আম্বানীৰ ৰাজপ্ৰাসাদৰ অতিদূৰতেই বাস কৰে বহু লাখ লোক বসবাসৰ আযোগ্য 'ধাৰাভি' শ্লামৰ জুপুৰিবোৰত। অনেক বিজ্ঞ লোকে কৈছে যে আম্বানীৰ প্ৰাসাদটোৰ এলেকৰে মুম্বাইৰ সকলো শ্লামবাসীক বসবাস কৰাৰ ঠাই কৰিব পৰা গ'লহেঁতেন।

উক্ত তথ্যসমূহ কোনো পুঁজিবাদী অৰ্থনীতি বিৰোধী বা কমিউনিষ্ট দলৰ নহয়। এই তথ্যসমূহ নব্য-উদাৰবাদী অৰ্থনীতিৰ লগত সম্বন্ধ থকা দেশীয় আৰু আন্তৰ্জাতিক বিভিন্ন প্ৰতিষ্ঠানৰ। তীক্ষ্ণ বুদ্ধিৰ, মানৱদৰদী, দূৰদৃষ্টিসম্পন্ন ড° আম্বেদকাৰে সঠিকভাৱেই আশংকা কৰিছিল বৰ্তমান শাসক দলে এক ব্যক্তিৰ এক ভোটক স্বীকৃতি দি গণতন্ত্ৰৰ ঢোল বজাইছে, কিন্তু সমগ্ৰ জনসাধাৰণৰ সামাজিক অৰ্থনৈতিক জীৱনত সমতাক অস্বীকাৰ কৰি আহিছে। প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা হোৱাৰ ৬১ বছৰ পাছতো অৰ্থনৈতিক সামাজিক জীৱনত অসমতা বৃদ্ধিহে হৈছে হ্ৰাস পোৱা নাই। আম্বেদকাৰৰ আনটো আশংকা 'এই অসমতাৰ দ্বাৰা যিসকলে যন্ত্ৰণাত ভোগে সেইসকলে এই পৰিষদে বহু পৰিশ্ৰমেৰে তৈয়াৰ কৰা ৰাজনৈতিক আন্তঃগাঁথনি ভাঙি পেলাব'। ইতিমধ্যে দেশৰ সংখ্যাগৰিষ্ঠ লোকে অসমতাৰ যন্ত্ৰণাত ভুগি বিভিন্ন অঞ্চলত বৰ্তমান ৰাষ্ট্ৰৰ ৰাজনৈতিক কাঠামো ভাঙি পেলোৱাৰ আন্দোলনৰ প্ৰতি আকৰ্ষিত হৈছে। ❑❑

*৪ ফেব্ৰুৱাৰী, ২০১১ চন*

# বিনামূলীয়া আঁঠুৰা, কম্বল, সূতা লোৱা লোকৰ সংখ্যা কমাওক

বহু যুৱক-যুৱতীয়ে আমাক ফোনত যোগাযোগ কৰে যে তেওঁলোকৰ অনেকেই স্নাতক ডিগ্ৰী লৈছে, অনেকে কলেজত পঢ়ি আছে, কৰ্মসংস্থান পোৱাৰ উপদেশ বিচাৰে তেওঁলোকে। বৰ্তমান আমাৰ সমাজত, আমাৰ ৰাজ্যত, আমাৰ দেশত জনসাধাৰণৰ কৰ্মসংস্থান এটা ডাঙৰ প্ৰশ্ন আৰু সমস্যা। এখন ৰাজ্যৰ বা দেশৰ সকলো কৰ্মসংস্থানহীন লোকৰ বাবে চৰকাৰী চাকৰি নিশ্চয় সম্ভৱ নহয়, কিন্তু ৰাজ্যখনৰ বা দেশখনৰ চৰকাৰে প্ৰৱৰ্তন কৰা অৰ্থনীতিৰ সম্পূৰ্ণ দায়িত্ব আছে কৰ্মসংস্থান সৃষ্টিত , ই ব্যক্তিগত খণ্ডতেই হওক বা স্বনিয়োজনেই হওক। পৃথিৱীত আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিচিনা উন্নত দেশকে ধৰি সকলো দেশৰে চৰকাৰে সৰ্বোত্তম গুৰুত্ব দিয়ে কৰ্মসংস্থান সৃষ্টিত। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি অ'বামাই দেশৰ দহ শতাংশৰ অধিক নিবনুৱাৰ হাৰত কাহিল হৈ পৃথিৱীৰ বিভিন্ন দেশ ভ্ৰমণ কৰিছে বণিকসকলক লগত লৈ দেশত কৰ্মসংস্থান সৃষ্টিৰ বাবে। দেশত বিভিন্ন জৰুৰী ব্যৱস্থা গ্ৰহণ কৰিছে নিবনুৱাসকলক কৰ্মসংস্থান দিবলৈ।

অসমত নিবনুৱা লোকৰ কোনো ধৰণৰ প্ৰকৃত হিচাপ নাই। ৰাজ্য চৰকাৰে প্ৰতি নিৰ্বাচন সমষ্টিত ৫০ হাজাৰৰো অধিক পৰিয়ালক কম্বল, সূতা, আঁঠুৰা আদি দিছে। তেওঁলোকৰ বাবে নিচেই কম দামতে চাউল দিয়াৰ ব্যৱস্থা কৰিছে। এন্‌ৰেগা আঁচনিৰে কিছুমান কৰ্মহীন লোকৰ বাবে বছৰত কিছুদিনৰ বাবে কৰ্মসংস্থানৰ ব্যৱস্থা কৰিছে। উক্ত কাৰ্যসূচীসমূহৰ দ্বাৰা কৰ্মসংস্থানহীন লোকসকলৰ, দুখীয়া পৰিয়ালসমূহৰ স্থায়ীভাৱে জীৱন-জীৱিকাৰ পথৰ সমাধান হ'ব জানো ? বছৰত এখন আঠুৰা, এখন কম্বল, কিছু দিনৰ বাবে এশটকীয়া কৰ্মসংস্থান বা দুটকীয়া চাউলেৰে জনসাধাৰণৰ জীৱনৰ মানৰ উন্নয়ন হ'বনে, মানুহ হিচাবে জীয়াই থাকিব পাৰিবনে ? উক্ত কাৰ্যসূচীয়ে হিতাধিকাৰীসকলক কেইদিনমানৰ বাবে হয়তো কোনো এটা দিশত সকাহ দিব কিন্তু তেওঁলোকৰ অৰ্থনৈতিক অৱস্থাৰ স্থায়ীভাৱে কোনো উন্নয়ন নহয়, দৰিদ্ৰতাৰ অৱসান নহয়। এই কাৰ্যসূচী হ'ল ভিক্ষাৰী জীয়াই ৰাখি ভিক্ষা দিয়াৰ সুযোগ সৃষ্টি কৰাৰ কাৰ্যসূচী। জনসাধাৰণৰ চৰকাৰ এখনৰ মহৎ কৰ্তব্য হ'ল ভিক্ষা ল'ব পৰা লোকৰ সংখ্যা হ্ৰাস কৰা, তেওঁলোকে নিজেই প্ৰয়োজনীয় কম্বল, আঁঠুৰা কিনিব পৰা, চাউল কিনিব পৰা, অপুষ্টিত নোভোগাৰ বাবে চাউলৰ লগত দাইল, কণী, গাখীৰ, মাছ, মাংস, পাচলি কিনিব পৰা অৱস্থাৰ সৃষ্টি কৰা। তাৰোপৰি তেওঁলোকৰ সন্তানসকলৰ বাবে শিক্ষা, চিকিৎসা, সাজ-পোচাক আদিৰ ব্যৱস্থা কৰিব পৰা ক্ষমতাৰ সৃষ্টি কৰা। জনসাধাৰণৰ এই মৌলিক সমস্যাসমূহৰ সমাধান নহয় এখন কম্বল বা আঁঠুৰা বা কেইমুঠিমান সূতা পালে। কিন্তু অতি পৰিতাপৰ কথা নিৰ্বাচনৰ বতৰত 'আম আদমি', 'সাৰ্বিক উন্নয়ন', 'গৰিবি হাতাও' আদি বিভিন্ন শ্লোগান দিয়া দায়িত্বহীন চৰকাৰ এখনে গৌৰৱ কৰে যে তেওঁলোকে প্ৰতিটো বিধানসভাৰ নিৰ্বাচন সমষ্টিত ৫০

হাজাৰ হিতাধিকাৰী পৰিয়াল তৈয়াৰ কৰিছে অৰ্থাৎ প্ৰতিটো সমষ্টিত দৰিদ্ৰ পৰিয়াল ৫০ হাজাৰ আছে। চৰকাৰখনৰ কৃতিত্ব যে প্ৰতিটো বিধানসভা নিৰ্বাচন সমষ্টিত তেওঁলোকৰ শাসনে ৫০ হাজাৰ দৰিদ্ৰ সীমাৰেখাৰ তলত থকা পৰিয়াল সৃষ্টি কৰিব পাৰিছে। চৰকাৰখনৰ গৌৰৱৰ কথা হ'লহেঁতেন যদিহে প্ৰতিটো বিধানসভা সমষ্টিত এক হাজাৰ পৰিয়ালো নাই, যিসকল চৰকাৰে বিতৰণ কৰা বিনামূলীয়া কম্বল, আঁঠুৱা, সূতা আদি পাব পৰা অৰ্থনৈতিক অৱস্থাৰ সীমাৰ ভিতৰত অন্তৰ্ভুক্ত হয় আৰু চৰকাৰৰ অৰ্থনৈতিক নীতিয়ে বা কাৰ্যসূচীয়ে সমষ্টিটোৰ প্ৰায় সকলো পৰিয়ালৰ আৰ্থিক অৱস্থাৰ উন্নতি ঘটাই স্বাৱলম্বী কৰিছে, তেওঁলোক দৰিদ্ৰ সীমাৰেখাৰ বহু ওপৰত আছে। চৰকাৰ এখনৰ সফলতা নিৰ্ভৰ কৰে দৰিদ্ৰ লোকৰ সংখ্যা হ্ৰাসতহে, কম্বল, আঁঠুৱা ল'ব পৰা দৰিদ্ৰ লোকৰ সংখ্যা বৃদ্ধিত নহয়। প্ৰতিটো সমষ্টিত ৫০ হাজাৰ হিতাধিকাৰীৰ সলনি যদি দহ হাজাৰ নিবনুৱাৰ স্থায়ী কৰ্মসংস্থানৰ সৃষ্টি কৰিব পৰাহেঁতেন চৰকাৰখনৰ গৌৰৱৰ কথা হ'লহেঁতেন।

কৰ্মসংস্থান সৃষ্টিৰ পথ চৰকাৰে প্ৰবৰ্তন কৰা অৰ্থনীতিয়ে কৰিব লাগিব। চৰকাৰী কৰ্মসংস্থান অকল নহয়, ব্যক্তিগত প্ৰতিষ্ঠানৰ কৰ্মসংস্থান, স্বনিয়োজন হৈ কৰ্মসংস্থান সকলো নিৰ্ভৰ কৰে চৰকাৰী অৰ্থনৈতিক নীতি আৰু আঁচনিৰ ওপৰত। বহুতে কয় লোকসকল কৰ্মনুৰাগী হ'ব লাগে, কিন্তু এই সকলো নিৰ্ভৰ কৰে পৰিৱেশৰ ওপৰত, সুযোগৰ ওপৰত। অসমৰ ৰাজ্য চৰকাৰৰ নিজস্ব কোনো অৰ্থনৈতিক কাৰ্যসূচী বা নীতি নাই। কেন্দ্ৰীয় চৰকাৰৰ মুক্ত বজাৰ অৰ্থনীতিৰ সকলো আঁচনিৰ ভিত্তিত চৰকাৰৰ অৰ্থনীতি পৰিচালিত হয়। এই মুক্ত বজাৰ অৰ্থনীতিৰ উন্নয়নৰ লগত ফেৰ মাৰিবলৈ অসমৰ কৰ্মসংস্থান সৃষ্টিৰ খিলঞ্জীয়া উদ্যোগসমূহ আজি মৃতপ্ৰায়। এইসমূহৰ আধুনিকীকৰণ, উন্নতকৰণেৰে পৰিৱৰ্তন সাধন (Innovation) কৰা নহ'ল। পৰম্পৰাগত খিলঞ্জীয়া উদ্যোগসমূহে আজি অসমৰ নিবনুৱাসকলৰ একাংশকো জীৱিকাৰ পথ দিব পৰা নাই। বৰ্তমান অৰ্থনীতিৰো প্ৰতিষ্ঠান, উদ্যোগো প্ৰতিষ্ঠিত হোৱা নাই অসমত। মেণুফেক্টচাৰিং উদ্যোগ হ'ল সকলো পৰ্যায়ৰ কৰ্মপ্ৰাৰ্থীৰ বাবে কৰ্মসংস্থান সৃষ্টি কৰিব পৰা অৰ্থনীতিৰ গুৰুত্বপূৰ্ণ খণ্ড। অসম মেণফেকচাৰিং উদ্যোগৰ ক্ষেত্ৰত আটাইতকৈ পাছপৰা। ভাৰতৰ পৰিকল্পনা আয়োগৰ সদস্য অৰুণ মৈৰাই অতি সম্প্ৰতি কৈছে যে চীন দেশে নিবনুৱা সমস্যাৰ সমাধান কৰিব পৰাৰ অন্যতম কাৰণ হ'ল মেণুফেকচাৰিং উদ্যোগৰ বিকাশ। তেখেতে কৈছে, 'China is searing the world with its strategy to build 'indigenous innovation'। অসমত বৃহৎ উদ্যোগ গঢ়ি নুঠিল, আন্তঃগাঁথনি উন্নত নহ'ল, নতুন অৰ্থনীতিৰ প্ৰতিষ্ঠান অসমত প্ৰতিষ্ঠিত নহ'ল। বিশেষ উদ্যোগনীতি গ্ৰহণ কৰা হ'ল অসমত। এই উদ্যোগ নীতিৰ সুবিধা লৈ ব্যক্তিগত উদ্যোগ অসমত কিয় স্থাপন নহ'ল? চৰকাৰে হিচাপ নিদিয়ে কিয় কিমান সংখ্যক কৰ্মসংস্থান সৃষ্টি কৰিলে, কিমান সংখ্যক নিবনুৱাৰ চাকৰি হ'ল এই বিশেষ উদ্যোগ নীতিৰ ফলত।

অসমৰ লাখ লাখ যুৱক-যুৱতীয়ে শিক্ষা গ্ৰহণ কৰিছে পৰম্পৰাগত শিক্ষা ব্যৱস্থাৰ দ্বাৰা। কিন্তু এই যুৱক-যুৱতীসকলৰ ডিগ্ৰী বা শিক্ষাই তেওঁলোকৰ উপযুক্ত নকৰে বৰ্তমানৰ মুক্ত বজাৰ অৰ্থনীতিৰ প্ৰতিষ্ঠানসমূহৰ চাকৰিৰ বাবে। এই চাকৰিৰ উপযুক্ত শিক্ষা ল'বলৈ ব্যক্তিগত অনুষ্ঠানসমূহঁতহে যথেষ্ট সুবিধা আছে আৰু এইসমূহত শিক্ষা ল'বলৈ যথেষ্ট ধনৰ প্ৰয়োজন। বৰ্তমান অৰ্থনীতিৰ প্ৰতিষ্ঠানৰ চাকৰিৰ উপযোগী শিক্ষাক ধনেৰে কিনিব লাগিব, বিনামূলীয়া সুবিধা নাই তাৰোপৰি প্ৰায়সমূহ শিক্ষানুষ্ঠান অসমৰ বাহিৰত। অসমৰ ৭০ শতাংশ দুখীয়া লোকৰ এই শিক্ষা ক্ৰয় কৰাৰ

ক্ষমতা নাই। 'আম-আদমি'ৰ স্বাৰ্থৰ চৰকাৰ এখনে অসমৰ ৭০ শতাংশ দুখীয়া পৰিয়ালৰ যুৱক-যুৱতীৰ বাবে অসমতে বিনামূলীয়া উক্ত শিক্ষাৰ বাবে প্ৰতিষ্ঠান সৃষ্টি নকৰে কিয়? অসমত কম শিক্ষিত যুৱক-যুৱতীসকলক বিভিন্ন কাৰিকৰী শিক্ষাৰে উপযুক্ত কৰিবলৈ ২১৮টা ব্লকৰ ভিতৰত ২০০টা ব্লকতে উদ্যোগীয় প্ৰশিক্ষণ কেন্দ্ৰ (Industrial training centre) নাই।

অসমৰ অৰ্থনীতিৰ উক্ত পৰিস্থিতিয়ে অধিকাংশ লোকক‌ে কৰ্মসংস্থানহীন কৰিছে, জীৱন-জীৱিকাৰ পথ নোহোৱা কৰিছে, দুখীয়া কৰিছে। চৰকাৰৰ সুবিধা হৈছে এই দুখীয়া লোকসকলক কম্বল দিবলৈ, আঁঠুৱা দিবলৈ, সূতা দিবলৈ। সমাজত সকলো লোকে নিজৰ আত্মসন্মান বজাই ৰাখিব বিচাৰে। কিন্তু অভাৱী লোকে দৰিদ্ৰ লোকে নিজৰ এই আত্মসন্মানৰ কথা পাহৰি যায়। অসমৰ লোকে অভাৱৰ তাড়ণা নাথাকিলে কম্বল আঁঠুৱা, সূতাৰ পাছে পাছে দৌৰ নিদিলেহেঁতেন নিজৰ আত্মসন্মান বিক্ৰী কৰি। সামাজিক খণ্ডৰ এনেকুৱা ধৰণৰ দৰিদ্ৰক ভিক্ষা দিয়াৰ আঁচনি ৰূপায়ণৰ দ্বাৰা এক শ্ৰেণী উচ্চ পৰ্যায়ৰ লোকৰ লাভো হয়। মেলেৰিয়া নিৰ্মূলৰ বাবে মহ একেবাৰে নিৰ্মূল কৰিব লাগিব। লোক এজনে দিনৰ ২৪ ঘণ্টাই আঁঠুৱাৰ তলত থাকিব নোৱাৰে— তেওঁক আঁঠুৱাৰ বাহিৰত থকা সময়ত মহে কামুৰিলে মেলেৰিয়া ৰোগে আক্ৰান্ত কৰিব। বিতৰণ কৰা বিশেষ আঁঠুৱাসমূহ নিশ্চয় কোনো মাল্টিনেচনেল কোম্পানীৰ পণ্য (প্ৰডাক্ত)। কোম্পানীটোৰ আঁঠুৱাসমূহ বিক্ৰী হ'ব লাগে— কোম্পানীটোৰ প্ৰডাক্তৰ বজাৰ লাগে। বিক্ৰীৰ বাবে বিজ্ঞাপনো দি থাকে। বহুতে সন্দেহ কৰে আঁঠুৱাসমূহৰ বিতৰণ হ'ল কোম্পানীৰ বিক্ৰীৰ স্বাৰ্থত নে দুখীয়াৰ স্বাৰ্থত! দিল্লী চহৰত মোক এজন ভাৰত চৰকাৰৰ উচ্চ বিষয়াই কৈছিল যে এন্‌কেফেলাইটিজ ৰোগৰ ঔষধ তৈয়াৰ কৰা মাল্টিনেচনেল কোম্পানীসমূহে বিভিন্ন মিডিয়াৰ প্ৰচাৰৰ দ্বাৰা ৰোগটো ভয়ানক কৰি তুলিছে আৰু চৰকাৰৰ নীতি নিৰ্ধাৰকৰ বহুতকে মেনেজ কৰিছে এন্‌কেফেলাইটিজ নিয়ন্ত্ৰণৰ আঁচনিত বহু কোটি টকা খৰচ কৰিবলৈ অন্যথা কোম্পানীকেইটাৰ সামগ্ৰীসমূহ বিক্ৰী নহয়। কিন্তু এন্‌কেফেলাইটিজৰ আক্ৰমণ তেনেকুৱা ভয়ানক হোৱা নাই বা নহয় গড়ে দিনে এটি লোকো নমৰে এই ৰোগত; আনহাতে ভাৰতত দিনে ডায়েৰীয়া ৰোগতে গড়ে দুই হাজাৰ লোকৰ মৃত্যু হয়। ভাৰতত মাল্টিনেচনেল কোম্পানীৰ সামগ্ৰী বিক্ৰী কৰাৰ বাবে চৰকাৰক মেনেজ কৰাৰ সুবিধাৰ কথা পৃথিৱী বিখ্যাত। সি যিয়েই নহওক বহু সময়ত আচৰিত ধৰণৰ চৰকাৰী তথ্যও প্ৰকাশ পায় যেনে— Ministry of food, Consumer Affairs and Public Distribution-এ প্ৰকাশ কৰিছে যে অসমত দৰিদ্ৰ সীমাৰেখাৰ তলৰ লোকৰ গণ-বণ্টন ব্যৱস্থা (পি ডি এছ)ৰ চাউলৰ ৪৪.৯৭ শতাংশ আৰু দৰিদ্ৰ সীমাৰেখাৰ ওপৰৰ লোকৰ চাউলৰ ৮৩.২৮ আৰু আটাৰ ১০০ শতাংশই চুৰি হৈ খোলা বজাৰত বিক্ৰী হয়। *(টাইমছ্ অৱ ইণ্ডিয়া ২৩-৯-১০)*

অসমৰ সচেতন লোকসকল সুখী হ'লহেঁতেন যদিহে কম্বল, আঁঠুৱা, সূতাৰ ভিক্ষা গ্ৰহণ কৰা লোকৰ সংখ্যা অসমত চৰকাৰে কমাব পাৰিলেহেঁতেন। অসম চৰকাৰে কম্বল, আঁঠুৱা, সূতা ভিক্ষা লোৱা লোকৰ সংখ্যাৰ অন্ত পেলাই কম্বল, আঁঠুৱা, সূতা কিনিব পৰা লোকৰ সৃষ্টি কৰক। নিবন্ধকাৰ চেটন ভগটে তেখেতৰ ২৯ জানুৱাৰীৰ টাইমছ্ অৱ ইণ্ডিয়াৰ কলামত লিখিছে— "Our leaders are like little kings. They are elected but not accountable. Just like erstwhile kings once in power, they are free to use the kingdom to their advantage."। ❑❑

*১১ ফেব্ৰুৱাৰী, ২০১১ চন*

# কৃষি বৈ থাকিব নোৱাৰে

খাদ্যদ্ৰব্যৰ মূল্যবৃদ্ধিয়ে যোৱা দুবছৰ ধৰি ভাৰতবৰ্ষৰ জনসাধাৰণৰ জীৱনলৈ কঢ়িয়াই আনিলে অশেষ দুখ-দুৰ্দশা। ভাৰত চৰকাৰ খাদ্যদ্ৰব্যৰ মূল্যবৃদ্ধি নিয়ন্ত্ৰণ কৰিবলৈ সম্পূৰ্ণ ব্যৰ্থ হৈছে। যোৱা ৪ ফেব্ৰুৱাৰীৰ দিনা প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিঙে ৰাজ্যৰ মুখ্য সচিবসকলক সম্বোধন কৰি কৈছে, 'The problem of high inflation has persisted now for several months driven mostly by supply-side shortages, particularly those of agriculturas commodities'। ভাৰতবৰ্ষ কৃষিপ্ৰধান দেশ। দেশৰ ৭০ শতাংশ জনসাধাৰণ কৃষিৰ ওপৰত নিৰ্ভৰশীল। ভাৰতত জাতীয় চৰকাৰে শাসন কৰাৰ ৬৩ বছৰ অতিবাহিত হোৱাৰ পাছত প্ৰধানমন্ত্ৰীৰ মুখত খাদ্য-সামগ্ৰীৰ ঘাটি হোৱাৰ কথা শোভা পায় জানো! ভাৰতবৰ্ষৰ অৰ্থনীতিৰ ৰাজহাড়স্বৰূপ কৃষিখণ্ডৰ কিয় উন্নতি নহ'ল? ভাৰতৰ সেউজ বিপ্লৱৰ গুৰু ড° স্বামীনাথনে কৈছিল 'কৃষিৰ লগত জড়িত ৬৫০ নিযুত পুৰুষ আৰু মহিলাৰ অৰিহণাই দেশক অকল খাদ্য যোগান আৰু জীৱন-জীৱিকাৰ নিৰাপত্তাই নিদিয়ে, ই দেশৰ সাৰ্বভৌমত্ব ৰক্ষা কৰে'। লালবাহাদুৰ শাস্ত্ৰীয়ে শ্লোগান দিছিল 'জয় কিষাণ' ভাৰত চৰকাৰে নিয়োগ কৰা National Commission on Farmers-এ কৈছে শাস্ত্ৰীৰ শ্লোগান 'জয় কিষাণ'ক আজিলৈ চৰকাৰী নীতিলৈ ৰূপান্তৰিত নকৰিলে (Shatri's slogan 'Jai Kisan' is yet to be converted into public policies)।

দেশৰ ইমান গুৰুত্বপূৰ্ণ আৰু ৭০ শতাংশতকৈও অধিক জনসাধাৰণৰ জীৱন-জীৱিকাৰ স্থল কৃষিখণ্ডক চৰকাৰে চৰম অৱহেলা কৰি অহাৰ ফলতেই আজি দেশত খাদ্য-শস্যৰ অভাৱে দেখা দিছে তথা অধিক জনসাধাৰণৰ জীৱনলৈ আহি পৰিছে গভীৰ সংকট। ব্ৰিটিছৰ তলত থকা সময়ত ভাৰতত জনেপ্ৰতি বছৰি খাদ্যশস্যৰ পৰিমাণ আছিল ২০০ কিলোগ্ৰাম। ভাৰত স্বাধীন হোৱাৰ সময়ত জনমুৰী খাদ্য শস্য হ্ৰাস হয় ১৫০ কেজিলৈ, ইয়াৰ পাছতে সেউজ বিপ্লৱৰ ফলত ১৯৮০ দশকত ১৮০ কিলোগ্ৰামলৈ বৃদ্ধি হয়। কিন্তু ২০০৮ চনত আকৌ খাদ্যশস্যৰ পৰিমাণ জনমুৰী ১৫৪ কিলোগ্ৰামলৈ হ্ৰাস হৈ ১৯৫০ চনৰ পৰ্যায় পায়। ভাৰতত গড়ে জনমুৰী বছৰি ১৫৪ কিলোগ্ৰাম খাদ্যশস্য গ্ৰহণৰ বিপৰীতে আমেৰিকাত ৯০০ কিলোগ্ৰাম গ্ৰহণ কৰে। যিকাৰণেই বিশ্বৰ অপুষ্টিত ভোগা শিশুৰ এক-তৃতীয়াংশ ভাৰতত থাকে। ভাৰতৰ কৃষি উৎপাদনৰ বিকাশ ১৯৮০ দশকত ৮.৫ শতাংশৰ পৰা ১৯৯০ দশকত ১.৪ শতাংশলৈ হ্ৰাস হয়।

জৱাহৰলাল নেহৰুৱে কৈছিল, 'কৃষি বৈ থাকিব নোৱাৰে' (Agriculture cannot wait)। লাল বাহাদুৰ শাস্ত্ৰীয়ে কৈছিল, 'জয় কিষাণ' অৰ্থাৎ ভাৰত স্বাধীন হোৱা দিনৰে পৰা আমাৰ প্ৰধানমন্ত্ৰীসকলে বুজি পাইছিল যে ভাৰতৰ কৃষি উৎপাদনৰ বিকাশ অবিহনে ভাৰত তথা ভাৰতৰ জনসাধাৰণৰ উন্নতি সম্ভৱ নহয়। তৎসত্ত্বেও ভাৰত চৰকাৰে ভাৰতৰ কৃষি খণ্ডৰ কিয় উন্নতি নকৰিলে? কেইদিনমান

আগেয়ে ভাৰতৰ কৃষিমন্ত্ৰী শাৰদ পাৱাৰে দুখ কৰি কৈছিল যে চীন দেশে প্ৰতি হেক্টৰ মাটিত ৬.৬ টন হাৰত ধান উৎপাদন কৰি খেতিৰ মাটি মাত্ৰ ৩০ নিযুত হেক্টৰত ২০০ নিযুত টন ধান উৎপাদন কৰে, কিন্তু ভাৰতে হেক্টৰে প্ৰতি ৩.৩ টন ধান উৎপাদন কৰি চীনতকৈ বহু বেছি খেতিৰ মাটি ৪৫ নিযুত হেক্টৰত মাত্ৰ ১৫০ নিযুত ধান উৎপাদন কৰে। বিশ্ববেংকে চীনৰ কৃষিৰ উন্নয়নক প্ৰশংসা কৰি কৈছে যে কৃষি উন্নয়নেৰে ১৯৮১ চনত চীনৰ দৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ পৰিমাণ ৫৩ শতাংশৰ পৰা ২০০১ চনত ৮ শতাংশলৈ হ্ৰাস কৰিব পাৰিছে। বৰ্তমান চীনত দৰিদ্ৰ লোকৰ সংখ্যা নাই বুলিবই পাৰি। ইয়াৰ বিপৰীতে ভাৰতত কৃষিৰ অধোগতিৰ ফলত দৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ শতাংশ হৈছে ৩৭.২। চীন দেশে ৰাষ্ট্ৰসংঘৰ 'সহস্ৰবৰ্ষ উন্নয়নৰ লক্ষ্য' (Millennium Development Goal) ২০১৫ চনৰ ভিতৰত দৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকৰ সংখ্যা অৰ্ধেক কৰাৰ বিপৰীতে ২০১৫ চনৰ আগতে চীন দেশৰ সকলো লোকৰে দাৰিদ্ৰৰ অৱসান কৰিলে। ছাচেক্স বিশ্ববিদ্যালয়ৰ অৰ্থনীতিবিদ Prof. Lawr Haddad-এ কৈছে, ভাৰতে সহস্ৰবৰ্ষ উন্নয়নৰ লক্ষ্যৰ পৰা ২৮ বছৰ পিছুৱাই আছে আৰু এই লক্ষ্য ভাৰতে ২০৪৩ চনতহে পূৰণ কৰিব পাৰে।

**SERVING FARMERS AND SAVING FARMING**

**A DRAFT NATIONAL POLICY FOR FARMERS**



NATIONAL COMMISSION ON FARMERS, MINISTRY OF AGRICULTURE
GOVERNMENT OF INDIA, NEW DELHI
VAISAKHI, 13 APRIL, 2006

ভাৰতত এই অতি গুৰুত্বপূৰ্ণ কৃষি খণ্ডত চৰকাৰী আৰু বেচৰকাৰী বিনিয়োগ হ্ৰাস পাই আহিছে। ষষ্ঠ পৰিকল্পনাত কৃষি খণ্ডত চৰকাৰী বিনিয়োগ (১৯৮০-৮৫) আছিল ৬৪,০১২ কোটি টকা (১৯৯৯-২০০০ মূল্যৰ ভিত্তিত), সপ্তম পৰিকল্পনাত (১৯৮৫-৯০) এইঅংক হ্ৰাস হৈ হয় ৫২,১০৭ কোটি টকা, অষ্টম পৰিকল্পনাত (১৯৯২-৯৭) বিনিয়োগৰ পৰিমাণ হ্ৰাস হৈ হয় ৪৫,৫৬৫ কোটি টকা, নৱম পৰিকল্পনাত (১৯৯৭-২০০২) আৰু হ্ৰাস হৈ হয় ৪২,২২৬ কোটি টকা। ব্যক্তিগত খণ্ডৰ বিনিয়োগো দেশৰ কৃষি খণ্ডত হ্ৰাস হৈ থাকে বছৰে বছৰে। ১৯৮০ দশকত ব্যক্তিগত খণ্ডৰ লগ্নী ৪.৭ শতাংশ হাৰত বৃদ্ধি হৈ আছিল ; কিন্তু ১৯৯০ দশকত এই বিনিয়োগ - ৩.৮ হাৰত হ্ৰাস হয়। জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ অৰ্থনীতিবিদ চন্দ্ৰ শেখৰে কৈছে "It is also observed that the slowdown of public investment in building rural infrastructur like irrigation, roads, market yards, agriculture research and extension has acted as a constant in increasing productivity profitability and the ability to tap benefits in favourable term of trade." দিনে-ৰাতি 'আম-আদমি'ৰ শ্লোগান দিয়া চৰকাৰ এখনে দেশৰ ৭০ শতাংশতকৈ অধিক লোকৰ জীৱন-জীৱিকাৰ স্থলক কোনো গুৰুত্ব নিদি যোৱা ৬৩ বছৰে কোন অংশৰ জনসাধাৰণৰ

উন্নতিৰ বাবে কাম কৰিলে বাৰু? ভাৰতৰ কৃষিৰ উন্নতিৰ বাবে অন্যতম গুৰুত্বপূৰ্ণ আন্তঃগাঁথনি জলসিঞ্চন। চৰকাৰী হিচাপ মতে গড়ে ৪০ শতাংশ খেতিপথাৰত জলসিঞ্চনৰ ব্যৱস্থা হৈছে। প্ৰকৃততে ২৬ শতাংশ মাটিতহে জলসিঞ্চনৰ সুবিধা আছে। তাৰোপৰি, কেইখনমান ৰাজ্য যেনে— পঞ্জাব, হাৰিয়ানা, উত্তৰপ্ৰদেশ আদিতহে প্ৰায় ৯০ শতাংশ মাটিত জলসিঞ্চনৰ সুবিধা আছে। গতিকে বাকী ৰাজ্যসমূহৰ ভাগত ২০ শতাংশ মাটিটো জলসিঞ্চনৰ সুবিধা নাই।

আমাৰ দেশৰ প্ৰায়সকল বুদ্ধিজীৱী চীন-বিৰোধী। কিন্তু চীন দেশৰ ভাল কামৰ উদাহৰণ বা আদৰ্শ আমি ল'ব পাৰো। চীনে অকল কৃষিয়ে নহয় কৃষি আনুষঙ্গিক উদ্যোগসমূৰো অভূতপূৰ্ব বিকাশ সাধন কৰিছে National Policy for farmersত কৈছে— চীনে অকৃষি দক্ষ শ্ৰমিকৰ বাবে ২১.১৫ নিযুত চহৰ-গ্ৰাম উদ্যোগ-প্ৰতিষ্ঠান (Township and Village Enterprises - TVE )ৰ সৃষ্টি কৰি ২০০১ চনলৈ ১৩০ নিযুত কৰ্মচাৰীক কৰ্মসংস্থান দিছে। এই উদ্যোগসমূহে দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ৩১.১ শতাংশ (৩৬৬৯.৫ বিলিয়ন ডলাৰ) মূল্যৰ সৃষ্টি কৰিছে। নেচনেল ফাৰমাৰচ্ পলিচিএ সেয়েহে প্ৰতিবেদনত পৰামৰ্শ আগবঢ়াইছে— "It would be useful to integrate all of them into one initiaive like China's TVEs and launch a Rural Non-farm Livelihood Initiative for families without land or other productive assets " ভাৰতৰ সেউজ বিপ্লৱৰ গুৰু ডঃ এম এছ স্বামীনাথনৰ নেতৃত্বত ২০০৪ চনৰ নৱেম্বৰ মাহত National commission on farmers গঠন কৰি দিয়ে ভাৰতৰ কৃষি মন্ত্ৰালয়ে। এই নেচনেল কমিচনে ভাৰতৰ কৃষি খণ্ডৰ বিভিন্ন দুৰ্বলতাসমূহ অধ্যয়ন কৰি দেশৰ কৃষি খণ্ডৰ উন্নয়নৰ বাবে এটি বাস্তৱ নীতি নিৰূপণ কৰি উল্লিখিত 'নেচনেল পলিচি ফৰ ফাৰমাৰচ'খন ২০০৬ চনৰ ১৩ এপ্ৰিলৰ দিনা প্ৰকাশ কৰে। এই পলিচিখন প্ৰকাশ কৰি কয় যে ২০০৭ চনৰ ১৫ আগষ্টৰ দিনা জৱাহৰলাল নেহৰুৰ ঘোষণা 'India's tryst with destiny'ৰ ৬০ বছৰ পূৰ্ণ হ'ব। গতিকে সেইদিনাৰ পৰা এই 'নেচনেল পলিচি ফৰ ফাৰমাৰচ্' ৰূপায়ণ হওক।

পৰিতাপৰ কথা যে চৰকাৰে বিভিন্ন খণ্ডৰ উন্নয়নৰ কথা কয়। কিন্তু দেশৰ জনসাধাৰণৰ উন্নয়নৰ ৰাজহাড় কৃষি খণ্ডৰ উন্নয়নৰ বাবে উক্ত পলিচিৰ আজিও ৰূপায়ণ নহ'ল। ডঃ মনমোহন সিঙে ঘঁৰিয়ালৰ চকুপানী টুকিছে খাদ্য-সামগ্ৰীৰ মূল্যবৃদ্ধিৰ অন্যতম কাৰণ কৃষি উৎপাদন ঘাটি বুলি। ভাৰতৰ নিচিনা কৃষিপ্ৰধান দেশ এখনৰ কিয় কৃষিখণ্ডৰ উন্নয়ন নহ'ল। কৃষিখণ্ডত ৰাজহুৱা বিনিয়োগ বছৰে বছৰে হ্ৰাস কৰিছে, যিখিনি ধন কৃষিখণ্ডত আৱণ্টিত কৰে তাৰো প্ৰায়ভাগেই ৰাজনীতি আমোলাৰ দুষ্ট চক্ৰই আত্মসাৎ কৰে। সেয়ে আজি ডঃ সিঙে গৌৰৱ কৰা ভাৰতৰ গণতন্ত্ৰই দেশৰ 'আম-আদমি'ক অনাহাৰে ৰাখিছে আৰু ডঃ সিঙে গণতন্ত্ৰহীন বুলি নিন্দা কৰা চীন দেশৰ 'আম-আদমি'এ পেট ভৰ্তি কৰি আহাৰ খাইছে। ভাৰতৰ অৰ্থনীতিৰ ৰাজহা স্বৰূপ কৃষিখণ্ডৰ সংকট আঁতৰ কৰিবলৈ ডঃ স্বামীনাথনৰ 'নেচনেল পলিচি ফৰ ফাৰমাৰচ্'ৰ অতিশীঘ্ৰে ৰূপায়ণ কৰক। ☐☐

*১৮ ফেব্ৰুৱাৰী, ২০১১ চন*

# ভাৰতে সঁচাই সাৰ্বিক উন্নয়নত গুৰুত্ব দিছেনে?

ভাৰতৰ সংবিধানৰ লক্ষ্য আছিল ভাৰতবৰ্ষত সমাজবাদী আৰ্হিৰ (Socialistic Pattern) সমাজ গঢ়া। A socialistic pattern of society through economic growth with self-reliance, social justice, and alleviation of poverty । সেয়ে ভাৰত স্বাধীন হোৱা দিনৰে পৰা সাৰ্বিক উন্নয়নৰ (inclusive growth) লক্ষ্য লোৱা বুলি ঘোষণা কৰি আহিছে ভাৰত চৰকাৰে। ভাৰত স্বাধীন হোৱাৰ পৰৱৰ্তীকালত বিশ্বত সমাজবাদী শিবিৰ অতি শক্তিশালী আছিল। বিশেষকৈ ছোভিয়েট ৰাছিয়াৰ জন্ম হোৱাৰ পাছত বিশ্বৰ উন্নত দেশসমূহ চিন্তাত পৰিছিল তেওঁলোকৰ দেশৰ জনসাধাৰণৰ মাজত সমাজবাদ বা কমিউনিজমৰ প্ৰভাৱ পৰাৰ ভয়ত। ইউৰোপ আৰু আমেৰিকাত শক্তিশালী শ্ৰমিক-কৰ্মচাৰী আন্দোলন গঢ়ি উঠিছিল জনসাধাৰণৰ সামাজিক নিৰাপত্তা, গণতান্ত্ৰিক অধিকাৰ, জীৱন-ধাৰণৰ মানৰ উন্নয়ন আদিৰ দাবীত। ইউৰোপৰ বিভিন্ন দেশৰ জনসাধাৰণ সমাজবাদৰ প্ৰতি আকৰ্ষিত হৈছিল। এই উন্নত পুঁজিবাদী দেশসমূহৰ জনসাধাৰণক সমাজবাদৰ প্ৰতি আকৰ্ষিত হোৱাত বাধা প্ৰদান কৰিবলৈ চৰকাৰসমূহে জনসাধাৰণক সাৰ্বিক উন্নয়নৰ বাবে সামাজিক খণ্ডত বিভিন্ন আঁচনি গ্ৰহণ কৰিছিল আৰু এই আঁচনিসমূহ ৰূপায়ণ কৰিবলৈ এটি ডাঙৰ অংকৰ চৰকাৰী ধন আৱণ্টন কৰিছিল। সেইসময়ত পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলেও বিশেষকৈ জে এম কেইন্সে বিভিন্ন জনকল্যাণমূলক আঁচনিৰ তত্ত্ব আগবঢ়াইছিল।

ভাৰতবৰ্ষতো স্বাধীনতা আন্দোলনৰ নেতাসকলে আন্তৰিকতাৰে আশা কৰিছিল যে ভাৰত স্বাধীনৰ মূল লক্ষ্য হ'ব জনসাধাৰণৰ দৰিদ্ৰ অৱস্থাৰ অৱসানেৰে জীৱন ধাৰণৰ মানৰ উন্নয়ন সাধন কৰিব লাগিব। ১৯৩৮ চনত জাতীয় কংগ্ৰেছে গঠন কৰি দিয়া জাতীয় যোজনা কমিটিত (National Planning Committee) কৈছিল— "There was lack of food, clothing, of housing and of every other essential requirement of human existance. To remove this lack and ensure an irreducible minimum standard for everybody, the national income had to be greatly increased, and, in addition to this increased production there had to be a more equitable distribution of wealth."

জাতীয় কংগ্ৰেছ দলে ভাৰত স্বাধীন কৰিবলৈ সংগঠিত কৰা সংগ্ৰামৰ সময়ত ১৯৩৮ চনতে দেশৰ জনসাধাৰণৰ দৰিদ্ৰতা নিবাৰণ আৰু জীৱনৰ মানৰ উন্নয়নৰ অতি সুন্দৰ আৰু বাস্তৱ পৰিকল্পনাৰ ঘোষণা কৰিছিল। দেশৰ দৰিদ্ৰ-পীড়িত জনসাধাৰণেও জাতীয় কংগ্ৰেছৰ এই মৰ্মস্পৰ্শী লক্ষ্যৰ প্ৰতি আকৰ্ষিত হৈ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিছিল আৰু আশা কৰিছিল ভাৰত স্বাধীন হ'লে জাতীয় চৰকাৰ প্ৰতিষ্ঠিত হ'ব আৰু পৰাধীন ভাৰতৰ জনসাধাৰণৰ দুখ দুৰ্দশাৰ অন্ত পৰিব। ভাৰত স্বাধীন হোৱাৰ পাছতো জাতীয় কংগ্ৰেছ দলৰ নেতৃত্বৰ চৰকাৰৰ লক্ষ্য ঘোষণা কৰিছিল সমাজবাদী

আৰ্হিৰ সমাজ গঠনৰ মাজেৰে দৰিদ্ৰতাৰ অৱসান কৰা হ'ব। দুৰ্নীতিগ্ৰস্ত লোকসকলক লেম্পপোষ্টত ওলোমাই গুলী কৰা হ'ব।

১৯৩৮ চনত জাতীয় কংগ্ৰেছে গঠন কৰা জাতীয় যোজনা কমিটিৰ লক্ষ্য জনসাধাৰণৰ দৰিদ্ৰতা নিৰ্মূল। নিম্নতম জীৱন-ধাৰণৰ অৱস্থা উন্নত কৰাৰ বাবে এক নম্বৰ কাৰ্যসূচী জাতীয় আয় বৃদ্ধিৰ পৰিকল্পনা ভাৰত চৰকাৰে প্ৰায় পূৰণ কৰিব পাৰিছে। ভাৰতৰ মুঠ ঘৰুৱা উৎপাদনৰ বিকাশৰ হাৰ বিশ্বৰ দ্বিতীয়, প্ৰায় ৯ শতাংশ হাৰত বৃদ্ধি হৈ আছে। বিশ্বত ভাৰত ১১ নম্বৰ অৰ্থনীতি। কিন্তু জাতীয় যোজনা কমিটিৰ দুই নম্বৰ লক্ষ্য সম্পদৰ সমবিতৰণৰ (equitable distribution of wealth) লক্ষ্যত অকণো আগবাঢ়িব পৰা নাই স্বাধীন ভাৰতে যোৱা ৬৩ বছৰীয়া কালছোৱাত। সম্পদৰ সমবিতৰণৰ ক্ষেত্ৰৰ কাৰ্যসূচীতকৈ সম্পদৰ অসম বিতৰণহে প্ৰাধান্য পাইছে ভাৰতৰ অৰ্থনৈতিক উন্নয়নৰ প্ৰক্ৰিয়াত। এই সত্যটো চৰকাৰ নিযুক্ত আয়োগসমূহে তথ্য সহকাৰে প্ৰমাণ কৰি দেখুওৱাইছে যে দেশৰ সম্পদৰ অধিকাংশই জমা হৈছে দেশৰ ১০ শতাংশ লোকৰ হাতত আৰু ৮০ শতাংশ লোকে দিনে ২০ টকাও আয় কৰিব নোৱাৰে। দেশৰ অধিকাংশ জনসাধাৰণ খাদ্য, শিক্ষা, স্বাস্থ্য, আশ্ৰয়স্থল আদি জীৱন-ধাৰণৰ নিম্নতম সা-সুবিধাৰ পৰা বঞ্চিত। স্বাধীনতা আন্দোলনৰ নেতাসকলৰ বা সেইসময়ৰ জাতীয় কংগ্ৰেছৰ নেতাসকলে যি লক্ষ্য সন্মুখত ৰাখি ভাৰতৰ স্বাধীনতা আন্দোলন সংগঠিত কৰিছিল আৰু ভাৰত স্বাধীন কৰিবলৈ সমৰ্থ হৈছিল সেই লক্ষ্য পূৰণৰ বিপৰীতে ১৯৪৭ চনৰ আগৰ জনসাধাৰণৰ মাজৰ বৈষম্যতকৈও অধিক বৈষম্য বিৰাজ কৰিছে স্বাধীন ভাৰতৰ জনসাধাৰণৰ মাজত। ভাৰতৰ এটি অতি সংখ্যালঘু শ্ৰেণীৰ অৱস্থাৰ অভূতপূৰ্ব উন্নতি হৈছে আৰু ভাৰতৰ এই সকল লোকে স্বাধীনতাৰ সোৱাদ ভোগ কৰিব পাৰিছে আৰু গৰিষ্ঠসংখ্যক জনসাধাৰণে জাতীয় চৰকাৰ আৰু বিদেশী চৰকাৰৰ মাজৰ শাসনৰ পাৰ্থক্য বুজিবই পৰা নাই।

ভাৰতে অতি গৌৰৱ কৰে যে সমাজবাদী আৰ্হিৰ অৰ্থনৈতিক নীতি গ্ৰহণ কৰিছে বা জনসাধাৰণৰ সাৰ্বিক উন্নয়নৰ বাবে বৰ্তমানৰ ইউ পি এ চৰকাৰে সামাজিক খণ্ডত অধিক ধন খৰচ কৰে। দেশৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিং, বিত্তমন্ত্ৰী প্ৰণৱ মুখাৰ্জীয়ে যোৱা কেইবছৰত সদনত বাজেট উত্থাপন কৰোতে ঘোষণা কৰি আহিছে বাজেটত মুঠ আৱণ্টিত ধনৰ অধিকাংশই সামাজিক খণ্ডত আৱণ্টিত কৰা হৈছে। কিন্তু প্ৰকাশিত তথ্যত প্ৰতিফলিত হৈছে যে ভাৰতে বিশ্বৰ প্ৰায় সকলো দেশৰ তুলনাত সামাজিক খণ্ডত কম ধন খৰচ কৰে। বিভিন্ন তথ্যমতে মুঠ ঘৰুৱা উৎপাদনৰ শতাংশ হিচাপত ভাৰতে দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ৫ শতাংশতকৈ কম ধন খৰচ কৰে সামাজিক খণ্ডত। আনহাতে পুঁজিপতি-অৰ্থনীতিৰ দেশ অষ্ট্ৰেলিয়াই খৰচ কৰে ১৭.১ শতাংশ, কানাডাই ১৬.৫ শতাংশ, ফ্ৰান্সে খৰচ কৰে ২৯.২ শতাংশ, জাৰ্মানীয়ে ২৬.৭ শতাংশ, কোৰিয়াই ৬.৯ শতাংশ, মেক্সিকোই ৭.০ শতাংশ, ব্ৰিটেইনে ২১.৩ শতাংশ, আমেৰিকা যুক্তৰাষ্ট্ৰই ১৫.৯ শতাংশ, অ ই চি ডি দেশসমূহে গড়ে ২০.৫ শতাংশ।

ভাৰতৰ অৰ্থনীতিও বেছি নিৰ্ভৰশীল ব্যক্তিগত খণ্ডৰ ওপৰত। দেশৰ উন্নয়নৰ বিভিন্ন খণ্ড নিৰ্ভৰশীল ব্যক্তিগত বিনিয়োগৰ ওপৰত। দেশৰ মুঠ আভ্যন্তৰীণ উন্নয়নত (GDP) ১৯৯০-৯১ বিত্তীয় বছৰত চৰকাৰী খৰচ আছিল ৩৮.১৩ শতাংশ। ১৯৯৬-৯৭ বিত্তীয় বছৰ এই অংশ কমি হয় ৩১.৭৫ শতাংশ, আকৌ ২০০৩-০৪ বিত্তীয় বছৰত চৰকাৰী খৰচ বৃদ্ধি হৈ হয়গৈ ৩৮.৮৩

শতাংশ। চৰকাৰী খৰচ আকৌ হ্ৰাস হয় ২০০৫-০৬ বিত্তীয় বছৰত ৩২.৫৯ শতাংশলৈ। মুঠ ঘৰুৱা বা আভ্যন্তৰীণ উৎপাদনৰ বিকাশৰ ফলাফলত চৰকাৰৰ অংশও ১৯৯০-৯১ বিত্তীয় বছৰত ২০.৪৪ শতাংশৰ পৰা হ্ৰাস হৈ ২০০৬-০৭ বিত্তীয় বছৰত হয় ১৫.৩৯ শতাংশ। কিন্তু পুঁজিবাদী দেশসমূহতো দেশৰ মুঠ ঘৰুৱা উৎপাদনত চৰকাৰী ভূমিকা বেছি ভাৰততকৈ। অ ই চি ডি-ৰ ২০০৭ চনৰ তথ্যমতে দেশৰ মুঠ আভ্যন্তৰীণ উৎপাদনত চৰকাৰী খৰচ (General Government Expenditure to GDP) ব্ৰিটেইনত ৪৪.৬ শতাংশ, আমেৰিকা যুক্তৰাষ্ট্ৰত ৩৭.৪ শতাংশ, চুইডেনত ৫৩.৮ শতাংশ।

৮০ কোটিতকৈ অধিক দৰিদ্ৰ জনসাধাৰণৰ দেশ ভাৰত বতৰ্মান দেশৰ অৰ্থনৈতিক উন্নয়নৰ বাবে সম্পূৰ্ণৰূপে ব্যক্তিগত পুঁজিৰ ওপৰত অৰ্থাৎ পুঁজিপতিসকলৰ ওপৰত নিৰ্ভৰশীল হৈছে। সাৰ্বিক উন্নয়নৰ ডাঙৰ ডাঙৰ বাণী উচ্চাৰণ কৰা চৰকাৰখনে জনসাধাৰণৰ ভাগ্য নিৰ্ণয়ৰ বাবে আশা কৰিব লগা হৈছে ব্যক্তিগত মালিকৰ ওপৰত, অৰ্থাৎ ভাৰতৰ সাৰ্বিক উন্নয়ন নিৰ্ভৰ কৰে ব্যক্তিগত পুঁজিৰ দয়াতহে, চৰকাৰৰ ভূমিকা নিম্নতম। তথ্যই প্ৰতিফলিত কৰে যে আমেৰিকা, ব্ৰিটেইন আদি উন্নত পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহেও জনসাধাৰণৰ সামাজিক খণ্ডৰ উন্নয়নত চৰকাৰী ভূমিকাক প্ৰাধান্য দিছে আৰু সেই সময়ত সদায়েই সাৰ্বিক উন্নয়নৰ শ্লোগান দিয়া চৰকাৰ ভাৰতে দেশখনৰ ৭০ শতাংশ অৰ্থনৈতিক পৰিচালনাই ব্যক্তিগত মালিকৰ হাতত এৰি দিছে। দেশখনকেই ব্যক্তিগতকৰণ কৰিব নেকি? ❒

*১১ মাৰ্চ, ২০১১ চন*

# মধ্যপ্ৰাচ্যই নতুন ইতিহাস সৃষ্টি কৰিব পাৰিবনে?

পেটৰ ক্ষুধাই মানুহক বিপ্লৱী কৰিব পাৰে— এয়া প্ৰমাণিত হ'ল অতি সম্প্ৰতি সংঘটিত হোৱা মধ্যপ্ৰাচ্যৰ জনগণৰ স্বৈৰাচাৰ আৰু একনায়কত্বৰ বিৰুদ্ধে বিদ্ৰোহত। যোৱা ১৭ ডিচেম্বৰৰ দিনা (২০১০) টিউনিচিয়াত পথৰ দাঁতিত শাক-পাচলি বিক্ৰী কৰা ২৬ বছৰীয়া মহম্মদ বৌয়াজিজি নামৰ এজন ক্ষুদ্ৰ ব্যৱসায়ীয়ে পুলিচক ভেটি দিব নোৱাৰাৰ অপৰাধত তেওঁৰ দোকানৰ সমগ্ৰ সামগ্ৰী পুলিচে লৈ গৈছিল। পুলিচৰ এই অত্যাচাৰৰ দুখতে বৌয়াজিজে গাত তেল ঢালি জুই লগাই আত্মহত্যা কৰিলে।

উক্ত ঘটনা তুৰন্তে বিয়পি পৰিছিল টিউনিচিয়াৰ চৌদিশে। ইতিমধ্যে টিউনিচিয়াৰ জনসাধাৰণ অতিষ্ঠ হৈ আছিল দীৰ্ঘদিনীয়া খাদ্য সামগ্ৰীকে ধৰি সকলো বস্তুৰ আকাশলংঘী মূল্যবৃদ্ধিত। জনসাধাৰণৰ অধিকাংশই দিন কটাব লগা হৈছিল খাদ্য অভাৱত। চৰকাৰ সম্পূৰ্ণৰূপে ব্যৰ্থ হৈছিল কৰ্মসংস্থান সৃষ্টিত। দেশৰ প্ৰায় ভাগ লোকেই কৰ্মহীন হৈ পৰিছিল। তেওঁলোকে নিয়মিত আয় কৰাৰ কোনো সুযোগ সৃষ্টি হোৱা নাছিল। আনহাতে একনায়ক শাসক গোষ্ঠীয়ে বিশ্বৰ চৌদিশে সম্পত্তিৰ পাহাৰ তৈয়াৰ কৰিছিল। একনায়ক ৰাষ্ট্ৰপতি জাইন এল আবিদিন বেন আলীৰ ২৩ বছৰীয়া স্বৈৰতান্ত্ৰিক শাসনৰ ফলত নিবনুৱা সমস্যা, খাদ্য সামগ্ৰীৰ আকাশলংঘী মূল্যবৃদ্ধি, দুৰ্নীতি, গণতান্ত্ৰিক অধিকাৰ কৰ্তন আৰু দৰিদ্ৰতাৰ বাবে টিউনিচিয়াৰ জনসাধাৰণৰ বিক্ষোভ পুঞ্জীভূত হৈ আছিল দীৰ্ঘদিন ধৰি। বৌয়াজিজৰ আত্মহত্যাৰ ঘটনাত বিস্ফোৰিত হ'ল জনগণৰ বিদ্ৰোহ। বেন আলী শাসনৰ গাদী পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল। সেয়েই নহয় মধ্য-প্ৰাচ্যৰ প্ৰায় সকলো দেশতে শাসন কৰে স্বৈৰচাৰী একনায়ক শাসকগোষ্ঠীয়ে। টিউনিচিয়াৰ বিদ্ৰোহ বিয়পি পৰিল ইজিপ্ত, জৰ্ডান আলজেৰীয়া, য়েমেন, বাহৰেণ আদি সকলো মধ্যপ্ৰাচ্যৰ দেশতে। আমেৰিকান সাংবাদিক এৰিক পুলি আৰু ফিলিশ ৰেভজিনে। (Eric Pooley and Philip Revzin) কৈছে 'Ben Ali may be remembered as the despot who was toppled by a vegetable cart' (Bloomberg Business Week)। শাক-পাচলিৰ ঠেলাগাড়ীৰ দ্বাৰা সিংহাসনচ্যুত হোৱা একনায়ক সম্ৰাট বুলি বেন আলী স্মৰণীয় হৈ ৰ'ব।

টিউনিচিয়াৰ 'শেৱালি বিপ্লৱ'ৰ প্ৰভাৱে আজি প্ৰলয়ংকৰী ভূমিকম্পৰ সৃষ্টি কৰিলে মধ্যপ্ৰাচ্যৰ দেশসমূহত। উইকিলিক্‌চ্‌ৰ প্ৰতিবেদনে ফাদিল কৰি দিলে শাসক চক্ৰৰ বিপুল ঐশ্চৰ্যৰ বিপৰীতে দেশসমূহৰ প্ৰায় সমগ্ৰ জনসাধাৰণৰে সৰ্বস্বান্ত, দৰিদ্ৰ, দুখ-দুৰ্দশাৰ অৱস্থা। মধ্যপ্ৰাচ্যৰ দেশবোৰৰ জনসাধাৰণে দশকৰ পাছত দশক ধৰি স্বৈৰতান্ত্ৰিক শাসনত নিপিষ্ট হোৱাৰ উপৰি বিশ্ব অৰ্থনৈতিক সংকটৰ যোৱা দুটা বছৰত আৰু বেছি দুখ-দুৰ্দশাৰ বলি হৈছে। ইজিপ্ত আৰু জৰ্ডানক আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ (IMF) আৰু বিশ্ব বেংকৰ আৰ্থিক সংস্কাৰৰ মিত্ৰ হিচাবে প্ৰক্ষেপ কৰা হৈছে ; দেশ দুখন আন্তৰ্জাতিক অৰ্থনীতিৰ লগত ঘনিষ্ঠভাৱে সংযুক্ত হৈ পৰিছে। আন্তৰ্জাতিক বিত্তীয় সংকটে এই দুখন দেশৰ বাবে বিধ্বংসী পৰিণাম কঢ়িয়াই আনিছিল, কাৰণ ইজিপ্তৰ ৩০ লাখ আৰু জৰ্ডানৰ ৫ লাখ লোক পোনপটীয়াভাৱে বিত্তীয় খণ্ডৰ লগত যুক্ত আছিল। ছুয়েজখাল, পৰ্যটন আৰু ৰপ্তানিৰ পৰা ইজিপ্তে লাভ কৰা ৰাজহ সংগ্ৰহ বেয়াকৈ ক্ষতিগ্ৰস্ত হ'ল। ফলত মুঠ ঘৰুৱা উৎপাদনৰ (জি ডি পি) বিকাশৰ হাৰ উদ্বেগজনকভাৱে হ্ৰাস পালে। যুৱ সমাজৰ মাজত কৰ্মসংস্থানহীনতা ২০০৫

চনতে ৩৪ শতাংশ আছিল, বৰ্তমান প্ৰায় ৫০ শতাংশ হৈছে। লণ্ডনৰ গাৰ্ডীয়ান বাতৰি কাকতত (Guardian news paper)-ত নিবন্ধকাৰ লেৰি এলিয়টে (Larry Elliott) লিখিছে ইজিপ্ত আৰু টিউনিচিয়াত উচ্চ হাৰৰ নিবনুৱা সমস্যাই সহায় কৰিলে ৰাজনৈতিক পৰিবৰ্তনৰ পৰিৱেশ সৃষ্টিত 'In Tunisia and Egypt, high levels of youth unemployment helped create the conditions for political change.'

ইজিপ্ত, টিউনিচিয়া, য়েমেন, জৰ্ডান আদি মধ্যপ্ৰাচ্যৰ সকলো দেশতে আমেৰিকাপন্থী চৰকাৰ। মধ্যপ্ৰাচ্যৰ বৃহৎ আকাৰৰ প্ৰাকৃতিক সম্পদ বিশেষকৈ খাৰুৱা তেলৰ মালিকানা নিয়ন্ত্ৰণলৈ আনিবলৈ আমেৰিকাই এই অঞ্চলৰ সকলো দেশতে পুতলা চৰকাৰ প্ৰতিষ্ঠিত কৰি নতুন বিশ্ব ব্যৱস্থা গঢ়ি তুলিছিল। ইজিপ্তক বছৰি ২ বিলিয়ন ডলাৰ সামৰিক সাহায্য দিছিল। মধ্যপ্ৰাচ্যৰ জনসাধাৰণে নিজৰ দেশৰ 'স্বেচ্ছাচাৰী শাসকৰ বিৰুদ্ধে বিদ্ৰোহৰ মাজেৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ নতুন ঔপনিৱেশিকতাবাদৰ প্ৰতিও বিৰুদ্ধাচৰণ কৰিছে। ইজিপ্ত, টিউনিচিয়া, একনায়ক শাসকসকলৰ উচ্ছেদ মানে আমেৰিকা যুক্তৰাষ্ট্ৰৰ নতুন ঔপনিৱেশিকতাবাদৰো অৱসান হৈছে। আমেৰিকাই উপায়হীন হৈ তেওঁলোকৰ বহুতীয়া শাসকসকলক গাদী এৰি দিবলৈ অনুৰোধ জনাইছে।

মধ্যপ্ৰাচ্যৰ উক্ত দেশকেইখনত জনসাধাৰণৰ তীব্ৰ গণ-আন্দোলন আৰু আত্মত্যাগৰ ফলত দেশসমূহত আমূল পৰিবৰ্তন সাধন হৈ গণতান্ত্ৰিক সমাজ ব্যৱস্থা প্ৰতিষ্ঠিত হ'ব বুলি ঠাৱৰকৈ কোৱা নাযায় ; কাৰণ পূৰ্বতেও সুদীৰ্ঘ সংগ্ৰাম আৰু আত্মত্যাগ সত্বেও বহুবাৰ আৰব দেশবোৰৰ জনগণে নিজ নিজ দেশত আমূল পৰিবৰ্তন সাধন কৰিব পৰা নাই। আমেৰিকাৰ দ্বাৰা মোছাডেঘক গাদীচ্যুত কৰা আৰু শ্বাহক শাসনলৈ অনাৰ ইতিহাসে এতিয়াও মধ্যপ্ৰাচ্যক শংকিত কৰি ৰাখিছে, যাৰ ফলত ইৰাণত ইছলামিক বিপ্লৱ সংঘটিত হৈছিল। আমেৰিকাই মুকলিভাৱে জনগণৰ আন্দোলনৰ বিৰোধিতা নকৰিলেও নিজৰ নিয়ন্ত্ৰণ অক্ষুন্ন ৰখাৰ বাবে বিভিন্ন পন্থা আৰু কৌশল অৱলম্বন কৰিব। বৰ্তমানৰ স্বৈৰাচাৰী শাসকৰ ঠাইত জনসাধাৰণৰ আন্দোলনৰ পৰিণতিত ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক চৰকাৰ এখনৰ সলনি আমেৰিকাই স্বৈৰতান্ত্ৰিক ইছলামিক শাসন ব্যৱস্থা প্ৰতিষ্ঠিত হোৱাটো বিচাৰে। সেয়া হ'লে ইজিপ্ত, টিউনিচিয়া আদি দেশৰ তেলকে ধৰি সকলো প্ৰাকৃতিক সম্পদৰ ওপৰত নিয়ন্ত্ৰণ ৰাখিব পাৰে আৰু অৰ্থনৈতিক, সামৰিক বিষয় আমেৰিকাৰ স্বাৰ্থত পৰিচালিত কৰিব পাৰে। উক্ত আন্দোলনৰ নেতৃত্বৰ ভিতৰত সুবিধাবাদ আৰু সাম্ৰাজ্যবাদৰ চক্ৰান্তও আছে। টিউনিচিয়াৰ এটি প্ৰগতিশীল দল ইট্ৰাজদিদে ঘোষণা কৰিছে যে জনপ্ৰিয় গণ-অভ্যুত্থানৰ পৰিণতিত যাতে নতুন ধৰণৰ স্বৈৰতান্ত্ৰিক ইছলামিক শাসন ব্যৱস্থা প্ৰতিষ্ঠিত হ'ব নোৱাৰে তাৰ বাবে যথাযোগ্য ব্যৱস্থা গ্ৰহণ কৰিব তেওঁলোকে। দলটোৱে কৈছে 'আমি বিপ্লৱক ৰক্ষা কৰিম, ৰক্ষা কৰিম ধৰ্মনিৰপেক্ষতা, নাৰী অধিকাৰ। টিউনিচিয়া, ইজিপ্ত, লিবিয়া আদি সকলো দেশতে প্ৰকৃত গণতন্ত্ৰ প্ৰতিষ্ঠিত হ'লেহে উক্ত বিপ্লৱ সাফল্যমণ্ডিত হ'ব। লিংগসমতা, ধৰ্মনিৰপেক্ষ, অৰ্থনৈতিক সমতাপূৰ্ণ সমাজ গঢ়িব লাগিব। পূৰ্বৰ চৰকাৰসমূহে গণতন্ত্ৰক হত্যা কৰি আমেৰিকাপন্থী স্বৈৰতান্ত্ৰিক নীতি গ্ৰহণ কৰিছিল। প্ৰকৃত গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠিত হোৱাতো নিবিচাৰে আমেৰিকাই। ইছলামিক মৌলবাদী চৰকাৰ প্ৰতিষ্ঠা হ'লে আমেৰিকাৰ স্বাৰ্থ অক্ষুন্ন থাকিব বাবে এই জনপ্ৰিয় গণ-অভ্যুত্থানৰ পৰিণতিত ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক শক্তিৰ সলনি ইছলামিক মৌলবাদী চৰকাৰ প্ৰতিষ্ঠাৰ বাবে আমেৰিকাই বিভিন্ন কুট-কৌশল গ্ৰহণ কৰিব। বিশ্বৰ গণতান্ত্ৰিক জনসাধাৰণে আশা কৰিছে নতুন ইতিহাস সৃষ্টিত আৰব বিশ্বৰ জনসাধাৰণে সফলতা অৰ্জন কৰিব। ❑

*১৮ মাৰ্চ, ২০১১ চন*

# অসমৰ ৰেইলৰ দ্বৈত লাইন কেতিয়াকৈ হ'ব?

ৰেইলমন্ত্ৰী মমতা বেনাৰ্জীয়ে যোৱা ২৫ ফেব্ৰুৱাৰীৰ দিনা সংসদত ২০১১-১২ বৰ্ষৰ ৰেইল বাজেট দাখিল কৰিলে। বহু কেইখন দূৰন্ত ৰেইল, শতাব্দী এক্সপ্ৰেছ, বিভিন্ন ৰেইলৰ প্ৰজেক্ট, কাৰখানা, নতুন লাইন, মিটাৰগজ লাইন ব্ৰদগজলৈ পৰিৱৰ্তন, আদৰ্শ ষ্টেচন, হোটেল মুকলি, একলাইনক দ্বৈত লাইনলৈ পৰিৱৰ্তন ইত্যাদি ইত্যাদি প্ৰস্তাৱসমূহ ৰেইল বাজেটত অন্তৰ্ভুক্ত কৰিলে। অসমৰ কংগ্ৰেছৰ বাহিৰে সকলো দলে অসমৰ বাবে ৰেইল বাজেটখন হতাশজনক হোৱা বুলি কৈছে। বিভিন্ন দলে বিভিন্ন সংগঠনে অসমৰ বাবে ৰেইল বাজেটখন হতাশজনক হোৱাৰ বিভিন্ন দিশসমূহ উনুকিয়াইছে। কিন্তু কোনো দলে, কোনো সংগঠনে অসমৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দাবীটো সংসদত তথা সমাজত জোৰপূৰ্বকভাৱে তুলি ধৰিব পৰা নাই। নতুন দূৰন্ত ট্ৰেইন বা আন আন প্ৰজেক্ট অসমৰ প্ৰয়োজন, কিন্তু আটাইতকৈ গুৰুত্বপূৰ্ণ মুখ্য সমস্যা হ'ল অসমৰ ৰেইল লাইন দ্বৈত লাইনৰ নহয়, এক লাইনৰ, চিংগল ট্ৰেক, ডাবল ট্ৰেকৰ নহয়। ৰেইল সেৱাৰ উন্নতিৰ যিমানেই ডাঙৰ কথা নকওক, যিমানেই নতুন ট্ৰেইনৰ সূচনা কৰাৰ কথা নকওক ৰেইল লাইন দ্বৈত লাইন নহ'লে সেই সকলো নতুন সেৱা, প্ৰজেক্টেই ভিত্তিহীন। অসমৰ অৰ্থনৈতিক উন্নয়নৰ বাবে কেন্দ্ৰীয় চৰকাৰে বিশেষ উদ্যোগ লোৱাৰ কথা দিনে-ৰাতি ঘোষণা কৰে। অসমৰ ৰাজ্য চৰকাৰে দ'বী কৰে যে অসম উন্নয়ন আৰু বিকাশৰ পথত। ভাৰতবৰ্ষৰ কোনখন মুখ্য ৰাজ্যৰ ৰেইল লাইন দ্বৈত ল'ইনৰ নহয়! অসমক বাদ দি ভাৰতৰ সকলো মুখ্য ৰাজ্যকেইখনৰ ৰেইল লাইন দ্বৈত লাইন। অসমক কিয় কেন্দ্ৰই মাহী আইৰ চকুৰে চায়! ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ হ'ল, ভাৰতত জাতীয় চৰকাৰে ৬৩ বছৰ শাসন কৰিলে। ব্ৰিটিছে চাহ, তেল, কয়লা অসমৰ পৰা ব্ৰিটেইনলৈ কঢ়িয়াই লৈ যাবলৈ বাণিজ্যিক কাৰণত ডিগবৈ, মাৰ্ঘেৰিটা, ডুমডুমা আদি ঠাইৰ পৰা উত্তৰ কাছাৰ পাহাৰ হৈ পূৰ্ববংগ (বৰ্তমান বাংলাদেশ)ৰ মাজেদি চিটাগাং বন্দৰলৈ ৰেইল লাইন তৈয়াৰ কৰিছিল। এই ৰেইল লাইনে অসমৰ মুখ্য চহৰসমূহ স্পৰ্শ কৰা নাছিল, কাৰণ ব্ৰিটিছৰ লক্ষ্য আছিল অসমৰ প্ৰাকৃতিক সম্পদ ব্ৰিটেইনলৈ লৈ যোৱা, জনকল্যাণৰ কোনো উদ্দেশ্য নাছিল। পৰৱৰ্তী কালতো এই ৰেইল লাইনক লাম ডিঙৰ পৰা গুৱাহাটী, ধুবুৰী হৈ তদানীন্তন পূৰ্ববংগৰ মাজেদি প্ৰশাসনিক আৰু বাণিজ্যিক গুৰুত্বৰ বাবে কলিকতাৰ লগত সংযোগ কৰিছিল। ইয়াতে অসমৰ মানুহৰ কল্যাণৰ বা স্বাৰ্থৰ কোনো লক্ষ্য নাছিল।

বৰ্তমান আমি আমাৰ নিজৰ জাতীয় চৰকাৰ পাইছো। ব্ৰিটিছক খেদি আমি স্বাধীনতা পাইছো। জাতীয় চৰকাৰে জনসাধাৰণৰ স্বাৰ্থৰহে কাম কৰে। যোৱা ৬৩ বছৰে অসমক জাতীয় চৰকাৰে শাসন কৰাৰ পাছতো অসমৰ জনসাধাৰণক কিয় অনুভৱ কৰাব নোৱাৰিলে কেন্দ্ৰীয় চৰকাৰে যে

তেওঁলোকে জাতীয় চৰকাৰৰ তলত আছে। ব্ৰিটিছে নিৰ্মাণ কৰা ৰেইল লাইনৰ অসমত কি আমূল পৰিবৰ্তন হ'ল। বহু দাবীৰ মূৰকত মিটাৰগজক ব্ৰডগজলৈ ৰূপান্তৰ কৰা হ'ল। সেই কামো আজিলৈ সম্পূৰ্ণ হোৱা নাই। ৰঙিয়া-ধেমাজি-মৰকংচেলেক লাইন, লামডিং-বদৰপুৰ-শিলচৰ লাইন কেতিয়াকৈ ব্ৰডগজলৈ ৰূপান্তৰ হ'ব কোনে ক'ব পাৰে। ভাৰতৰ দ্বৈত ৰেইলৰ মানচিত্ৰৰ ভিতৰত ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো অসম কিয় অন্তৰ্ভুক্ত নহ'ল?

নতুন ট্ৰেইন অসমৰ পৰা সূচনা কৰিলে কি লাভ হ'ব— ট্ৰেইনৰ গতি বাঢ়িব নোৱাৰে। অহা যোৱা কৰা এখন ট্ৰেইনে আন এখন ট্ৰেইনক বাট এৰি দিবলৈ বিভিন্ন ষ্টেচনসমূহত ট্ৰেইনসমূহ খাপ দি থাকিব লগা হয়। সেয়ে অসমৰ কাৰণে ৰেইলৰ ক্ষেত্ৰত আটাইতকৈ অতি গুৰুত্বপূৰ্ণ দাবী হ'ল ডবল লাইন। ভাৰতৰ সকলো ৰাজ্যতে ৰেইলৰ ডবল লাইন হ'ব পাৰে, অসমত কিয় হ'ব নোৱাৰে? এইবাৰ ৰেইল বাজেটত অসমত নিউ বঙাইগাঁৱৰ পৰা কামাখ্যালৈ দ্বৈত ৰেইল লাইনৰ পিয়ল কৰিব দিছে। অসমত ৰেইলৰ দ্বৈত লাইন লাগে ডিব্ৰুগড়ৰ পৰা শিলিগুৰিলৈ। কণা হাঁহক পতান দিয়াৰ দৰে নিৰ্বাচনৰ আগত জনসাধাৰণক দেখুৱাবলৈ পিয়লহে কৰিব দিছে— নিৰ্মাণৰ কোনো সিদ্ধান্ত নাই। ৰেইলৰ দ্বৈত লাইন থাকিলে দ্ৰুত গতিৰ বহু স্থানীয় (আঞ্চলিক) ট্ৰেইনৰ সূচনা কৰিব পৰা গ'লহেঁতেন। অসমৰ জনসাধাৰণে গুৱাহাটী বা ৰাজ্যৰ ইখন ঠাইৰ পৰা আন এখন ঠাইলৈ কম ভাৰাতে অহা-যোৱা কৰিব পাৰিলেহেঁতেন। শাক-পাচলি-ফলমূল কম ভাৰাতে তুৰন্তে চহৰসমূহলৈ আনিব পাৰিলেহেঁতেন। চহৰৰ লোকে সস্তাতে এই সামগ্ৰীসমূহ পালেহেঁতেন, কৃষকেও দাম পোৱাতো সহজ হ'লহেঁতেন। অসমলৈ বিভিন্ন সামগ্ৰী পৰিবহণ এটি ডাঙৰ সমস্যা। ট্ৰেইনত পঠালে বহু দেৰি হয় বাবে অসমৰ পৰা বাহিৰৰ পৰা অহা সামগ্ৰী ট্ৰাকেৰে অনা হয়। প্ৰতি সামগ্ৰীৰে মূল্য বেছি দিব লগা হয় অসমৰ জনসাধাৰণে। সেয়ে মুদ্ৰাস্ফীতি বা মূল্যবৃদ্ধিৰ হাৰ ভাৰতৰ আন ৰাজ্যবোৰৰ তুলনাত অসমত বহু বেছি। তুৰন্তে ৰেইলৰ মালগাড়ী অহা-যোৱাৰ ব্যৱস্থাৰ দৰকাৰ অসমৰ দৰে অনগ্ৰসৰ ঠাইলৈ। চীন দেশত ৰেইলৰ মালগাড়ীৰ অহা-যোৱা কৰা গড়-গতি হ'ল ঘণ্টাত ১২০ কিলোমিটাৰ (Cargo-trains-average speed 120 KM per hour)। অসমৰ হেনো মালগাড়ী যোৱাৰ গতি ঘণ্টাত ১৫-২০ কিলোমিটাৰৰ ভিতৰত। অসম চৰকাৰৰ হিচাপ আছেনে কিমান টন সামগ্ৰী ৰেইলত আহে আৰু কিমান টন সামগ্ৰী ট্ৰাকত আহে। বৃহৎ বৃহৎ ট্ৰাকৰ ট্ৰেন্সপোৰ্ট কোম্পানীবোৰে নিবিচাৰে অসমত ৰেইল লাইনৰ উন্নতি হওক। দেশত মুঠ প্ৰায় ৬৫ হাজাৰ কিলোমিটাৰ ৰেইল লাইনৰ বিপৰীতে অসমত এক লাইনৰ ব্ৰডগজ, মিটাৰ গজ মিলি মুঠ ২৫৭৮ কিলোমিটাৰ ৰেইল লাইন আছে। এক মিটাৰ ৰেইল লাইনো বৈদ্যুতিক কৰা নাই। দুৰ্ভগীয়া অসমবাসীয়ে অধিক ভাৰা দি মটৰ পৰিবহণত অহা-যোৱা কৰিবলৈ বাধ্য হয়।

অসমৰ বিভিন্ন ৰাজনৈতিক দলে দল মত নিৰ্বিশেষে সংসদত দাবী তুলি ধৰিব লাগে বা ধৰ্ণা দিয়া উচিত, অসমৰ চিংগল ৰেইল লাইনক ডাবল লাইনলৈ পৰিবৰ্তন কৰিব লাগে শীঘ্ৰে। একমাত্ৰ এই দাবীটোৱে সঁজোৰে তুলি ধৰিব লাগে কাৰণ দ্বৈত ৰেইল লাইন অবিহনে ৰেইল সেৱা উন্নত কৰাৰ দাবী নিৰৰ্থক। নতুন উচ্চ পৰ্যায়ৰ তৰিৎ গতিৰ ট্ৰেইনৰ সংখ্যা অধিক আদি দাবী কৰি একো লাভ নাই, কাৰণ ৰেইল সেৱা উন্নত কৰাৰ মুখ্য অন্তৰায়টো আঁতৰ কৰিব লাগিব প্ৰথমতে। আমি বিভিন্ন ৰাজনৈতিক দলৰ বিভিন্ন সংগঠনৰ আলোচনা, দাবী শুনিছো ; কিন্তু দল বা সংগঠনে এই দাবীটো এক নম্বৰ আৰু মুখ্য দাবী হিচাবে লোৱা চকুত পৰা নাই। সংসদৰ বিতৰ্কত ৰেইল বাজেটত

অসমৰ প্ৰতি বৈষম্য অসমৰ দাবী উপেক্ষিত বিভিন্ন আলোচনা কৰিছে। ট্ৰেইনৰ সংখ্যা বৃদ্ধিৰ দাবী উঠিছে। আমাৰ জনপ্ৰতিনিধিসকলে ৰেইলৰ সেৱাৰ প্ৰধান সমস্যা বা প্ৰধান অন্তৰায়টো অধ্যয়ন কৰি বুজি ল'ব লাগে। অসমৰ ৰেইল দ্বৈত ৰেইল লাইনলৈ পৰিৱৰ্তনৰ বাবে সংসদত হুলস্থূল হোৱাৰ অতি প্ৰয়োজন। ড° মনমোহন সিং অসমৰ প্ৰতিনিধি, তেখেতে ৰেইল মন্ত্ৰীক নকয় কিয় অসমৰ ৰেইল লাইন দ্বৈত লাইনলৈ পৰিৱৰ্তন কৰিবলৈ। জনসাধাৰণৰ সমুখত ভাষণ দিলে বা সুন্দৰ বাণী শুনালে জনসাধাৰণৰ মনৰ পৰা বিচ্ছিন্নতা (alienation)ৰ ভাব আঁতৰ নহয় ; কাম-কাজৰ দ্বাৰাহে সেই ভাব আঁতৰ কৰি অসমৰ জনসাধাৰণক মূল সুঁতিৰ অবিচ্ছেদ্য অংগ বুলি ভবাৰ পৰিৱেশ সৃষ্টি কৰিব লাগিব। ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো অসমৰ এক কিলোমিটাৰো ৰেইলপথৰো দ্বৈত লাইনলৈ পৰিৱৰ্তন নহ'ল। দেশৰ আন আন ৰাজ্যৰ বেছিভাগ ৰেইলপথ ডবল লাইনলৈ পৰিৱৰ্তন হোৱা কাৰ্যই অসমৰ জনসাধাৰণৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাৰ লগতে বিচ্ছিন্নতা শক্তিৰ বাবে সাৰুৱা পৰিৱেশ সৃষ্টি কৰিছে। ❑❑

*২৫ মাৰ্চ, ২০১১ চন*

# মুদ্ৰাস্ফীতি নিয়ন্ত্ৰণৰ ব্যৱস্থা চৰকাৰে গ্ৰহণ নকৰে

ভাৰতবৰ্ষৰ অৰ্থনীতিৰ বৃহত্তম সমস্যা হৈ পৰিছে মুদ্ৰাস্ফীতি। কেন্দ্ৰীয় চৰকাৰে হাবাথুৰি খাইছে মুদ্ৰাস্ফীতিক লৈ। চৰকাৰৰ মুদ্ৰাস্ফীতি নিয়ন্ত্ৰণৰ সকলো ব্যৱস্থাই ব্যৰ্থ হৈছে। মুদ্ৰাস্ফীতিয়ে চৰকাৰক বুঢ়া আঙুলি দেখুৱাই উচ্চ হাৰলৈ বৃদ্ধি হৈ আছে। কেন্দ্ৰীয় চৰকাৰৰ বিত্তমন্ত্ৰী, ৰিজাৰ্ভ বেংক, পৰিকল্পনা আয়োগ আৰু প্ৰধানমন্ত্ৰীৰ অৰ্থনৈতিক উপদেষ্টা পৰিষদে জনসাধাৰণক আশ্বাস দি আহিছে মুদ্ৰাস্ফীতি হ্ৰাস হ'ব। তেওঁলোকৰ আশ্বাসসমূহ ফুটুকাৰ ফেনত পৰিণত হৈছে।

ৰিজাৰ্ভ বেংকে আকৌ যোৱা ১৭ মাৰ্চৰ দিনা মাণিটাৰী পলিচি পুনৰীক্ষণ কৰি ৰিপোৰেট অৰ্থাৎ ৰিজাৰ্ভ বেংকে বিত্তীয় অনুষ্ঠানসমূহলৈ আগবঢোৱা হ্ৰস্যম্যাদী ঋণৰ সুতৰ হাৰ আৰু ৰিভাৰ্চ ৰিপোৰেট অৰ্থাৎ ৰিজাৰ্ভ বেংকে ঋণ লোৱা সুতৰ হাৰ ২৫ বেছিচ পইণ্ট বৃদ্ধি কৰি ক্ৰমে ৬.৭৫ শতাংশ আৰু ৫ ৭৫ শতাংশ কৰিছে। ৰিজাৰ্ভ বেংকে মুদ্ৰাস্ফীতি বা দ্ৰব্যমূল্য বৃদ্ধিৰ কাৰণ সম্বন্ধে উৱাদিহ পোৱা নাই। যোৱা এবছৰত অৰ্থাৎ যোৱা ২০১০ চনৰ ১ এপ্ৰিলৰ পৰা ৰিজাৰ্ভ বেংকে মুখ্য পলিচিৰ হাৰ ৮ বাৰ সংশোধন কৰি বৃদ্ধি কৰিছে। মুদ্ৰাস্ফীতি হ্ৰাস কৰিবলৈ ৰিজাৰ্ভ বেংকৰ উক্ত ব্যৱস্থাই অকণো প্ৰভাৱ পেলাব পৰা নাই দ্ৰব্যমূল্য হ্ৰাসত। তথাপি ৰিজাৰ্ভ বেংকৰ অৰ্থনীতিৰ তত্ত্ববিদসকলে যুক্তি দৰ্শাইছে যে বজাৰত অত্যাৱশ্যকীয় বস্তুৰ চাহিদা বৃদ্ধি পাইছে যোগান কম অৰ্থাৎ উপভোক্তা বা জনসাধাৰণৰ হাতত বেছি ধন আছে বেছি ক্ৰয় কৰে সেয়ে বিভিন্ন সামগ্ৰীৰ দাম বৃদ্ধি পাইছে গতিকে কিছু পৰিমাণৰ টকা বজাৰত প্ৰচলন বন্ধ কৰি ৰিজাৰ্ভ বেংকৰ চন্দুকত বন্ধ কৰি ৰাখিব পাৰিলে দ্ৰব্যমূল্য হ্ৰাস পাব। আগতেও আঠবাৰ ৰিজাৰ্ভ বেংকে এই ব্যৱস্থা গ্ৰহণ কৰিছিল কিন্তু কোনোবাৰেই এই ব্যৱস্থাৰ ফলত বজাৰত দ্ৰব্যমূল্য হ্ৰাস হোৱা নাই।

ভাৰতৰ জনসাধাৰণৰ সঁচাকৈয়ে ক্ৰয় ক্ষমতা বৃদ্ধি হৈছে নে বা ভাৰতৰ নাগৰিকে বেছি খোৱা খাদ্য কিনি বেছিকৈ খোৱা কৰিছে নেকি? ভাৰতৰ জনসংখ্যা প্ৰায় ১১৭ কোটি। ২০০৯ চনৰ তথ্য অনুযায়ী এই ১১৭ কোটি লোকে জীৱনধাৰণৰ বাবে বছৰি খৰচ কৰে (consumer spending) ৬৬,০০০ কোটি ডলাৰ। ফ্ৰান্সৰ জনসংখ্যা ৬ কোটি ৫৫ লাখ আৰু এই লোকসকলে জীৱনধাৰণ কৰিবলৈ বছৰি খৰচ কৰে ১,৪০,০০০ কোটি ডলাৰ। আমেৰিকা যুক্তৰাষ্ট্ৰৰ জনসংখ্যা ৩০ কোটি ১০ লাখ, এই লোকসকলে জীৱনধাৰণৰ বাবে বছৰি খৰচ কৰে ৯,৯০,০০০ কোটি ডলাৰ। চীন দেশৰ জনসংখ্যা ১৩৩ কোটি ; তেওঁলোকে জীৱনধাৰণৰ বাবে খৰচ কৰে ১,৩০,০০০ কোটি ডলাৰ। উক্ত তথ্যত দেখা যায় যে ফ্ৰান্সৰ মাত্ৰ ৬ কোটি ৫৫ লাখ লোকে জীৱনধাৰমৰ বাবে কৰা

খৰচ (consumer spending) ১,৪০,০০০ কোটি ডলাৰৰ বিপৰীতে ভাৰতৰ ১১৭ কোটি লোকে জীৱনধাৰণৰ বাবে মাত্ৰ ৬৬,০০০ কোটি ডলাৰ (ফ্ৰান্সতকৈও কম) খৰচ কৰে। তাৰোপৰি ভাৰতত গড়ে জনেপ্ৰতি খাদ্যপণ্যত খৰচ হয় বছৰি ১৫৪ কিলোগ্ৰাম, আমেৰিকাত জনেপ্ৰতি বছৰ ৯০০ কিলোগ্ৰাম। উক্ত তথ্যই প্ৰতিফলিত কৰে ভাৰতৰ লোকৰ চাহিদানো কিধৰণে বৃদ্ধি পালে। পৃথিৱীৰ এই উন্নত দেশসমূহৰ তুলনাত ভাৰতৰ লোক অতি দৰিদ্ৰ। তেওঁলোকৰ ক্ৰয় ক্ষমতা তেনেই কম আনকি ভাৰতৰ ১১৭ কোটি লোকৰ ক্ৰয়ক্ষমতা ফ্ৰান্সৰ ৭ কোটি লোকৰ সমান নহয়। ভাৰতবৰ্ষৰ ৮০ শতাংশ লোকৰে ক্ৰয়ক্ষমতা নাই। দেশৰ সকলো লোকে নিম্নতম মানৰ জীৱনধাৰণ কৰিবলৈ হ'লেও আমেৰিকাৰ দৰে দেশৰ ৩০ কোটি লোকে কৰা খৰচ ৯,৯০,০০০ কোটি ডলাৰৰ অৰ্ধেক ৫,০০,০০০ ডলাৰ ভাৰতৰ ১১৭ কোটি লোকৰ বাবে বছৰেকীয়া খৰচ দৰকাৰ হ'লহেঁতেন। ভাৰতৰ খুব বেছি ১০ শতাংশ লোকৰ প্ৰয়োজন অনুসাৰে ক্ৰয়ক্ষমতা আছে। ভাৰতৰ যদি সকলো লোকৰ বা ৫০ শতাংশ লোকে প্ৰয়োজনীয় সকলো সামগ্ৰী কিনিব পৰা ক্ৰয়ক্ষমতা থাকিলহেঁতেন দেশত ৰিজাৰ্ভ বেংকে কিমান নগদ ধন (Liquidity) যোগান ধৰিব লাগিলহেঁতেন।

ভাৰতৰ অৰ্থনীতিৰ আজি অতি প্ৰয়োজন জনসাধাৰণৰ ক্ৰয়ক্ষমতা বঢ়োৱাহে— ক্ৰয়ক্ষমতা হ্ৰাস কৰা অৰ্থনীতি জনবিৰোধী অৰ্থনীতি। ভাৰতৰ সমগ্ৰ জনসাধাৰণৰ দৰিদ্ৰ অৱস্থাৰ অৱসান ঘটাবলৈ তেওঁলোকে আয় কৰিব পৰা সুযোগৰ সৃষ্টি কৰিব লাগে অৰ্থাৎ ভাৰতবৰ্ষৰ অৰ্থনীতিয়ে কৰ্মসংস্থান সৃষ্টি কৰিব লাগে। পুঁজিবাদী অৰ্থনীতিবিদ কিন্সেও তত্ত্ব দিছিল জনসাধাৰণৰ ক্ৰয়ক্ষমতা বৃদ্ধি হ'লে নতুন নতুন কল-কাৰখানাৰ সৃষ্টি হয়, কৃষি খণ্ডই উৎপাদনত উৎসাহ পায় লাখে লাখে কৰ্মসংস্থানৰ সৃষ্টি হয়, অৰ্থনীতিৰ অৱস্থা স্বচ্ছল হয়। ভাৰতৰ অৰ্থনীতিৰ কৰ্মসংস্থান সৃষ্টিকাৰী বিকাশ দৰকাৰ। ৰিপোৰেট বৃদ্ধিৰ প্ৰতিক্ৰিয়া হিচাবে ভাৰতৰ উদ্যোগ-প্ৰতিষ্ঠানৰ শীৰ্ষ সংগঠন CII আৰু Assocham আদিয়ে কৈছে অৰ্থনীতিৰ বিকাশ অৰ্থাৎ উদ্যোগ-প্ৰতিষ্ঠানৰ বিকাশক আঘাত কৰিব, পুঁজি সংগ্ৰহ খৰচী হ'ব। (Assocham said the 25 basis points increase in repo rate and borrowing rates will hit the manufacturing sector which is already witnessing a slowdown due to rising input costs and wages) আৰু Confederation of Indian Industries - CII কৈছে increase will affect 'adversety' growth prospects ইতিমধ্যে উদ্যোগীয উৎপাদনৰ সূচক (HP) উদ্বেগজনকভাৱে হ্ৰাস পাইছে।

আজি ভাৰতত যুৱক-যুৱতীৰ বাবে কৰ্মসংস্থান সৃষ্টিৰ দৰকাৰ। চৰকাৰী তথ্যমতে ২০০৭ চনত ভাৰতৰ নিবনুৱাৰ হাৰ আছিল ৭.৫ শতাংশ। ২০০৯ আৰু ২০১০ চনত নিবনুৱা লোকৰ সংখ্যা দেশত বৃদ্ধি হৈ ১০.৭ শতাংশ হয়। অৰ্থনীতিবিদ ড° মনমোহন সিঙৰ নেতৃত্বত ইউ পি এ চৰকাৰৰ চমকপ্ৰদ অৰ্থনৈতিক বিকাশৰ ফলত জনগণৰ দুখ-দুৰ্দশা বৃদ্ধি পাইছে। ভাৰতৰ জনসাধাৰণৰ দুখ-দুৰ্গতিৰ সূচক (Misery index) ২০০৭ আৰু ২০০৮ চনত আছিল ১৩.৩ বৰ্তমান ২০। দি হাৰভাৰ্ড স্কুল অব পাব্লিক হেল্থ (The Harvard School of Public Health CHSPH) কৈছে যে প্ৰযুক্তি আৰু সেৱাখণ্ডৰ বিকাশৰ বাবেহে ভাৰতৰ অৰ্থনীতিৰ বিকাশ সাধন হৈছে আৰু এই বিকাশে দেশৰ বিশেষ সুবিধাভোগী শ্ৰেণীটোৰহে উপকাৰ কৰিছে কিন্তু অধিকাংশ লোক জড়িত কৃষি খণ্ড আৰু মেণুফেক্চাৰৰ লগত। (Economic growth in India is largely driven by the service and technololy sector, benefiting mostly the 'priceileged sector' of the country However,

majority of the population is engaged in farmig or manufacturing)। কৰ্মসংস্থান সৃষ্টিকাৰী কৃষি, কৃষি আনুষংগিক উদ্যোগ, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ, মেণুফেক্চাৰিং উদ্যোগ আদিৰ বিকাশ হ'লেহে কোটি কোটি লোকৰ কৰ্মসংস্থান সৃষ্টি হ'ব। সেইকাৰণে এইসমূহক অৰ্থনীতিত কৰ্মসংস্থান সৃষ্টিকাৰী (Labour intensive) খণ্ড বুলি আখ্যা দিছে।

ভাৰতৰ অৰ্থনীতিত জনসাধাৰণৰ চাহিদাৰ অতি জৰুৰী অৰ্থনীতিৰ সাৰ্বিক উন্নয়নৰ বাবে। দেশৰ দহ কোটি বিশেষ সুবিধাভোগী লোকে উচ্চ পৰ্যায়ৰ জীৱনধাৰণৰ সুযোগ পোৱা বাবে দেশৰ বজাৰত অকণমান চাহিদা বাঢ়ি পাৰে, সেইকাৰণে কেতিয়াও মুদ্ৰাস্ফীতি হ'ব নোৱাৰে। দেশৰ প্ৰশাসন আৰু চৰকাৰৰ অৰ্থনীতিৰ ক্ষেত্ৰত বিভিন্ন ৰেগুলেচন আৰু মূলতঃ মুক্ত বজাৰ অৰ্থনীতি ব্যৰ্থ হৈছে মুদ্ৰাস্ফীতি নিয়ন্ত্ৰণত আনিবলৈ। মানুহৰ জীৱনধাৰণৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ লাভকল্পী, ভোজবাদী (speculation) ব্যৱসায় বন্ধ নকৰে কিয় চৰকাৰে। বৰ্তমান দেশত বৃহৎ ব্যৱসায়ীসকলে এই স্পেকুলেটিভ বজাৰত ১৫ লাখ কোটি টকা বিনিয়োগ কৰে, দেশৰ বাজেটৰ ধনতকৈ ১.৫ গুণ বেছি। এই টকা ফৰৱাৰ্ড ট্ৰেকিং আৰু কমোডিটি এক্সচেঞ্জ (Forward trading and commodity exchange)ত বিনিয়োগ কৰে। কৰপোৰেট হাউছক ২০০৯-১০ বিত্তীয় বছৰত ৫,০২,২৯৯ টকা কৰ ৰেহাই দিছে আৰু ২০১০-১০ বিত্তীয় বছৰৰ বাজেটত ৫,১১,৬৩০ কোটি টকা কৰ ৰেহাইৰ প্ৰস্তাৱ কৰা হৈছে। বৃহৎ ধনী লোকসকলক কৰ ৰেহাই নিদি এই কৰ আদায় কৰি পেট্ৰ'ল, ডিজেল, গেছ, কেৰাচিন আদিৰ ওপৰত বহুওৱা দুই লাখ কোটি টকাৰ কৰ উঠাই নিদিয়ে কিয়? তেতিয়া পেট্ৰ'ল, ডিজেল, গেছৰ দাম বৰ্তমান দামৰ আদাতকৈও কম হ'ব। ভাৰত চৰকাৰ ইমান শক্তিশালী, কিয় ক'লা বেপাৰী মজুতকাৰীসকলক নিয়ন্ত্ৰণ কৰিব নোৱাৰে, শাস্তি দিব নোৱাৰে? ভাৰতৰ কৃষি খণ্ডৰ কিয় উন্নতি কৰিব নোৱাৰে? কৃষি খণ্ডত ৰাজহুৱা বিনিয়োগ কিয় হ্ৰাস কৰিছে? সেউজ বিপ্লৱৰ গুৰু ড° এম এছ স্বামীনাথন কেন্দ্ৰীয় চৰকাৰৰ কৃষিৰ প্ৰতি অৱহেলাত হতাশ হৈ যোৱা ১২ মাৰ্চত সাংবাদিক শ্ৰীলতা মেননৰ সাক্ষাৎকাৰত কৈছে, "উচ্চ অৰ্থনৈতিক বিকাশে খাদ্য-সামগ্ৰীৰ পৰ্যাপ্ততা বা কৃষকৰ জয়জয়-ময়ময় অৱস্থাৰ কথা প্ৰতিফলিত নকৰে। মুঠ ঘৰুৱা উৎপাদন বৃদ্ধি হৈছে কিন্তু ঘৰুৱা উৎপাদনত কৃষিৰ অৰিহণা হ্ৰাস পাই আছে। (High economic growth reflects neither in food intake nor in the prosperity of farmers the GDP may be growing but the contribution of Agriculture to GDP is going down) তেখেতে আৰু কৈছে ৭০ দশকত দেশত সেউজ বিপ্লৱ আৰু দেশক খাদ্য নিৰ্ভৰশীল কৰাৰ বাবে ৰাজনৈতিক সমৰ্থন আৰু দৃঢ়সংকল্পতা (determination) আছিল। বৰ্তমান সেইসকলোবোৰ শেষ (Now all that is gone)। গতিকে ৰিপোৰেট বৃদ্ধি কৰি চাহিদা হ্ৰাস কৰি দ্ৰব্য মূল্যবৃদ্ধি বা মুদ্ৰাস্ফীতি বন্ধ কৰা নাযায়। প্ৰয়োজন চৰকাৰৰ সদিচ্ছা অৰ্থনৈতিক নীতিৰ পৰিবৰ্তন, জনসাধাৰণ স্বাৰ্থপন্থী অৰ্থনৈতিক নীতি গ্ৰহণৰ। ❑❑

*১ এপ্ৰিল, ২০১১ চন*

# জনগণে কোন দলক নিৰ্বাচিত কৰিব

ত্ৰয়োদশ অসম বিধানসভাৰ নিৰ্বাচন উপলক্ষে সকলো ৰাজনৈতিক দলে ইস্তাহাৰ প্ৰকাশ কৰিছে। ৰাজ্যৰ জনসাধাৰণক জুৰুলা কৰা আৰু তেওঁলোকৰ জীৱন-ধাৰণৰ প্ৰতি সৰ্বনাশ কঢ়িয়াই অনা এশ এবুৰি সমস্যাৰ বাস্তৱ সমাধান তথা অসমৰ ঐক্য, শান্তি-সম্প্ৰীতিৰ লগতে সৰ্বাংগীণ বিকাশ আৰু উন্নয়ন সুনিশ্চিত কৰাৰ স্বাৰ্থত এই নিৰ্বাচনৰ গুৰুত্ব অপৰিসীম। অসমত ১৯৫২ চনৰ পৰা ৰাজ্য চৰকাৰ গঠনৰ বাবে নিৰ্বাচন অনুষ্ঠিত হৈ আছে আৰু বিশেষকৈ ৰাজ্যত কংগ্ৰেছ দলেই শাসনৰ গাদী দখল কৰিবলৈ সমৰ্থ হৈছে। দেশৰ বিভিন্ন ৰাজ্যত জনসাধাৰণৰ জীৱন-ধাৰণৰ সমস্যাসমূহৰ সমাধানৰ পথত আগবাঢ়ি নতুন নতুন সুযোগৰ সৃষ্টি কৰিব পাৰিছে। অসম ভাৰতৰ ৰাজ্যসমূহৰ ভিতৰত ব্যতিক্ৰম। দিনে দিনে অসমত নাগৰিকসকলৰ জীৱন-ধাৰণৰ সমস্যা জটিলৰ পৰা আৰু বেছি জটিল হৈছে।

অসমৰ অৰ্থনীতি কৃষিভিত্তিক, ৰাজ্যৰ ৮৫ শতাংশ লোক কৃষি অৰ্থনীতিৰ ওপৰত নিৰ্ভৰশীল। ৰাজ্যত কৃষি খণ্ডৰ উন্নয়ন নোহোৱা বাবে ৰাজ্যৰ দুখীয়া জনসাধাৰণ মাটি, বাসগৃহ, খাদ্য, শিক্ষা, স্বাস্থ্য, কৰ্মসংস্থানৰ নিশ্চয়তাৰ পৰা বঞ্চিত হৈ থাকিল। ৰাজ্যৰ জনসাধাৰণৰ মৌলিক সমস্যাৰ সমাধানৰ প্ৰয়োজন— দুখীয়া জনগণক কম্বল এখন দি, সুতা কেইমুঠিমান দি, এখন চাইকেল দি বা কোনো ছাত্ৰক এটি কম্পিউটাৰ দি জনসাধাৰণৰ পৰা ভোট লোৱা যাব পাৰে, কিন্তু মৌলিক সমস্যাৰ সমাধান নহ'ব। মৌলিক সমস্যাৰ সমাধান হ'ব যদিহে চৰকাৰৰ শাসনে, চৰকাৰ অৰ্থনীতিয়ে সকলো নাগৰিকৰে যিকোনো কাম কৰি আয় কৰাৰ সুযোগৰ পৰিৱেশ সৃষ্টি কৰিব পাৰে। ৰাজ্যৰ নাগৰিকসকলে নিজৰ ভৰিৰ ওপৰত থিয় হৈ কাম কৰি উপাৰ্জন কৰিব পাৰিলে জীৱন-ধাৰণৰ বাবে ন্যূনতম প্ৰয়োজনীয়খিনি যোগাৰ কৰিব পাৰিব।

কংগ্ৰেছ দলে এইবাৰ নিৰ্বাচনী ইস্তাহাৰত ৪৭ দফীয়া উন্নয়নৰ আঁচনি সন্নিবিষ্ট কৰিছে। আগৰ নিৰ্বাচনসমূহতো বহুদফীয়া বিভিন্ন উন্নয়নৰ আঁচনি সন্নিবিষ্ট কৰিছিল। সেইবোৰ কাৰ্যকৰী হৈছেনে? জনসাধাৰণে কি সুফল পাইছে বাৰু সেইসমূহ কাৰ্যকৰী হোৱাত! ইস্তাহাৰত ঘোষণা কৰিছে কংগ্ৰেছ দলে শাসনৰ গাদীলৈ পুনৰ আহিব পাৰিলে অৰ্থনৈতিক উন্নয়নৰ বিকাশ ১০ শতাংশ হ'ব। অসমৰ ডাঙৰ সমস্যা অৰ্থনৈতিক বিকাশৰ হাৰ বৃদ্ধিতকৈ যিখিনি বিকাশ হৈছে, সেই বিকাশে ৰাজ্যৰ গৰিষ্ঠসংখ্যক লোক বা ৮০ শতাংশ লোকক স্পৰ্শ কৰিব পাৰিছেনে? ৰাষ্ট্ৰীয় পৰ্যায়তে ডঃ অৰ্জুন সেনগুপ্ত কমিটিয়ে কৈছে যে ৭৭ শতাংশ লোকক দেশৰ অৰ্থনৈতিক বিকাশে স্পৰ্শ কৰিব পৰা নাই। অসমৰ চৰকাৰী আঁচনিসমূহ যথাযথভাৱে কাৰ্যকৰী নকৰি অধিকাংশ ধন লুট কৰোঁতাসকলৰ হাতত শ বা হাজাৰ কোটি টকা জমা হয় আৰু ৰাজ্যৰ ৫ শতাংশ লোকৰ এই লুট কৰা বহু হাজাৰ কোটি টকা ৰাজ্যৰ

অৰ্থনীতিলৈ আনিলে ৰাজ্যৰ মুঠ অৰ্থনীতিৰ আকাৰ বৃদ্ধি হৈ মুঠ ঘৰুৱা উৎপাদনৰ বিকাশৰ হাৰ হয়তো বাঢ়িব পাৰে। এই বিকাশৰ হাৰ বৃদ্ধিৰ পৰা ৰাজ্যৰ ৮০ শতাংশ লোকৰ অকনো লাভ নহয়— এই বিকাশ গড় বিকাশহে, অৰ্থাৎ দহজন লোকৰ প্ৰত্যেকে ২ কোটি হাৰত অৰ্থনৈতিক কৰ্মকাণ্ড কৰিছে আৰু ১০ জন দুখীয়া লোকে গড়ে ১০০০ টকাৰ বছৰি ক্ৰিয়াকাণ্ড কৰিছে, এই বিশজন লোকৰ ক্ষেত্ৰত মুঠ ঘৰুৱা উৎপাদন হিচাপ কৰিলে গড়ে প্ৰত্যেকজনৰ জি ডি পিৰ পৰিমাণ হয় এক কোটি পাঁচশ টকা ; অৰ্থাৎ বছৰে ১০০০ টকা খৰচ কৰাজনৰো ভাগত পৰে ১ কোটি পাঁচশ টকা। সেয়ে মুঠ ঘৰুৱা উৎপাদনৰ হাৰ বৃদ্ধি অৰ্থাৎ অৰ্থনীতিৰ বিকাশ হ'লেই দুখীয়াসকল লাভান্বিত নহয়। দুখীয়াসকলক লাভান্বিত কৰিবলৈ বিশেষ নীতিৰ প্ৰয়োজন।

অসমত অৰ্থনৈতিক উন্নয়নৰ, জনসাধাৰণৰ দুখ-দুৰ্দশা মোচনৰ অন্যতম প্ৰধান অন্তৰায় দুৰ্নীতি, ভ্ৰষ্টাচাৰ, অপশাসন। কংগ্ৰেছ দলে এই বিষয়ত নিশ্চয়তা দিব পাৰেনে যে কংগ্ৰেছ দলে আকৌ শাসনৰ গাদী পালে দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ অৱসান হ'ব। গগৈ ডাঙৰীয়াই সাহসেৰে বুকুত হাত থৈ ক'ব পাৰেনে যে দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ অৱসান হ'ব। অলপ বুধিয়ক লোকে বুজি পায় মন্ত্ৰীসকলক, ৰাজনৈতিক নেতাসকলক, সাংগোপাংগসকলৰ লক্ষ্মী গোঁসানীয়ে টকা দি নাযায় চৰকাৰী ধনেই লুট কৰে। নিৰ্বাচনৰ মনোয়ন-পত্ৰ দাখিল কৰিবলৈ অহাৰ দিনাই যদি ২০ হাজাৰ লোক লগত লৈ আহি নিৰ্বাচনৰ মুঠ খৰচৰ নিৰিখ ১৬ লাখ টকা এদিনতে খৰচ কৰাৰ বাহাদুৰি দেখুৱাব পাৰে সচেতন লোকসকলে বুজি পায় মন্ত্ৰীসকলে কেনেকৈ টকা ঘটে। নিৰ্বাচন আয়োগে হয়তো প্ৰমাণ কৰিব নোৱাৰিব কিমান ধন খৰচ হৈছে ২০ হাজাৰ লোকৰ সমাৱেশ কৰিবলৈ ; কিন্তু জনসাধাৰণে বুজি পায় কিমান টকা খৰচ হৈছে। সি যিয়েই নহওক বৃহৎ পুঁজিপতি হ'ব খোজাসকলক ৰাজ্যৰ শাসনৰ গাদী যিকোনো উপায়ে লাগেই।

অসমৰ কৃষিখণ্ডৰ কেতিয়াকৈ উন্নতি হ'ব? বানপানী, গৰাখহনীয়া সমস্যাৰ কেতিয়াকৈ সমাধান হ'ব? অসমৰ এই দুই সমস্যাৰ সমাধান অবিহনে কৃষিৰ উন্নতি অসম্ভৱ। বানপানী, গৰাখহনীয়া সমস্যা সমাধানৰ নামত আগৰ সময়ছোৱাত গ্ৰহণ কৰা সাময়িক ব্যৱস্থা আৰু সাহায্য প্ৰদানেৰে চৰকাৰৰ ৰাজহৰ বুজন অংশ ধনৰ ব্যয় কৰাৰ মাজেদি ৰাজনৈতিক আৰু আমোলাতন্ত্ৰৰ দুষ্ট চক্ৰৰ ধন ঘটাৰ উৎস হিচাবেই ৰাখিব নেকি? বানপানীৰ সমস্যা থাকিলে অসমত এই দুষ্ট চক্ৰটো অতি সুখী হয়। প্ৰচুৰ ধন ঘটাৰ এটি ডাঙৰ উৎস বানপানী, গৰাখহনীয়া তেওঁলোকৰ বাবে। ক্ষুদ্ৰ জলসিঞ্চনৰ আঁচনিসমূহৰ কাম কাৰ্যকৰী নকৰি বিলৰ টকা আদায় লৈ ক'ব পাৰে বানপানীয়ে নষ্ট কৰি পেলালে। বিৰোধী দল নহয়, স্বয়ং যোজনা আয়োগে কৈছে অসমত সৃষ্টি কৰা জলসিঞ্চনৰ ৭৫ শতাংশৰে অস্তিত্ব নাই। অসমত বানপানী, গৰাখহনীয়াৰ স্থায়ী সমাধানৰ দৰকাৰ নাই, সমস্যাটো জীয়াই থাকক। সমস্যাটোৰ সমাধান হ'লে অসমৰ জনসাধাৰণৰ দুখ-দুৰ্দশা আঁতৰ হ'ব ; কিন্তু দুষ্ট চক্ৰটোৰ ধন ঘটা বৃহৎ উৎসটো বন্ধ হ'ব। ৰাজ্যৰ ৰাজনৈতিক আৰু আমোলাতন্ত্ৰৰ দুষ্ট চক্ৰটো বৃহৎ পুঁজিপতিলৈ উন্নীত হ'বলৈ বান-গৰাখহনীয়াৰ সমস্যা জীয়াই থাকিবই লাগিব।

কংগ্ৰেছ দলৰ নিৰ্বাচনী ইস্তাহাৰত আশ্বাস দিছে ৯ লাখ যুৱক-যুৱতীক প্ৰতি বছৰে কৰ্মসংস্থাপন দিব। যোৱা দহ বছৰতো কংগ্ৰেছ দলৰ শাসনৰ সময়ত বহু লাখ লোকক কৰ্মসংস্থান দিছে হেনো ঘোষণা কৰিছে গগৈদেৱে। কিন্তু কেন্দ্ৰৰ শ্ৰম বিভাগ আৰু যোজনা আয়োগে অসমৰ কংগ্ৰেছ চৰকাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰত লাগিছে— এই দুই সংস্থা বিৰোধী দলসমূহৰ লগ লাগিছে। কেন্দ্ৰৰ শ্ৰম বিভাগে কৈছে "While the number of job seekers accross the country has come down from 28.83 million in

1998 to 26.96 million in 2008, in Assam it has increased from 1.06 million in 1998 to 1.48 million in 2008. The percentage of shure in the total number of job seekers has shot up from 71 % to 73.4 % between 1998 to 2008. (2/2/11 - the times of India)"।

আৰু যোজনা আয়োগে প্ৰতিবেদনত প্ৰকাশ কৰিছে ২০০১ চনত অসমত মুঠ কৰ্মসংস্থান আছিল ১১,৩০,৯৫১টা আৰু ৰাজ্য চৰকাৰৰ অভিনৱ উন্নয়নৰ ফলত কৰ্মসংস্থানৰ পৰিমাণ হ্ৰাস হৈ ২০০৮ চনত ৰাজ্যত মুঠ কৰ্মসংস্থানৰ পৰিমাণ হৈছে ১০,৮১,৮৬৯। ইয়াৰ ভিতৰত ২০০১ চনত মুঠ কৰ্মসংস্থানৰ ৬,০৫,০১৩টা হ'ল ব্যক্তিগত খণ্ডৰ আৰু ৫,২৫,৯৩৮ গৰাকী হ'ল ৰাজহুৱা খণ্ডৰ ২০০৮ চনত ব্যক্তিগত খণ্ডৰ ৫,৫৪,৫৮৯ গৰাকী আৰু ৰাজহুৱা খণ্ডৰ ৫,২৭,২৮০ গৰাকী। অসমত কৰ্মসংস্থান সৃষ্টি নোহোৱা কাৰ্যই প্ৰতিফলিত কৰে ৰাজ্যৰ অৰ্থনীতিৰ কোনো খণ্ডৰে উন্নয়ন নোহোৱাৰ কথা। ৰাজ্যৰ কৃষি খণ্ড, কৃষি আনুষঙ্গিক উদ্যোগ খণ্ড, ক্ষুদ্ৰ আৰু মজলীয়া উদ্যোগ খণ্ড, বৃহৎ উদ্যোগ আদি কৰ্মসংস্থান সৃষ্টিকাৰী খণ্ডসমূহৰ নিশ্চয় অকণো বিকাশ হোৱা নাই। যি কাৰণে ব্যক্তিগত খণ্ডত কৰ্মসংস্থান হ্ৰাস পাইছে। চৰকাৰৰ কৃতিত্ব হ'ল ৰাজ্যখনত ৮ বছৰত চৰকাৰী কৰ্মসংস্থান বৃদ্ধি হৈছে ১,৩৪২। অসমৰ ভোটদাতাই যদিহে আকৌ এবাৰ কংগ্ৰেছ দলক বা গঁগৈ চৰকাৰক শাসনৰ গাদীত বহুৱাব পাৰে মাত্ৰ ৮ বছৰত ১,৩৪২ জনক নহয়, তেওঁলোকৰ মেজিকেৰে অহা পাঁচ বছৰত ৯ লাখ লোকক প্ৰতি বছৰে কৰ্মসংস্থাপন দিব। অসমৰ জনসাধাৰণে অসমত নিবনুৱাৰ মুখ নেদেখে, কাৰণ ৫ বছৰীয়া শাসনকালত ৪৫ লাখ লোকক কৰ্মসংস্থাপন দিব। অসমত ৪৫ লাখ নিবনুৱা নাই। বাহিৰৰ ৰাজ্যৰ পৰা যুৱক-যুৱতীসকলক মাতি আনি চাকৰি দিব পাৰিব অসমত। অসমৰ ল'ৰা ছোৱালী এতিয়াৰ পৰা চাকৰিৰ বাবে দিল্লী, মুম্বাই, পুনে, বাংগালোৰ, হায়দৰাবাদ, চেন্নাইলৈ যাব নালাগে। মাক-বাপেকে তেওঁলোকৰ ল'ৰা-ছোৱালী লগতে ৰাখিব লাগিব। গতিকে কংগ্ৰেছ দলক বা গঁগৈ চৰকাৰক ভোট দিয়া উচিত।

অসমীয়া যুৱক-যুৱতীয়ে দিল্লী, মুম্বাইত থাকি অহেতুক অসম চৰকাৰৰ বদনাম গায়। অসমৰ এই অসম চৰকাৰ বিৰোধী যুৱক-যুৱতীসকলে নৰ্থ ইষ্ট চাপৰ্ট চেণ্টাৰ আৰু হেল্প লাইন (North East Support Centre and Helpline) নামৰ সংগঠন খুলি যোৱা ৮ মাৰ্চত এক প্ৰতিবেদন প্ৰকাশ কৰি কৈছে অসমত উপযুক্ত শিক্ষা আৰু চাকৰিৰ সুবিধা নাই কাৰণে যোৱা ৬ বছৰত ৪.১৫ লাখ যুৱক-যুৱতীয়ে উত্তৰ পূৰ্বাঞ্চলৰ পৰা ভাৰতৰ বিভিন্ন ডাঙৰ চহৰলৈ প্ৰব্ৰজন কৰিছে। অকল দিল্লী চহৰলৈয়ে দুই লাখ গৈছে (The main push factor leading to migration from North-East is lack of educational facilities with limited choice courses, followed by lack of employment opportunities in the region) আৰু এই সংগঠনটোৱে কৈছে বাহিৰলৈ যোৱা লোকসকলৰ ৫ শতাংশহে নিজৰ ৰাজ্যলৈ ঘূৰি আহে আৰু অঞ্চলটোৱে ব্ৰেইন ড্ৰেইন (Brain-drain) সমস্যাৰ সন্মুখীন হয়। অসমৰ চমকপ্ৰদ উন্নয়নৰ ফলত মগজু থকা লোকসকল অনাঅসমীয়া হৈ যাব। অসমত খিলঞ্জীয়া লোকৰ সংখ্যাও কমিব। অসমৰ জাতীয়তাবাদী সংগঠনসমূহে শ্লোগান দিব পাৰিব অসমৰ কংগ্ৰেছ চৰকাৰ জিন্দাবাদ।

ইস্তাহাৰত কৈছে এইবাৰ কংগ্ৰেছ চৰকাৰ ক্ষমতালৈ আহিলে শিক্ষা ব্যৱস্থাৰ ব্যাপক সংস্কাৰ সাধন কৰি অসমক শিক্ষাৰ ক্ষেত্ৰত দেশৰ অন্যান্য আগশাৰীৰ ৰাজ্যসমূহৰ সমপৰ্যায়লৈ উন্নীত কৰিব। যোৱা দহ বছৰে সময় পোৱা নাই, গতিকে অহা পাঁচ বছৰ অসমত শিক্ষাৰ সুবিধা দিল্লী, কৰ্ণাটক, তামিলনাড়ু, মহাৰাষ্ট্ৰৰ সমপৰ্যায় পাব। অসমৰ ল'ৰা-ছোৱালী আৰু শিক্ষা গ্ৰহণৰ বাবে অসমৰ বাহিৰলৈ যাব নালাগে। যোৱা দহ বছৰত ভেঞ্চাৰ স্কুল ৰাজ্যত ৩৮,৯৩৮ খন থাকি গ'ল চৰকাৰী হ'বলৈ। অহা পাঁচ বছৰত

সকলো হ'ব। শিক্ষা মানে নিশ্চয় লিখিব-পঢ়িব পাৰিব লাগিব। কিন্তু বৰ্তমানে নব্য-উদাৰ অৰ্থনীতিৰ কৰ্মসংস্থান উপযোগী শিক্ষাৰ ক্ষেত্ৰত অসম চৰকাৰে কিবা ব্যৱস্থা গ্ৰহণ কৰিলেনে বা তেওঁলোকৰ এই বিষয়ত চিন্তা আছেনে? বৰ্তমানৰ অৰ্থনীতিত জীৱন-নিৰ্বাহ কৰিবলৈ হ'লে কৰ্মসংস্থানযোগ্য, ইংৰাজীত কোৱা হয় Employable Education-ৰ দৰকাৰ। অসমৰ ল'ৰা-ছোৱালী বাহিৰলৈ যায় employable শিক্ষা গ্ৰহণৰ বাবে। অসমৰ ল'ৰা এজন মেকানিক হ'বলৈও শিক্ষাৰ যথেষ্ট সুবিধা আছেনে? অসমত ২১৮টা ব্লকৰ ভিতৰত ২০০টা ব্লকতে উদ্যোগীয় প্ৰশিক্ষণ কেন্দ্ৰ নাই (Industrial Training Centre)।

অসমত স্বাস্থ্য খণ্ডৰ ইতিমধ্যে উন্নতি কৰিছে। অহা পাঁচ বছৰত আৰু উন্নতি হ'ব বুলি কৈছে ইস্তাহাৰত; কিন্তু সমীক্ষা মতে দেশৰ প্ৰতি লাখ প্ৰসূতি মাতৃৰ ভিতৰত ৩৮২ গৰাকীৰ মৃত্যুৰ বিপৰীতে অসমত মৃত্যু হয় ৫৫০ গৰাকীৰ। অসমত অৱশ্যে কাঠফুলাৰ দৰে ব্যক্তিগত চিকিৎসালয়ৰ মুকলি হৈছে। ধন থাকিলে চিকিৎসাৰ অভাৱ নাই। বহু উদ্যোগ স্থাপনৰ কথা কৈছে। বহু কোটি বিনিয়োগ হ'ব উদ্যোগ খোলাৰ বাবে। প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিং অসমৰ প্ৰতিনিধি। তেখেতে অসমক অতি ভাল পায়। সেয়ে অসমৰ বাবে বিশেষ উদ্যোগ নীতি গ্ৰহণ কৰিছে। বহু ৰাজ-সাহায্য, কৰ ৰেহাইৰ ব্যৱস্থা কৰিছে। ভাৰতৰ উদ্যোগসমূহৰ সংগঠন Assochamৰ তথ্য মতে অসমত মুঠ ৫২,৯৫২ কোটি টকাৰ বিনিয়োগ হৈছে যোৱা বছৰত। দেশৰ বিভিন্ন ৰাজ্যত মুঠ ১০৪.৯৩ লাখ কোটি টকাৰ বিনিয়োগ হৈছিল। অসমত মুঠ বিনিয়োগৰ এক শতাংশও নহয়; ০.৫ শতাংশহে। অসমৰ বাবে সকলো মেজিক। দহ বছৰত উদ্যোগ খণ্ডৰ অলপো উন্নতি নহ'ল, নিশ্চয় অহা পাঁচ বছৰত হ'ব।

ভাৰতবৰ্ষত নব্য-উদাৰ অৰ্থনীতি ৰূপায়ণৰ কাম দ্ৰুত গতিত চলিছে। যোৱা বাজেটতো বহু কাৰ্যসূচী আছিল অৰ্থনৈতিক সংস্কাৰৰ। এন ডি এ চৰকাৰৰ দিনতো অসমৰ প্ৰতি অকণো চকু নিদিলে কেন্দ্ৰই। বৰ্তমানো বিজেপি দলৰ নব্য-উদাৰবাদী অৰ্থনীতিত দৃঢ় বিশ্বাস হিন্দুত্ববাদী চৰকাৰ এখনে অসমৰ তথা অসমৰ জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত পেলাব নোৱাৰে। আৰ্থিকভাৱে অতি অনগ্ৰসৰ আৰু পশ্চাদপদ অসমৰ প্ৰতি বিভিন্ন কেন্দ্ৰীয় চৰকাৰে স্বাধীনতাৰ উত্তৰ কালৰে পৰা চলাই অহা বৈষম্য, অবিচাৰ, অন্যায় আৰু প্ৰতাৰণাৰ অন্ত পেলাই অঞ্চলটোৰ উন্নয়ন ত্বৰান্বিত কৰি জনসাধাৰণৰ দীৰ্ঘদিনীয়া দুখ-দুৰ্দশাৰ অৱসান ঘটাবলৈ নিকা, জনগণৰ প্ৰতি দায়বদ্ধ সংকল্পবদ্ধ সুপ্ৰশাসন (Good Governance)ৰ চৰকাৰ এখন অসমৰ জনসাধাৰণে নিৰ্বাচিত কৰিব পাৰিবনে? ভাৰতবৰ্ষৰ ৰাজনীতিত যোৱা ৬৩ বছৰে প্ৰমাণিত হৈছে যে বাওঁপন্থী দলৰ বাহিৰে কোনো দলেই জনসাধাৰণৰ দুখ-দুৰ্দশা আঁতৰ কৰাৰ লক্ষ্যৰ প্ৰতি নিষ্ঠাবান নহয়। একমাত্ৰ বাওঁপন্থী দলসমূহেহে জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অৱসান ঘটাই ৰাজ্যখনক উন্নতিৰ পথলৈ আগবঢ়াই নিব পাৰিব। ☐☐

*৮ এপ্ৰিল, ২০১১ চন*

# গণতন্ত্ৰত কিনা-বেচা আৰু কিমান দিনলৈ চলিব

অসম বিধানসভাৰ নিৰ্বাচনৰ পটভূমিত মানৱতাবাদী বিখ্যাত বিজ্ঞানী আইনষ্টেইনে ১৯৪৯ চনতে কোৱা এফাকি কথালৈ মনত পৰে "This is tru since the members of legislative bodies are selected by political parties, largely financal or otherwise influenced by private capitalists who, for all practical purposes, separate the electorate from the legislature. The consequence is that the representatives of the people donot in fact sufficiently protect the interests of the underprivileged sections of the population. Moreover, under existing conditions, private capitalists inevitably control, directly or indirectly, the main sources of information (press, radio, education). It is thus extremely difficult, and indeed in most cases quite imposible, for the individual citizen to come to objective conclusions and to make intelligent use of his political rights."।

ভাৰতৰ আন কেইখনমান ৰাজ্যৰ লগতে অসমতো বিধানসভাৰ নিৰ্বাচন অনুষ্ঠিত হৈছে। বহু ৰাষ্ট্ৰীয় তথা আঞ্চলিক দল নিৰ্বাচনত অৱতীৰ্ণ হৈছে। শাসক দল তথা নব্য-উদাৰ অৰ্থনীতিৰ আদৰ্শৰ দলসমূহ পাগল হৈ গৈছে ৰাজপাটৰ বাবে যেনিবা এই দলসমূহে নিৰ্বাচিত হৈ চৰকাৰ গঠন কৰিব নোৱাৰিলে বা শাসনৰ গাদী নাপালে ৰাজ্যখন ৰসাতলে যাব, জনসাধাৰণৰ সৰ্বনাশ হ'ব। নিৰ্বাচনৰ প্ৰচাৰ অভিযানসমূহলৈ লক্ষ্য কৰিলে প্ৰতিফলিত হয় যে জনসাধাৰণৰ কল্যাণ তথা সুপ্ৰশাসনৰ চৰকাৰ এখন গঠনতকৈ এই দলসমূহৰ আৰু তেওঁলোকৰ লবিটোৰ স্বাৰ্থৰ বাবেহে ৰাজপাট যিকোনো উপায়ে লাগে। নিৰ্বাচনটোত ধনে ডাঙৰ ভূমিকা পালন কৰিলে তাত সন্দেহ নাই। সমাজত জনৰব আছে যে দলৰ টিকট পাবলৈ এক কোটি বা তাতোকৈ অধিক টকা খৰচ কৰি অৰ্থাৎ টিকত দিব পৰা দলৰ ক্ষমতাশালী উৰ্ধ্বতন কৰ্তৃপক্ষক টকা দিহে দলৰ প্ৰাৰ্থিত্ব পাব পাৰে। যদিও নিৰ্বাচন কমিচনৰ আইনমতে ১৬ লাখ টকাৰ বেছি নিৰ্বাচনত খৰচ কৰিব নোৱাৰে গোপনীয়তাৰে ধন বিতৰণ কৰিলে নিৰ্বাচন কমিচনৰ প্ৰতিনিধিয়ে গম পোৱা সহজ নহয়। নিৰ্বাচনত জয়ী হ'বলৈ এই প্ৰাৰ্থীসকলে বহু কোটি টকা বিনিয়োগ কৰে কাৰ স্বাৰ্থত? নিৰ্বাচনটো এওঁলোকৰ বাবে ব্যৱসায়ত পৰিণত হোৱা নাইনে? ব্যৱসায়ত যেনেকৈ ধন বিনিয়োগ কৰে লাভৰ বাবে নিৰ্বাচনী বাণিজ্যটো বহুকোটি টকা লগ্নী কৰিছে অধিক পৰিমাণৰ লাভৰ বাবে। মহান বিজ্ঞানী আইনষ্টেইনে ১৯৪৯ চনতে প্ৰত্যক্ষ কৰিছিল যে বহু প্ৰচাৰিত তথা প্ৰশংসিত গণতন্ত্ৰ প্ৰকৃততে জনসাধাৰণৰ কাৰণে গণতন্ত্ৰ নহয় পুঁজিপতিসকলে ধনেৰে এই গণতন্ত্ৰ কিনিব পাৰে আৰু এওঁলোকে অৱহেলিত, সুবিধাৰ পৰা বঞ্চিত শ্ৰেণীৰ লোকসকলক ৰক্ষা নকৰে। তদুপৰি প্ৰশাসন তথা তথ্য প্ৰচাৰৰ সকলো আহিলা এই পুঁজিপতিৰ প্ৰতিনিধিসকলৰ দখলত থকা বাবে নাগৰিকসকলে ৰাজনৈতিক অধিকাৰ প্ৰকৃতাৰ্থত সাব্যস্ত কৰা অসম্ভৱ হৈ পৰে।

আমাৰ দেশৰ গণতন্ত্ৰক লৈ সকলোৱে অতি গৌৰৱ কৰে, বিশেষকৈ পুঁজিপতিসকলে শাসনৰ গাদীত থকা লোকসকলে, পুঁজিপতি অৰ্থনীতিৰ সমৰ্থক তত্ত্ববিদ, বুদ্ধিজীৱীসকলে পুঁজিবাদী সমাজ ব্যৱস্থা জীয়াই ৰাখিবলৈ আমাৰ দেশৰ বৰ্তমানৰ গণতন্ত্ৰক ভূয়সী প্ৰশংসা কৰে। বিশ্বৰ বৃহত্তম গণতান্ত্ৰিক দেশ ভাৰত। চীন দেশ যদিও পৃথিৱীৰ অধিকতম জনসংখ্যাৰ দেশ এওঁলোকৰ মতে চীনত জনসাধাৰণৰ গণতন্ত্ৰ নাই। আমাৰ দেশত গণতন্ত্ৰই পুঁজিপতিসকলক লুট কৰোঁতাসকলক অবাধ স্বাধীনতাৰ বাবে নিশ্চিত কৰিছে জনসাধাৰণক শোষণ আৰু লুণ্ঠন কৰিবলৈ। জনসাধাৰণে ভোট দিয়াৰ অধিকাৰ পায় ইয়াৰ পাছত তেওঁলোকৰ কোনো অধিকাৰ নাই— জীয়াই থকাৰ অধিকাৰ নাই, খাদ্য, চিকিৎসা, শিক্ষা, আশ্ৰয়, কৰ্মসংস্থান আদি একোৰে অধিকাৰ নাই। সমাজৰ পুঁজিপতিসকলৰ শাসন কৰোঁতাসকলৰ, উচ্চ শ্ৰেণীৰ লোকসকলৰ সকলো অধিকাৰ আছে।

আমাৰ ৰাজ্যলৈ হেনো পৰিকল্পনা আয়োগৰ পৰা বৰ্তমানৰ চৰকাৰে অনেক ধন, ৫৭ হাজাৰ কোটি টকা আনিবলৈ সমৰ্থ হৈছে। আগৰ চৰকাৰে দহ হাজাৰ কোটিহে আনিব পাৰিছিল। বেছি ধন ৰাজ্যলৈ আহিলে যদিহে জনসাধাৰণ উপকৃত হয়, ৰাজ্যখনৰ উন্নয়ন হয়, অতি ভাল কথা কিন্তু জনগণৰ অভিজ্ঞতা কি? বেছি ধন আহিলে অধিক পৰিমাণৰ ধন আত্মসাতৰ সুযোগ হ'ব। ইয়াতে জনসাধাৰণৰ কি লাভ হ'ব? সমাজৰ ৫ বা ১০ শতাংশ আৰু বেছি ধনী হ'ব; দুখীয়া দুখীয়াই হৈ থাকিব। ৰাজ্যখনৰ জনসাধাৰণৰ গণতান্ত্ৰিক অধিকাৰ, দুৰ্নীতিৰ সংস্কৃতিৰ অধিকাৰলৈ গ্ৰহণযোগ্যভাৱে পৰিৱৰ্তন কৰিবলৈ সমৰ্থ হৈছে বৰ্তমানৰ শাসক গোষ্ঠী। নাগৰিক এজনৰ চাকৰি পোৱাৰ অধিকাৰ আছে। কিন্তু ধন দিব লাগিব, ৰেচন কাৰ্ড পোৱাৰ অধিকাৰ আছে, কিন্তু ৰেচন কাৰ্ড পাবলৈ ধন দিব লাগিব, ঠিকাদাৰে ঠিকা পোৱাৰ অধিকাৰ আছে। কিন্তু ধন দিব লাগিব ঠিকা পাবলৈ। অসমৰ জনসাধাৰণে চৰকাৰী আঁচনিৰ কোনটো সুবিধা পাব পাৰে ধন বা ভেটি নিদিয়াকৈ। আমাৰ ৰাজ্যত চৰকাৰৰ উল্লেখযোগ্য সাফল্য (achievement) যে সকলো নাগৰিকে মুক্তভাৱে ভেটি দিয়াৰ অধিকাৰ পাইছে। ভেটি দিয়াৰ অধিকাৰ আইনগত হৈছে— ইয়াৰ বাবে কোনো শাস্তি পাব নালাগে। সেয়ে ভোটদাতাসকলক ভেটি দি ধন খৰচ কৰি নিৰ্বাচিত হ'লেই হ'ল। নিৰ্বাচিত হৈ ধন সংগ্ৰহ কৰিবই ধন ঘটাৰ উদ্দেশ্যে নিৰ্বাচনত ধন বিনিয়োগ কৰিছে, ব্যৱসায়ত ধন বিনিয়োগ কৰা ধৰণে। ব্যৱসায়ত ধন বিনিয়োগ কৰিলে ২০ বা ৩০ শতাংশ লাভ হ'ব পাৰে; নিৰ্বাচনত ধন বিনিয়োগ কৰি নিৰ্বাচিত হ'ব পাৰিলে বহু শ গুণ লাভ আহিব পাৰে। গতিকে নিৰ্বাচনটো বহুতৰ বাবে অতি লাভজনক ব্যৱসায়।

অসমৰ অনেক বৈদ্যুতিক মাধ্যমত নিৰ্বাচনৰ পৰ্যালোচনাত সাক্ষাৎকাৰ লোৱা হয় ভোটদাতাসকলৰ স্থানীয় এম এল এ এজনে সমষ্টিটোৰ কি কি উন্নয়ন কৰিছে, কিমানজনে চাকৰি পাইছে ইত্যাদি ইত্যাদি। এম এল এজনৰ পুঁজিৰ ধনৰ সদব্যৱহাৰ হৈছে নে নাই বা তেওঁৰ ভাবমূৰ্তি নিকা হয় নে নহয় আদি প্ৰশ্ন কৰিব পাৰে নিশ্চয়; কিন্তু সমষ্টিটোৰ সামগ্ৰিক উন্নয়নৰ বাবে ৰাজ্য চৰকাৰখনৰ কাম-কাজৰ নীতিহে দায়ী। উক্ত বহু আলোচনাত আমি লক্ষ্য কৰিছোঁ, প্ৰতিফলিত কৰা হৈছে তিতাবৰ, চামগুৰি আদি সমষ্টিত উন্নয়ন হৈছে, লোকে চাকৰি পাইছে আন বহুকেইটা আলোচনালৈ অন্য সমষ্টিত উন্নয়ন হোৱা নাই, লোকে চাকৰি পোৱা নাই ইত্যাদি ইত্যাদি। এই আলোচনাসমূহত প্ৰতিফলিত কৰা নাই যে ৰাজ্যখনৰ সাৰ্বিক উন্নয়নৰ বাবে ৰাজ্য চৰকাৰখনহে দায়ী। যিবিলাক সমষ্টিত শাসক দলৰ এম এল এ নাই সেইসমূহৰ উন্নয়নৰ বাবে ৰাজ্য চৰকাৰখনহে দায়িত্বশীল।

যদিহে মুখ্যমন্ত্ৰীৰ সমষ্টি বা আন আন মন্ত্ৰীসকলৰ সমষ্টিকেইটাতহে উন্নয়ন হৈছে, বাকী সমষ্টিসমূহৰ উন্নতি হোৱা নাই তাৰ বাবে ৰাজ্য চৰকাৰখনহে জগৰীয়া। যি দলৰে চৰকাৰ নহওক, চৰকাৰ গঠন কৰাৰ পাছত সেই চৰকাৰখন সমগ্ৰ ৰাজ্যৰ সমানভাৱে উন্নয়নৰ বাবে সমগ্ৰ জনসাধাৰণৰ উন্নয়নৰ বাবে দায়বদ্ধ। দল-মত নিৰ্বিশেষে সকলো লোকৰে চৰকাৰ। বিৰোধী দলৰ সমষ্টি বা চৰকাৰে বেয়া পোৱা এম এল এ সকলৰ সমষ্টিসমূহ উন্নয়নৰ পৰা বাদ পৰিব, এই ব্যৱস্থা গণতন্ত্ৰ বিৰোধী আৰু এনেকুৱা চৰকাৰৰ নেতাসকল শাসনৰ অযোগ্য। তদুপৰি এনেকুৱা নেতাসকল আমাৰ দেশৰ তথাকথিত গণতন্ত্ৰৰ শত্ৰু। অসচেতন ভোটদাতাসকলক এনেকুৱা আলোচনাই প্ৰভাৱান্বিত কৰে যে শাসক দলৰ লগতে থাকিব লাগিব। গণতন্ত্ৰ প্ৰহসনত পৰিণত হয়। কিন্তু আমি আচৰিত হৈছো টি ভি চেনেলসমূহে আৰু ইয়াৰ লগত জড়িত বহু বুদ্ধিজীৱীয়ে এনেকুৱা ধাৰণাৰ সৃষ্টি কৰিব বিচাৰিছে সমষ্টিটোৰ উন্নয়ন, চাকৰি আদি সকলোৰে বাবে স্থানীয় এম এল এজনহে একমাত্ৰ দায়বদ্ধ, ৰাজ্য চৰকাৰৰ কৰিবলগীয়া একো নাই। উক্ত আলোচনাসমূহে জনসাধাৰণৰ মাজত বিভ্ৰান্তি সৃষ্টি কৰাত সহায়ক হৈছে। ৰাজ্য চৰকাৰক ৰাজ্যখনৰ সামগ্ৰিক উন্নয়ন তথা বিভিন্ন নীতিৰ কাম-কাজৰ সফলতা-বিফলতা আদিৰ দায়িত্বৰ পৰা জনসাধাৰণৰ দৃষ্টিৰ পৰা আঁতৰ কৰি ৰাখিছে। মহান বিজ্ঞানী আইনষ্টাইনে ১৯৪৯ চনতে সঠিকভাৱেই পুঁজিবাদী গণতন্ত্ৰৰ মূল্যায়ণ কৰি কৈছিল— তথ্য প্ৰচাৰৰ মূল আহিলাসমূহ (সংবাদ মাধ্যম, ৰেডিঅ', শিক্ষা) পুঁজিপতিসকলে প্ৰত্যক্ষ বা পৰোক্ষভাবে নিয়ন্ত্ৰণ কৰে। তেখেতে উক্ত কথা লিখিবৰ সময়ত টি ভি আৱিষ্কাৰ হোৱা নাছিল। বৰ্তমান বৈদ্যুতিন মাধ্যমক ইয়াৰ লগত যোগ দিব পাৰি।

আমি আকৌ দোহাৰিছো ভাৰতবৰ্ষৰ গণতন্ত্ৰক লৈ আমি গৌৰৱ কৰো। ভাৰতীয় সংবিধান ১৯৫২ চনত প্ৰৱৰ্তন হোৱা দিনৰে পৰা প্ৰায় ৬০ বছৰ ভাৰতবৰ্ষৰ জনসাধাৰণে গণতন্ত্ৰ উপভোগ কৰিছে। এই ৬০ বছৰীয়া গণতন্ত্ৰই পুঁজিবাদী অৰ্থনীতিৰ দেশ ভাৰতবৰ্ষত জনসাধাৰণৰ কি পৰিৱৰ্তন আনিলে? দেশত দুখীয়া-ধনীৰ পাৰ্থক্য বৃদ্ধি হ'ল। বহুজন বিলিয়নাৰৰ সৃষ্টি হ'ল, বহুজন মিলিয়নাৰৰ সৃষ্টি হ'ল, বহু লোক উচ্চ মধ্যবিত্ত শ্ৰেণীলৈ উন্নীত হ'ল, ৭৭ শতাংশ লোকৰ দিনে আয় ২০ টকাৰ ওপৰলৈ নুঠিল। ১৯৯১ চনৰ পৰা ভাৰতত আমেৰিকাৰ পৰা ৱাছিংটন সহমতৰ নব্য-উদাৰ অৰ্থনীতি আমদানি কৰি আনি ৰূপায়ণ কৰা হ'ল। নব্য উদাৰ অৰ্থনীতিৰ পটভূমিত ভাৰতৰ গণতন্ত্ৰত পুঁজিপতি ৰাজনৈতিক প্ৰশাসনৰ বহু লোকে বিদেশী বেংকত ৭৩ লাখ কোটি টকাৰ ক'লা ধন জমা থ'ব পৰা ক্ষমতা অৰ্জন কৰিলে। দুৰ্নীতিগ্ৰস্ত দেশ হিচাপে ভাৰতবৰ্ষ উন্নীত হ'ল বিশ্বৰ দেশসমূহৰ ভিতৰত ৮৭তম পৰ্যায়লৈ। ২০০৯ চনত ভাৰতৰ স্থান আছিল ৮৪। ক্ষুধাৰ দ্বাৰা অৰ্থাৎ খাদ্যৰ অভাৱত লঘোনে থকা লোকৰ বিশ্বৰ ৮৪ খন দেশৰ ভিতৰত গণতান্ত্ৰিক ভাৰতে ৬৭তম স্থানলৈ উন্নীত হৈছে।

এই পটভূমিত অসমত গণতন্ত্ৰক ব্যৱহাৰ কৰি বিনামূলীয় সূতা, কম্বল ল'বলৈ বাধ্য হোৱা ভোটদাতাসকলে সঠিকভাৱে গণতান্ত্ৰিক অধিকাৰ সাব্যস্ত কৰিব পাৰিবনে? আমি অৱশ্যে বহুতৰ দৰে ৰাজনীতি দুৰ্জনৰ শেষ আশ্ৰয়স্থল বুলি নাভাবো। পৃথিৱীত আমি এখনো দেশ বিচাৰি নাপাম যিখন দেশ ৰাজনীতিয়ে শাসন নকৰে। সচেতন লোকসকলে ৰাজনীতিক নিকা কৰি জনসাধাৰণৰ স্বাৰ্থপন্থী কৰিব লাগিব। পৃথিৱীত যিসকল দলৰ নীতি জনসাধাৰণৰ স্বাৰ্থপন্থী শোষণ কৰাৰ অধিকাৰ নিদিয়ে, দুৰ্নীতি বন্ধ কৰাৰ প্ৰকৃত ব্যৱস্থা লয়, সেই সমূহ দেশত জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত

পেলাই উন্নতি কৰিব পাৰিছে। ২০১০ চনত দেশে দুৰ্নীতিৰ বিৰুদ্ধে যুঁজ কৰাত বিশেষ গুৰুত্ব দিয়ে। অকল ২০১০ চনতে ৫০০০ উচ্চ পৰ্যায়ৰ বিষয়াক শাস্তি দিয়ে, ১,৪৪,০০০টা দুৰ্নীতিৰ ঘটনা তদন্ত কৰি ১,৪৬,০০০ জনক শাস্তি বিহে। ইয়াৰ তুলনাত ভাৰতত ২০০৮ চনৰ জাতীয় অপৰাধ ৰেকৰ্ড ব্যুৰ'ৰ তথ্যমতে ৮৫৫৪টা দুৰ্নীতিৰ ঘটনা তদন্ত কৰি মাত্ৰ ২৬৮ জনকহে শাস্তি দিয়ে আৰু ৬৫ জনক চাকৰিৰ পৰা নিলম্বিত কৰে। চীনত ভেটি লোৱা অপৰাধত চীনৰ supreme people's courtৰ উপ-সভাপতি হুয়াং চননুইক যাৱজ্জীৱন সশ্ৰম কাৰাবাস দিয়ে।

সি যিয়েই নহওক আমেৰিকান বুদ্ধিজীৱী নোৱাম চমস্কি (Noam Chomchy)য়ে লিখা 'Market democracy in a neoliberal order : Doctrines and Reality'ত কৈছিল, 'সুযোগ-সুবিধাহীন গণতন্ত্ৰ চয়তানৰ উপহাৰ আৰু সেই সুযোগ-সুবিধাসমূহৰ অধিকাৰৰ পৰা বঞ্চিত কৰাতো অপৰাধমূলক কাম' (Freedom without opportunity is a devil's gift and the refusal to provide such opportunities is criminal) অসমৰ জনসাধাৰণে গণতন্ত্ৰ চয়তানৰ উপহাৰ হিচাবে পাইছেনে আৰু সুযোগ-সুবিধাৰ পৰা বঞ্চিত হৈ অপৰাধীৰ ৰাজত্বত আছেনে তাক পৰ্যালোচনা কৰি চোৱাৰ সময় কেতিয়াবাই উপস্থিত হৈছে। □□

*২২ এপ্ৰিল, ২০১১ চন*

# নব্য উদাৰবাদী অৰ্থনীতিৰ পটভূমিত লোকপাল বিধেয়ক

দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ সংস্কৃতিয়ে ভাৰতৰ জনসাধাৰণক যোৱা কেইবছৰমান ধৰি অতি জুৰুলা কৰিছে। জনসাধাৰণৰ সমাজ জীৱন ভয়াবহ দুৰ্নীতি-কেলেংকাৰি আৰু ভ্ৰষ্টাচাৰে অতিষ্ঠ কৰি পেলাইছে।

দুৰ্নীতি, ভ্ৰষ্টাচাৰৰ ঘটনা ভাৰতবৰ্ষত অতীততো আছিল , কিন্তু যোৱা ২০ বছৰে দুৰ্নীতি-ভ্ৰষ্টাচাৰ আৰু কেলেংকাৰিয়ে সৰ্বগ্ৰাসী ৰূপ ধাৰণ কৰিছে। সমাজৰ সচেতন আৰু ন্যায়পৰায়ণ লোকসকল উদ্বিগ্ন হৈ পৰিছে দেশৰ শাসনযন্ত্ৰৰ নৈতিক অধঃপতনত। এই পটভূমিত আন্না হাজাৰেইৰ লোকপাল আইনৰ বাবে আমৰণ অনশন আৰু আন্দোলন অতি গুৰুত্বপূৰ্ণ। হাজাৰেইৰ অনশনৰ লগত ভাৰতৰ জনসাধাৰণৰ পুঞ্জীভূত বিক্ষোভৰ বিস্ফোৰণ ঘটিছিল। অনশনে দেশজোৰা বিপুল সঁহাৰি পাবলৈ সক্ষম হ'ল। সি যিয়েই নহওক, ভাৰত চৰকাৰ বাধ্য হ'ল এক অধিসূচনা জাৰি কৰিবলৈ, লোকপাল বিধেয়কৰ খচৰা প্ৰস্তুত কৰি সংসদত অনুমোদন কৰিবলৈ। জনলোকপাল বিধেযকখন আইনত পৰিণত হ'লে নিশ্চয় দুৰ্নীতি নিবাৰণৰ ক্ষেত্ৰত এটি ডাঙৰ পদক্ষেপ গ্ৰহণ কৰা হ'ব। জনলোকপাল আইনৰ সফলতা বহুক্ষেত্ৰত নিৰ্ভৰ কৰিব জনসাধাৰণৰ সচেতনতা আৰু সমাজৰ পৰিৱেশ তদুপৰি জনলোকপালৰ লগত জড়িত বিষয়ববীয়াসকলৰ আচৰণৰ ওপৰত।

জনলোকপাল বিধেযকৰ সফলতা ঘাইকৈ নিৰ্ভৰ কৰিব ভাৰতৰ সমাজ ব্যৱস্থাৰ পৰিৱেশৰ ওপৰত। বৰ্তমানো ভাৰতবৰ্ষত ন্যায়-অন্যায় বিচাৰৰ বাবে ন্যাযালয়, বিভিন্ন অপৰাধীৰ পৰা জনসাধাৰণক ৰক্ষা তথা দেশত আইন শৃংখলা ৰক্ষা কৰিবলৈ পুলিচ, বিভিন্ন অপৰাধ তদন্ত কৰিবলৈ, ভিজিলেন্স বিভাগ, চি বি আই, অৰ্থনৈতিক অপৰাধ তদাৰকী বিভাগ, চি আই ডি, জনসাধাৰণৰ আয়-ব্যয়ৰ তদাৰক কৰিবলৈ আয়কৰ বিভাগ আদি আছে। কিন্তু জনসাধাৰণে পুলিচৰ পৰা নিৰপেক্ষ আচৰণ আশা কৰিব পাৰেনে, বিচাৰ বিভাগ ন্যায়ালয়ৰ পৰা সকলো ক্ষেত্ৰতে পক্ষপাতিত্বহীনভাৱে বিচাৰ বা ন্যায় আশা কৰিব পাৰেনে, ঠিক সেইদৰে ভিজিলেন্স, চি বি আই আদি সকলো বিভাগে বিভিন্ন অপৰাধসমূহৰ ক্ষেত্ৰত নিৰপেক্ষভাৱে তদন্ত চলাই সঠিক অপৰাধীক চিহ্নিতকৰেনে, এইসমূহৰ কৰ্মকৰ্তাসকলক কৰ্তৃপক্ষক ধন বা কৰ্তৃত্বৰ ক্ষমতাৰ দ্বাৰা প্ৰভাৱান্বিত কৰিব পৰা নাযাযনে, এওঁলোকৰ পক্ষপাতিত্বমূলক সিদ্ধান্তগ্ৰহণৰ বাবে। ভাৰতৰ জনসাধাৰণ নিশ্চিত হ'ব পাৰেনে উক্ত প্ৰতিষ্ঠানসমূহৰ পৰা ন্যায় আচৰণ, ন্যায় বিচাৰ, সঠিক সিদ্ধান্ত বিচাৰি। আজিৰ দিনত অভিযোগ উত্থাপিত হৈছে যে উচ্চতম ন্যায়ালয়ৰ ন্যায়ধীশো দুৰ্নীতিমুক্ত নহয়। মহাত্মা গান্ধীৰ আদৰ্শৰ দেশ। গান্ধীয়ে আজীৱন সত্য আৰু ন্যায় প্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম কৰিছিল। অহিংসা নীতিৰে ভাৰতবৰ্ষৰ স্বাধীনতা আনিলে। এইহেন ভাৰত আজি পৃথিৱীৰ অন্যতম দুৰ্নীতিগ্ৰস্ত দেশ। ভাৰতৰ কংগ্ৰেছ দলৰ আদৰ্শ হ'ল গান্ধীবাদ আৰু এই দলেই ভাৰতবৰ্ষ ৫০ বছৰতকৈও অধিক কাল শাসন কৰিছে। গান্ধীবাদী আদৰ্শৰ দল

এটিৰ শাসন কালতে ভাৰতৰ সমাজ ব্যৱস্থা সীমাহীন দুৰ্নীতিত নিমজ্জিত হ'ল কিয় ? ড° সৰ্বপল্লী ৰাধাকৃষ্ণনে ১৯৪৭ চনতে গণপৰিষদৰ অধিৱেশনত কৈছিল যে ভাৰতত দুৰ্নীতি ৰোধ কৰিব, নোৱাৰিলে স্বজন-তোষণ, ক্ষমতাৰ লোভ, মুনাফা বৃত্তি, ক'লা বেপাৰী, যিসমূহে সম্প্ৰতি কালত আমাৰ এই মহান দেশৰ মহান নামক কলংকিত কৰিছে, সমূলে উৎখাত কৰিব নোৱাৰিলে আমি সুশাসন, উৎপাদন আৰু জীৱনৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ বণ্টন ব্যৱস্থাৰ দক্ষতাৰ মান বৃদ্ধি কৰিব নোৱাৰো।'

বিশ্ববিখ্যাত সত্য নিষ্ঠাৰ, গান্ধীৰ আদৰ্শৰ দেশৰ লোকসকল কিয় আজি আটাইতকৈ অসৎ, দুৰ্নীতিগ্ৰস্ত, ভ্ৰষ্টাচাৰী হৈ পৰিল ? গান্ধীৰ আদৰ্শক কিয় ত্যাগ কৰিলে ? এইখিনিতে আদৰ্শৰ ক্ষেত্ৰত আমি দৃষ্টিভংগীৰ বিচাৰ কৰিব লাগিব। গান্ধীৰ নৈতিকতাবাদ আদৰ্শ বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত হয়নে ? এই নৈতিকতা পুঁজিবাদী সমাজব্যৱস্থাৰ লগত নিকপকপীয়াকৈ খাপ খাই আছে। বিশুদ্ধ নীতিবাদে সমাজৰ দুৰ্নীতিৰ কাৰণে পুঁজিবাদী ব্যৱস্থাক দায়ী নকৰে। এই সমাজত পুঁজিবাদী ব্যৱস্থাৰ চৰম অন্যায় আৰু দুৰ্নীতিৰ বোকাত বুৰ গৈ থাকিও এজন পুঁজিপতিয়ে সনাতন নীতিবাদীৰূপে সমাজত শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে। পুঁজিবাদী সমাজৰ নীতিৰ লগত কৰ্ম, আদৰ্শৰ লগত প্ৰয়োগৰ সংগতি ৰখাৰ কোনো বাধ্যবাধকতা নাই। মুখত প্ৰেম, সত্য, অহিংসা আৰু অনাসক্তিৰ নীতি আওৰাই বাস্তৱ জীৱনত ধন আৰু বলৰ নিপীড়ন, পৰস্ব লোভ আৰু নিৰ্লজ্জ ভোগাসক্তিত বুৰ গৈ থকা সংস্কৃতি হ'ল পুঁজিবাদী সমাজ ব্যৱস্থাৰ। সেয়ে পুঁজিবাদী সমাজ ব্যৱস্থাত নৈতিকতা আৰু সমাজৰ লোকসকল সৎ হোৱা অৰ্থাৎ এই নৈতিকতাবাদৰ শিপা সৰ্বাৱস্থাত আধ্যাত্মবাদৰ ভিতৰত নিহিত হৈ আছে। কিন্তু নৈতিকতাৰ বৈজ্ঞানিক দৃষ্টিভংগী ইয়াৰ বিপৰীত। আধ্যাত্মবাদৰ বিপৰীত হ'ল সমাজ ব্যৱস্থা— সমাজ ব্যৱস্থাইহে নিৰ্ধাৰণ কৰে নৈতিকতাবাদৰ। লেনিনে কৈছিল, "আমি মানুহ আৰু শ্ৰেণী বহিৰ্ভূত ধাৰণাৰ ভেটিত গঢ়ি উঠা নৈতিকতাক অগ্ৰাহ্য কৰো। আমাৰ মতে ই হ'ল ছলনা, ঠগবাজি-পুঁজিপতি আৰু ভূস্বামীসকলৰ স্বাৰ্থৰ হকে শ্ৰমিক আৰু কৃষকৰ টেটু চেপি ধৰা।' (লেনিন— যুৱ লীগৰ কৰ্তব্য)

ভাৰতৰ সমাজ ব্যৱস্থাত অতীত কালতো দুৰ্নীতিৰ সন্ধান পোৱা গৈছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰতো দুৰ্নীতিৰ অস্তিত্বৰ সন্ধান পোৱা গৈছে। মানৱতা বিকাশৰ নিকৃষ্ট শত্ৰু আছিল সামন্তবাদী অৰ্থনীতি আৰু সামন্তবাদী সংস্কৃতি। ৰজা, অভিজাত জমিদাৰ, ভূস্বামীসকলে নিজৰ বাহিৰে মানুহক মানুহ বুলিয়েই জ্ঞান নকৰিছিল। বৃহৎ জনসংখ্যাৰ কৃষক ভূমিদাস, ক্ষুদ্ৰ শিল্পৰ মালিকসকলৰ নেতৃত্বতেই ফিউডেল ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি পুঁজিবাদী ব্যৱস্থাৰ সৃষ্টি কৰা হয়। এই বিপ্লৱ বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ বুলি খ্যাত। এই বিপ্লৱৰ সূচনা হৈছিল পঞ্চদশ আৰু ষোড়শ শতিকাত ইউৰোপত ৰেণোছা বা নৱজাগৰণ আন্দোলনৰ মাজেদি। এই জাগৰণ সৰ্বোতভাৱেই আছিল মানৱতা বিকাশৰ অনুকূল। এই আন্দোলনৰ ভিত্তিয়ে আছিল 'মানৱতাবাদ'। এই আন্দোলনৰ ভিত্তিতে সংঘটিত হৈছিল ১৭৮৯ চনৰ প্ৰখ্যাত ফৰাচী বিপ্লৱ। এই বিপ্লৱসমূহ প্ৰথম অৱস্থাত আছিল মনুষ্যত্ব বিকাশৰ অনুকূল 'স্বাধীনতা, সাম্য আৰু মৈত্ৰী'। ১৭৮৯ চনৰ ১৬ আগষ্টত কনষ্টিটিউয়েণ্ট এচেমব্লিয়ে ঘোষণা কৰিছিল 'Men are born free and entitled to equal rights and remain so throughout their lives'।

পুঁজিবাদৰ ক্ৰমবিকাশে মানৱতাবাদ বিকাশৰ বিপৰীতে চৰম মানৱ-ঘাতী শক্তিত পৰিণত কৰিছে। মানৱতা নীতিৰ দ্বাৰা পুঁজিবাদ কেতিয়াও বিকশিত হ'ব নোৱাৰে। পুঁজিবাদী অৰ্থনীতিৰ বিকাশৰ

বুৰঞ্জী হ'ল হত্যা, লুণ্ঠন, ডকাইতি, বেআইনী কাম, দুৰ্নীতি, ক'লা বেপাৰ, ঠগবাজী ইত্যাদি ইত্যাদি। কাৰ্লমাৰ্ক্সে কৈছিল, "আমেৰিকাত সোণ ৰূপৰ আবিষ্কাৰ, আদিম অধিবাসীসকলক দাসত পৰিণত কৰা, প্ৰাচ্যৰ দেশসমূহক জয় আৰু লুণ্ঠন, নিগ্ৰোসকলক আটক কৰি আফ্ৰিকাৰ পৰা আমেৰিকালৈ চালান দিয়া— আদিৰ পৰাই পুঁজিবাদী অৰ্থনীতিৰ উৎপাদনৰ সূচনা ; এইভাৱেই হয় পুঁজিৰ প্ৰাথমিক সঞ্চয়।

বৰ্তমান পুঁজিবাদৰ অতি উন্নত পৰ্যায় বা সৰ্বোচ্চ পৰ্যায়— বিশ্বায়ন, নব্য উদাৰবাদ, মুক্ত বজাৰ পৰ্যায়। পুঁজিবাদৰ এই সৰ্বোচ্চ পৰ্যায়ত ইয়াৰ মৌলিক চৰিত্ৰসমূহো সৰ্বোচ্চ পৰ্যায়লৈ উন্নত হৈছে। অৱশ্যে পুঁজি সঞ্চয়ৰ প্ৰথম পৰ্যায়ত এই চৰিত্ৰসমূহৰ ক্ৰিয়া বা পঠন আশাশীল (crude) আছিল। এতিয়া সূক্ষ্ম (sophisticated)। বৰ্তমানৰ নব্য উদাৰ অৰ্থনীতিৰ যুগত পুঁজি সঞ্চয়ৰ অন্যতম সূক্ষ্ম পদ্ধতি হ'ল দুৰ্নীতি, ভ্ৰষ্টাচাৰ। বৰ্তমানৰ অৰ্থনীতিক কোৱা হয় ধান্দাৰ পুঁজিবাদ (crony capitalism)। নব্য উদাৰবাদী অৰ্থনীতিয়ে কেনেকৈ দুৰ্নীতি, ভ্ৰষ্টাচাৰ সংস্কৃতিৰ সূচনা কৰিছে অৰাজনৈতিক বিশেষজ্ঞ যোজনা কমিচনৰ প্ৰাক্তন সদস্য এচ পি শুক্লাই প্ৰত্যক্ষ কৰি কৈছে— "এজন প্ৰাক্তন অভিজ্ঞ আমোলা হিচাবে আৰু পাছত সমাজ আৰু চৰকাৰৰ গতিবিধি পৰ্যবেক্ষণ কৰাৰ এজন এক্টিভিষ্ট হিচাবে মই লক্ষ্য কৰিছো কিভাৱে এই দুৰ্নীতিৰ কলেবৰ বৃদ্ধি আৰু ব্যাপক হৈছে। নিও লিবাৰেল অৰ্থনীতিৰ যুগত দুৰ্নীতিৰ নিয়ত বৃদ্ধিৰ প্ৰধান কাৰণ হ'ল এতিয়া বজাৰ গৈ চৰকাৰৰ ভিতৰত প্ৰৱেশ কৰিছে। কৰ্পোৰেট সংস্থাসমূহে চৰকাৰী নীতি আৰু চৰকাৰৰ লগত লেনদেনৰ সম্পৰ্ক স্থাপন কৰে। এই কাম সমাধা কৰিবলৈ অকল কেইজনমান নিৰ্দিষ্ট ব্যক্তি-মন্ত্ৰী বা শাসক ৰাজনীতিক অথবা আমোলাৰ লগতেই সম্পৰ্ক গঢ়ি তোলা নাই। ইয়াৰ লগত শাসক দল বা জোঁট সকলোৰে সম্বন্ধ আছে আৰু ই সম্পূৰ্ণ শাসন-ব্যৱস্থাৰেই অন্দৰমহলত সোমাই পৰিছে।"

শুক্লাই আৰু কৈছে, "অৰ্থনীতি উদাৰীকৰণৰ প্ৰক্ৰিয়াক কৰ্পোৰেট জগত আৰু মিডিয়াই স্বাগতম জনাইছিল এই মন্তব্যৰে, এতিয়া ভাৰতে 'লাইচেন্স-পাৰমিটৰাজ'ৰ কবলৰ পৰা মুক্তি পালে! কিন্তু অলপ গভীৰভাৱে অনুধাৱন কৰিলে ওলাই পৰে যে নিওলিবাৰেল অৰ্থনীতিত অকল দুৰ্নীতিৰ ৰাস্তাৰ পৰিৱৰ্তন ঘটিছে আৰু ই এটি নতুন মাত্ৰা পাইছে। লাইচেন্স-পাৰমিটৰাজৰ আমোলত দুৰ্নীতিমূলক লেনদেন হৈছিল টেবুলৰ তলেদি আৰু ইয়াতে এটি লজ্জাৰ আৱৰণ আছিল। কিন্তু নিও লিবাৰেল যুগত দুৰ্নীতি, একেবাৰে নীতি নিৰ্ধাৰকৰ প্ৰক্ৰিয়াৰ ভিতৰত প্ৰৱেশ কৰিছে, অবৈধ লেনদেনৰ লজ্জা উৰি গৈছে। বাস্তৱত ৰাজনীতিক আৰু আমোলাসকলৰ বাবে দুৰ্নীতি এতিয়া গ্ৰহণীয় হৈ গৈছে, মাত্ৰ আইনী গ্ৰাহ্য হ'বলৈ বাকী।"

ভাৰতৰ সমাজ ব্যৱস্থাৰ উক্ত পটভূমিত জনলোকপাল বিধেয়কে ভাৰতৰ অৰ্থনৈতিক ব্যৱস্থাই জন্ম দিয়া দুৰ্নীতিৰ উৎপাদনটোৰ মৃত্যু ঘটাব পাৰিব জানো? এই বিষয়তে দৃষ্টিভংগীৰ প্ৰশ্নটো উত্থাপিত হয়— ভাববাদী নে বৈজ্ঞানিক? বৈজ্ঞানিক দৃষ্টিভংগী হ'ল সমাজ ব্যৱস্থাহে সামাজিক অন্যায়, অবিচাৰ, অসাম্য, দুৰ্নীতি, ভ্ৰষ্টাচাৰ, শোষণৰ কাৰণ। এই বাস্তৱ অৱস্থাক তন্ন তন্নকৈ অনুসন্ধান কৰি, সামাজিক ঘটনাৱলীৰ নিৰাময়ৰ সূত্ৰবোৰ আয়ত্ত কৰা, প্ৰয়োগৰ কৌশল উদ্ভাৱন কৰা আৰু এই বিজ্ঞানেৰে সমাজৰ পৰিৱৰ্তন সংগ্ৰামত ক্ৰিয়াশীল হোৱা। বৰ্তমানৰ সমাজ ব্যৱস্থা জীয়াই ৰাখি দুৰ্নীতিৰ মৃত্যু ঘটোৱা সম্ভৱ নহয়। দুৰ্নীতি এই সমাজ ব্যৱস্থাৰ অংগাংগী। যি কাৰণে মহাত্মা গান্ধীৰ নিচিনা মহৎ আদৰ্শৰ দলৰ শাসন তথা গান্ধীৰ আদৰ্শৰ দেশ এখন সীমাহীন দুৰ্নীতিত নিমজ্জিত

হ'ল। সমাজ ব্যৱস্থাক বাদ দি অকল দুৰ্নীতি নিবাৰণৰ কথা চিন্তা কৰিলে দুৰ্নীতিৰ অৱসান কেতিয়াও নহ'ব আৰু বৰ্তমানো হোৱা নাই। সেয়ে বৰ্তমান সমাজ ব্যৱস্থা জীয়াই ৰাখি জনলোকপাল বিধেয়কৰ দ্বাৰা দুৰ্নীতিৰ বিৰুদ্ধে যুঁজ কৰাত কিমান সহায়ক হ'ব সময়েহে ক'ব। তথাপি আমি স্বীকাৰ কৰিব লাগিব যে জনলোকপাল বিধেয়কৰ সংগ্ৰামে দুৰ্নীতিৰ বিৰুদ্ধে সংগঠিত হোৱা সংগ্ৰামক শক্তিশালী কৰিব আৰু জনসাধাৰণৰ সচেতনতা বৃদ্ধি হোৱাত সহায়ক হ'ব।

এই প্ৰসঙ্গত ষ্টালিনৰ এটি বক্তব্য স্মৰণ কৰিব পাৰো "নতুন সামাজিক চিন্তাধাৰা আৰু ভাবাদৰ্শ তেতিয়াই দেখা দিয়ে যেতিয়া জীৱন যাত্ৰা ব্যৱস্থাৰ ক্ৰমবিকাশৰ ফলত সমাজত নতুন সমস্যা আৰু কৰ্তব্য আহি উপস্থিত হয়, কিন্তু এবাৰ দেখা দিয়াৰ পাছত এইসমূহ নতুন চিন্তাধাৰা আৰু ভাবাদৰ্শ অতি শক্তিশালী হৈ উঠে আৰু এইসমূহৰ শক্তিয়ে নতুন সামাজিক কৰ্তব্য-সিদ্ধিক সাহায্য কৰে, সমাজৰ প্ৰগতিক সাহায্য কৰে।" গতিকে নতুন সমাজ ব্যৱস্থা গঢ়াৰ সংগ্ৰামৰ চেতনা জগাই তোলাত এনেধৰণৰ সংগ্ৰাম সহায়ক হ'ব। ❑❑

*২৯ এপ্ৰিল, ২০১১ চন*

# ভাৰতবৰ্ষ 'মিলেনিয়াম গোল' লক্ষ্যত উপনীত হ'ব নোৱাৰিব

বিশ্ববেংক আৰু আন্তৰ্জাতিক মুদ্ৰাভাণ্ডাৰে (IMF) অতি সম্প্ৰতি প্ৰকাশিত 'Global Monitoring Report - 2011' কৈছে 'The number of people living on less than 1.25 a day is projected to be 883 million in 2015, compared with 1.4 billion 2005 and 1.8 billion in 1990.

But progress is slow and targets may be missed on others. Among developing countries, 45% are for from meeting the target on access to sanitation ; 39% and 38 % are far from the maternal and child mortality targets respectively.'

ৰাষ্ট্ৰসংঘৰ সোণালী স্বপ্ন 'মিলেনিয়াম গোল' ঘোষণাৰ লক্ষ্য অসমৰ ৰাজনৈতিক নেতাসকলে শুনিছে বা পঢ়িছেনে নাই অসমৰ জনসাধাৰণে গম নাপায়। জনসাধাৰণৰো প্ৰায়সকলে বহু বুদ্ধিজীৱীকে ধৰি অৱগত নহয় কিনো 'মিলিনিয়াম গোল'। ২০০০ চনৰ ছেপ্টেম্বৰ মাহত অনুষ্ঠিত 'ৰাষ্ট্ৰসংঘৰ সহস্ৰাব্দ সম্মিলন'ৰ পৰা ঘোষণা কৰা হয় ৮টা লক্ষ্য পূৰণৰ ৰাষ্ট্ৰসংঘৰ সহস্ৰাব্দ ঘোষণাপত্ৰ' এই ঘোষণাপত্ৰ মিলেনিয়াম গোল' নামে পৃথিৱীৰ সৰ্বত্ৰ জনজাত। ১৯১ খন দেশে দীৰ্ঘ আলোচনাৰ পাছত একমত হৈ দুখীয়া দেশসমূহৰ উন্নয়নৰ লক্ষ্যৰে মিলেনিয়াম গোলৰ মাজেৰে প্ৰত্যাশা আৰু সপোনৰ নতুন ইৰামত গঢ়াৰ প্ৰচেষ্টা কৰিছে। এই ৮টা লক্ষ্য পূৰণৰ সময়সীমা নিৰ্ধাৰণ কৰা হৈছে ২০১৫ চন অৰ্থাৎ ১৫ বছৰৰ ভিতৰত। এই ৮টা লক্ষ্যৰ অন্যতম হ'ল— (১) দিনে এক ডলাৰ আয়ৰ তলত জীৱন-ধাৰণ কৰা লোকৰ সংখ্যা অৰ্ধেক কৰা হ'ব। (২) বিশ্বৰ সকলো শিশুৰ বাবে প্ৰাথমিক শিক্ষা নিশ্চিত কৰা হ'ব। (৩) ২০০৫ চনৰ ভিতৰত মাধ্যমিক আৰু উচ্চ মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত লিংগ বৈষম্যৰ অৱসান হ'ব আৰু সকলো উচ্চ শিক্ষাৰ ক্ষেত্ৰত ২০১৫ চনৰ ভিতৰত লিংগ বৈষম্যৰ সম্পূৰ্ণ অৱসান হ'ব। (৪) ৫ বছৰৰ কম বয়সৰ শিশুসকলৰ মৃত্যুৰ হাৰ দুই-তৃতীয়াংশ আৰু প্ৰসুতি মাতৃৰ মৃত্যুৰ হাৰ তিনি-চতুৰ্থাংশলৈ হ্ৰাসকৰণ। (৫) এইড্‌চ, মেলেৰিয়াসহ বিভিন্ন ৰোগৰ প্ৰসাৰ ৰোধ আৰু হ্ৰাসকৰণ। বিশুদ্ধ খোৱাপানীৰ পৰা বঞ্চিত মানুহৰ সংখ্যাৰ ৫০ শতাংশ হ্ৰাসকৰণ। (৬) জুপুৰি বস্তিবাসী ১০ কোটি মানুহৰ জীৱন-ধাৰণৰ অৱস্থাৰ উন্নতকৰণ। আৰু (৭) যুৱ সমাজৰ উৎপাদনশীল আৰু সন্মানজনক কামৰ ব্যৱস্থাৰ বাবে উন্নয়নশীল দেশসমূহৰ লগত আন্তৰ্জাতিক স্তৰৰ অংশীদাৰিত্ব গঢ়ি তোলা আৰু পৰিৱেশৰ ক্ষতিসাধন নকৰাকৈ উন্নয়নৰ মডেলৰ সূচনা কৰা।

২০০০ চনৰ পৰা আজিলৈ ভাৰতবৰ্ষৰ দ্ৰুত হাৰত অৰ্থনৈতিক বিকাশ হৈছে। ১৯৯১ চনৰ অৰ্থাৎ নব্য উদাৰ অৰ্থনীতি ৰূপায়ণৰ আগৰ ভাৰতৰ মিশ্ৰ অৰ্থনৈতিক নীতি বা নেহেৰুভিয়ান অৰ্থনীতিৰ সময়ছোৱাত বিকাশৰ হাৰ আছিল ৩ বা ৪ শতাংশ। নব্য উদাৰ অৰ্থনীতি বা ড° মনমোহন সিঙৰ অৰ্থনীতিৰ মহিমাত ভাৰতৰ অৰ্থনৈতিক বিকাশ গড়ে ৮ বা ৯ শতাংশ হাৰত হৈ

আছে। যোৱা ২০ বছৰে ভাৰতৰ বহুজন লোক বা বহু পৰিয়াল বিলিয়নাৰ, মিলিয়নাৰ, হাই নেট ৱাৰ্থ, উচ্চ মধ্যবিত্ত পৰ্যায়লৈ উন্নীত হৈছে। পৰিতাপৰ কথা ভাৰতৰ অৰ্থনৈতিক উচ্চ হাৰৰ বিকাশৰ ৰহস্য যে ৰাষ্ট্ৰসংঘৰ 'মিলেনিয়াম গোল'ৰ কাষৰে-পাঁজৰে যাব পৰা নাই। ভাৰতৰ অৰ্থনৈতিক উন্নয়নৰ লক্ষ্য হেনো জনসাধাৰণহে— নাম ৰখা হৈছে 'ইনক্লুচিভ গ্ৰোথ সাৰ্বিক উন্নয়ন। এই 'ইনক্লুচিভ গ্ৰোথ'ৰ লক্ষ্যই বিলিয়নাৰ, মিলিয়নাৰ, হাইনেট ৱাৰ্থ, উচ্চ মধ্যবিত্ত লোকৰ সংখ্যা অধিক পৰিমাণ সৃষ্টি কৰি দুখীয়াসকলক আৰু দুখীয়া কৰিছে।

প্ৰধানমন্ত্ৰী ড° মনমোহন সিং চীন দেশলৈ গৈছে হাইনান দ্বীপত অনুষ্ঠিত হোৱা ব্ৰিকচ্ (ব্ৰাজিল, ৰাছিয়া, ইণ্ডিয়া, চীন, চাউথ আফ্ৰিকা) সন্মিলনত যোগদান কৰিবলৈ। ড° মনমোহন চীনা অৰ্থনীতিৰ বা সমাজবাদী অৰ্থনীতিৰ ঘোৰ বিৰোধী লোক। ড° সিঙে সুযোগ পালেই চীনৰ গণতন্ত্ৰ, চীনৰ সমাজ ব্যৱস্থাক কটু সমালোচনা, উপহাসেৰে থকা-সৰকা কৰে। নব্য-উদাৰবাদী অৰ্থনীতিৰ মুখ্য আন্তৰ্জাতিক কেন্দ্ৰ বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰে ড° সিঙৰ অস্পৃশ্য দেশ সমাজতান্ত্ৰিক চীনক ভূয়সী প্ৰশংসা কৰিলে যে চীন দেশে ২০১৫ চনৰ আগতে 'মিলেনিয়াম গোল'ৰ লক্ষ্য পূৰণ কৰিব পাৰিব আৰু জনসাধাৰণৰ দৰিদ্ৰতা নিবাৰণ, শিক্ষা, জনস্বাস্থ্য আদিৰ ক্ষেত্ৰত প্ৰায় লক্ষ্য পূৰণ কৰিছে। নব্য উদাৰ অৰ্থনীতিৰে পৰিচালিত মনমোহন সিঙৰ দেশ ভাৰতে ২০১৫ চনতো দূৰৰ কথা ২১১৫ চনতো 'মিলেনিয়াম গোল'ৰ লক্ষ্য পূৰণ হোৱাৰ কোনো লক্ষণ পৰিলক্ষিত হোৱা নাই। নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ ড° অমৰ্ত্য সেনে তেখেতৰ এটি প্ৰবন্ধত কৈছে যে চীন দেশৰ মুঠ ঘৰুৱা উৎপাদনে (GNP) সহায় কৰিছে জনসাধাৰণৰ দৰিদ্ৰতা আৰু বঞ্চনাৰ হাৰ হ্ৰাস কৰিবলৈ আৰু জীৱন-ধাৰণৰ মান (Guality of life)ৰ উন্নয়ন ঘটাবলৈ।

ড° সেনে কৈছে যে আমি চীন দেশৰ লগত প্ৰতিযোগিতাত অৱতীৰ্ণ হৈছো অৰ্থনৈতিক বিকাশৰ হাৰৰ ক্ষেত্ৰত চীনক অতিক্ৰম কৰি দহ শতাংশ হাৰত উপনীত হোৱাৰ লক্ষ্যৰে। কিন্তু ভাৰতে অৰ্থনৈতিক বিকাশ নহয় চীন দেশৰ জনসাধাৰণৰ মানৰ উন্নয়নৰ লগত প্ৰতিযোগিতা নকৰে কেলেই? বিশ্ববেংক আৰু ৰাষ্ট্ৰসংঘৰ তথ্য উল্লেখ কৰি ড° সেনে কৈছে চীনত জনসাধাৰণৰ গড় আয়ুস ৭৩.৫ বছৰ, ভাৰতৰ ৬৪.৪ বছৰ, শিশুৰ (infaut) মৃত্যুৰ হাৰ ভাৰতত ৫০, চীনত ১৭, ভাৰতত ৫ বছৰ বয়সৰ তলৰ শিশুৰ মৃত্যুৰ হাৰ ৬৬, চীনত ১৯, চীনত শিক্ষিতৰ হাৰ ৯৪, ভাৰতত ৭.৪ (২০১১ পিয়ল)। চীনত অতি অলপ সংখ্যক অপুষ্টিত ভোগা শিশুৰ বিপৰীতে ভাৰতৰ ৫০ শতাংশ শিশু অপুষ্টিত ভোগে। মাত্ৰ ৬৬ শতাংশ ভাৰতৰ শিশু অসংক্ৰমতাৰ (immunize with triple vaccine) বিপৰীতে চীনত ৯৭ শতাংশ। দৰাচলতে ভাৰতৰ উচ্চ হাৰৰ অৰ্থনৈতিক বিকাশ ৮০ শতাংশ নাগৰিকৰ বাবে অপ্ৰাসঙ্গিক। সি যিয়েই নহওক বিশ্বৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে বৃহৎ পুঁজিপতিৰ উন্নত দেশসমূহে তথা কৰপোৰেট হাউছ আৰু নব্য উদাৰ অৰ্থনীতিৰ তাত্ত্বিকসকলে ড° সিঙক আৰু ভাৰতৰ অৰ্থনৈতিক ব্যৱস্থাক উচ্চস্বৰে প্ৰশংসা কৰে।

প্ৰধানমন্ত্ৰী ড° সিং বৰ্তমান ব্ৰিকৰ সন্মিলনত যোগদানৰ বাবে চীন দেশৰ হাইনান (Hainan) দ্বীপত আছে। হাইনান হেনো ১৯৪৯ চনৰ পাছতো অতি অনুন্নত লোক বৰ্জিত আমাৰ দেশৰ আন্দামান দ্বীপৰ দৰে 'কালাপানী' আছিল। আমি অতি দুখেৰে বহুবাৰ প্ৰবন্ধ লিখিছিলো এই কাকততে যে ভাৰত চৰকাৰে অসমৰ দৰে এখন গুৰুত্বপূৰ্ণ ৰাজ্যতো ভাৰত স্বাধীন হোৱাৰ ৬৪ বছৰ পাছতো ৰেইলৰ দ্বৈত লাইন (Double Line) নিৰ্মাণ কৰিব পৰা নাই বা নিৰ্মাণৰ ইচ্ছা প্ৰকাশ কৰা নাই।

হাইনান দ্বীপ ১৯৯০ চনলৈ অতি অনগ্ৰসৰ আৰু অনুন্নত আছিল। প্ৰধানমন্ত্ৰীৰ ভ্ৰমণৰ লগত ভ্ৰমণ কৰা এফ আই চি চি আই (FICCI)ৰ সঞ্চালক প্ৰধান ৰাজীৱ কুমাৰে দ্য হিন্দু বিজিনেছ লাইনত লিখিছে যে ৩০৮ কিলোমিটাৰ দৈৰ্ঘ্যৰ 'হাইনান ইষ্ট ৰিং হাই স্পিড ৰেইলওৱে (Hainan East Ring High Speed Railway) লাইন ২০১০ চনৰ ৩০ ডিচেম্বৰৰ দিনা মুকলি কৰিছে। দ্বীপটোৰ ছন্যা (Sanya) চহৰ আৰু বোৱাও (Boao) চহৰৰ মাজৰ ২১০ কিলোমিটাৰ দূৰত্ব মাত্ৰ ৪৫ মিনিটত ট্ৰেইনে অতিক্ৰম কৰে। শ্ৰীকুমাৰে কৈছে এই ট্ৰেইনৰ ভ্ৰমণ ইমান আৰামদায়ক আৰু সুন্দৰ যে ফ্ৰান্সৰ টি জি ভি (TGV) ট্ৰেইন আৰু জাপানৰ শ্বিনকানচেন (Shinkansen) ট্ৰেইনতকৈ অতি উচ্চ পৰ্যায়ৰ ট্ৰেইন, তেখেতে নিজে ভ্ৰমণ নকৰিলে হয়তো বিশ্বাসে কৰিবলৈ টান লাগিলহেঁতেন। (The train ride is smoother, quieter and verall more comfortable than the TGV in France or the shinkansen in Japan, Something that I would otherwise have found hard to believe) শ্ৰীকুমাৰে আৰু কৈছে ২০০৭ চনত আৰম্ভ কৰা তীব্ৰবেগী ট্ৰেইন লাইনে ২০১৫ চনত চীন দেশত ১৬০০০ কিলোমিটাৰ সম্পূৰ্ণ কৰিব। হাই স্পিড (তীব্ৰবেগী) ট্ৰেইনত ইতিমধ্যে চীন দেশত ৬০০ নিযুততকৈ অধিক যাত্ৰীয়ে ভ্ৰমণ কৰে। ২০১১ চনৰ জুন মাহৰ ১,৩১৮ কিলোমিটাৰ দূৰত্বৰ বেইজিং-চাংহাই ৰেইলওৱে লাইনত ঘণ্টাত ৩৫০ কিলোমিটাৰ গতিৰ ট্ৰেইন চলিব। ৮০ নিযুত যাত্ৰী এফালৰ পৰাই ভ্ৰমণ কৰিব পাৰিব। এই কথাখিনি কোনো কমিউনিষ্টৰ নহয়, ভাৰতৰ বৃহৎ উদ্যোগ আৰু বাণিজ্যৰ অৰ্থাৎ পুঁজিপতিৰ সংগঠন (FICCI)ৰ সঞ্চালক প্ৰধান ৰাজীৱ কুমাৰৰ কথা।

জনসাধাৰণৰ দাৰিদ্ৰ নিবাৰণ আৰু জীৱন-ধাৰণৰ মানৰ উন্নয়নেৰে আন্তঃগাঁথনিৰ অভূতপূৰ্ব উন্নয়ন কৰিছে কমিউনিষ্ট চীন দেশে। চীন দেশে অকল বেইজিং, চাংহাই আদি মুখ্য কেন্দ্ৰসমূহ বা অঞ্চলসমূহৰে উন্নতি ঘটোৱা নাই হাইনানৰ দৰে কালাপানী দ্বীপৰো অভূতপূৰ্ব উন্নয়ন ঘটাইছে। ৰাজীৱ কুমাৰে কৈছে হাইনান দ্বীপৰ চন্য চহৰখনত মুম্বাই বা দিল্লীৰ হোটেলৰ পৰিমাণতকৈও বেছি হোটেল আছে। (Sanya is a bustling sea-side resort with broad, perfectly surfaced boulevards, a shore line that compares favourably with Mumbai's gleaming silver beaches with manicured greens living them, and perhaps more hotel rooms in all catogories of hotels than Mumbai or Delhi, or even the two put together)।

অসম প্ৰাকৃতিক সম্পদত ধনী আৰু পৰ্যটনৰ বাবে ভাৰতৰ ভিতৰতেই উৎকৃষ্ট ঠাই। ব্ৰিটিছৰ দিনৰে অনেক উন্নত ৰাজ্য এখনক জাতীয় চৰকাৰে ৬৪ বছৰ শাসন কৰাৰ পাছতো আন্তঃগাঁথনিৰ অকণো উন্নতি নহ'ল। অসমত ট্ৰেইনৰ গতি প্ৰতি ঘণ্টাত ২০ কিলোমিটাৰ। ৫০ শতাংশতকৈ অধিক লোকে বিদ্যুৎ নাপায়, ৩৮,৯৩৮ খন স্কুল ভেঙ্গাৰ। কমিউনিষ্ট চীনে কালাপানী হাইনান দ্বীপক ২০ বছৰতে মুম্বাই, দিল্লীতকৈও উন্নত কৰিলে। ধন্য ভাৰতৰ নব্য-উদাৰ অৰ্থনীতি ধন্য অৰ্থনীতিবিদ ড° মনমোহন সিং। ভাৰতৰ ৰাজনীতিক-আমোলা আৰু ক'ৰপোৰেট লবিৰ বাবে নব্য-উদাৰ অৰ্থনীতি অতি জৰুৰী, এই অৰ্থনীতিৰ আশীৰ্বাদতে দেশৰ লোকক অনাহাৰে ৰাখি তেওঁলোকে ৭০ লাখ কোটি টকা গোপনীয়ভাৱে বিদেশী বেংকত জমা ৰখাৰ সুযোগ পাইছে। ভাৰত এওঁলোকৰ বাবে স্বৰ্গ, গতিকে জনসাধাৰণক যিকোনো উপায়ে আভুৱা-ভাঁৰাই নব্য-উদাৰ অৰ্থনীতি জীয়াই ৰাখিবই লাগিব ভাৰতত। ☐☐

*৬ মে', ২০১১ চন*

# অসম সেউজ বিপ্লৱৰ পথতনে?

বিশ্ববেংকৰ মাৰ্চ মাহৰ নিউজ লেটাৰত কৈছে যে 'অসমত কৃষিৰ প্ৰচুৰ সম্ভাৱনাক ব্যৱহাৰ কৰি নতুন সেউজ বিপ্লৱ'। বিশ্ববেংকে নগাঁও, মৰিগাঁও, বৰপেটা আৰু যোৰহাট জিলাৰ কৃষি উৎপাদনৰ উদাহৰণ দি কৈছে যে ২০০৫ চনত বিশ্ববেংকৰ সাহায্যত আসাম এগ্ৰিকালচাৰেল কম্পিটিটিভনেচ প্ৰজেক্ট আৰম্ভ কৰিছিল কৃষি লাভজনক কৰিবলৈ। কৃষিৰ বাবে যিহেতু জলসিঞ্চন প্ৰয়োজনীয় আহিলা, তিনিজন কৃষকৰ গ্ৰুপক সহায় কৰা হৈছিল অগভীৰ টিউবৱেল (Tube Well) বহুৱাবলৈ। অগভীৰ নলীনাদৰ পানী যোগানৰ সুবিধাৰে খেতি কৰা মাটিত ধানৰ উৎপাদন দুগুণ হোৱা বুলি বিশ্ববেংকৰ উক্ত নিউজলেটাৰত কৈছে। যিজন কৃষকে আগতে ২০০০ কিলোগ্ৰাম ধান উৎপাদন কৰিছিল এইবাৰ ৪১০০ কিলোগ্ৰাম ধান উৎপাদন কৰা বুলি কৈছে। এইবছৰ ৰাজ্যখনত মুঠ ৩৫০০০০ টন ধান উৎপাদনেৰে ৰাজ্যখন চাউলত আত্মনিৰ্ভৰশীল হ'ব পাৰিব বুলি কৈছে। অৱশ্যে বিশ্ববেংকৰ উক্ত লেটাৰত এটি সত্য তথ্য প্ৰকাশ কৰিছে যে ৰাজ্যখনত মুঠ খেতিৰ মাটিৰ মাত্ৰ পাঁচভাগৰ এভাগতহে জলসিঞ্চনৰ সুবিধা আছে। (Just one-fifth of the land had assured irrigation) লেটাৰখনত আৰু কৈছে যে সময়পোযোগী পানী সৰবৰাহ নকৰা আৰু উপযুক্ত প্ৰযুক্তি ব্যৱহাৰৰ সুবিধাৰ অভাৱৰ বাবে খৰাং বতৰত খেতিৰ ক্ষতি হয়।

বিশ্ববেংকে অসমত নতুন সেউজ বিপ্লৱ সংঘটিত হোৱাৰ কথা কৈছে। সামগ্ৰিকভাৱে কৃষি উৎপাদনৰ আৰু কৃষি আনুসংগিক উদ্যোগৰ আন্তঃগাঁথনি উন্নত নহ'লে অসমত নতুন সেউজ বিপ্লৱ সম্ভৱ জানো! এবছৰৰ কৃষি উৎপাদনৰ উৰ্দ্ধ গতিৰ ওপৰত নিৰ্ভৰ কৰি সেউজ বিপ্লৱৰ আৰম্ভণি হোৱা বুলি মন্তব্য দিয়াটো সমীচীন নহয়। ২০১০ বছৰটোত অসমত বতৰ খুব ভাল। বানপানীয়েও বিশেষ ক্ষতি সাধন কৰা নাই, যি কাৰণে ধান তথা আন আন শাক-পাচলি উৎপাদনৰ বাবে অতি অনুকূল পৰিৱেশ আছিল। ধান তথা আন আন শস্যৰ উৎপাদনৰ উৰ্দ্ধ গতিও হৈছে। বিশ্ববেংকে মূলতঃ জলসিঞ্চন বা পানী যোগানৰ বাবে অগভীৰ নলীনাদ (shallow tube well)ৰ কথা কৈছে অৰ্থাৎ মাটিৰ তলৰ পানীৰ ওপৰত নিৰ্ভৰৰ কথা কৈছে। নিউজ লেটাৰখনত কৈছে 'while ground water was abundant, with the capacity to support some 8,00,000 bube wells'। কিন্তু মাটিৰ তলৰ পানী সম্পূৰ্ণৰূপে উলিয়াই অনা উচিত জানো? দেশৰ যোজনা আয়োগে ঘোষণা কৰিছে যে অতিৰিক্ত মাটিৰ তলৰ পানী তুলি আনিলে কৃষি অৰ্থনীতিৰ সুদূৰপ্ৰসাৰী মাৰাত্মক ক্ষতি সাধন হ'ব। (The present excessive use of ground water in Punjab and Haryan and also in southern states is causing serious damag to the long term health of the agriculture economic in these states) যোজনা আয়োগে প্ৰতিবেদনত আৰু কৈছে, "Unfortunately the depandence on groundwater has taken the form of unsustainable over extraction, resulting

in lowering the water table and adversely impacting rural drinking water supply, both in terms, availability and also quality as extracting water from ever lower levels is leading to arsenic and fluorid contamination."

অসমত কৃষি উৎপাদনৰ প্ৰধান অন্তৰায় বানপানী আৰু গৰাখহনীয়া। এই দুই সমস্যাৰ সমাধান নহ'লে অকল চেলো টিউবৱেল বহুৱাই পানী যোগানেৰে অসমত সেউজ বিপ্লৱ সাধন নহয়। বানপানী-গৰাখহনীয়াই সংহাৰী মূৰ্তি ধাৰণ কৰি দুই-তিনি বছৰৰ অন্তৰে অন্তৰে অসমৰ কৃষিৰ সকলো আন্তঃগাঁথনি মহটিয়াই লৈ যায়। বৰ্তমানলৈ অসমৰ কৃষি প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল। প্ৰকৃতিৰ দয়াৰ ফলত যদিহে বানপানী নহয়, গৰাখহনীয়াই ক্ষতি নকৰে, বৰষুণ নিয়মীয়া হয়, সেই বছৰত শস্যৰ উৎপাদন ৰাজ্যত খুব ভাল হয়। কেন্দ্ৰীয় তথা ৰাজ্য চৰকাৰে অসমৰ কৃষি আৰু অৰ্থনৈতিক উন্নয়নৰ মূল অন্তৰায় বানপানী-গৰাখহনীয়া স্থায়ীভাৱে নিয়ন্ত্ৰণৰ বাস্তৱ ব্যৱস্থা গ্ৰহণৰ কোনো পৰিকল্পনাই হাতত লোৱা নাই। অসমৰ বান-গৰাখহনীয়া সমস্যা সমাধানৰ ক্ষেত্ৰত কেন্দ্ৰই সদায় অসমক মাহীআইৰ চকুৰে চাই আহিছে।

অসম তথা উত্তৰ পূৰ্বাঞ্চল কৃষিৰ বাবে ভাৰতৰ ভিতৰতে অতি উপযুক্ত ঠাই। এই সত্যটোৰ কথা ভাৰতৰ সেউজ বিপ্লৱৰ গুৰু ড° স্বামীনাথনে সদায় ঘোষণা কৰি আহিছে। তেখেতে সদায় কয় অসম তথা উত্তৰ পূৰ্বাঞ্চল কৃষি উৎপাদনৰ বাবে শুই থকা দৈত্য। এই দৈত্যক জগাব লাগিলে কৃষি উৎপাদনৰ অন্তৰায়সমূহ আঁতৰ কৰি আন্তঃগাঁথনিৰ উন্নতি কৰিব লাগিব। অসম নদ-নদীৰে ভৰি আছে, পানীৰ কোনো অভাৱ নাই; কিন্তু আজিলৈ অসমৰ প্ৰায় অঞ্চলতে জলসিঞ্চনৰ ব্যৱস্থা নাই। কোনো অঞ্চলত জলসিঞ্চনৰ ব্যৱস্থাৰ বাবে বহু কোটি টকা খৰচ কৰিছে যদিও, প্ৰকল্পসমূহৰ পৰা পানী যোগান দিব নোৱাৰে, বিকল হৈ পৰি থাকে। দেশৰ পৰিকল্পনা আয়োগে দুখ কৰি কৈছে যে অসমত চৰকাৰী ধন খৰচ কৰি নিৰ্মাণ কৰা জলসিঞ্চন প্ৰকল্পৰ ৭৫ শতাংশৰে অস্তিত্ব নাই। অসমত কৃষিৰ বাবে মাটি চহোৱা ট্ৰেক্টৰ কেইখনমান কোনো কোনো অঞ্চলত ব্যৱহাৰ হ'লেও সামগ্ৰিকভাৱে অসমৰ কৃষিত প্ৰযুক্তিৰ (Technology) ব্যৱহাৰ অতি নিম্ন পৰ্যায়ৰ। উন্নত মানৰ বীজ যোগানৰ ক্ষেত্ৰ, সাৰ ব্যৱহাৰৰ ক্ষেত্ৰ আদি সকলো বিষয়তে অসম ভাৰতৰ সকলো ৰাজ্যৰ তলত। সেউজ বিপ্লৱৰ গুৰু ড° স্বামীনাথনে অসমৰ প্ৰতি দুখ কৰি কৈছে "Agriculture is the main economic activity in the region and despite major impact of green revolution in the irrigated areas of the country, modernisation of agriculture has escaped this region as evidenced by poor adoption of modern technologies, low consumption of fertilizers and other indicators of growth." (Strategies for Agricultural research in the North-East)।

অসমৰ বাবে উন্নতমানৰ বীজ, প্ৰযুক্তি, সাৰৰ বাবে আবণ্টন হোৱা বহু হাজাৰ কোটি টকাৰ ৰাজ-সাহায্য বাস্তৱত প্ৰয়োগ হোৱাৰ কোনো উদাহৰণ নাই। যোৱা পাঁচ বছৰত সাৰ, উন্নতমানৰ বীজ যোগানৰ ৰাজ-সাহায্যৰ ধনসমূহৰ অপব্যৱহাৰ আৰু আত্মসাতৰ অভিযোগ বাতৰি কাকতত নিয়মিত প্ৰকাশ পাইছিল।

কৃষিখণ্ডৰ উদ্যানশস্য (Horticulture) পশুধন, মাছ আদি আন আন ক্ষেত্ৰসমূহৰ উন্নতিৰ ক্ষেত্ৰতো চৰকাৰৰ বিশেষ ভূমিকা নাই। কেন্দ্ৰৰ পৰা উদ্যানৰ উন্নতিৰ বাবে বিভিন্ন আঁচনিৰ কাৰণে ধন আহিছে ৰাজ্যলৈ। ধন সংগ্ৰহ আৰু খৰচ হৈছে, উদ্যানৰ সৃষ্টি হোৱা নাই। উদাহৰণস্বৰূপে ২০০৭-০৮ বিত্তীয় বছৰত ১০.২২ কোটি টকা আহিছিল কেন্দ্ৰৰ পৰা উদ্যান আঁচনিৰ বাবে।

ৰাজ্যত উক্ত দুই বছৰ ক্ৰমে খৰচ কৰিছে ৯.৯৭ কোটি আৰু ২৬.২৩ কোটি টকা কেন্দ্ৰৰ আবণ্টনৰ পৰা, কিন্তু বাস্তৱ ক্ষেত্ৰত ক'তনো উদ্যানৰ উন্নতি হৈছে? সেইদৰে মীন পালনত ২০০৯-১০ বিত্তীয় বছৰত কেন্দ্ৰৰ আবণ্টন ২৬.১৪ কোটি টকা খৰচ কৰিছে, কিন্তু কেনেকৈ খৰচ কৰিছে, ক'ত খৰচ কৰিছে সঠিকভাৱে খৰচ হৈছে নে নাই ভগৱানেহে জানিব। সেইদৰে দুগ্ধ উন্নয়ন (Diary Development), পশুধন, উন্নয়ন, কৃষি গৱেষণা আদি সকলোতে ধনৰ আবণ্টন হয়। উন্নয়নৰ খতিয়ান ল'লে ওলাই পৰে ধনসমূহ প্ৰকৃতভাৱে খৰচ হৈছে নে নাই।

কৃষি উন্নয়নৰ আন এটি দিশ হ'ল বজাৰ। কৃষকে উৎপাদিত সামগ্ৰীৰ প্ৰকৃত মূল্য পায়নে? বিশ্ববেংকেও কৈছে এইবাৰ ধানৰ উৎপাদন অসমত প্ৰচুৰ। ৰাজ্যখন আত্মনিৰ্ভৰশীল হ'ব। কৃষকসকলে অধিক উৎপাদনৰ পুৰস্কাৰ পালে, ধানৰ দাম প্ৰচুৰভাৱে হ্ৰাস পালে। কৃষকে উৎপাদনৰ খৰচতকৈও কম মূল্যত ধান বিক্ৰী কৰিবলগীয়া হৈছে। অধিক উৎপাদনে কৃষকৰ বাবে অভিশাপ কঢ়িয়াই আনিলে। যি কাৰণে নেচনেল চেম্পল ছাৰ্ভেৰ এটি পিয়লত প্ৰকাশ পাইছে যে ৪৫ শতাংশ কৃষকে কৃষিক্ষেত্ৰ এৰি বিকল্প কৰ্মসংস্থানলৈ যাব বিচাৰে। শাক-পাচলি, সৰিয়হ, মৰাপাট, ফল, আদা আদি সামগ্ৰীসমূহো প্ৰকৃত মূল্য পায় জানো কৃষকে। চৰকাৰে নিম্নতম সমৰ্থিত মূল্য (Minimum Support Price)ৰ ব্যৱস্থা কৰিছে। কিন্তু সকলো সামগ্ৰী অন্তৰ্ভুক্ত নহয় আৰু অন্তৰ্ভুক্ত কৰা সামগ্ৰীসমূহকো চৰকাৰে কিনাৰ আগতে বেপাৰীয়ে কিনি লয় কম দামতে। কৃষিৰ কাৰণে অন্যতম আন্তঃগাঁথনি হিমঘৰ— সমগ্ৰ অসমত হয়তো ২০টা হিমঘৰো নাই। কেন্দ্ৰীয় চৰকাৰে হিমঘৰ বন্ধাৰ বাবে অনেক ৰাজ-সাহায্য দিয়ে ; কিন্তু অসমত কিয় সকলো অঞ্চলতে পৰ্যাপ্ত পৰিমাণে হিমঘৰৰ নিৰ্মাণ হোৱা নাই? ভাঁৰতৰ আন ৰাজ্যসমূহত ২০০ৰ পৰা ৫০০লৈ হিমঘৰ আছে। পশ্চিমবংগৰ প্ৰতি পঞ্চায়তে এটাকৈ হিমঘৰ নিৰ্মাণ কৰিছে। অসমৰ কৃষকে বিলাহী বেঙেনা বজাৰত বিক্ৰী নহ'লে ৰাজপথত পেলাই থৈ যায় ট্ৰাকে চেপেটা কৰিবলৈ। কৃষকে উৎপাদিত সামগ্ৰীৰ প্ৰকৃত মূল্য নাপায়। ইয়াৰ বাবে চৰকাৰে সংগঠিত বজাৰৰ ব্যৱস্থাৰে কৃষকৰ উৎপাদিত সামগ্ৰীৰ প্ৰকৃত মূল্য পোৱাৰ প্ৰকল্পৰ বিষয়ে কোনোদিনে চিন্তাই কৰা নাই। চৰকাৰে বজাৰ নিয়ন্ত্ৰণৰ দায়িত্ব এৰি দিছে অসামাজিক চিণ্ডিকেটসমূহৰ হাতত। চিণ্ডিকেটৰ দাদাসকলে অতি কম দামত কৃষকৰ সামগ্ৰীসমূহ কিনি লয় আৰু অতি উচ্চ দামত উপভোক্তাৰ ওচৰত বিক্ৰী কৰে। কেইদিনমান আগতে এজনে মোক খবৰ দিলে যে বৰ্তমান বনৰীয়া শাককে ধৰি সকলো শাক কৃষক বা সাধাৰণ লোকৰ পৰা চিণ্ডিকেটে জবৰদস্তি কিনি ল'ব, খুচুৰা শাক বেপাৰীসকলে চিণ্ডিকেটৰ পৰা শাক কিনি বজাৰত বিক্ৰী কৰিব। শাক উৎপাদনকাৰী বা বনৰীয়া শাক সংগ্ৰহকাৰীয়ে প্ৰত্যক্ষভাৱে বজাৰত শাক বিক্ৰী কৰিব নোৱাৰে। ৰাজ্যত অৰাজকতা, প্ৰশাসন নাই— প্ৰশাসনৰ সহযোগত চিণ্ডিকেটে ৰাজ্যৰ বজাৰ নিয়ন্ত্ৰণ কৰিব পাৰে। সাধাৰণ লোকৰ কোনো অধিকাৰ নাই। চিণ্ডিকেটে মাছ, শাক-পাচলি, ফলমূল সকলো সামগ্ৰীৰে বজাৰ নিয়ন্ত্ৰণ কৰে যি কাৰণে অসমৰ বজাৰত খাদ্য-সামগ্ৰীৰ অতি উচ্চ হাৰৰ দাম।

কৃষিভিত্তিক উদ্যোগ (Agro-based Industry)ৰ অসম বিভিন্ন উৎপাদিত কৃষি সামগ্ৰীৰ ভিত্তিত উদ্যোগৰ ক্ষেত্ৰত অতি পাছপৰা, যি কাৰণে ফলমূলকে ধৰি আনেক কৃষি সামগ্ৰীৰ বজাৰৰ অভাৱত কৃষকে প্ৰকৃত মূল্য নাপায়। কৃষিভিত্তিক উদ্যোগৰ স্থাপন হ'লে উদ্যোগসমূহে প্ৰত্যক্ষভাৱে কৃষকৰ পৰা সামগ্ৰীসমূহ সংগ্ৰহ কৰিলে, কৃষকে উচিত মূল্য পোৱাত, সহায়ক হ'লহেঁতেন। অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহত প্ৰত্যক্ষ কৰিছো কৃষকে আদা প্ৰতি কিলোগ্ৰাম ৭/৮ টকাত আৰু

আনাৰস প্ৰতিটোত ২ টকাকৈ বিক্ৰী কৰে। অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ কৃষকসকলে উৎপাদিত সামগ্ৰীৰ উচিত মূল্য পালে উৎসাহিত হ'লহেঁতেন বেছি উৎপাদন কৰাৰ বাবে। অসমৰ কৃষি ক্ষেত্ৰৰ উন্নয়নৰ অন্যতম পথ হ'ল কৃষিভিত্তিক উদ্যোগ স্থাপন। কৃষি বজাৰৰ বাবে গাঁও অঞ্চলৰ বাট-পথৰ উন্নয়নৰ প্ৰশ্নটোও জড়িত হৈ আছে। কেন্দ্ৰীয় চৰকাৰে কাৰ্যসূচী গ্ৰহণ কৰিছে ৰুৰেল ডেভলপমেণ্টৰ। দুৰ্গম অঞ্চলৰ কৃষকে আজিও বাট-পথৰ উন্নয়নকে ধৰি সামাজিক খণ্ডৰ কোনো সুবিধাই পোৱা নাই। দেশৰ ভিতৰতে অতি উচ্চমানৰ আদা উৎপাদনকাৰী কাৰ্বি আংলঙৰ কৃষকে বাট পথৰ অভাৱ বা আন বিভিন্ন সুবিধাৰ অভাৱত অতি কম দামতে আদা, আনাৰস আদি বিক্ৰী কৰি দিয়ে।

ড° স্বামীনাথনে সঠিকভাৱেই কৈছে অসম তথা উত্তৰ পূৰ্বাঞ্চল কৃষি উৎপাদনৰ ক্ষেত্ৰত শুই থকা দৈত্য। এই দৈত্যক জগাব লাগে। এই দৈত্যক কোনে জগাব, কেতিয়া জগাব। ভাৰত স্বাধীন হোৱাৰ দিনৰে পৰা ৬৩ বছৰে এই দৈত্যক জগাব নোৱাৰিলে কেন্দ্ৰীয় তথা ৰাজ্য চৰকাৰে। আৰু কিমান বছৰ এই দৈত্য শুই থাকিব? অকল চেলো টিউবৱেল বহুৱাই অসম তথা উত্তৰ পূৰ্বাঞ্চলত সেউজ বিপ্লৱ কৰিব নোৱাৰিব। কৃষি উৎপাদনৰ আন্তঃগাঁথনিৰ সাৰ্বিক উন্নয়নৰ দ্বাৰাহে সেউজ বিপ্লৱ সম্ভৱ হ'ব। ❑❑

*১৩ মে', ২০১১ চন*

# উদাৰ গণতন্ত্ৰৰ ভেঙ্কিবাজী

সদ্যসমাপ্ত বিধানসভাৰ নিৰ্বাচনত কংগ্ৰেছ দলে অভাৱনীয় সাফল্য লাভ কৰিলে। যোৱা ৪০ বছৰৰ ৰেকৰ্ড ভংগ কৰি কংগ্ৰেছ দলে অকলেই ৭৮ খন আসন দখল কৰিলে, যোৱা নিৰ্বাচনতকৈ ২৫ খন আসন বেছি লাভ কৰিছে। বিধানসভাৰ নিৰ্বাচনৰ উক্ত ফলাফলত জনসাধাৰণ তথা কংগ্ৰেছ দলৰ নেতৃত্বও আচৰিত হৈছে। কাৰণ মুখ্যমন্ত্ৰী গগৈ ডাঙৰীয়াই প্ৰকাশ কৰি আছিল যে দৰকাৰ হ'লে এ আই ইউ ডি এফৰ লগত মিলি চৰকাৰ গঠন কৰিব। কিন্তু নিৰ্বাচনৰ ফলাফল এনেকুৱা হ'ল যে কংগ্ৰেছ দলে আনকি বি পি এফৰ সাহায্য নোহোৱাকৈও চৰকাৰ গঠন কৰিব পাৰিব, নিৰংকুশ সংখ্যাগৰিষ্ঠতা লাভ কৰিছে।

এইবাৰ বিধানসভাৰ নিৰ্বাচনৰ মুখ্য ইচ্যু আছিল দুৰ্নীতি, ভ্ৰষ্টাচাৰ. অপশাসন ইত্যাদি। লগতে দ্ৰব্যমূল্য বৃদ্ধি আৰু আন আন ইচ্যু আছিল। নিৰ্বাচনে প্ৰতিফলিত কৰিলে নেকি দুৰ্নীতি এটি ইচ্যু নহয় বা দ্ৰব্যমূল্য বৃদ্ধিয়ে জনসাধাৰণক আক্ৰান্ত কৰা নাই। নিৰ্বাচনৰ বতাহ কংগ্ৰেছ দলৰ বিৰুদ্ধে বলা যেন অনুভৱ হৈছিল। মধ্যবিত্ত লোকসকলৰ আৰু বুদ্ধিজীৱীসকলৰ প্ৰায় অংশই কংগ্ৰেছ দল শাসনৰ গাদীৰ পৰা উৎখাত হোৱাতো আন্তৰিকতাৰে বিচৰা যেন প্ৰতিফলিত হৈছিল। দুৰ্নীতিৰ বিৰুদ্ধে বলিষ্ঠ সংগ্ৰামো সংঘটিত হৈছিল। অগপ আৰু বিজেপি দলে দিনে-ৰাতি দুৰ্নীতিৰ বিষয়েই গাই-বাই ফুৰিছিল। কৃষক মুক্তি সংগ্ৰাম সমিতিয়ে কেইজনমান মন্ত্ৰীৰ দুৰ্নীতিৰ বিৰুদ্ধে সংঘটিত কৰা আন্দোলনত অসমৰ অনেক বুদ্ধিজীৱী তথা মধ্যবিত্ত লোক জঁপিযাই পৰিছিল। অখিল গগৈৰ নেতৃত্বত অসমৰ বিপ্লৱ সংঘটিত হোৱা যেন অনুভৱ হৈছিল আৰু অখিল গগৈৰ বিপ্লৱসমূহৰ নিয়মিত লাইভ টেলিকাষ্ট হৈছিল। দৈনিক বাতৰি কাকতসমূহৰ প্ৰথম পৃষ্ঠাৰ মুখ্য বাতৰি হিচাবে ঠাই দখল কৰিছিল। অৱশ্যে অখিল গগৈৰ আন্দোলন কংগ্ৰেছৰ বিৰুদ্ধে নাছিল। দুৰ্নীতিগ্ৰস্ত মন্ত্ৰীৰ বিৰুদ্ধেহে বুলি কৈছিল। সি যিয়েই নহওক সকলোবিলাকচোন ভেঁকো-ভাওনাৰ নিচিনাহে হ'ল।

কংগ্ৰেছে তলে তলে জনসাধাৰণৰ ওচৰ চাপিল নেকি, জনসাধাৰণক জয় কৰিবলৈ সমৰ্থ হ'ল নেকি! অকল গাঁৱৰ লোকৰে নহয় চহৰসমূহৰ নিৰ্বাচনত যি ঠাইসমূহৰ মধ্যবিত্ত আৰু বুদ্ধিজীৱীসকলে অতি অসন্তুষ্ট দুৰ্নীতিৰ সংস্কৃতিত, দ্ৰব্যমূল্য বৃদ্ধিত। অখিল গগৈক গ্ৰেপ্তাৰ কৰোতে থানাখনেই ভাঙি দিয়ে যেন লাগিল বিদ্ৰোহী মধ্যবিত্ত আৰু বুদ্ধিজীৱীসকলে। কিন্তু গুৱাহাটী, তেজপুৰ, যোৰহাট সকলো চহৰতে এই বিপ্লৱী মধ্যবিত্ত বুদ্ধিজীৱীসকলে কংগ্ৰেছকে ভোট দিলে নেকি! বহুতে সন্দেহ প্ৰকাশ কৰিছে ই ভি এম মেচিনত কিবা কুচকাৱাজ কৰিছে। এজনে মোক ক'লে এনেকুৱাকৈ প্ৰগ্ৰামিং কৰা যায় যে এশ, দুশ বা তিনি শ ভোটাৰে ভোট দিয়ালৈকে ঠিকমতেই হয়, তাৰ পাছত যি চিনতে নিটিপক কিয় বিশেষ এটি চিনত ভোট ৰেকৰ্ড হ'ব। ই ভি এম ১০০ বাৰ টিপা মাৰিহে চেক

কৰাৰ নিয়ম। অৱশ্যে এই অভিযোগসমূহ সত্য নে অসত্য আমি নাজানো। অভিযোগকাৰীসকলে তদন্ত কৰি চাব পাৰে। গুৱাহাটীৰ বহু লোকৰে মুখে মুখে শুনা যায় ই ভি এম মেচিনত কিবা গণ্ডগোল কৰিছে।

আমি মতামত দিব পাৰো যে বুৰ্জোৱা গণতন্ত্ৰ এনেকুৱাই। অৱশ্যে বুৰ্জোৱা শব্দটো বহুতৰ বাবে অস্পৃশ্য। কাৰ্ল মাৰ্ক্সে এই বুৰ্জোৱা শব্দটো পুঁজিবাদী সমাজ ব্যৱস্থাৰ গণতন্ত্ৰৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিছিল। তেখেতে কৈছিল পুঁজিবাদী সমাজ ব্যৱস্থাৰ গণতন্ত্ৰ প্ৰকৃত গণতন্ত্ৰ নহয়। মানুহৰ অৰ্থনৈতিক স্বাধীনতা নাথাকিলে পুঁজিবাদী সমাজ ব্যৱস্থাত গৰিষ্ঠসংখ্যক লোকৰ বাবে স্বাধীনতা অসাৰ। মাৰ্ক্সে কৈছিল, বুৰ্জোৱা গণতান্ত্ৰিক সমাজ ব্যৱস্থাত ৯০ শতাংশ লোকৰে অৰ্থনৈতিক স্বাধীনতা নাই। সেয়ে দহ শতাংশ সম্পদশালী লোকে তেওঁলোকৰ সম্পদ ৰক্ষাৰ বাবে বুৰ্জোৱা গণতন্ত্ৰৰ সহায়ত সম্পত্তিৰ অধিকাৰৰ স্বাধীনতাৰ নামত ৯০ শতাংশ লোকৰ স্বাধীনতা হৰণ কৰে। ৯০ শতাংশ লোকক শোষণ কৰি গোলাম বনাই মুক্ত স্বাধীনতা দিয়াৰ নামত তেওঁলোকক কিনি ৰাখে। এই বুৰ্জোৱা গণতন্ত্ৰ জীয়াই ৰাখে যিমান দিনলৈ এই দহ শতাংশ লোকৰ স্বাৰ্থত হানি নহয়। যিদিনাই দেখিব এই বুৰ্জোৱা স্বাধীনতাৰ সুযোগ লৈ ৯০ শতাংশ লোকে দহ শতাংশ লোকৰ স্বাৰ্থত ক্ষতি কৰিছে লগে লগে বুৰ্জোৱা গণতন্ত্ৰৰ অৱসান কৰে। সেয়ে মাৰ্ক্সে কল্পনা কৰা সমাজ ব্যৱস্থাৰ বিষয়ে ক'বলৈ গৈ কমিউনিষ্ট ইস্তাহাৰত বিশ্বৰ দহ শতাংশ সম্পদশালী লোকক সম্বোধি কৈছিল— "ব্যক্তিগত সম্পত্তিৰ বিলোপ সাধনেই আমাৰ লক্ষ্য হোৱা দেখি আপোনালোকে সন্ত্ৰস্ত হৈ পৰিছে। কিন্তু আপোনালোকৰ প্ৰচলিত সমাজ ব্যৱস্থাতে জনসাধাৰণৰ দহ ভাগৰ ৯ ভাগৰেই ব্যক্তিগত সম্পত্তি শেষ হৈ গৈছে। ১০ ভাগৰ ৯ ভাগৰে হাতত ব্যক্তিগত সম্পত্তি নথকাৰ বাবেই কম সংখ্যকৰ বাবে ইয়াৰ অস্তিত্ব আছে। আপোনালোকে সেয়ে এনে এক সম্পত্তিৰ বিলোপ সাধন কৰিব খোজা দেখি আমাক নিন্দা কৰিছে, যি সম্পত্তি বৰ্তি থকাৰ প্ৰয়োজনীয় চৰ্ত হ'ল সমাজৰ বৃহৎ সংখ্যাগৰিষ্ঠৰ বাবে সম্পত্তিৰ অৱলুপ্তি।"

মানৱতাবাদী বিজ্ঞানী আইনষ্টেইন ৰাজনীতিবিদ নাছিল ; কিন্তু বুৰ্জোৱা গণতন্ত্ৰৰ জালিয়াতী দেখি দুখতে কৈছিল, সংসদসমূহৰ সদস্যসকলক ব্যক্তিগত পুঁজিপতিসকলে ধন দিয়ে আৰু এই সংসদে সা-সুবিধাৰ পৰা বঞ্চিত লোকসকলৰ পক্ষত থিয় নিদিয়ে বা তেওঁলোকৰ স্বাৰ্থ ৰক্ষা নকৰে। এই দুখীয়া বঞ্চিত লোকসকলৰ বাবে গণতন্ত্ৰক কৌশলগতভাৱে ব্যৱহাৰ কৰাতো অসম্ভৱ আৰু কষ্টসাধ্য। (It is thus extremely difficult, and indeed in most cases quit impossible, for the individual citizen to come to objective conclusions and to make intelligent use of his political rights Albert Einstein why socialism ?)।

আজি আমি যে ভোটাধিকাৰ সাব্যস্ত কৰিছো গণতন্ত্ৰ পাইছো বুলি ভাবিছো ইয়াৰ পটভূমি বা ইতিহাসৰ পাত লুটিয়াই চালে দেখা পাওঁ যে ৰেণেছাচ আৰু ৰিফৰমেচনৰ পৰা পাশ্চাত্য উদাৰনৈতিক বা বুৰ্জোৱা গণতন্ত্ৰৰ উদ্ভৱ হৈছিল, ইয়াৰ পাছত আছিল ইউৰোপৰ উচিত বুৰ্জোৱা শ্ৰেণীৰ অৰ্থনৈতিক স্বাৰ্থ। ১৭ শ আৰু ১৮ শ শতিকাত ইংলেণ্ডত সামন্ত শ্ৰেণী, বুৰ্জোৱা শ্ৰেণী আৰু ৰাজতন্ত্ৰৰ মাজত ত্ৰিমুখী সংগ্ৰাম সংঘটিত হৈছিল। এই সংগ্ৰামত বুৰ্জোৱা শ্ৰেণী জয়ী হৈ অৰ্থনৈতিক আধিপত্য, ৰাজনৈতিক ক্ষমতা আৰু ৰাষ্ট্ৰশক্তিৰ নিয়ন্ত্ৰণৰ ক্ষমতা অৰ্জন কৰে। আমেৰিকাৰ স্বাধীনতা যুদ্ধ আৰু ফৰাচী বিপ্লৱৰ মাজেদিও বুৰ্জোৱা স্বাৰ্থই ৰক্ষা হয় আৰু ৰাষ্ট্ৰশক্তি এই শ্ৰেণীৰ হস্তগত হয়।

সেই সময়ৰ পৰা পৃথিৱীত ধনতন্ত্ৰৰ উত্তৰণৰ যুগ আৰম্ভ হয় আৰু পাশ্চাত্য বুৰ্জোৱা গণতন্ত্ৰ বা উদাৰ গণতন্ত্ৰৰ সূত্ৰপাত হয়। এই গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে মূল শক্তি আছিল অগণিত কৃষক-শ্ৰমিক। কিন্তু ক্ষমতাত অধিষ্ঠিত হয় বুৰ্জোৱা শ্ৰেণী আৰু সমস্ত শ্ৰমিক-কৃষকৰ আশা-আকাংক্ষা ধূলিসাৎ হয়। ব্যক্তি স্বাধীনতাৰ তত্ত্বই এই সময়ৰ পৰা উদাৰ গণতন্ত্ৰৰ মূলমন্ত্ৰ হৈ স্থিতি লয়— প্ৰকৃতপক্ষে এই ব্যক্তি স্বাধীনতাৰ অন্তৰালত মুখ্য উদ্দেশ্য হ'ল বুৰ্জোৱা শ্ৰেণীৰ ব্যক্তিগত সম্পত্তি, পুঁজি আৰু মুনাফাৰ ওপৰত থিয় হৈ থকা অৰ্থনৈতিক ব্যক্তি-স্বাধীনতাৰ ছদ্মনাম।

পৰৱৰ্তী কালত আমেৰিকা আৰু ইউৰোপত শ্ৰমিক-কৃষকৰ দীৰ্ঘদিনীয়া আন্দোলনৰ ফলত সমাজৰ ৮০ শতাংশ লোকৰ ক্ষেত্ৰতো কিছু সা-সুবিধা আগবঢ়াইছিল আৰু ১৯১৭ চনত ছোভিয়েট ইউনিয়ন বা সমাজবাদী ৰাষ্ট্ৰ প্ৰতিষ্ঠা হোৱাত বুৰ্জোৱা শ্ৰেণীয়ে ভয়তে কল্যাণকামী ৰাষ্ট্ৰৰ ধাৰণাৰ সৃষ্টি কৰিছিল যাতে আন আন দেশসমূহৰ জনসাধাৰণ সমাজবাদৰ প্ৰতি আকৰ্ষিত নহয়। কিন্তু এই গণতন্ত্ৰৰ মুখ্য উদ্দেশ্যই হ'ল ৰাষ্ট্ৰৰ সকলো সা-সুবিধা -ধন-সম্পদ ১০ শতাংশ লোকৰ হাতত ৰখা। এই তথাকথিত গণতন্ত্ৰ জীয়াই ৰাখিবলৈ বা অশালীন ভাষাত ক'বলৈ হ'লে ভোট কিনিবলৈ কিছু কিছু সা-সুবিধা ৯০ শতাংশ লোকৰ মাজত কাৰো ভাগত কম কাৰো ভাগত বেছিৰ পদ্ধতিত ছটিয়াই দিয়ে।

সকলো দেশৰে বুৰ্জোৱা দলসমূহ বৃহৎ পুঁজিপতিৰ প্ৰতিনিধি। তেওঁলোকে ধন বিনিয়োগ কৰে তেওঁলোকৰ ৰাজনীতিৰ লোকসকল নিৰ্বাচনত জিকি অহাৰ বাবে। নিৰ্বাচনসমূহত কোটি কোটি টকা/ডলাৰ খৰচ হয় ভোট কিনাৰ বাবে। এইটো সৰ্বজনবিদিত যে বহু প্ৰশংসিত গণতন্ত্ৰৰ দেশ আমেৰিকা যুক্তৰাষ্ট্ৰত মুখ্য দল ৰিপাব্লিকান আৰু ডেম'ক্ৰেটিক দুয়োটা দলকে পুঁজিপতি আৰু ক'ৰপোৰেট হাউছে প্ৰচুৰ ধন দিয়া কাৰ্যই এক আইনী ৰূপ লৈছে। প্ৰচুৰ অৰ্থ দিয়ে দুয়োটা দলকে অস্ত্ৰ-শস্ত্ৰ আৰু তেল কোম্পানীসমূহে। আমেৰিকাৰ সচেতন লোকসকল আমেৰিকা গণতন্ত্ৰৰ চেহেৰাত হতাশ হৈ পৰিছে— 'জিম হাইটওয়াৰ' নামৰ এজন বিশিষ্ট আমেৰিকান বুদ্ধিজীৱীৰ লিখা "If the Gods had wanted US (Amefícans, to vote, they would have given US candidates" নামৰ কিতাপখন পঢ়িলেই বুজা যায় যে গণতন্ত্ৰ বা নিৰ্বাচনৰ নামত আমেৰিকাত কিধৰণৰ প্ৰহসন চলে। এই হ'ল ড° মনমোহন সিং ডাঙৰীয়াই ঘোষণা কৰা আমাৰ দেশৰ নেচাৰেল অ্যালাই আমেৰিকা যুক্তৰাষ্ট্ৰৰ গণতন্ত্ৰৰ নমুনা।

ভাৰততো এই ধৰণৰ গণতন্ত্ৰ। ভাৰতৰ অংগৰাজ্য অসমতো উক্ত গণতন্ত্ৰৰ পটভূমিত বিধানসভাৰ নিৰ্বাচন অনুষ্ঠিত হৈ গ'ল। দুখীয়া-অভাৱী লোক গৰিষ্ঠসংখ্যক থাকিলে গণতন্ত্ৰক কিনিবলৈ সুবিধা। জনসাধাৰণৰ দুখ-দুৰ্দশাৰ স্থায়ী সমাধান হ'লে উক্ত গণতন্ত্ৰ জীয়াই ৰখাত অসুবিধা। দৰিদ্ৰ লোকক, অভাৱী লোকক কম্বল, সূতা, এন্‌ৰেগাৰ মজুৰি, দুই-এজনক ঘৰ, চাৰিটকীয়া চাউল দি কিনিব পাৰি। লোকসকলৰ আৰ্থিক অৱস্থাৰ উন্নতি ঘটিলে, স্বাৱলম্বী হ'লে ভোট দিয়াৰ বাবে কিনাৰ অসুবিধা গতিকে এই গণতন্ত্ৰ জীয়াই ৰাখিবলৈ গৰিষ্ঠ সংখ্যক লোকক দৰিদ্ৰ হিচাবে ৰাখিব লাগিব তেতিয়াহে এওঁলোকৰ গণতন্ত্ৰৰ গাদী ৰাখিব পৰা যাব।

এইবাৰ নিৰ্বাচনৰ ফলাফল ঘোষণাৰ পাছত হেনো কোনো লোকৰে আনকি গাঁও অঞ্চলতো লোকৰ মাজত উৎসাহ পৰিলক্ষিত হোৱা নাই। নিমাওমাও পৰিস্থিতিত বিৰাজ কৰিছে চতুৰ্দিশে। নেদেখাজনেহে জানে কি মহিমা নিৰ্বাচনৰ। তথাপি আমি অগপক ক'ব খোজো তেওঁলোকৰ দলে

বিজেপিৰ পাছে পাছে খুব ঘূৰিলে। চন্দ্ৰমোহন পাটোৱাৰী ডাঙৰীয়া হেনো বিজেপিৰ প্ৰতি খুব আনুগত্য। বিজেপি দলে কিয় সকলো সমষ্টিতে অগপৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰি বিৰোধী ভোট ভাগ কৰি কংগ্ৰেছৰ জয় সুনিশ্চিত কৰিলে? বিজেপিৰো অতি লোভ তেওঁলোকে অসমৰ চৰকাৰৰ গাদী দখল কৰিব সৰ্বভাৰতীয় নেতা, ফিল্ম তাৰকাৰে বানপানী বোৱাই দিলে অসমত। অগপই বিজেপিৰ সংগ পৰিত্যাগ কৰি তেওঁলোকৰ প্ৰাৰম্ভিক ধৰ্মনিৰপেক্ষ চৰিত্ৰ বজাই ৰাখি সকলো গণতান্ত্ৰিক ধৰ্মনিৰপেক্ষ শক্তিৰ লগ লাগি জনসাধাৰণৰ ওচৰলৈ যাওক। হিন্দুত্ববাদী বিজেপিৰ লগ লাগি অগপ দলটোৰ বিপৰ্যয় মাতি আনিলে, অগপ দলটোও শেষ কৰিলে। আশা কৰো তেওঁলোকৰ শুভবুদ্ধি উদয় হ'ব বিজেপি দলৰ ওপৰত নিৰ্ভৰশীল নহৈ জনসাধাৰণ আৰু গণতান্ত্ৰিক ধৰ্মনিৰপেক্ষ শক্তিসমূহৰ ওপৰত নিৰ্ভৰশীল হওক।

কংগ্ৰেছ দলে নিৰ্বাচনত অভাৱনীয় জনাদেশ পোৱাত অসমৰ জনসাধাৰণে কি আশা কৰিব পাৰে। কংগ্ৰেছ দলে কিহৰ লাইচেন্স পালে দুৰ্নীতি, ভ্ৰষ্টাচাৰ, অপশাসনৰ নে দুৰ্নীতিহীন সুপ্ৰশাসনৰ, জনসাধাৰণ আৰ্থিক উন্নয়নৰ। কংগ্ৰেছে দাবী কৰিছে জনসাধাৰণে উন্নয়নৰ বাবে জনমত দিছে। জনসাধাৰণ নিশ্চয় ভাগ্যৱান হ'ব যদিহে ৰাজ্যখনৰ উন্নয়ন হয়, জনসাধাৰণৰ জীৱন-জীৱিকাৰ পথৰ সৃষ্টি হয় দুৰ্নীতিৰ অৱসান হয়, চাকৰি পাবলৈ টকা দিব নালাগে, আঁচনিৰ ধনসমূহ আত্মসাৎ নহৈ প্ৰকৃত ৰূপায়ণ হয়। মন্ত্ৰী, দলৰ নেতাসকল প্ৰশাসন ৰাজনৈতিক লবীটোৰ লোকসকলৰ কলা ধন আৰু সম্পত্তিৰ পৰিমাণ আকাশলংঘী হাৰত বৃদ্ধি নহয়। সকলো কথা সময়েহে ক'ব। অসমত নিশ্চয় জনসাধাৰণে কংগ্ৰেছ দলৰ বিকল্প বিচাৰি নাপালে। অগপ দলে কংগ্ৰেছৰ বিকল্প শ্ৰেষ্ঠ দল হিচাবে নিজকে প্ৰতিষ্ঠিত কৰিব নোৱাৰিলে। অহা পাঁচ বছৰৰ সময়ছোৱাত অগপ দলে ধৰ্মনিৰপেক্ষ আৰু গণতান্ত্ৰিক শক্তিৰ লগ লাগি জনসাধাৰণৰ দৈনন্দিন সমস্যাৰ লগত একাত্ম হৈ কংগ্ৰেছৰ বিকল্প শক্তি হিচাবে দলটোক প্ৰতিষ্ঠিত কৰক। □□

*২০ মে', ২০১১ চন*

# বিহংগম দৃষ্টিত নব্য উদাৰ অৰ্থনীতি

আমাৰ নিবন্ধৰ অনেকজন সহৃদয় পাঠকে আমাক যোগাযোগ কৰে নব্য উদাৰ অৰ্থনীতি কি। পুঁজিবাদী অৰ্থনীতি জন্ম হোৱাৰ দিনৰে পৰাই মুক্ত অৰ্থনীতি আছিল। পুঁজিবাদী অৰ্থনৈতিক তত্ত্বৰ প্ৰথম গুৰু আদাম স্মিথৰ তত্ত্বই আজি মুক্ত অৰ্থনীতি (Laissesfare)— লেইছেজ ফেয়াৰ অৰ্থনীতি তেখেতে অৰ্থনীতি। পৰিচালনাৰ ক্ষেত্ৰত অদৃশ্য হাতৰ কথা কৈছিল। এই মুক্ত পুঁজিবাদী অৰ্থনীতি ১৮২০ চনৰ পৰা কিছু বছৰৰ অন্তৰে অন্তৰে সংকটৰ দ্বাৰা আক্ৰান্ত হৈছিল। ১৯২৯-৩০ চনত সংঘটিত হোৱা পুঁজিবাদী অৰ্থনীতিৰ সংকট মানৱ জাতিৰ বাবে ডাঙৰ বিপৰ্যয় আছিল। ইউৰোপৰ ব্ৰিটেইন, জাৰ্মানী, ফ্ৰান্স আদি আৰু আমেৰিকাকে ধৰি উন্নত পুঁজিবাদী দেশসমূহৰ অৰ্থনীতি চূৰ্ণ-বিচূৰ্ণ হৈছিল। বিশ্ববিখ্যাত অৰ্থনীতিবিদ হাৰভাৰ্ড বিশ্ববিদ্যালয়ৰ অৰ্থনীতিৰ অধ্যাপক জন কেমিথ গলব্ৰাইথে এই সংকটৰ নাম দিছিল 'দি গ্ৰেট ক্ৰেছ - ১৯২৯' (The great crash - 1929)। পুঁজিবাদী অৰ্থনীতিৰ এই সংকটে মানৱ জাতিলৈ চৰম দুখ-দুৰ্দশা কঢ়িয়াই আনিছিল। ইউৰোপ আৰু আমেৰিকাৰ কোটি কোটি লোকে অনাহাৰে, অৰ্ধাহাৰে দিন অতিবাহিত কৰিছিল। পুঁজিপতি অৰ্থনৈতিক সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ সেই সময়ৰ ব্ৰিটিছ অৰ্থনীতিবিদ জন মেনাৰ্ড কেইন্সে আদাম স্মিথৰ মুক্ত অৰ্থনৈতিক নীতিৰ বিপৰীতে পুঁজিবাদী অৰ্থনীতিৰ গতি-প্ৰকৃতিত চৰকাৰী নিয়ন্ত্ৰণৰ তত্ত্ব আগবঢ়াইছিল। চৰকাৰী ধন খৰচেৰে কৰ্মসংস্থান সৃষ্টি কৰি পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ উৎপাদিত সামগ্ৰীৰ বজাৰত চাহিদা বৃদ্ধিৰ কথা কৈছিল। কেইন্সৰ উদ্যোগতে আন্তৰ্জাতিক বিত্তীয় অনুষ্ঠান 'আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ' বিশ্ববেংকৰ সৃষ্টি হৈছিল। এই আন্তৰ্জাতিক বিত্তীয় প্ৰতিষ্ঠান সৃষ্টিৰ পৰিকল্পনাৰ কেইন প্লেন বা 'ব্ৰিটিন উড্‌চ্' ব্যৱস্থা (Bretton Woods) বুলি জনাজাত। কেইন্সৰ তত্ত্বই ১৯২৯ চনৰ ভয়ানক সংকটৰ পৰা পুঁজিবাদী অৰ্থনীতিক উদ্ধাৰ কৰিছিল। বিশ্বত পুঁজিবাদী অৰ্থনীতি প্ৰায় ১৯৭০ চনলৈ কেইন্সীয় তত্ত্বৰে পৰিচালিত হৈছিল।

দ্বিতীয় মহাসমৰৰ পৰা ১৯৭০ চনলৈ বিজ্ঞান প্ৰযুক্তিৰ চমকপ্ৰদ উন্নতিৰ ফলত পুঁজিবাদী অৰ্থনীতিৰ নিৰৱচ্ছিন্ন বিকাশ হ'ল। পণ্য উৎপাদনৰ আহিলাসমূহৰ অভূতপূৰ্ব উন্নতিৰ ফলত উৎপাদন ক্ষমতা অপৰিসীম হ'ল। বৃহৎ পুঁজিপতিসকলে এই পৰিস্থিতিত কেইন্সৰ তত্ত্বৰ নিয়ন্ত্ৰিত পুঁজিবাদী অৰ্থনীতিক বিদায় দি মুক্তভাৱে পৰিচালিত হ'ব বিচাৰিলে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ চিকাগো বিশ্ববিদ্যালয়ৰ অৰ্থনীতিৰ অধ্যাপক ন'বেল বঁটা বিজয়ী 'মিল্টন ফ্ৰিডমেনে' আডাম স্মিথৰ 'অদৃশ্য হাত'ৰ বা লেইছেজ ফেয়াৰ তত্ত্বৰ উন্নতি সাধন কৰি মুক্ত বজাৰৰ নতুন তত্ত্বৰ উপস্থাপন কৰিলে। অৰ্থনীতিত চৰকাৰী ভূমিকাক বাতিল কৰি বজাৰক সৰ্বাধিক গুৰুত্ব দি বিকাশৰ তত্ত্ব সূচনাৰে মিল্টনে পুঁজিবাদী

অৰ্থনীতিৰ বাবে যি তত্ত্বৰ অৱতাৰণা কৰিলে সেইটোৱেই নব্য-উদাৰ অৰ্থনীতি ৰূপে পৃথিৱীৰ সৰ্বত্ৰ জনাজাত হৈ গ'ল। এই অৰ্থনীতি স্বনিয়ন্ত্ৰিত (Self regulated)। কাৰ্ল মাৰ্ক্সে ১৯৪৮ চনত কমিউনিষ্ট ইস্তাহাৰত লিখিছিল 'উৎপাদিত বস্তুৰ বাবে সঘনে সম্প্ৰসাৰিত বজাৰ এখনৰ প্ৰয়োজনীয়তাই গোটেই বিশ্বজুৰি বুৰ্জোৱা শ্ৰেণীক খেদি ফুৰিছে। সকলো ঠাইতে এই শ্ৰেণীয়ে খোপনি ল'ব লাগিব, সকলো ঠাইতে বসবাস কৰিব লাগিব আৰু সৰ্বত্ৰ নিজৰ সম্পৰ্ক গঢ়ি তুলিব লাগিব।' মাৰ্ক্সে পুঁজিবাদী অৰ্থনীতিৰ চৰিত্ৰৰ বিষয়ে কৰা ভৱিষ্যৎবাণীৰ ধৰণে নব্য-উদাৰ অৰ্থনীতিয়ে বিশ্ববজাৰ দখল কৰিবলৈ বিশ্বায়নৰ তত্ত্ব উলিয়ালে। সমগ্ৰ পৃথিৱীখনকে এখন গাঁৱত পৰিণত কৰিবলৈ বিচাৰিলে— নাম দিলে 'গ্ল'বেল ভিলেজ'। পৃথিৱীৰ সকলো দেশতে সাৰ্বভৌম চৰকাৰসমূহে নিজ দেশৰ অৰ্থনীতি নিয়ন্ত্ৰণৰ পৰিৱৰ্তে আন্তৰ্জাতিক কৰ্পোৰেট হাউছ, বৃহৎ ব্যৱসায়ী গোষ্ঠীয়ে বজাৰ ভিত্তিৰে সকলো দেশৰ অৰ্থনীতি নিয়ন্ত্ৰণৰ দ্বাৰা বিশ্বায়নৰ তত্ত্ব ৰূপায়ণ কৰিলে।

১৯৭০ চনতে পুঁজিবাদী অৰ্থনীতিত চৰকাৰী ভূমিকা কেইন্সীয় তত্ত্বক বিদায় দিলেও ১৯৮০ চনৰ পৰাহে আমেৰিকা যুক্তৰাষ্ট্ৰৰ তদানীন্তন ৰাষ্ট্ৰপতি ৰোণাল্ড ৰিগান, ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী মাৰ্গাৰেট থ্যাচাৰ আৰু জাৰ্মানীৰ চেনচেলাৰ হেলমুট কোলৰ যুটীয়া উদ্যোগত বিশ্বব্যাপী নব্য-উদাৰ অৰ্থনীতি আৰু বিশ্বায়ন তত্ত্ব প্ৰসাৰিত হৈছিল। আমাৰ দেশত ১৯৯১ চনত নৰসিংহ ৰাও মন্ত্ৰীসভাৰ বিত্তমন্ত্ৰী ড° মনমোহন সিং ডাঙৰীয়াই নব্য-উদাৰ অৰ্থনীতি তথা বিশ্বায়ন তত্ত্বৰ পুঁজিবাদী অৰ্থনীতিৰ সূচনা কৰে। ইয়াৰ আগতে ভাৰতবৰ্ষৰ অৰ্থনীতিত মিশ্ৰ বা নেহৰুভিয়ান অৰ্থনীতি অৰ্থাৎ সমাজবাদী আৰু পুঁজিবাদী অৰ্থনৈতিক নীতিৰ সংমিশ্ৰণেৰে চৰকাৰী নিয়ন্ত্ৰিত অৰ্থনীতিৰে ১৯৪৭ চনৰ পৰা পৰিচালিত হৈছিল। ৰাজীৱ গান্ধীৰ প্ৰধানমন্ত্ৰীৰ দিনত নব্য-উদাৰ অৰ্থনীতি ৰূপায়ণৰ প্ৰচেষ্টা চলিছিল, কিন্তু ৰূপায়ণ কৰিব পৰা নাছিল।

নব্য-উদাৰ অৰ্থনীতিক মুক্ত বজাৰ অৰ্থনীতি, বিশ্বায়িত অৰ্থনীতি আদি নামত জনা যায়। নব্য-উদাৰ অৰ্থনীতিৰ এটি ডাঙৰ বৈশিষ্ট্য হ'ল আৰ্থিক ক্ষেত্ৰৰ অগ্ৰাধিকাৰ আৰু আধিপত্য। অৰ্থনীতি আৰ্থিকীকৰণৰ বাবে বিত্তীয় খণ্ডৰ উদাৰীকৰণ কৰা হয়। কেইন্সীয় পুঁজিবাদী অৰ্থনীতিত বাণিজ্যিক বেংকিঙ (Commercial Banking)ক বিনিয়োগ বা লগ্নী বেংকিঙ (Investment Banking)ৰ পৰা পৃথক কৰা হৈছিল। নব্য-উদাৰবাদী অৰ্থনীতিয়ে এই দুই বেংকিঙক লগ দিলে। উইলিয়াম কে টা'ৱে অৰ্থনীতিৰ আৰ্থিকীকৰণৰ চৰিত্ৰ আৰু বৈশিষ্ট্য ব্যাখ্যা কৰিবলৈ গৈ লিখিছে, এই বিনিয়োগে এক নতুন যাদুকৰী 'M-M' চাৰ্কিট তৈয়াৰ কৰিছে। এই ব্যৱস্থাত অৰ্থৰ দ্বাৰা অৰ্থ তৈয়াৰ কৰা যায়। কোনো ধৰণৰ সামগ্ৰী উৎপাদনৰ প্ৰক্ৰিয়াৰ দৰকাৰ নহয়। এই অৰ্থনীতিত পুঁজি সঞ্চয়ৰ এইটো হ'ল নতুন গোপন ৰহস্য। এইটো সম্ভৱ হয় লিভাৰেজ বা পণপূৰ্ণ মেনেজমেণ্টৰ মাধ্যমেৰে। এচেট ব্যৱসায় এনেকৈ কিনা-বেচা হয় যাতে উচ্চতৰ পণ থাকিলেও উচ্চতৰ মুনাফাৰ সম্ভাৱনাও থাকে। লগ্নীকাৰীসকলে তেওঁলোকৰ ইকুইটি মূলধনতকৈ বহু বেছি গুণ ঋণ পাব পাৰে। ১০ গুণ, ২০ গুণ, ৩০ গুণ আনকি ১০০ গুণতকৈও বেছি হ'ব পাৰে। অতি উচ্চ লিভাৰেজৰ কাৰণে মূল্য সামান্য বাঢ়িলেও প্ৰাথমিক বিনিয়োগৰ ওপৰত বিপুল মুনাফা কৰিব পাৰে। আন্তৰ্জাতিক বজাৰত অতি কম সুদত জাপানী ইয়েন ঋণ লৈ আমেৰিকাত উচ্চ লাভৰ সুযোগ আছে বাবে সকলো ধৰণৰ ফাইনেন্সিয়েল এচেট, জাঙ্ক বণ্ড আৰু ডেৰিভেটিভত লগ্নী কৰিব পাৰি। যিমান দিনলৈ এচেটৰ মূল্য বাঢ়ি থাকে সিমানদিনলৈ মুনাফাও বাঢ়ি গৈ থাকিব।

আমেৰিকাত যিমানদিনে ঘৰ, ফ্লেটৰ মূল্য বৃদ্ধি হৈছিল সিমানদিনে কোলাটেৰালাইজড ডেট অব্লিগেচন (চি ডি অ') সহ নানা ৰকমৰ লগ্নীপত্ৰৰ পৰা মুনাফা বৃদ্ধি হৈ আছিল। যেতিয়াই ঘৰ, ফ্লেটৰ দাম হ্ৰাস পাবলৈ আৰম্ভ কৰে বিত্তীয় বজাৰত ধুমুহাৰ সৃষ্টি হয়। উক্ত প্ৰক্ৰিয়াৰ সম্মিলিত পৰিণতিতে বৰ্তমানৰ (২০০৮ চনৰ পৰা আৰম্ভ হোৱা) বিশ্বৰ আৰ্থিক মহাসংকট। এই প্ৰক্ৰিয়াতে চক্ৰাকাৰে ঋণৰ পাহাৰৰ সৃষ্টি হয় আৰু মূল্যত বুৰবুৰণিৰ সৃষ্টি হয়।

অৰ্থনীতিৰ আৰ্থিকীকৰণৰ আৰু আৰ্থিক বিপ্লৱৰ অন্যতম প্ৰধান ৰূপকাৰ এলান গ্ৰীণস্পাণ। লগ্নী বা বিনিয়োগত পুঁজিৰ বিশ্বায়নত সকলোতকৈ বিশ্বস্ত আৰু দক্ষ ৰূপকাৰ হিচাবে কাম কৰিছিল এখেতে। ১৯৮৭ চনৰ পৰা ২০০৬ চন পৰ্যন্ত এওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ কেন্দ্ৰীয় বেংক, ফেডাৰেল ৰিজাৰ্ভৰ (আমাৰ দেশৰ ৰিজাৰ্ভ বেংক) চেয়াৰমেন পদত অধিষ্ঠিত হৈ আছিল। ৰেগনৰ পৰা বুশ্ব (জ্যেষ্ঠ), ক্লিণ্টন আৰু বুশ্ব (কনিষ্ঠ)ৰ আদি ৰাষ্ট্ৰপতিসকল দীৰ্ঘকালীন সময়ছোৱাত গ্ৰীণস্পান ফেডাৰেল ৰিজাৰ্ভৰ চেয়াৰমেন আছিল। কোনো ৰাষ্ট্ৰপতিয়ে তেওঁৰ পৰিৱৰ্তন বিচৰা নাছিল, ২০ বছৰ কাল এই পদত আছিল। গ্ৰীণস্পানে মিল্টন ফ্ৰিড্মেনৰ তত্ত্ব বজাৰ শক্তিৰ দ্বাৰা স্বেচ্ছা নিয়ন্ত্ৰণত চলিবলৈ অৰ্থনীতিক চৰকাৰী নিয়ন্ত্ৰণৰ পৰা মুক্ত কৰি দিছিল। গ্ৰীণস্পানৰ কাৰ্যকলাপ বিশ্বৰ সৰ্বত্ৰ বিয়পি পৰিছিল।

অৰ্থনীতিত উদাৰীকৰণ প্ৰক্ৰিয়াৰ যিমানেই বিকাশ হৈছে সিমানেই পুঁজিবাদী অৰ্থনীতি আৰ্থিকীকৰণৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিছে। ২০০৪ চনৰ মুঠ কৰ্পোৰেট মুনাফাৰ ৪০ শতাংশই আহিছিল এই আৰ্থিক ক্ষেত্ৰৰ পৰা। ৪০ বছৰ আগত পুঁজিপতিসকলৰ বিনিয়োগৰ প্ৰায় ৯০ শতাংশই আছিল উৎপাদনশীল কাৰখানা, কৃষি ইত্যাদিত আৰু আৰ্থিক ক্ষেত্ৰৰ পৰা সেয়ে মুনাফা আহিছিল ২ শতাংশ মাত্ৰ আৰু ৯৮ শতাংশ মুনাফাই আহিছিল উৎপাদনশীল বিনিয়োগৰ পৰা। নব্য উদাৰবাদ অৰ্থনৈতিক তত্ত্বৰ ভিত্তিত আজি বিশ্বৰ বিভিন্ন দেশে গুৰুত্ব দিয়ে আৰ্থিক ক্ষেত্ৰৰ ভোজবাজী বা স্পেকুলেটিভ ব্যৱসায়ত বিনিয়োগৰহে। জনসাধাৰণৰ জীৱন-জীৱিকাৰ বাবে জৰুৰী উৎপাদনশীল ক্ষেত্ৰত ধন বিনিয়োগত বেছি উৎসাহিত নহয় বিনিয়োগকাৰীসকল। উন্নত পুঁজিবাদী দেশসমূহৰ জনসাধাৰণৰ যিসকলে ধন সঞ্চয় কৰিব পাৰে তেওঁলোকক আকৰ্ষিত কৰে এই ভোজবাজী ব্যৱসায়ে। এই কাগজৰ আৰ্থিক পণ্যৰ ২০০৭ চনত বিশ্ববজাৰত ৫৯৬ লাখ কোটি ডলাৰ অৰ্থাৎ বিশ্বৰ মুঠ ঘৰুৱা উৎপাদন (জি ডি পি)ৰ ১১ গুণ (বিশ্বৰ জি ডি পি ৫৪ লাখ ডলাৰ) বিনিয়োগ হৈছিল। ভাৰতবৰ্ষৰ নিচিনা দেশতো আজি শ্বেয়াৰ মাৰ্কেট বা স্পেকুলেটিভ ব্যৱসায় অতি গুৰুত্বপূৰ্ণ। বহু বিলিয়ন ডলাৰৰ ব্যৱসায় হয় দিনে।

নব্য-উদাৰ অৰ্থনীতিয়ে উৎপাদনশীল দিশটোও আজি বৃহৎ কৰপোৰেট হাউছৰ দখললৈ লৈ গৈছে। চৰকাৰৰ ভূমিকা তেনেই নগণ্য। সেয়ে নব্য-উদাৰ বা মুক্ত বজাৰ বা বিশ্বায়িত অৰ্থনীতিৰ সৃষ্টি হৈছে ধনীক ধনী কৰাবৰ বাবে, অৰ্থনীতিৰ মনোপলি হাউছৰ দখললৈ নিয়াৰ উদ্দেশ্যৰে, ইয়াতে জনসাধাৰণৰ দৰিদ্ৰতা নিবাৰণ বা জীৱনৰ মানদণ্ডৰ উন্নয়নৰ কোনো স্থান নাই। কৰপোৰেট হাউছসমূহৰ মুনাফা বৃদ্ধি বা সিহঁতৰ অৰ্থনীতিৰ প্ৰক্ৰিয়া পৰিচালনাৰ বাবে অতি ক্ষুদ্ৰাংশ জনসাধাৰণে কিছু সুবিধা ভোগ কৰিব পাৰিব ; কিন্তু অধিকাংশ জনসাধাৰণ বঞ্চিত হৈয়ে ৰ'ব। □□

*২৭ মে', ২০১১ চন*

# আন্না হাজাৰেৰ দুৰ্নীতি বিৰোধী আন্দোলন

লোকপাল বিধেয়ক প্ৰণয়ন কৰিবলৈ আমৰণ অনশনৰ দ্বাৰা ভাৰতবৰ্ষত দুৰ্নীতি বিৰোধী সংগ্ৰামক নতুন প্ৰাণ সঞ্চাৰ কৰাৰ মুখ্য নেতা আন্না হাজাৰে যোৱা ২০ মে'ৰ দিনা গুৱাহাটীত বিশাল সমাবেশত ভাষণ প্ৰদান কৰিলে। তেখেতৰ লগত দুৰ্নীতি বিৰোধী সংগ্ৰামৰ সহযোগী নেতাসকলো আহিছিল। ভাৰতবৰ্ষৰ দুৰ্নীতি বিৰোধী সংগ্ৰামৰ অংশ হিচাবে অসমতো এই সংগ্ৰাম পাছ পৰি থকা নাই, বিশেষকৈ অসমৰ মধ্যবিত্ত আৰু বুদ্ধিজীৱী বহু অংশই এই দুৰ্নীতি বিৰোধী সংগ্ৰামৰ প্ৰতি আকৰ্ষিত হৈছে। অৱশ্যে এই সংগ্ৰামে অসমৰ সৰ্বসাধাৰণক স্পৰ্শ কৰিব পৰা নাই। এই সত্যটো প্ৰমাণিত হৈছে অসমৰ সদ্য-সমাপ্ত বিধানসভাৰ নিৰ্বাচনৰ ফলাফলত। আন্না হাজাৰে বা হাজাৰেৰ আন্দোলনৰ সমৰ্থকসকলে লোকপাল বিধেয়ক প্ৰণয়ন কৰাৰ দাবীৰ প্ৰতি আকৰ্ষিত হৈছে— ভাবিছে লোকপাল বিধেয়কৰ প্ৰণয়ন হ'লে দেশৰ পৰা দুৰ্নীতি আঁতৰ হ'ব। দুৰ্নীতি বিৰোধী সংগ্ৰামৰ প্ৰায়সকল সমৰ্থকে নিশ্চয় লোকপাল বিধেয়কৰ কি ইয়াৰ ক্ষমতা কিমান, এক্তিয়াৰ কিমান বিতংভাৱে জানিবলৈ চেষ্টা কৰা নাই।

ভাৰতবৰ্ষৰ সমাজ ব্যৱস্থাৰ চতুৰ্দিশে সকলো পৰ্যায় দুৰ্নীতিয়ে শিপাইছে। দুৰ্নীতি তলৰ পৰ্যায়তো আছিল ; কিন্তু যেতিয়াৰ পৰা ওপৰ পৰ্যায়ত দুৰ্নীতিয়ে মাৰাত্মক ৰূপ ধাৰণ কৰিলে সমাজ ব্যৱস্থাটোৰ তলৰ পৰ্যায়ত সৰ্বত্ৰ বিয়পি পৰিল আৰু ভয়-ভীত নোহোৱা হ'ল দুৰ্নীতিত জড়িত হ'বলৈ ; পৰোক্ষভাৱে দুৰ্নীতি আইনী হৈ পৰিলে। দেশত পঞ্চায়তী ব্যৱস্থাৰ সূচনা কৰা হৈছিল পৰিকল্পনা, উন্নয়ন আদি কাৰ্যসূচীৰ বিকেন্দ্ৰীকৰণৰ দ্বাৰা জনসাধাৰণক প্ৰত্যক্ষভাৱে জড়িত কৰিবলৈ। বৰ্তমান দুৰ্নীতিৰ বিকেন্দ্ৰীকৰণক দুৰ্নীতিৰ লগত সংহত কৰি দুৰ্নীতিৰ মকৰা-জালেৰে বান্ধি পেলাইছে, সমাজ ব্যৱস্থাটোকে কলুষিত কৰি পেলাইছে।

ভাৰতবৰ্ষ দুৰ্নীতিগ্ৰস্ত দেশ হিচাবে পৃথিৱীবিখ্যাত। ইউৰোপীয়সকলে হেনো হেয়জ্ঞান কৰে ভাৰতৰ লোকসকলক দুৰ্নীতিগ্ৰস্ত বুলি। তেওঁলোকে ভাৰতীয়সকলক প্ৰশ্ন কৰে 'Is your nation in a coma' আপোনালোকৰ দেশখন মৃত্যুশয্যাত নেকি ? জাৰ্মানৰ এটি জনপ্ৰিয় টি ভি চেনেলৰ প্ৰাইম টাইমৰ আলোচনাত সেই দেশৰ এজন লোকসভাৰ সদস্যই কৈছিল যে যদিহে যোৱা পাঁচ বছৰৰ ভাৰতৰ কেলেংকাৰিসমূহৰ দ্বাৰা আত্মসাৎ কৰা ধনসমূহ যোগ কৰা হয় তেতিয়াহ'লে ভাৰতৰ পৰা ব্ৰিটিছে তেওঁলোকৰ শাসনৰ সময়ত লুট কৰা মুঠ ধনতকৈও অধিক হ'ব। "If all the scams of the last five years are added up, they are likely to rival and exceeed the British colonial loot of India of about a trillion dollars" ভাৰতৰ ওপৰ পৰ্যায়ৰ দুৰ্নীতিত জাৰ্মানৰ লোকসকলে এনেকুৱা উদ্বেগ প্ৰকাশ কৰিছে যে বৰ্তমান স্বাধীন ভাৰতৰ সমাজ ব্যৱস্থা ঔপনিৱেশিক ভাৰতৰ শাসন ব্যৱস্থাতকৈও অতি নিকৃষ্ট। আমাৰ দেশৰ প্ৰধানমন্ত্ৰীকে ধৰি চৰকাৰৰ সকলো নেতাই গৌৰৱ

কৰে ভাৰত অৰ্থনৈতিক মহাশক্তি। জাৰ্মানীৰ জনপ্ৰিয় অৰ্থনীতিৰ দৈনিক কাকত এখনৰ সম্পাদকীয়ত লিখিছে 'India is becoming a Banana Republic instead of being an economic superpower' সম্পাদকীয়টোৰ মাজত ভাৰতৰ বহুকেইটা কেলেংকাৰিৰ কথা উল্লেখ কৰি সামৰণি মাৰিছে এইদৰে যে তুলনাহীন লুণ্ঠনৰ গাদীত বহি আছে প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙ "Prime Minister Manmohan Sing Chairs over this kind of unparalleled loot."।

ফ্ৰান্সৰ বাতৰি কাকতসমূহতো আই পি এলকে ধৰি পুনে চহৰৰ হাচান আলীৰ চুইজ বেংকত এক বিলিয়ন ডলাৰ জমা আৰু বিশ্বৰ কৰ স্বৰ্গসমূহত ভাৰতীয় লোকৰ অনেক বিলিয়ন ডলাৰ ক'লা ধন জমাৰ বাতৰি প্ৰকাশ পায়। ইউৰোপীয়ান বাতৰি কাকতসমূহে উদ্বেগ প্ৰকাশ কৰে যে দুৰ্নীতি, কেলেংকাৰিৰ ঘটনাৰ সম্ভেদ পোৱাত হুলুস্থূল হ'লে তদন্ত হয় ; কিন্তু জনসাধাৰণে গম নাপায় কি শাস্তি হ'ল দোষীৰ। এখন অস্ট্ৰীয়ান বাতৰি কাকতে 'সত্যম' কেলেংকাৰিৰ কথা কৈ লিখিছিল যে যদি ভাৰতৰ প্ৰধানমন্ত্ৰীয়ে তথ্যপ্ৰযুক্তিৰ কোম্পানী 'সত্যম'ৰ জালসমূহৰ কথা গম নাপায় তেখেত প্ৰধানমন্ত্ৰীৰ যোগ্য নহয়। তেওঁ যদি জ্ঞাত তেওঁ এই অপৰাধৰ সহযোগীনে (It he does, is he a collaborator in crime) ব্ৰিটেইনৰ 'দি টেলিগ্ৰাফ' নামৰ দৈনিক কাকতখনেও ভাৰতীয় বিচাৰ ব্যৱস্থাৰ দেউলীয়া অৱস্থাৰ কথা বৰ্ণনা কৰিছে। ইউৰোপীয়ানসকলে বিশ্বাস কৰে যে ভাৰতীয় শাসকীয় ৰাজনীতি আৰু ব্যৱসায়ৰ নেতৃস্থানীয় লোকসকলে অসৎ উপায়ে অৰ্জা প্ৰচুৰ ধন-সম্পদক লৈ মতলীয়া, অন্ধ হৈ গৈছে আৰু তেওঁলোকে উপলব্ধি কৰিবই পৰা নাই প্ৰবঞ্চনা আৰু জনসাধাৰণৰ স্বাৰ্থক উলাই কৰি স্বৰ্গসুখত জীৱন-যাপন কৰাৰ প্ৰতিক্ৰিয়াত এদিন বঞ্চিত জনসাধাৰণ জাগি উঠিব তেওঁলোকৰ প্ৰবঞ্চনাৰ অন্ত পেলাবলৈ।

আন্না হাজাৰেৰ নতুন দিল্লীত অনুষ্ঠিত কৰা আন্দোলন সফল হৈছিল। চৰকাৰ বাধ্য হৈছে লোকপাল বিধেয়কৰ খচৰা প্ৰস্তুত কৰিবলৈ আৰু আন্না হাজাৰে বিচৰা ধৰণে খচৰা প্ৰস্তুত কমিটি গঠন কৰিবলৈ। আন্না হাজাৰেৰ আন্দোলনৰ প্ৰক্ৰিয়াক লৈ বিভিন্ন মহলত বিভিন্ন প্ৰশ্নৰ উদয় হৈছে। আন্না হাজাৰে এনেকুৱা ধাৰণা এটি দিছে যে লোকপাল বিধেয়ক প্ৰণয়ন হৈ ৰূপায়িত হ'লেই যেন দুৰ্নীতিৰ শেষ হ'ব। কিন্তু তেখেতৰ কোনো পৰিষ্কাৰ ধাৰণা নাই দুনীতি কিয় হৈছে। দুৰ্নীতি কোন উৎসৰ পৰা আহিছে। দুৰ্নীতি হৈ থাকিব আৰু আন্দোলন চলি থাকিব বা লোকপাল আইনৰ ভয়ত দুৰ্নীতি নহ'ব। কিন্তু সমাজ ব্যৱস্থাটোৰ পৰা দুৰ্নীতিৰ অৱসানৰ কোনো লক্ষ্য নাই হাজাৰেৰ আন্দোলনত। অৰ্থাৎ তেখেতে ধৰি লৈছে দুৰ্নীতি থাকিবই আৰু সেই দুৰ্নীতি ধৰা পেলোৱা, বিচাৰ কৰাৰ বাবে লোকপালৰ নিচিনা আইনৰ দৰকাৰ। লোকপাল বিধেয়কৰ অতি প্ৰয়োজন। কিন্তু চৰকাৰী বাৱস্থাটো বা সমাজ ব্যৱস্থাটো দুৰ্নীতিমুক্ত কৰিব নোৱাৰিব কিয়? লোকপাল আইন ৰাষ্ট্ৰীয় পৰ্যায়ত বা ৰাজ্য পৰ্যায়ত লোকাযুক্ত আইন কৰা হ'ল বাৰু। কিন্তু বৰ্তমান শাসকসকলে গাদীত থকাৰ স্বাৰ্থত সমস্ত চৰকাৰী ব্যৱস্থাটোৰে দুৰ্নীতিগ্ৰস্ত কৰি পেলাইছে। ওপৰৰ পৰ্যায়ৰ কৰ্তৃপক্ষই সিংহভাগ লুণ্ঠন কৰে তলৰ পৰ্যায়তো কিছু অংশ পায়। আন সকলো দুৰ্নীতিত লিপ্ত হোৱাৰ উপৰি ব্যৱস্থাটোকে দুৰ্নীতিগ্ৰস্ত কৰি পেলাইছে। উন্নয়নৰ কাম-কাজ পঞ্চায়তৰ পৰ্যায়লৈ বিকেন্দ্ৰীকৰণ কৰাৰ লগে লগে চৰকাৰে দুৰ্নীতিও বিকেন্দ্ৰীত কৰি দিছে। দুৰ্নীতিৰ পৰিসৰ বৃদ্ধি পাইছে দুৰ্নীতিগ্ৰস্ত লোকৰ লগৰীয়া অনেক হৈছে, প্ৰত্যেক পৰ্যায়তে এটি বৃহৎ চক্ৰৰ উদ্ভাৱন হৈছে— এওঁলোকৰ ইজনৰ- সিজনৰ মাজত বুজাবুজি আছে। মুঠেই সহজ নহয় কোনো বিশেষ আইনৰ দ্বাৰা দুৰ্নীতিৰ সম্পূৰ্ণ অৱসান ঘটাবলৈ।

হাজাৰেৰ আন্দোলন দ্বিতীয় স্বাধীনতা যুদ্ধ হিচাবে আখ্যা দিয়া হৈছে। প্ৰথম স্বাধীনতা যুদ্ধৰ স্পষ্ট লক্ষ্য বা ভিজন আছিল। এই দ্বিতীয় স্বাধীনতা আন্দোলনৰ লক্ষ্য দুৰ্নীতি বিৰোধী। কিন্তু দুৰ্নীতিৰ অৱসান কেনেকৈ হ'ব, অকল আইন বনালেই দুৰ্নীতি শেষ হ'ব নেকি? বৰ্তমানো বহু আইন আছে দুৰ্নীতিক ধৰা পেলাবলৈ বহু চৰকাৰী বিভাগ সংস্থা আছে। ক'লা ধনৰ ফাঁকি ধৰিবলৈ আয় কৰ বিভাগ আছে। আন্না হাজাৰেৰ আন্দোলন কেতিয়াও দ্বিতীয় স্বাধীনতা যুদ্ধ হ'ব নোৱাৰে। হাজাৰেৰ আন্দোলনে সমাজৰ কোনো মৌলিক পৰিৱৰ্তন বিচৰা নাই।

হাজাৰে মহাত্মা গান্ধীও নহয়। বিভিন্ন প্ৰকাশিত তথ্য মতে হাজাৰেই গাঁও অঞ্চলত সংগঠিত কৰা সংগঠনসমূহত সদায় হিন্দু ধৰ্মৰ প্ৰতীক ব্যৱহাৰ কৰিছে। মহাত্মা গান্ধী প্ৰশ্নাতীতভাৱে ধৰ্মনিৰপেক্ষ আদৰ্শৰ লোক আছিল। মহাত্মা গান্ধীৰ আন্দোলনে ভাৰতৰ সমগ্ৰ অঞ্চলৰ অনগ্ৰসৰ সৰ্বসাধাৰণ ৰাইজক আকৰ্ষিত কৰিছিল আৰু আন্দোলনত অংশগ্ৰহণ কৰিছিল। আন্না হাজাৰেৰ আন্দোলনত মুখ্যতঃ চহৰীয়া মধ্যবিত্ত লোকসকলে ভিৰ কৰিছে। আন্নাৰ নতুন দিল্লীত (আৰু আন ঠাইতো) সংগঠিত হোৱা আন্দোলনত উৰ্মিলা মাতান্দকাৰ আৰু ডিয়া মিৰ্জাৰ দৰে আত্যবন্ত অধিক সংখ্যক লোকৰ অংশগ্ৰহণো মন কৰিবলগীয়া। সকলোৱে জনা কথা যে চিনেমা তাৰকাসকলে দুই কোটি টকাত অভিনয়ৰ বুজাবুজি কৰি আয়কৰ ফাঁকি দিবলৈ আনুষ্ঠানিক চুক্তি কৰে ৫০ লাখত অৰ্থাৎ ১৫০ লাখ টকা ক'লা ধন আৰ্জে তেওঁলোকে। আন্না হাজাৰেৰ আন্দোলনে গ্ৰাম্য বা তলৰ খাপৰ জনসাধাৰণক একেবাৰে স্পৰ্শ কৰা নাই বুলিব পাৰি। তাৰোপৰি যোৱা ১৫ এপ্ৰিলৰ 'দি টাইমচ্ অব ইণ্ডিয়া'ত প্ৰকাশিত বাতৰি এটাত আমি আচৰিত হৈছো। আন্না হাজাৰেৰ আন্দোলনত কৰপোৰেট বিশ্বই কেইদিনমানৰ ভিতৰতে ৮২ লাখ টকা দান দিছিল আৰু আন্দোলনৰ নেতাসকলে কেইদিনমানৰ ভিতৰতে ৩২ লাখ টকা খৰচ কৰিলে। বাবা ৰামদেব যিজনাই অতিসম্প্ৰতি বহুজাতিক হাৰ্বেল ড্ৰাগ কোম্পানী এটি কিনি চিফ মেনেজিং ডাইৰেক্টৰ পদত অধিষ্ঠিত হৈছে তেখেতেও আন্দোলনটোত যথেষ্ট অৰিহণা যোগাইছে। বাবা ৰামদেবো হিন্দুত্ববাদী বুলি জনাজাত। আমি বুজি পোৱা নাই দুৰ্নীতি বিৰোধী সংগ্ৰামৰ লগত হিন্দুত্ববাদৰ কি সম্বন্ধ আছে।

দুৰ্নীতিৰ বিৰুদ্ধে দ্বিতীয় স্বাধীনতা আন্দোলনে কিন্তু কি প্ৰক্ৰিয়াত দুৰ্নীতিৰ উদ্ভৱ হয় এবাৰো উল্লেখ নকৰে। তেখেতে এবাৰো নক'লে যে বিভিন্ন চৰকাৰে সময়ে সময়ে কিধৰণৰ অৰ্থনৈতিক নীতি গ্ৰহণ কৰিছে আৰু সেই অৰ্থনৈতিক নীতিয়ে দুৰ্নীতিৰ জন্ম দিছে। বিশ্বায়নে বা নব্য-উদাৰ অৰ্থনীতিয়ে জন্ম দিয়া ভোগবাদৰ কথা সম্বন্ধে হাজাৰে নিমাত। ভোগবাদৰ 'মোটিভ' বা উদ্দেশ্য বিচাৰি উলিওৱা দৰকাৰ। অপৰাধ বিজ্ঞানে কয় 'মোটিভ' অবিহনে কোনো ক্ৰাইম সংগঠিত কৰিব নোৱাৰে। শ্বেকচ্‌পিয়াৰৰ ইয়াগো জাতীয় চৰিত্ৰৰ 'Motiveless Motive hunting Malignity' বিৰল ব্যতিক্ৰম মাত্ৰ। গতিকে আমাৰ দেশৰ নব্য-উদাৰ অৰ্থনীতিয়ে জন্ম দিয়া ভোগবাদৰ 'মোটিভ'টো কি? ১৯৯১ চনৰ আগতে দুৰ্নীতি থাকিলেও বৰ্তমানৰ ধৰণৰ অমানবীয় চৰিত্ৰৰ সৰ্বগ্ৰাসী দুৰ্নীতিৰ দ্বাৰা দেশৰ সমাজ ব্যৱস্থাটো গ্ৰাস কৰিলে কিয়? সকলোকে ধন-সম্পত্তি লাগে যিকোনো উপায়ে— যিসকলৰ এক লাখ কোটি টকা আছে দুই লাখ কোটি টকা কৰিব লাগে, যিসকলৰ এটি কাৰখানা আছে দুটা কাৰখানা কৰিব লাগে, সেইদৰে দুই তিনিটা কেন্দ্ৰত ঘৰ লাগে, ফ্লেট লাগে, দামী মটৰগাড়ী লাগে। ফ্ৰিজ লাগে, এ চি লাগে অৰ্থাৎ বিভিন্ন পৰ্যায়ত বিভিন্ন ভোগৰ লালসা। এই ভোগৰ বলী হৈ আইনী ধন সংগ্ৰহৰ পৰিবৰ্তে বেআইনী ধন অতি সহজে সংগ্ৰহ কৰে। ২০ বছৰ আগত মানুহৰ

লালসা আৰু বৰ্তমানৰ মানুহৰ লালসাৰ পাৰ্থক্য কিয় ? সেয়ে দুৰ্নীতি সৃষ্টিৰ বা উদ্ভাৱনৰ উৎসক বাদ দি দুৰ্নীতি বিৰোধী আন্দোলনে সাফল্য লাভ কৰিব নোৱাৰে। বস্তু জগতখনেই হৈছে মানৱ মনৰ প্ৰকৃত নিয়ন্তা। পঞ্চইন্দ্ৰিয়ৰ মাধ্যমে এই বস্তু জগত মানুহৰ মনত প্ৰতিফলিত হয় আৰু ইয়াৰ দ্বাৰাই মানুহৰ চিন্তাৰ ৰূপ নিৰ্ধাৰিত হয়। ভাৰতত বৰ্তমান চিন্তাই বা নব্য-উদাৰ অৰ্থনীতিয়ে এই সত্যক কামত লগাই সমাজৰ সৰ্বত্ৰ জটিলতাৰ সৃষ্টি কৰিছে যিটোৱে বিশ্বায়নৰ ভোগবাদৰ স্বাৰ্থৰ অনুকূলত জনগণৰ চিন্তা আৰু মানসিকতা গঠন কৰিছে। অৰ্থনীতি, ৰাজনীতি, সমাজনীতি, ধৰ্ম, দৰ্শন, আইন, সংস্কৃতি— সকলো ক্ষেত্ৰকেই দূষিত কৰিছে। □□

*৩ জুন, ২০১১ চন*

# যুৱক-যুৱতীসকলৰ কৰ্মসংস্থান উপযোগী শিক্ষাৰ প্ৰয়োজন

যদিও মানুহে শিক্ষা গ্ৰহণ কৰে জ্ঞান আহৰণৰ কাৰণে মূলতঃ শিক্ষা গ্ৰহণৰ উদ্দেশ্য হ'ল জীৱন-জীৱিকাৰ পথ বা কৰ্মসংস্থানৰ বাবে নিজকে উপযুক্ত কৰা। সেয়ে আজি শিক্ষা গ্ৰহণৰ মূল লক্ষ্য হৈ পৰিছে ভাল কৰ্মসংস্থানৰ বাবে নিজকে উপযুক্ত কৰা। মেধাৱী যুৱক-যুৱতীসকলে ডাক্তৰ ইঞ্জিনিয়াৰ হ'বলৈ বিচাৰে ভাল কৰ্মসংস্থান পাবলৈ বা শিক্ষা সমাপ্ত কৰি বহি নাথাকি অতি সোনকালেই কৰ্মসংস্থান বিচাৰি ল'ব পাৰে। বি এ, এম এ পাছ কৰিলেও কৰ্মসংস্থান নাপাবও পাৰে। শিক্ষাক আজি সেইকাৰণে জ্ঞান অৰ্থনীতি (Knowledge economy) বুলি'ও কোৱা হয়। শিক্ষা গ্ৰহণ কৰাৰ পাছত যিসকল যুৱক-যুৱতীয়ে কৰ্মসংস্থান নাপায় বা জীৱন-জীৱিকাৰ পথ বিচাৰি উলিয়াব নোৱাৰে সেইসকল হতাশাগ্ৰস্ত হয়। সাম্প্ৰতিক অৰ্থনৈতিক সমাজ ব্যৱস্থাত সেইকাৰণে এনেকুৱা শিক্ষাৰ দৰকাৰ যি শিক্ষা গ্ৰহণৰ পাছত যুৱক-যুৱতীয়ে জীৱন-নিৰ্বাহৰ বাবে যিকোনো এটি কৰ্মসংস্থানৰ ব্যৱস্থা কৰিব পাৰে। সাম্প্ৰতিক কালত শিক্ষাক কৰ্মসংস্থান উপযোগী কৰিবলৈ শিক্ষাৰ নামটোৰ লগত নিয়োগৰ কাৰণে উপযুক্ত (Employability) শব্দটোও যোগ হৈছে।

National Youth Radership Survey (NYRS)ৰ পিয়ল মতে ভাৰতবৰ্ষৰ শিক্ষিত যুৱক-যুৱতীসকলৰ মাত্ৰ ৩০ শতাংশই প্ৰাথমিক পৰ্যায়ৰ শিক্ষা গ্ৰহণ কৰিছে আৰু ১০ শতাংশহে স্নাতক বা স্নাতকৰ ওপৰৰ। বাকী ৬০ শতাংশ যুৱক-যুৱতীৰ ষষ্ঠ শ্ৰেণীৰ পৰা দশম শ্ৰেণীৰ ভিতৰত শিক্ষা। ৭৬ শতাংশ যুৱক-যুৱতীয়ে দশম শ্ৰেণীৰ ওপৰত শিক্ষা গ্ৰহণ কৰা নাই। উক্ত পিয়লত প্ৰকাশ পাইছে যে ৮৮ নিযুত যুৱক-যুৱতীয়ে (২৬ শতাংশ) অৰ্থনৈতিকভাৱে দুৰাৱস্থাৰ বাবে বিভিন্ন পৰ্যায়ত তেওঁলোকৰ অধ্যয়ন সমাপ্ত কৰিবলগীয়া হৈছে যদিও তেওঁলোকৰ ইচ্ছা আছিল আৰু ওপৰৰ পৰ্যায়লৈ পঢ়া-শুনা কৰাৰ। এই যুৱক-যুৱতীসকলৰ ৬৪ শতাংশ, ৫৬ নিযুত গাঁৱত বাস কৰে আৰু বাকীখিনি চহৰত বাস কৰে। শিক্ষা সম্পূৰ্ণ নকৰাসকলৰ ৫৫ শতাংশ (৪৮ নিযুত) যুৱক। শিক্ষা ব্যৱস্থাৰ শোচনীয় অৱস্থাৰ বাবে দুৰ্ভগীয়া ৬২ শতাংশ ছাত্ৰই দশম শ্ৰেণীৰ শিক্ষা সম্পূৰ্ণ কৰাৰ আগতে অধ্যয়ন পৰিত্যাগ কৰে। ১৮ শতাংশই দশম শ্ৰেণী সমাপ্ত কৰাৰ পাছত অধ্যয়ন পৰিত্যাগ কৰে আৰু ১২ শতাংশই দ্বাদশ শ্ৰেণী সম্পূৰ্ণ কৰি পঢ়া পৰিত্যাগ কৰে। পৰিয়ালৰ আৰ্থিক অৱস্থা বেয়া হোৱাৰ বাবে ২৯ শতাংশ প্ৰাথমিক পাছ কৰা, ২৫ শতাংশ মেট্ৰিক পাছ কৰা আৰু ২২ শতাংশ স্নাতকে অধ্যয়ন চলাই থকাৰ প্ৰবল ইচ্ছা থকা সত্ত্বেও আধাতে সামৰিব লগা হয়।

প্ৰাথমিক পাছ কৰা ছাত্ৰসকলৰ ৪৫ শতাংশৰে মেট্ৰিক পাছ কৰাৰ ইচ্ছা আছে, ২৪ শতাংশই

উচ্চ মাধ্যমিক পাছ কৰিব বিচাৰে আৰু ১৩ শতাংশই স্নাতক হ'ব বিচাৰে ১২ শতাংশই স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাৰ ইচ্ছা প্ৰকাশ কৰে। মেট্ৰিক পাছ কৰাসকলৰ ২৭ শতাংশই উচ্চ মাধ্যমিক, ৫৩ শতাংশই স্নাতক, ১৮ শতাংশই স্নাতকোত্তৰ হ'ব বিচাৰে। উচ্চ মাধ্যমিক পাছ কৰাসকলৰ ৬৪ শতাংশই স্নাতক আৰু ৩০ শতাংশই স্নাতকোত্তৰ হোৱাৰ প্ৰয়াস কৰে। স্নাতকসকলৰ ৭৯ শতাংশই স্নাতকোত্তৰ ডিগ্ৰী ল'ব খোজে আৰু ২১ শতাংশ ছাত্ৰই আৰ্থিক অসুবিধাৰ বাবে উচ্চ শিক্ষা ল'ব নোৱাৰাৰ কাৰণ দৰ্শায়।

ভাৰতৰ শিক্ষা ব্যৱস্থাৰ উক্ত পটভূমিত ২০১১ চনৰ পিয়লৰ তথ্য মতে ৭৪.০৪ শতাংশ লোক শিক্ষিত অৰ্থাৎ লিখিব বা পঢ়িব পাৰে। পূব এচিয়াৰ দক্ষিণ কোৰিয়া, চীন আদি দেশত ৯৫ শতাংশতকৈ অধিক লোক শিক্ষিত।

১২.৮ নিযুত ভাৰতীয় যুৱক-যুৱতী প্ৰতি বছৰে কৰ্মসংস্থানৰ বজাৰত যোগ হয়। ২০০৭ চনত ভাৰত চৰকাৰে যুৱক-যুৱতীসকলক কৰ্মসংস্থানৰ উপযুক্ত কৰিবলৈ শিক্ষাৰ ব্যৱস্থা (Eployble Education) কৰিবলৈ Skills Development Initiative Scheme-ৰ সূচনা কৰে। প্ৰধানমন্ত্ৰী দক্ষতা উন্নয়ন মিচনৰ লক্ষ্য হ'ল ২০২২ চনৰ ভিতৰত ৫০ কোটি দক্ষতাপূৰ্ণ যুৱক-যুৱতীৰ সৃষ্টি কৰা। National skills development corporation (NSDS)ৰো লক্ষ্য ১৫ কোটি লোকক কৰ্মসংস্থান উপযোগী শিক্ষা দিয়া।

বিশ্বৰ ভিতৰতে ডেকা বয়সৰ লোক ভাৰতত অধিক, ৬৪ শতাংশ লোক ২৫ বছৰ বা তলৰ বয়সৰ। গতিকে ভাৰতত অধিক কৰ্মসংস্থান সৃষ্টি কৰিব লাগিব আৰু কৰ্মসংস্থান উপযোগী শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। অতি সম্প্ৰতি এচিয়ান ডেভলপমেণ্ট বেংকৰ, মেনেজিং ডাইৰেক্টৰ, ৰজত নাগে কৈছে যে ডেকা জনসংখ্যাৰ সুবিধাই ভাৰতক সহায় কৰিব যদিহে যুৱ সমাজ দক্ষ আৰু কৰ্মসংস্থান উপযোগী শিক্ষাৰ দ্বাৰা শিক্ষিত হয়। এচিয়ান টাইগাৰ দক্ষিণ কোৰিয়া টাইওৱান, হংকং, ছিংগাপুৰ আৰু চীন দেশে শিক্ষা খণ্ডত প্ৰচুৰ বিনিয়োগ কৰি যুৱ সমাজক দক্ষ আৰু কৰ্মসংস্থান উপযোগী শিক্ষা প্ৰদান কৰিছে। তেখেতে কৈছে, "The Inclusive growth is the key to reap the demographic dividend. It is a timely reminders as China's dependancy ration has bottomed out 39 % this year thanks to massive investment in human capital resulting in a 93 % maru in the nation's literacy rate. They maintained full employment rates and for decades invested heavily in quality education and productivity of the workforce"।

ভাৰতে শিক্ষা খণ্ডত মুঠ ঘৰুৱা উৎপাদনৰ মাত্ৰ ৩.৭ শতাংশ বিনিয়োগ কৰে। মালয়চিয়া আৰু ব্ৰাজিল (৪.৫, ৬ শতাংশ)তকৈও কম। বিশ্বৰ মুঠ জনসংখ্যাৰ ২০ শতাংশ লোক ভাৰতত আছে কিন্তু বিশ্বৰ মুঠ শিক্ষা খণ্ডৰ খৰচৰ মাত্ৰ ৫ শতাংশহে ভাৰতৰ শিক্ষাৰ খৰচ। ভাৰতবৰ্ষত দহ শতাংশ যুৱক-যুৱতীৰ বাবেও দক্ষ বা কৰ্মসংস্থানৰ উপযোগী শিক্ষা ব্যৱস্থা নাই। শিল্পোন্নত দেশত ৬০-৭০ শতাংশ যুৱক-যুৱতীয়ে দক্ষ, কৰ্মসংস্থানৰ উপযোগী শিক্ষা পায়। ভাৰতবৰ্ষত সংগঠিত উদ্যোগ-কাৰখানাত ৮.৭ নিযুত কৰ্মচাৰী আছে, ভাৰতৰ জনসংখ্যাৰ এক শতাংশতকৈ কম আৰু চীন দেশত মেণুফেকচাৰিং উদ্যোগেই অকলে কৰ্মসংস্থান দিয়ে ১০৮ নিযুত কৰ্মচাৰীক, ভাৰতৰ অসংগঠিত কৰ্মচাৰীকে ধৰি মুঠ শ্ৰমিক-কৰ্মচাৰীৰ সংখ্যাৰ সমান। ভাৰতবৰ্ষত ৫,৫০০ ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং চেণ্টাৰ (ITI) আৰু ১৭৪টা পলিটেকনিক প্ৰতিষ্ঠানৰ বিপৰীতে চীন দেশত ৫ লাখ এনেধৰণৰ অনুষ্ঠান আছে। চীনৰ এই অনুষ্ঠানসমূহ বিশ্বৰ শেহতীয়া প্ৰযুক্তিৰ যন্ত্ৰৰে ভৰ্তি, ছাত্ৰসকলক

উপযুক্ত শিক্ষা দিবলৈ। ভাৰতবৰ্ষৰ চৰকাৰে প্ৰস্তাৱ লৈছেহে মাত্ৰ দহ হাজাৰ ভোকেচনেল প্ৰশিক্ষণ কেন্দ্ৰ মুকলি কৰাৰ বাবে। ২০০৯ চনৰ শ্ৰম বিভাগৰ প্ৰতিবেদন মতে কেৰালাৰ ১৫.৫ শতাংশ যুৱক-যুৱতীয়ে আনুষ্ঠানিক প্ৰশিক্ষণ লোৱাৰ বিপৰীতে বিহাৰত ০.১ শতাংশই প্ৰশিক্ষণ পায়। অসমৰ অৱস্থাও বিহাৰৰ নিচিনাই হ'ব।

ভাৰতৰ নব্য-উদাৰ অৰ্থনীতিৰ পটভূমিত দেশৰ ৮০ শতাংশ আৰ্থিকভাৱে দুৰ্বল শ্ৰেণীৰ লোকৰ বাবে প্ৰচুৰ পৰিমাণে চীন দেশৰ আৰ্হিত কৰ্মসংস্থান উপযোগী শিক্ষাৰ (Fployable Education) ব্যৱস্থা চৰকাৰী খণ্ডত বিনামূলীয়া ভিত্তিত অতি শীঘ্ৰে সূচনা কৰিব লাগে। যোৱা ১ ফেব্ৰুৱাৰীৰ দিনা প্ৰধানমন্ত্ৰীয়ে টাটা কন্‌চাল্টেন্সি চাৰ্ভিছৰ প্ৰাক্তন মুখ্য কাৰ্যনিৰ্বাহক এছ্ ৰামাডুৰাইক দক্ষতা উন্নয়নৰ (skills development) শিক্ষাৰ বাবে তেখেতৰ উপদেষ্টা হিচাবে নিয়োগ কৰিছে। চৰকাৰী খণ্ডত বিনামূলীয়া দক্ষতা উন্নয়নৰ প্ৰচুৰ পৰিমাণৰ প্ৰতিষ্ঠান দেশৰ সৰ্বত্ৰ প্ৰতিষ্ঠা কৰিবলৈ বহু হাজাৰ কোটি টকা কেন্দ্ৰীয় চৰকাৰে সঠিক পৰিকল্পনাৰ ভিত্তিত আবণ্টন কৰিব লাগে। ভাৰত চৰকাৰে তত্ত্বগতভাৱে স্বীকাৰ কৰে যে শিক্ষা খণ্ডৰ বৈপ্লৱিক পৰিৱৰ্তন আনিব লাগে। কিন্তু বাস্তৱত দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ছয় শতাংশও খৰচ নকৰে শিক্ষা খণ্ডৰ উন্নয়নৰ বাবে যি কথা বাওঁ দলসমূহে বহু দিনৰে পৰা চিঞৰি আহিছে। ভাৰতবৰ্ষ এখন দেশ য'ত জনসাধাৰণৰ পয়া লগা আৰ্থিক অৱস্থাৰ বাবে ৬২ শতাংশ ছাত্ৰই দশমমান শ্ৰেণীৰ শিক্ষাই সম্পূৰ্ণ নকৰাকৈ অধ্যয়ন পৰিত্যাগ কৰিব লগা হয়। সেই লোকসকলৰ বাবে ব্যক্তিগত খণ্ডত মুকলি কৰা কাৰিকৰী, অভিযান্ত্ৰিক, মেনেজমেণ্ট আদি অসংখ্য পাঠ্যক্ৰমৰ শিক্ষা গ্ৰহণ মুঠেই সম্ভৱ নহয়। কৰ্মসংস্থান উপযোগী দক্ষতাৰ বাবে বিনামূলীয়া শিক্ষাতো দূৰৰ কথা ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো ভাৰতৰ চৰকাৰে সকলোকে শিক্ষিত কৰিবই পৰা নাই, ২০১১ চনত ৭৪ শতাংশ শিক্ষিতৰ হাৰ চীন, মালয়েছিয়', ছিংগাপুৰ আদি দেশৰ ওচৰ চাপিবলৈ আৰু বহু বছৰ লাগিব।

অনেক অৰ্থিনীতিবিদ, উদ্যোগপতি, ব্যৱসায় উদ্যোগৰ বিভিন্ন সংগঠনে ঘোষণা কৰিছে যে ভাৰতত ২০২২ চনলৈকে ২১টা ক্ৰিটিকেল চেক্টৰৰ বাবে ২৪৪ নিযুত দক্ষতা থকা লোকৰ ঘাটি হ'ব। এই পটভূমিত National Skills Development Council - NSDC লক্ষ্য লৈছে এই সময়ছোৱাত ১৫০ নিযুত লোকক দক্ষতাযোগ্য কৰাৰ বাবে উপযুক্ত শিক্ষা দিয়াৰ। কিন্তু এই শিক্ষা বিনামূলীয়া হোৱাৰ ভৰসা নাই কাৰণ উক্ত কাৰ্যসূচী চৰকাৰ-ব্যক্তিগত মালিকানাৰ ভিত্তিত (Public-Private perticipation) হ'ব। ৫১ শতাংশ খৰচ ব্যক্তিগত উদ্যোগে আগবঢ়োৱাৰ আঁচনি।

ভাৰতবৰ্ষত কৰ্মসংস্থান উপযোগী শিক্ষাৰ প্ৰায় শতাংশই ব্যক্তিগত খণ্ডৰ হাতলৈ ইতিমধ্যে গুচি গৈছে। হাজাৰে হাজাৰে অভিযান্ত্ৰিক কলেজ, মেডিকেল কলেজ, মেনেজমেণ্টৰ বিভিন্ন বিষয়ৰ শিক্ষানুষ্ঠান। বিজ্ঞান-প্ৰযুক্তি, কাৰিকৰী বিভিন্ন শিক্ষাৰ অনুষ্ঠান আদি সকলো ব্যক্তিগত খণ্ডত মুকলি কৰা হৈছে। কোনো যুৱক-যুৱতী নাৰ্ছ বা ফাৰ্মাছিষ্ট হ'বলৈ বিচাৰিলেও ব্যক্তিগত খণ্ডৰ অনুষ্ঠানত পঢ়িব পাৰে, মাত্ৰ ধনৰ প্ৰয়োজন। দেশী-বিদেশী পুঁজিপতি/ কৰপোৰেট হাউছৰ চকু পৰিছে ভাৰতৰ শিক্ষাৰ ব্যৱসায়ৰ বাবে। এওঁলোকে হিচাপ কৰিছে যে লোভনীয় শিক্ষাৰ ব্যৱসায় ভাৰতত ৮০ মিলিয়ন ডলাৰ অৰ্থাৎ প্ৰায় চাৰি লাখ কোটি টকাৰ হ'ব। ইতিমধ্যে লাখ কোটি টকাৰ বিনিয়োগ হৈছে। ভাৰতৰ শ্বেয়াৰ মাৰ্কেটিতে ১০০ নিযুত ডলাৰ মূল্যৰ ইকুউটি বিক্ৰী হৈছে শিক্ষা খণ্ডৰ ব্যৱসায়ৰ।

ভাৰত চৰকাৰৰ ঘোষিত নীতি সাৰ্বিক উন্নয়নৰ পটভূমিত দেশৰ ৮০ শতাংশ দুখীয়া লোকৰ যুৱক-যুৱতীয়ে বিনামূলীয়া কৰ্মসংস্থান উপযোগী শিক্ষা পোৱাৰ সুযোগৰ সৃষ্টি হ'বনে দেশত? ইউ পি এ চৰকাৰে ৭ বছৰ সম্পূৰ্ণ কৰিলে। সদায়ে ঘোষণা কৰে জনসাধাৰণৰ দক্ষতা উন্নয়নৰ ব্যৱস্থা কৰিব, কিন্তু বাস্তৱত কিমানখন আজিলৈ চৰকাৰী প্ৰতিষ্ঠান মুকলি কৰিছে চৰকাৰে? ব্যক্তিগত খণ্ডত বিভিন্ন বিষয়ৰ হাজাৰে হাজাৰে অনুষ্ঠান মুকলি হৈছে। ধন খৰচ কৰিব পৰা লোকসকলে তেওঁলোকৰ সন্তানক কৰ্মসংস্থান উপযোগী শিক্ষা দিব। কিন্তু যিসকল লোকে নিজৰ সন্তানক চহী কৰিবলৈ শিকিবলৈও স্কুলত পঠাব পৰা সামৰ্থ্য নাই সেইসকলৰ বাবে কি ব্যৱস্থা গ্ৰহণ কৰিব চৰকাৰে? যেনে অসমত ৩ কোটি ১২ লাখ জনসংখ্যাৰ মাজত নিম্নমানৰ কাৰিকৰী শিক্ষাৰ বাবে ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং চেণ্টাৰ (ITI)ৰ সংখ্যা হ'ল ১৮ খন। ভাৰতৰ সকলো যুৱক-যুৱতীৰ বাবে কৰ্মসংস্থান উপযোগী (Employable Education) শিক্ষাৰ ব্যৱস্থা কৰিব পাৰিবনে ভাৰতৰ আম-আদমিৰ চৰকাৰখনে? ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পাছতো দেশৰ দহ শতাংশ যুৱক-যুৱতীৰ বাবেও এই শিক্ষাৰ ব্যৱস্থা নাই। দেশৰ সমগ্ৰ যুৱক-যুৱতীৰ বাবে কৰ্মসংস্থান উপযোগী শিক্ষাৰ ব্যৱস্থা কৰিবলৈ আৰু কিমান বছৰ লাগিব ভাৰতৰ আম-আদমিৰ চৰকাৰখনক? ▢▢

*১০ জুন, ২০১১ চন*

# ইতিহাসৰ অৱসান নহ'ল

যোৱা সপ্তাহত নোবেল বঁটা বিজয়ী বিখ্যাত অৰ্থনীতিবিদ পাল ক্ৰুগমানে 'নিউয়ৰ্ক টাইমচ্' কাকতত তেখেতৰ নিয়মীয়া নিবন্ধত লিখিছে "বিশ্বৰ পশ্চিমাঞ্চলত (Western World) নিবনুৱা সমস্যা ভয়ানক যন্ত্ৰণা হৈ পৰিছে। প্ৰায় ১৪ নিযুত কৰ্মক্ষম আমেৰিকান নিবনুৱা আৰু বহু নিযুত লোকে আংশিক কাম (part-time job) কৰিবলৈ বাধ্য হৈছে— পূৰ্ণ সময়ৰ কামৰ অভাৱত বহু লোকে তেওঁলোকৰ যোগ্যতা অনুসাৰে কাম পোৱা নাই-- নিম্ন পৰ্যায়ৰ কাম ল'বলৈ বাধ্য হৈছে। বহুকেইখন ইউৰোপীয়ান দেশৰ অৱস্থা আৰু অতি বেয়া ঃ স্পেইনৰ ২১ শতাংশ কৰ্মক্ষম লোক নিবনুৱা। এই বিপৰ্যস্ত অৱস্থাৰ উন্নতিৰ বা অৱসানৰ কোনো লক্ষণেই দেখা পোৱা নাই। এইটো এটি নিৰন্তৰ বিপৰ্যয় আৰু বিচাৰবুদ্ধি সম্পন্ন বিশ্বৰ অৰ্থনীতিৰ সৰ্বোত্তম অগ্ৰাধিকাৰ হ'ব এই বিপৰ্যয়ৰ তৎকালে অৱসান ঘটোৱা।"

অৰ্থনীতিবিদ পাল ক্ৰুগমানৰ উক্ত বক্তব্যৰ পৰা প্ৰতিফলিত হৈছে যে আজি সকলোৱে ভবা বিশ্বৰ উন্নত পুঁজিবাদী দেশসমূহ বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰ অৰ্থনৈতিকভাৱে সমৃদ্ধিশালীৰ বিপৰীতে সংকটাপন্ন অৱস্থাত নিমজ্জিত। বিশ্বত যিসকল পণ্ডিত আৰু তত্ত্ববিদ পুঁজিবাদী অৰ্থনীতিৰ উগ্ৰ সমৰ্থক সেইসকলৰ উপায় নোহোৱা হৈছে, ক'বলৈ বাধ্য হৈছে যে বিশ্বত পুঁজিবাদৰ নব্য-উদাৰ অৰ্থনীতি গভীৰ সংকটত। বিশ্ববিখ্যাত 'টাইম' আলোচনীৰ যোৱা ১৪ মাৰ্চ সংখ্যাৰ বেটুপাতত ডাঙৰকৈ লিখিছে 'Yes, America is in Decline'। আন্তৰ্জাতিক পৰ্যায়ৰ বিখ্যাত আৰু আমেৰিকাত অতি শ্ৰদ্ধেয় নিবন্ধকাৰ ফাৰীড ঝাকাৰীয়াই 'টাইম' মেগাজিনৰ উক্ত সংখ্যাতে 'Are America's Best days Behind Us?'ৰ শিৰোনামাৰ এটি প্ৰবন্ধত মহাপ্ৰতাপী আমেৰিকা যুক্তৰাষ্ট্ৰৰ অৰ্থনীতিৰ বিভিন্ন দিশত ক্ৰমে ক্ৰমে নিম্নগামী বিকাশৰ ঘটনা আলোচনা কৰিছে। বিশ্বৰ সমৃদ্ধি সূচক (Prosperity Index)ত আমেৰিকা যুক্তৰাষ্ট্ৰ দহ নম্বৰ তললৈ নামিছে, ঠিক সেইদৰে উচ্চ শিক্ষাৰ নামভৰ্তিৰ সূচকত ৬ নম্বৰ, গৱেষণা আৰু উন্নয়নৰ খৰচৰ ক্ষেত্ৰত ১১ নম্বৰ, জনসাধাৰণৰ গড় আয়ুস (Life expectancy)ৰ সূচকত ২৭, মাধ্যমিক শিক্ষা সম্পূৰ্ণ কৰাৰ সূচক ২৭, জীৱনৰ মান (standard of living)ৰ ক্ষেত্ৰত সূচকৰ নম্বৰ ২৮তম্ স্থান, প্ৰয়োজনীয় খাদ্য আৰু আশ্ৰয়ৰ ক্ষেত্ৰ (Food & shelter)ৰ সূচক ৩১, ঘৰুৱা সঞ্চয়ৰ সূচক ৮৪, কৰ্মসংস্থান পোৱাৰ বা কৰ্মসংস্থান সৃষ্টিৰ সূচক ৮৬ নম্বৰত। আমেৰিকা যুক্তৰাষ্ট্ৰ অৰ্থনৈতিক বিকাশৰ বিভিন্ন সূচক তথা মানৱোন্নয়নৰ বিভিন্ন সূচকৰ ক্ষেত্ৰত বিশ্বপৰ্যায়ত প্ৰায় সকলোতে এক নম্বৰ আছিল। ২০০৮ চনত আৰম্ভ হোৱা পুঁজিবাদৰ নব্য উদাৰ অৰ্থনীতি বা বিশ্বায়িত মুক্ত বজাৰ অৰ্থনীতিৰ মহাসংকটে আমেৰিকাৰ গৰিমামণ্ডিত অৰ্থনীতি জৰাজীৰ্ণ কৰি পেলালেও তেওঁলোকৰ মুক্তবজাৰ বিশ্বায়িত অৰ্থনীতিৰ দৰ্পচূৰ্ণ হ'ল, নব্য-উদাৰ

অৰ্থনীতিৰ মূলকেন্দ্ৰ আজি সংকটত বুৰ গৈ কক্‌বকাই আছে। আমেৰিকাৰ নব্য-উদাৰ অৰ্থনীতিৰ বুদ্ধিজীৱী ফাৰীড ঝাকাৰীয়াই 'টাইম' মেগাজিনৰ উক্ত প্ৰবন্ধত লিখিছে— 'We have sat on top of the World for almost a century, and our repeated economic, political and military victories have made us quite sure that we are destined to be No. 1 forever' লণ্ডনৰ 'গাৰ্জীয়ান' দৈনিক বাতৰি কাকতে লিখিছে যে আমেৰিকাত বৰ্তমান ছয়জন লোকৰ মাজত এজনে বিনামূলীয়া খাদ্যৰ সুবিধা অৰ্থাৎ আমেৰিকাত গৱৰ্ণমেণ্ট ফুড ষ্টাম্প (Government Food Stamps) নাপালে লঘোনে থাকিব লাগে। বিশ্বৰ এক নম্বৰ ধনী দেশখনত জনসাধাৰণৰ এই পুতৌলগা অৱস্থা হৈছে।

অকল আমেৰিকাই নহয় বিশ্বৰ আন আন অতি উন্নত পুঁজিবাদী দেশসমূহো অৰ্থনীতিৰ সংকটৰ চাকনৈয়াত কক্‌বকাব লাগিছে। 'টাইম' আলোচনীৰে ২৩ মে' সংখ্যাত এই পুঁজিবাদী অৰ্থনীতিৰ মূল কেন্দ্ৰসমূহৰ দুৰ্লংঘ্য সংকটৰ কথা উল্লেখ কৰি মন্তব্য কৰিছে যে এই দেশসমূহৰ অৰ্থনীতি পৰিচালিত হৈ আছে প্ৰচুৰ ঋণৰ ওপৰত ভিত্তি কৰি। মুঠ ঘৰুৱা উৎপাদনৰ শতাংশ হিচাপত আমেৰিকাৰ ঘৰুৱা উৎসৰ পৰা ঋণ ৯৯ শতাংশ আৰু বিদেশৰ পৰা ৩১ শতাংশ। ঠিক সেইদৰে জাপানৰ ঋণৰ পৰিমাণ ক্ৰমে ২০৪ শতাংশ আৰু ৭ শতাংশ, ব্ৰিটেইনৰ ৮৯ শতাংশ আৰু ৩০ শতাংশ, ফ্ৰান্সৰ ৯৭ শতাংশ আৰু ৫৯ শতাংশ, ইটালীৰ ১৩৩ শতাংশ আৰু ৪৬ শতাংশ, পৰ্টুগালৰ ৯৯ শতাংশ আৰু ৮০ শতাংশ, আয়াৰলেণ্ডৰ ১১৩ শতাংশ আৰু ৮৩ শতাংশ, গ্ৰীচৰ ১৩৭ শতাংশ আৰু ৭৫ শতাংশ।

উক্ত দেশসমূহৰ অৰ্থনীতি দুই তিনিশ বছৰ ধৰি পুঁজিবাদী তত্ত্বৰে পৰিচালিত হৈ আছে। ব্ৰিটেইন, ইটালী, ফ্ৰান্স, আমেৰিকা আদি দেশত পুঁজিবাদৰ জন্ম হৈছে। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে পুনঃ পুনঃ ঘোষণা কৰিছে, যুক্তি দৰ্শাইছে যে একমাত্ৰ পুঁজিবাদী অৰ্থনৈতিক নীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব। ছোভিয়েট ইউনিয়ন প্ৰতিষ্ঠা হোৱাৰ পাছত তেওঁলোক বিমোৰত পৰিছিল। কিন্তু ১৯৮৯ চনত বাৰ্লিন প্ৰাচীৰ ভাঙি পেলোৱাত এওঁলোক অতি উৎসাহিত হৈ পৰিল, আনন্দ, উল্লাসত পাগল হৈ পৰিল। সদৰ্পে ঘোষণা কৰিলে সমাজবাদী অৰ্থনীতি অবাস্তৱ ; পুঁজিবাদী অৰ্থনীতিয়েহে মানৱ জাতিৰ মুক্তি আনিব। পুঁজিবাদী অৰ্থনীতি উন্নত কৰি নব্য-উদাৰ বা মুক্ত বজাৰ বিশ্বায়িত অৰ্থনীতিৰ তত্ত্ব উদ্ভাৱন কৰিলে। বিশ্বৰ সকলো দেশকে মুক্ত বজাৰ বিশ্বায়িত অৰ্থনীতি গ্ৰহণ কৰিবলৈ বাধ্য কৰিলে। ভাৰত চৰকাৰো পতিয়ন গ'ল, আমেৰিকা তথা উন্নত পুঁজিবাদী দেশসমূহৰ আৰু তেওঁলোকৰ আন্তৰ্জাতিক প্ৰতিষ্ঠান বিশ্ববেংক, আন্তৰ্জাতিক মুদ্ৰা ভাণ্ডাৰ আদিৰ নিৰ্দেশনাত। তদানীন্তন বিত্তমন্ত্ৰী ড° মনমোহন সিঙে ভাৰততো সূচনা কৰিলে মুক্তবজাৰ অৰ্থনীতি বা নব্য-উদাৰ অৰ্থনীতি। সমগ্ৰ পৃথিৱীতে এনেকুৱা ধাৰণা এটি সৃষ্টি কৰা হ'ল যে পুঁজিবাদেই শেষ কথা, পুঁজিবাদৰ কোনো বিকল্প নাই। আনকি বিশ্ববেংকে ১৯৯৬ চনত বিশ্ব উন্নয়ন প্ৰতিবেদনত কাৰ্ল মাৰ্ক্স আৰু এঙ্গেলছৰ কমিউনিষ্ট ইস্তাহাৰৰ তলৰ কথাখিনিৰ উদ্ধৃতি দি প্ৰমাণ কৰিছিল যে মুক্তবজাৰ বিশ্বায়িত অৰ্থনীতিৰ গত্যন্তৰ নাই। "উৎপাদনৰ সঘন বৈপ্লৱিকৰণ, সামাজিক অৱস্থাবোৰৰ অবিৰাম অশান্তি, চিৰ অনিশ্চয়তা আৰু উত্তেজনাই এই বুৰ্জোৱা যুগটোক আগৰ সকলো যুগৰ পৰা পৃথক কৰিছে। সকলোধৰণৰ অলৰ-অচৰ দ্ৰুতশিলীভূত সম্পৰ্ককে সেইবিলাকৰ পুৰণি আৰু শ্ৰদ্ধেয় কু-সংস্কাৰ (prejudices) আৰু মতামতৰ সৈতে মোহাৰি পেলোৱা হৈছে আৰু নতুনকৈ গঢ়ি উঠা সম্পৰ্কসমূহো প্ৰতিষ্ঠিত হোৱাৰ আগতেই পুৰণিকলীয়া হৈ পৰিছে।

কঠিন প্ৰতিটো বস্তুৱেই বতাহৰ লগত মিলি গৈছে।"

সমাজবাদৰ মৃত্যু ঘোষণা কৰি পৃথিৱীবিখ্যাত বিশিষ্ট আমেৰিকান বুদ্ধিজীৱী ফ্ৰান্সিছ ফুকুয়ামাই লিখা 'দি এণ্ড অব হিষ্ট'ৰী' (বুৰঞ্জীৰ অৱসান) নামৰ কিতাপখন ঐতিহাসিক আৰু পৃথিৱীবিখ্যাত হৈ গ'ল। গ্ৰন্থখন প্ৰকাশৰ লগে লগে পৃথিৱীৰ বহু ভাষালৈ অনুবাদ কৰা হ'ল আৰু বহু সংস্কৰণ প্ৰকাশ হ'ল। ফুকুয়ামাই গ্ৰন্থখনত লিখিছিল— 'Liberal principles in economics — the "free-market" have spread, and have succeeded in producing unprecedented level of material prosperity, both in industrially developed countries and...... countries of the impoverished third World.'।

পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদ আৰু পুঁজিবাদী আদৰ্শৰ বুদ্ধিজীৱীসকলে ঘোষণা কৰা মতে ইতিহাসৰ শেষ নহ'ল। মাৰ্ক্সীয় দৰ্শনে ঘোষণা কৰা মতে ইতিহাসৰ অগ্ৰগতি হৈ থাকিল। মাৰ্ক্সে দৃঢ়ভাৱে ঘোষণা কৰিছিল পুঁজিবাদী অৰ্থনীতিৰ সংকটৰ গত্যন্তৰ নাই। মাৰ্ক্সৰ ভৱিষ্যৎবাণী বাস্তৱত পৰিণত হ'ল— ২০০৮ চনৰ পৰা পুঁজিবাদী তত্ত্ববিদসকলৰ চকুত ধূলি মাৰি সমৃদ্ধিশালী বিশ্বায়িত নব্য-উদাৰ পুঁজিবাদী অৰ্থনীতি মহাসংকটত নিমজ্জিত হ'ল। ফুকুয়ামাই বুৰঞ্জীৰ অৱসান ঘটাই অৰ্থাৎ সমাজবাদৰ অৱসান ঘটাই উদাৰ গণতন্ত্ৰত মুক্ত বজাৰ অৰ্থনীতিৰ দ্বাৰা বিশ্বৰ কোনো দেশতে জনসাধাৰণৰ আনপ্ৰিচীডিণ্টেড লেভেল অব ম্যাটিৰীয়্যাল প্ৰচ্‌পেৰ্‌্যাটী অৰ্থাৎ নজিৰহীন পৰ্যায়ৰ পাৰ্থিব সুখ-সমৃদ্ধি আনিব পৰা নাই। অতি উন্নত পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহৰ জনসাধাৰণৰ দুৰ্দশাৰ বৰ্ণনা নব্য-উদাৰ অৰ্থনীতিৰ তত্ত্ববিদসকলে তেওঁলোকৰ মুখপাত্ৰসমূহে মুকলিভাৱে প্ৰকাশ কৰিব ধৰিছে। পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদ, বুদ্ধিজীৱী আৰু ৰাজনৈতিক নেতাসকলে ভবা ধৰণে কোনো ঘটনাই নঘটিল— মাৰ্ক্সে কোৱা ধৰণেহে বাস্তৱত ঘটনাসমূহ ঘটিল। এই পুঁজিবাদী নব্য-উদাৰ অৰ্থনীতিৰ বুদ্ধিজীৱী আৰু তত্ত্ববিদসকলে একমুখে স্বীকাৰ কৰিব ধৰিছে যে চীন দেশৰ জনসংখ্যা আমেৰিকাৰ প্ৰায় পাঁচগুণ, ব্ৰিটেইনৰ ২২ গুণ হোৱা সত্ত্বেও চীনৰ অৰ্থনৈতিক সংকট নাই— দেশৰ প্ৰায় সকলো লোকে উচ্চ মানৰ জীৱন-যাপনৰ ব্যৱস্থা কৰিব পাৰিছে। অতি কমেও সকলোৰে প্ৰয়োজনীয় খাদ্য, আশ্ৰয়, শিক্ষা, চিকিৎসা আদিৰ ব্যৱস্থা কৰিব পাৰিছে। অতি সম্প্ৰতি আমাৰ দেশৰ বৃহৎ বাণিজ্য আৰু উদ্যোগৰ সংগঠন ফিকিৰ (FICCI) অৰ্থাৎ ফেডাৰেচন অব ইণ্ডিয়ান চেম্বাৰচ্ অব কমাৰ্চ এণ্ড ইণ্ডাষ্ট্ৰিৰ সঞ্চালকপ্ৰধান ৰাজীৱ কুমাৰ চীন দেশলৈ গৈছিল। তেখেতে চীন দেশৰ অৰ্থনীতিৰ সাফল্য আৰু উন্নয়ন দেখি আচৰিত হৈছে আৰু কৈছে এই উন্নয়নে দেশৰ সমগ্ৰ জনসাধাৰণকে স্পৰ্শ কৰিছে। চীন দেশৰ পৰা ঘূৰি আহি 'দি হিন্দু বিজন্যাচ লাইন' কাকতত 'লাৰ্ণিং ফ্ৰম চাইনিজ কেপিটালিজ্‌ম' শিৰোনামাৰ এটি প্ৰবন্ধত লিখিছে— 'এওঁলোকৰ মহান সাফল্য হ'ল তিনি দশকৰ ভিতৰত ৪০০ নিযুত লোকৰ চৰম দৰিদ্ৰতাৰ অৱসান ঘটোৱা'। ইয়াৰ উপৰি দেশখনৰ সমগ্ৰ অঞ্চলতে পৰিগাঁথনিকে ধৰি সকলো দিশতে চমকপ্ৰদ উন্নয়নৰ বৰ্ণনা দিছে তেখেতে। বৰ্তমানৰ অৰ্থনীতিৰ মহাসংকটৰ কোনো ছাঁ চীন দেশত তেখেতে দেখা নাপালে। অৱশ্যে ৰাজীৱ কুমাৰে লিখাৰ দৰে চীন দেশ পুঁজিপতিৰ দেশ নহয়, সমাজতন্ত্ৰৰে নিয়ন্ত্ৰিত অৰ্থনীতি চীনত।

নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ ক্ৰুগমান আৰু বিশিষ্ট বুদ্ধিজীৱী ফাৰীড ঝাকাৰীয়াৰ উন্নত পুঁজিবাদী দেশসমূহ যিসমূহত নব্য-উদাৰ অৰ্থনীতিয়ে আধিপত্য কৰে, সেইসমূহৰ লগত চীনৰ

তুলনা কৰিলে প্ৰতিফলিত হয় সমাজবাদী অৰ্থনীতিৰ শ্ৰেষ্ঠত্ব। স্পষ্টভাৱে দেখা গৈছে কোনটো অৰ্থনীতিয়ে জনসাধাৰণৰ পাৰ্থিব সুখ-সমৃদ্ধি আনিব পাৰে। ব্ৰিটেইন, ফ্ৰান্স, ইটালী, আমেৰিকাত পুঁজিবাদৰ জন্ম হৈছিল, প্ৰায় তিনিশ বছৰ পুঁজিবাদী অৰ্থনীতিয়ে এই দেশসমূহত আধিপত্য কৰিছে, তথাপি আজিও বহু শতাংশ লোক এই দেশসমূহত দুৰ্দশাগ্ৰস্ত কিয়? ভাৰততো আমেৰিকা, ব্ৰিটেইন, ফ্ৰান্সৰ আৰ্হিৰ অৰ্থনীতিৰ সূচনা হৈছে। ভাৰতৰ জনসাধাৰণে তেওঁলোকৰ দুখ-দুৰ্দশাৰ অৱসানৰ আশা কৰিব পাৰেনে? যোৱা তিনিশ বছৰৰ অৰ্থনীতিৰ ইতিহাসে কি কয়? ফুকুয়ামাই ইতিহাসৰ অগ্ৰগতি স্তব্ধ কৰিব নোৱাৰিলে— ড° মনমোহন সিঙে পাৰিবনে? সময়ে ক'ব, ইতিহাসে ক'ব বাস্তৱত কি ঘটিছে আৰু কি ঘটিব। ❑❑

১৭ জুন, ২০১১ চন

# বাৰ্লিনৰ প্ৰাচীৰ ভাঙিও পুঁজিবাদ নিৰাপদ নহ'ল

২০০৭ চনৰ ছেপ্টেম্বৰ মাহত জাৰ্মানীৰ ফ্ৰেঙ্কফুট চহৰত ২০ দিনমানৰ কাৰণে আছিলো। ফ্ৰেঙ্কফুট চহৰখন ইউৰোপৰ অৰ্থনৈতিক দিশৰ পৰা অতি গুৰুত্বপূৰ্ণ, চমুকৈ ক'বলৈ গ'লে চহৰখন জাৰ্মানীৰে নহয় ইউৰোপৰ অৰ্থনৈতিক ৰাজধানী। ইয়াতে ইউৰোপীয়ান ইউনিয়নৰ কেন্দ্ৰীয় বেংক অৱস্থিত, অৰ্থাৎ ইউৰোপৰ ২৭ খন দেশৰ মাণিটাৰী পলিচিৰ নীতি নিৰ্ধাৰণ কৰা হয় এই চহৰত। চহৰখন হেনো দ্বিতীয় মহাসমৰৰ আক্ৰমণৰ সময়ত ধ্বংসপ্ৰাপ্ত হৈছিল। বৰ্তমান অতি আটক-ধুনীয়াকৈ নিৰ্মাণ কৰি উলিয়াইছে। আমি আলোচনাৰ বাবে বহা কনফাৰেন্স হলটো আছিল জাৰ্মানীৰ ড্ৰেচ্‌দনাৰ (Dresdner Bank) নামৰ এটি বেংকৰ। বেংকটোৰ মুখ্য কাৰ্যনিৰ্বাহকে আমাৰ আলোচনাৰ উদ্বোধনী ভাষণ প্ৰদান কৰোতে ক'লে যে এই অঞ্চলৰ সকলো ঘৰ-বাৰী ধ্বংস হৈছিল দ্বিতীয় মহাসমৰ বোম্বিঙত ; কিন্তু আমি আজি বহা ঘৰটো ভাঙি পৰা নাছিল আৰু এই ঘৰটো ৮০ বছৰ পুৰণি।

সি যিয়েই নহওক ফ্ৰেঙ্কফুট ৰেইলৱেই ষ্টেছনটো মোৰ খুব পৰিচিত হৈ পৰিছিল। আমাৰ থকা 'টুৰিষ্ট' নামৰ হোটেলখন ষ্টেছনটোৰ পৰা ৫০০ মিটাৰমান দূৰতে আছিল। ষ্টেছনটো হাওৰা ষ্টেছনৰ দৰে লাগিছিল কাৰণ হাওৰাৰ দৰে শেষ মূৰৰ ষ্টেছন। অৱশ্যে হাওৰা ষ্টেছনতকৈ অতি উন্নত মোৰ উৰীয়া বন্ধু প্ৰফুল্ল পাটনায়কৰ লগত এই ৰেইলৱেই ষ্টেছনৰ পৰা ৰেইলত উঠি পেৰিচ চহৰলৈ গৈছো। আকৌ উভতি আহিছো, ৰেইলতে বেলজিয়ামৰ ব্ৰাশ্বেল চহৰ, নেডাৰলেণ্ডৰ আমষ্টাৰ'গম চহৰ, লুক্সেমবাৰ্গ আদি ঠাইলৈ গৈছো, ঘূৰি আহিছো। আকৌ বেলেগভাৱে এই ষ্টেছনৰ পৰাই অষ্ট্ৰিয়াৰ ভিয়েনা চহৰলৈ গৈছো, বাৰ্লিন চহৰলৈ গৈছো। গতিকে এই ৰেইলৱেই ষ্টেছনটো মোৰ কাৰণে সৰবৰহী হৈ পৰিছিল। ইউৰোপখন এখন দেশ যেন লাগিছিল। জাৰ্মানীৰ ফ্ৰেঙ্কফুট ৰেইলষ্টেছনত ট্ৰেইনত উঠি বাধাহীনভাৱে ফ্ৰান্স, নেডাৰলেণ্ড, অষ্ট্ৰিয়া আদি বিভিন্ন দেশৰ বিভিন্ন ঠাইলৈ গ'লে অনুভৱেই নহয় বেলেগ বেলেগ দেশলৈ যোৱাৰ কথা, যেনিবা গুৱাহাটী ৰেইলষ্টেছনত ট্ৰেইনত উঠি পাটনা, কানপুৰ লক্ষ্মৌ, দিল্লী আদি বিভিন্ন ঠাইলৈ গৈছো। ইউৰোপৰ ইউৰোপীয় ইউনিয়নত যোগ নিদিয়া দুই-তিনিখন দেশৰ বাহিৰে বাকী সকলো দেশৰ বাবে এখন ভিছা হ'লে হ'ল।

জাৰ্মানী ইউৰোপৰ অন্যতম উন্নত দেশ। ইয়াৰ অৰ্থনীতি বিশ্বৰ তৃতীয় বৃহত্তম অৰ্থনীতি আছিল, ২০০৯ চনত চীন দেশে পাছ পেলালে। তথাপি জাৰ্মানী ইউৰোপৰ বৃহত্তম অৰ্থনীতি। কমিউনিষ্ট জাৰ্মানী ১৯৯০ চনৰ ৩ অক্টোবৰত আনুষ্ঠানিকভাৱে সংযুক্ত হোৱাত ৰাছিয়াক বাদ দি জাৰ্মানী ইউৰোপৰ অধিক জনসংখ্যাৰ দেশ। ১৯৮৯ চনৰ ১৮ নৱেম্বৰৰ দিনা ৪৭ কিলোমিটাৰ

দৈৰ্ঘ্যৰ বিখ্যাত বাৰ্লিন ৱাল ভাঙি পেলোৱা হৈছিল আৰু এই দিনটোৱে পুঁজিবাদৰ বিজয়ৰ ঐতিহাসিক দিন আৰু সমাজবাদ পতনৰ ট্ৰেজিক বা বিয়োগান্ত ঐতিহাসিক ঘটনাৰ দিন। কুৰি শতিকাৰ নবৈৰ দশকত সমাজবাদৰ পতনত সমাজবাদী অৰ্থনীতিত বিশ্বাসী লোকসকলে অন্তৰত বেদনা অনুভৱ কৰিছিল। এই দশকটোত পুঁজিবাদৰ বিজয়ধ্বজা উৰিছিল। পুঁজিবাদৰ উগ্ৰ সমৰ্থক তত্ত্ববিদসকল আনন্দত আত্মহাৰা হৈ পৰিছিল, তেওঁলোকে ঘোষণা কৰিছিল পুঁজিবাদেই মানৱ জাতিৰ শেষ কথা, পুঁজিবাদেই মানৱ জাতিৰ মুক্তি আনিব। পুঁজিবাদী সমাজ ব্যৱস্থাৰ বিশ্ববিখ্যাত বিশিষ্ট বুদ্ধিজীৱী ফ্ৰান্সিছ ফুকুয়ামাৰ কলমৰ দ্বাৰা সৃষ্টি হ'ল বিশ্বক জোকাৰণি মৰা গ্ৰন্থ 'দি এণ্ড অব হিষ্টোৰী' বুৰঞ্জীৰ অৱসান। পুঁজিবাদৰ সমৰ্থক তথা তত্ত্ববিদসকলৰ বাবে এইখন মহান তথা ঐতিহাসিক গ্ৰন্থ হৈ পৰিল। কম সময়ৰ ভিতৰতে বহু ভাষালৈ অনুবাদ কৰা হ'ল, প্ৰচাৰৰ প্ৰকোপত ইমান জনপ্ৰিয় বা কৌতুহলপূৰ্ণ হ'ল যে তৎক্ষণাত বহু সংস্কৰণ ছপা হৈ ওলাল। The Washington Post Book World ৰ বিশিষ্ট বুদ্ধিজীৱী জৰ্জ গিল্ডাৰে কিতাপখনৰ শ্ৰেষ্ঠত্ব সম্বন্ধে এইদৰে কৈ প্ৰচাৰ কৰাত ব্যস্ত হৈ পৰিল।

"চমৎকাৰ— এক কীৰ্তিস্তম্ভ.... গভীৰভাৱে বাস্তৱবাদী আৰু গুৰুত্বপূৰ্ণ.... অতি সময়োপযোগী আৰু প্ৰত্যয়জনক..... এইখনেই প্ৰথম গ্ৰন্থ য'ত সমগ্ৰ বিশ্বক জোকাৰি যোৱা পৰিৱৰ্তনসমূহৰ গভীৰতা আৰু ব্যাপকতাক সম্পূৰ্ণভাৱে হৃদয়ংগম কৰা হৈছে।"

এদিন সন্ধিয়া ফ্ৰেঙ্কফুট ৰেইল ষ্টেছনত আজৰি সময় কটাবলৈ কিতাপৰ দোকানসমূহত বিভিন্ন কিতাপ লুটিয়াই থাকোতে চকুত পৰিল 'Confessions of an Economic Hitman' নামৰ কিতাপ এখনলৈ— লিখক কোনোবা John Perkis (জন পাৰ্কিন্‌ছ)। ৭.৯৯ ইউৰো দাম দি কিতাপখন কিনি ল'লো (এক ইউৰোৰ মূল্য তেতিয়া ৬৪ টকামান আছিল।) বিখ্যাত গ্ৰন্থ 'The Best Democracy Money Can Buy'ৰ লিখক গ্ৰেগ পালাষ্ট (Greg Palast)এ Confessions of an Economic Hitman অৰ্থাৎ 'এজন অৰ্থনৈতিক গুপ্তঘাতকৰ স্বীকাৰোক্তিবোৰ' গ্ৰন্থখনৰ বিষয়ে এইদৰে কৈছে, "অৰ্থনৈতিক গুপ্তঘাটক (Economic Hitman) সকল অতি উচ্চ হাৰত বেতন পোৱা বৃত্তিধাৰী লোক ঃ তেওঁলোকে ঠক-প্ৰবঞ্চনাৰে বিশ্বৰ বিভিন্ন দেশৰ পৰা লাখ লাখ কোটি ডলাৰ (Trillions of dollars) লুট কৰে। তেওঁলোকে ব্যৱহাৰ কৰা আহিলা (কৌশল)বোৰৰ ভিতৰত আছে জালিয়াতি আৰু ঠগামিৰে ভৰা বিত্তীয় প্ৰতিবেদন, ৰিগিং কৰা নিৰ্বাচন, উপঢৌকন, বলপূৰ্বক ধন সংগ্ৰহ, যৌন ব্যভিচাৰ আৰু হত্যাকাণ্ড। তেওঁলোকৰ চল-চাতুৰ্যবোৰ পৌৰাণিক কালৰ সম্ৰাটৰ দৰেই, কিন্তু বিশ্বায়নৰ বৰ্তমান যুগত ইয়াৰ ব্যাপ্তি হৈ পৰিছে আতংকজনক।"

জন পাৰ্কিন্‌ছে জনা উচিত— তেওঁ আছিল এটা আন্তৰ্জাতিক পৰামৰ্শদাতা প্ৰতিষ্ঠানৰ হকে কাম কৰা এজন অৰ্থনৈতিক গুপ্তঘাতক। এই পৰামৰ্শদাতা প্ৰতিষ্ঠানটোৱে দুখীয়া দেশবোৰক বিশাল পৰিমাণৰ উন্নয়নমূলক ঋণ ল'বলৈ পতিয়ন নিওৱাৰ উপৰি উন্নয়নমূলক প্ৰকল্পসমূহৰ ঠিকাবোৰ মাৰ্কিন আমেৰিকাৰ কোম্পানীক দিয়াটো নিশ্চিত কৰে। এইবোৰ দৰিদ্ৰ দেশে এবাৰ বিশাল ঋণৰ গহ্বৰত সোমাই পৰিলে আমেৰিকাৰ চৰকাৰে প্ৰাকৃতিক সম্পদ, সামৰিক সহযোগিতা আৰু ৰাজনৈতিক সমৰ্থনকে ধৰি তেওঁলোকৰ 'আইনসংগত প্ৰাপ্যবোৰ' বিচাৰিবলৈ ধৰে।

এজন অৰ্থনৈতিক গুপ্তঘাতকৰ স্বীকাৰোক্তিবোৰ (Confessions of an Economic Hitman) হ'ল এজন মানুহৰ অভিজ্ঞতাসমূহৰ এক কাহিনী। দ্বিতীয় বিশ্বযুদ্ধৰ পাছত আমেৰিকা যুক্তৰাষ্ট্ৰ

জড়িত হৈ থকা ষড়যন্ত্ৰ, লিপ্সা, দুৰ্নীতি অল্পখ্যাত চৰকাৰী আৰু কৰপোৰেট কৰ্মকাণ্ডৰ লগত যুক্ত হৈ থকাৰ মাজেৰে এই অভিজ্ঞতাসমূহ আহৰণ কৰা হৈছে। ইয়াৰ বাৰ্তা স্পষ্টঃ, এই গোপন কামবোৰ বন্ধণ কৰিলে এইবোৰে আমাৰ ভৱিষ্যতৰ বাবে ভয়াৱহ পৰিণতি কঢ়িয়াই আনিব।

"পাৰ্কিন্‌ছে বিত্তীয় দুস্যুবোৰৰ উদৰ ফালি দিছে। ইয়াত আছে আন্তৰ্জাতিক কৰ্পোৰেট ফন্দি-ফিকিৰ (কূট কৌশল)ৰ বাস্তৱ আৰু বিস্তৃত বিৱৰণ। আন্তৰ্জাতিক কৰ্পোৰেট এই চক্ৰান্তবোৰ এনেদৰে পাকঘূৰণী খাই আছে যে ই অশুভ গুপ্তচৰৰ ৰোমাঞ্চকৰ কাহিনীকো ফেৰ মাৰিব পাৰে।"

Age debts, the American government would request their, 'pound of flesh' in favours including access to natural resources, military co-operation and political support.

Confessions of an Economic Hit Man is the story of one man's experiences inside the intrigue, greet, corruption and little known government and corporate activities that the U.S. have been involved in since World War-II. The message is clear, unless these clandestine activities are stopped, they will have conseguences for our future.

কিতাপখনৰ লিখক জন পাৰকিন্‌ছে নিজে ইক'নমিক হিতমেন হৈও গ্ৰন্থখনত নব্য উদাৰ-মুক্ত বজাৰ বিশ্বায়িত অৰ্থনীতিৰ মালিক আমেৰিকা যুক্তৰাষ্ট্ৰৰ মানৱ জাতিৰ উন্নয়ন তথা পৃথিৱীৰ সকলো দেশৰে বিশেষকৈ, দুখীয়া দেশসমূহৰ উন্নয়নৰ ঘোষিত উদ্দেশ্যৰ অন্তৰালৰ গোপনীয় উল্লিখিত উদ্দেশ্যসমূহক নঙঠাকৈ উদঙাই দিছে।

যিয়েই নহওক, উৎফুল্লিত হোৱা পুঁজিবাদী তত্ত্ববিদ তথা পুঁজিবাদৰ পৃষ্ঠপোষকসকলে ভবা মতে পুঁজিবাদৰ সমৃদ্ধি নিটিকিল। পুঁজিবাদী অৰ্থনীতিৰ আভ্যন্তৰীণ দ্বন্দ্বৰ পৰা আৰু উত্তৰাধিকাৰীসূত্ৰে উদ্ভৱ হোৱা মহাসংকটে ২০০৮ চনৰ পৰা নব্য উদাৰ অৰ্থনীতিৰ দেশসমূহলৈ বিপৰ্যয় মাতি আনি মানৱ জাতিৰ মুক্তিৰ পৰিৱৰ্তে মানৱ জাতিক সংহাৰ কৰাৰ প্ৰক্ৰিয়া আৰম্ভ হ'ল। ২০০৮ চনৰ পৰা বিশ্বৰ প্ৰধান পুঁজিবাদী অৰ্থনীতিৰ দেশসমূহক সংকটে বিপৰ্যস্ত কৰিছে। দিনে দিনে দুখ-দুৰ্দশা গ্ৰস্ত লোকৰ সংখ্যা বৃদ্ধি পাব লাগিছে। যোৱা সপ্তাহত আমেৰিকাৰ প্ৰধান বাতৰি কাকত 'নিউয়ৰ্ক টাইমচ্'ত নোবেল বঁটা বিজয়ী অৰ্থনীতিবিদ পাল ক্ৰুগমানে (Paul Krugman) তেখেতৰ নিবন্ধত লিখিছে "বিশ্বৰ পশ্চিমাঞ্চলত (Western World) নিবনুৱা সমস্যা ভয়ানক যন্ত্ৰণা হৈ পৰিছে! প্ৰায় ১৪ নিযুত আমেৰিকান নিবনুৱা আৰু পূৰ্ণ কৰ্মসংস্থানৰ অভাৱত বহু নিযুতে আংশিক (Part-time job) কাম ল'বলৈ বাধ্য হৈছে, অথবা তেওঁলোকৰ যোগ্যতা অনুসাৰে কৰ্মসংস্থান পোৱা নাই। বহুকেইখন ইউৰোপীয় দেশৰ অৱস্থা আৰু অধিক বেয়া। ২১ শতাংশ কৰ্মক্ষম লোক স্পেইনত নিবনুৱা হৈ আছে, দেশৰ অৰ্থনীতিয়ে কোনো ধৰণৰ কৰ্মসংস্থানৰ ব্যৱস্থা কৰিব পৰা নাই। অৰ্থনীতিৰ এই সৰ্বনশীয়া অৱস্থাৰ অৱসানৰ বা উন্নতিৰ কোনো লক্ষণেই পৰিলক্ষিত হোৱা নাই। এইটো এটি নিৰন্তৰ বিপৰ্যয় (Continuinng tragedy) আৰু বিশ্বৰ বিচাৰবুদ্ধি সম্পন্ন অৰ্থনীতিৰ সৰ্বোত্তম অগ্ৰাধিকাৰ হ'ব এই বিপৰ্যয়ৰ অৱসান ঘটোৱা।"

নোবেল বঁটা বিজয়ী ক্ৰুগমানৰ আশা বাস্তৱত পৰিণত হ'ব জানো? পুঁজিবাদী অৰ্থনীতিৰ জন্ম হোৱা দিন ধৰি আজিলৈ কোনো উদাহৰণ নাই যে সমগ্ৰ জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অৱসান ঘটাইছে। পুঁজিবাদী অৰ্থনীতিৰ ইতিহাস হ'ল সদায়ে গৰিষ্ঠসংখ্যক লোকৰ শোষণৰ বিনিময়ত বা এওঁলোকৰ দুখ-কষ্টৰ বিনিময়ত গৰিষ্ঠ সংখ্যক লোকলৈ সমৃদ্ধি অহা। ক্ৰুগমানে আমেৰিকাৰ জনসাধাৰণৰ নিবনুৱা অৱস্থাৰ কথা উল্লেখ কৰিছে ; কিন্তু বৰ্তমান আমেৰিকাৰ ধনীক গোষ্ঠী বা কৰপোৰেট

গোষ্ঠী অৰ্থনৈতিক সংকটৰ পৰা উদ্ধাৰ হৈছে। তেওঁলোকৰ লাভৰ হাৰ বৃদ্ধি হৈছে। জনসাধাৰণে কিন্তু সংকটৰ ক্ৰিয়াৰ পৰা উদ্ধাৰ পোৱা নাই, যি কথা ক্ৰুগমানে ব্যক্ত কৰিছে। ব্ৰিটিছ প্ৰধানমন্ত্ৰী গৰ্ডন ব্ৰাউনে আমেৰিকান আলোচনী 'নিউজ উইক'ত এটি প্ৰবন্ধ লিখি কৈছে যে ৫০ নিযুত কৰ্মসংস্থান সৃষ্টি কৰিব লাগিব অৰ্থনৈতিক সংকট আঁতৰ কৰিবলৈ। সি যিয়েই নহওক পুঁজিবাদী অৰ্থনীতি উপায়হীন হৈছে। ভাৰত, ৰাছিয়া, দক্ষিণ কোৰিয়া, মালয়েছিয়া আদি দেশত অৰ্থনীতিৰ সংকট নাই বুলি কোৱা হৈছে। ভাৰতৰ জনসাধাৰণে বুজে নিজৰ অভিজ্ঞতাৰ দ্বাৰা তেওঁলোকৰ জীৱন-ধাৰণৰ কঠিন সমস্যাৰ কথা। ভাৰততো নব্য-উদাৰ অৰ্থনীতিৰ সূচনা কৰা হৈছে। পুঁজিবাদী অৰ্থনীতিৰ চৰিত্ৰ এটাই— আমেৰিকা, ইউৰোপত যি পৰিস্থিতিৰ সৃষ্টি হৈছে ভাৰততো হ'ব। পুঁজিবাদে এটি সময়ত সমাজৰ বৈপ্লৱিক পৰিৱৰ্তন সাধন কৰে। এই কথা কাৰ্লমাৰ্ক্সে স্বীকাৰ কৰি কমিউনিষ্ট ইস্তাহাৰত কৈছে, 'মানুহৰ সক্ৰিয় কাম-কাজে কি সাধন কৰিব পাৰে সেই কথা এই পুঁজিপতি শ্ৰেণীয়েই প্ৰথমবাৰৰ বাবে দেখুৱাই দিছে। ইজিপ্তীয় পিৰামিড, ৰোমৰ পানী যোৱা ব্যৱস্থা আৰু গথিয় গীৰ্জাসমূহকো চেৰ পেলোৱা বহু আশ্চৰ্য এই বুৰ্জোৱা শ্ৰেণীয়ে সাধন কৰিছে। ই এনে এক অভিযান পৰিচালনা কৰিছে যিবিলাকে আগৰ জাতিসমূহৰ সমস্ত অভিযান আৰু ধৰ্মযুদ্ধকে ম্লান কৰি পেলাইছে।' মাৰ্ক্সে ইস্তাহাৰত আৰু কৈছে, "বুৰ্জোৱা শ্ৰেণীয়ে এশ বছৰৰো কম সময়ৰ শাসনকালৰ ভিতৰতে এনে বিপুল আৰু বিৰাট উৎপাদিকা শক্তি সৃষ্টি কৰিলে যাক আগৰ সকলো যুগ একে লগ হৈয়ো সৃষ্টি কৰিব পৰা নাছিল। মানুহৰ ওচৰত প্ৰকৃতিৰ শক্তিসমূহৰ নতি স্বীকাৰ, যন্ত্ৰপাতি, শিল্প আৰু কৃষিত ৰসায়নৰ প্ৰয়োগ, ভাপচালিত নৌ-ব্যৱস্থা (Steam-navigution), ৰেইলৱে, বিজুলী তাঁৰ (Electric telegraphs) খেতিৰ বাবে সমগ্ৰ জনগণৰ যাদুকৰী জাগৰণ— আগৰ কোনোটো যুগে ধাৰণা কৰিব পৰা নাছিল যে সামাজিক শ্ৰমৰ কোলাত এনেকুৱা উৎপাদিকা শক্তি সুপ্ত হৈ আছিল।" পুঁজিবাদী সমাজ ব্যৱস্থাৰ উক্ত বৈপ্লৱিক পৰিৱৰ্তনৰ ক্ষমতাক মাৰ্ক্সে প্ৰশংসা কৰি কৈছে যে "সামগ্ৰিকভাৱে গোটেই সমাজ ক্ৰমে বেছি বেছিকৈ দুটা বৃহৎ শত্ৰু শিবিৰত পৰস্পৰ বিৰোধী দুটা ডাঙৰ শ্ৰেণীত বিভক্ত হৈ পৰিছে। এটা হ'ল বুৰ্জোৱা শ্ৰেণী আৰু আনটো হ'ল সৰ্বহাৰা শ্ৰেণী।"

পুঁজিবাদী সমাজ ব্যৱস্থাই জনসাধাৰণৰ দুখ-কষ্টৰ অৱসান কমাব নোৱাৰে, যিমানেই এই সমাজ ব্যৱস্থাই উন্নতি নকৰক কিয় ব্ৰিটেইনৰ ফালে চাওক। পৃথিৱীৰ প্ৰায় দেশেই ব্ৰিটেইনৰ উপনিৱেশ আছি বিশ্বৰ সকলো সম্পদ ব্ৰিটেইনে লুটপাত কৰি নি নিজৰ দেশত জমাইছিল। সভ্যতা, সংস্কৃতি, শিক্ষা, জ্ঞান-বিজ্ঞান সকলো বিষয়তে ব্ৰিটেইন বাটকটীয়া আছিল। পুঁজিবাদে সম্পূৰ্ণৰূপে বিকাশ লাভ কৰিছিল ইংলেণ্ডত। যদি পুঁজিবাদে মানৱ জাতিৰ মুক্তি সাধন কৰে ব্ৰিটেইনৰ সকলো লোকৰ জীৱন ধাৰণৰ সমস্যাৰ সমাধান হ'ব লাগিব। এই অতি উন্নত পুঁজিবাদী দেশ ব্ৰিটেইনৰ অৰ্থনীতি আজি গভীৰ সংকটত। চৰকাৰখন ধৰুৱা, মুঠ ঘৰুৱা উৎপাদনৰ ৮৯ শতাংশ ঋণ আৰু বিদেশী ঋণ ৩০ শতাংশ। নিবনুৱাৰ হাৰ প্ৰায় ২০ শতাংশ। সেয়ে এছীয়ানসকলক ব্ৰিটেইনলৈ প্ৰব্ৰজন কৰাত যথেষ্ট বাধা-নিষেধ আৰোপ কৰিছে।

চীন দেশত পুঁজিবাদৰ বিকাশ হোৱা নাছিল। তাত সামন্তবাদী অৰ্থনীতিৰ আন্তঃগাঁথনিত সমাজবাদী অৰ্থনীতি ৰূপায়ণৰ দ্বাৰা দেশৰ অৰ্থনৈতিক বিকাশ কৰিবলৈ সমৰ্থ হৈছে। বিশ্বৰ সকলো অৰ্থনীতিবিদে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে চীনা অৰ্থনীতিৰ কোনো সংকট নাই আৰু এই অৰ্থনীতিয়ে চীনৰ দৰে ১৩০ কোটি জনসংখ্যাৰ দেশ এখনৰো জনসাধাৰণৰ সকলোৰে জীৱন-

জীৱিকাৰ তথা জীৱন-ধাৰণৰ পথ সৃষ্টি কৰিব পাৰিছে। আমাৰ দেশৰ উদ্যোগ আৰু বাণিজ্যৰ সংগঠন ফিকিৰ (FICCI) সঞ্চালক প্ৰধান ৰাজীৱ কুমাৰে প্ৰবন্ধ লিখি কৈছে চীনা পুঁজিবাদৰ পৰা ভাৰতে শিক্ষা লওক। চীনা পুঁজিবাদী দেশ নহয়। তথাপি ৰাজীৱ কুমাৰৰ ভাষাত সমাজবাদী তত্ত্বই নিয়ন্ত্ৰণ কৰা পুঁজিবাদে চীন দেশত জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত পেলালে অথবা মানৱ জাতিৰ মুক্তি সাধন কৰিলে। আমেৰিকা যুক্তৰাষ্ট্ৰ, ব্ৰিটেইন, ফ্ৰান্স, ইটালীৰ অতি উন্নত পুঁজিবাদ বাৰে বাৰে সংকটত বুৰ গৈ আছে। জনসাধাৰণৰ মুক্তি অনাতো দূৰৰ কথা, বেছি বেছিকৈ জনসাধাৰণক দুখ-দুৰ্দশাৰ মাজলৈ ঠেলি দি আছে। ভাৰতবৰ্ষই জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত পেলাবলৈ ফিকিৰ সঞ্চালক প্ৰধান ৰাজীৱ কুমাৰৰ উপদেশ গ্ৰহণ কৰক। চীনৰ অৰ্থনৈতিক নীতিক অনুসৰণ কৰক।

ভগ্ন বাৰ্লিন ৱাল দেখি ব্যথিত হৈছিলো আৰু বেছি ব্যথিত কৰিছে সমৃদ্ধিশালী পুঁজিবাদৰো পতন হ'ল। সমাজবাদৰ আজি বাৰু পতন হৈছে, সমাজবাদে কোনো ধৰণৰ হকা-বাধা আৰোপ কৰা নাই পুঁজিবাদে মানৱ জাতিৰ মুক্তি অনা কাৰ্যত। পুঁজিবাদ নিজে নিজে কিয় সংকটত পৰিল, পুঁজিবাদী অৰ্থনীতিৰ তত্ত্ববিদসকলে গমকে নাপালে। ২০০৮ চনৰ নৱেম্বৰ মাহত ব্ৰিটেইনৰ মহাৰাণী এলিজাবেথে অৰ্থনীতিৰ বিশ্ববিখ্যাত শিক্ষানুষ্ঠান 'লণ্ডন স্কুল অব ইক'নমি'ত উপস্থিত হৈ প্ৰখ্যাত বুদ্ধিজীৱী, অৰ্থনীতিবিদসকলক উপহাস কৰি কৈছিল, 'কিয় তেওঁলোক ব্যৰ্থ হ'ল অৰ্থনৈতিক মহাসংকট আগমণৰ সম্ভাৱনা সম্বন্ধে অনুমান কৰিবলৈ, আগজাননী দিবলৈ।' অৱশ্যে পুঁজিবাদ আজিও জীয়াই আছে আৰু বহুদিনলৈ হয়তো জীয়াই থাকিব, জনসাধাৰণৰ দুখ-দুৰ্দশা জীয়াই থাকিব। বাৰ্লিন ৱাল ভঙা উল্লাস আনন্দ ম্লান পৰিল। বাৰ্লিন ৱাল ভাঙি জনসাধাৰণৰ দুখ-দুৰ্দশাৰ অন্ত পেলাব নোৱাৰিলে, বৃদ্ধিহে হ'ল। বুৰঞ্জী আৰু সময়েহে ক'ব বাৰ্লিন ৱাল জনসাধাৰণৰ স্বাৰ্থত ভঙা হৈছিল নে পুঁজিপতিৰ স্বাৰ্থত ভঙা হৈছিল। ❑❑

*২৪ জুন, ২০১১ চন*

# উচ্চ শিক্ষাৰ বিপণন

ভাৰতবৰ্ষত বিশ্বৰ জনসংখ্যাৰ ছয় ভাগৰ এভাগ বাস কৰে। বিশ্বৰ জনসংখ্যা ৬৫৩৮ নিযুত আৰু ভাৰতৰ ১১১০ নিযুত। ভাৰতৰ বৰ্তমান অৰ্থনীতি বিকাশশীল। বিশ্বৰ বৰ্তমানৰ পটভূমিত জ্ঞান অৰ্থনীতি (Knowledge Economy) অতি গুৰুত্বপূৰ্ণ। এই জ্ঞান অৰ্থনীতিৰ মূল ভিত্তি হ'ল উচ্চ শিক্ষা। ১১১ কোটি লোকৰ দেশ এখনত উচ্চ শিক্ষাৰ আন্তঃগাঁথনি বৃহৎ আকাৰৰ আৰু উচ্চ গুণসম্পন্ন হোৱাটো অতি প্ৰয়োজনীয়। ভাৰতবৰ্ষত কৃষি, মেনুফেক্‌চাৰিং, অসংগঠিত খণ্ড আদিত অৰ্দ্ধশিক্ষিত শ্ৰমিকৰ বাবে যথেষ্ট সুবিধা আছিল যদিও বৰ্তমানৰ অৰ্থনৈতিক বিকাশৰ প্ৰৱণতাই অৱস্থাৰ পৰিৱৰ্তন ঘটাইছে। আগত দিনত অৰ্থনৈতিক বিকাশৰ প্ৰৱণতাই অৱস্থাৰ পৰিৱৰ্তন ঘটাইছে। আগত দিনত অৰ্থনৈতিক বিকাশৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব সুশিক্ষিত নিপুণ শ্ৰমশক্তিৰ ওপৰত। ভাৰতৰ বৰ্তমানৰ অৰ্থনীতিয়ে এটি শক্তিশালী মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি কৰিছে। মধ্যবিত্ত শ্ৰেণী তথা তেওঁলোকৰ যুৱক-যুৱতীসকলৰ উগ্ৰ-হেপাহ আছে উচ্চশিক্ষিত হোৱাৰ আৰু ইয়াৰ বাবে তেওঁলোকে যথেষ্ঠ যত্ন লয়, পৰিকল্পনা কৰে। এই পটভূমিত ভাৰতবৰ্ষত জনগণে ঢুকি পোৱা পৰ্যাপ্ত পৰিমাণ উচ্চ শিক্ষাৰ সুযোগৰ সৃষ্টি কৰা অতি জৰুৰী।

ভাৰতবৰ্ষৰ দৰে জনবহুল দেশ এখনত বৰ্তমানৰ নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিৰ প্ৰেক্ষাপটত দেশখনৰ তথা জনগণৰ উন্নয়নৰ ভিত্তি হ'ল উচ্চ শিক্ষা। এই উপলব্ধি আমাৰ দেশৰ চৰকাৰৰ কাণ্ডাৰীসকলৰ কামকাজত প্ৰতিফলন ঘটা নাই। বৰ্তমানৰ তথ্যমতে উচ্চ শিক্ষা ল'ব পৰা দেশৰ যুৱক-যুৱতীৰ ১০ শতাংশইহে উচ্চ শিক্ষা লোৱাৰ বাবে ভৰ্তি কৰে (General enrolment Ratio-GER)। ইয়াৰ বিপৰীতে চীনদেশ, যিখনদেশ শিক্ষাৰ ক্ষেত্ৰত ভাৰতত‌কৈ বহু পিচপৰা আছিল, সেইদেশখনৰ বৰ্তমান ২২ শতাংশ যুৱক-যুৱতীয়ে উচ্চ শিক্ষা গ্ৰহণ কৰে। চীনদেশত উচ্চশিক্ষাত নাম ভৰ্তিৰ সংখ্যা ২৭ নিযুত, ভাৰতত ১৩ নিযুত। ১৯৯০ চনত চীনদেশৰ উচ্চমাধ্যমিকোত্তৰ শ্ৰেণীৰ নামভৰ্তিৰ পৰিমাণ আছিল ৫ নিযুত। ভাৰততো আছিল ৫ নিযুত। ২০০৯ চনত ইয়াৰ পৰিমাণ চীনত হ'লগৈ ২৭ নিযুত, ভাৰতত ১৩ নিযুত। (The Gaint Awake Higher Education System in China and India-Philip G. Altbach-EPW-June-12, 2009)

বৰ্তমানৰ নব্য উদাৰবাদী গোলকীয় অৰ্থনীতিৰ আশীৰ্বাদত সৃষ্টি হোৱা ভাৰতৰ মধ্যবিত্তশ্ৰেণীটোৰ সংখ্যা ৬০ নিযুতৰ পৰা ৭০ নিযুত হ'ব। National council of applied economic Research ৰ মতে ২০১৫ চনত ভাৰতৰ মধ্যবিত্তশ্ৰেণীৰ পৰিমাণ ২১০ নিযুত আৰু ২০২৫ চনত

৪২০ নিযুত হ'ব। এই মধ্যবিত্তশ্ৰেণীৰ প্ৰচণ্ড হেপাহ, পৰিৱৰ্তিত সমাজত জীৱনধাৰণৰ মান ৰক্ষা আৰু উচ্চ স্তৰলৈ নিয়াৰ হাবিয়াসৰ বাবে নিজৰ ল'ৰা-ছোৱালীক গোলকীয় নব্য উদাৰবাদী অৰ্থনীতিত অংশগ্ৰহণ আৰু এই অৰ্থনীতিৰ সা-সুবিধা আহৰণৰ প্ৰতিযোগিতাৰ বাবে উপযুক্ত কৰা। মধ্যবিত্ত শ্ৰেণীয়ে তেওঁলোকৰ ল'ৰা-ছোৱালীক গোলকীয় অৰ্থনীতিৰ চাহিদা অনুযায়ী উচ্চশিক্ষিত কৰাৰ হাবিযাস কৰে। জনগণৰ প্ৰতি দায়বদ্ধ আৰু জাতীয় চৰকাৰ এখনৰ সেয়ে কৰ্তব্য সকলো অংশৰ জনগণৰ বাবে উচ্চ শিক্ষা সহজলভ্য কৰা। বৰ্তমানৰ অৰ্থনৈতিক পৰিস্থিতিৰ পৰিৱেশত মধ্যবিত্তশ্ৰেণীৰ ল'ৰা-ছোৱালীৰ বাবে উচ্চ শিক্ষাৰ হেপাহ যথাৰ্থ (Genuine)।

ভাৰত স্বাধীন হোৱাৰ ৬৩ বছৰ পূৰ্ণ হ'ল— আজিও দেশৰ উচ্চ শিক্ষাৰ বাবে উপযুক্ত যুৱক-যুৱতীৰ ৩০ শতাংশৰো উচ্চ শিক্ষাত নামভৰ্তিৰ পটভূমি সৃষ্টি হোৱা নাই। শিক্ষাখণ্ডৰ এই অৱস্থাৰ বাবে চৰকাৰৰ অপৰাধমূলক অৱহেলা দায়ী। বিভিন্ন সুচিন্তিত নাগৰিক, গণতান্ত্ৰিক লোক, বাওঁদল সমূহে দীৰ্ঘদিন ধৰি দাবী কৰি আহিছে শিক্ষাকণ্ডত দেশৰ মুঠ ঘৰুৱা উৎপাদনৰ ৬ শতাংশ (GDP) খৰচ কৰক। বৰ্তমান দেশৰ শিক্ষাখণ্ডত সকলোধৰণৰ খৰচ মিলি জি, ডি, পিৰ মাত্ৰ ৩.৫ শতাংশহে খৰচ হয়। উচ্চ শিক্ষাৰ বাবে জি, ডি, পিৰ অতি ক্ষুদ্ৰাংশ অৰ্থাৎ মাত্ৰ ০ ৪ শতাংশ খৰচ কৰে। শিক্ষাৰ ক্ষেত্ৰত পশ্চিমীয়া দেশৰ পৰ্যায়ৰ সমকক্ষ হ'বলৈ হ'লে কোঠাৰী কমিচন আৰু কেবৰ (Committee on Public Expenditure on Education-CABE) পৰামৰ্শাৱলী ৰূপায়ণ কৰাৰ দৰ্কাৰ আছিল। উক্ত পৰামৰ্শাৱলীৰ ৰূপায়ণ কৰিবলৈ হ'লে অতিকমেও জি, ডি, পিৰ ৬ শতাংশ খৰচ কৰিব লাগিব শিক্ষাখণ্ডত আৰু এই ধনৰ ২৫ শতাংশ খৰচ কৰিব লাগিব উচ্চ শিক্ষাৰ বিকাশত।

২০০৬ চনৰ তথ্যমতে ভাৰতত ১৭০০০ কলেজ আৰু ৩১৭ খন বিশ্ববিদ্যালয় আছে। কলেজসমূহৰ ৩০ শতাংশ আৰু বিশ্ববিদ্যালয়সমূহৰ ৫০ শতাংশ সঠিক মানসম্পন্ন। বাকী কলেজ, বিশ্ববিদ্যালয়সমূহ নিম্নমানৰ (Poor quality)। ৯৭ খন কলেজ আৰু ৯খন বিশ্ববিদ্যালয়হে অতি উৎকৃষ্ট পৰ্যায়ৰ (having potential for excellence)। ভাৰতৰ কলেজ-বিশ্ববিদ্যালয়ত ছাত্ৰ-শিক্ষকৰ অনুপাত ২৬ঃ১ ৰ বিপৰীতে চীনদেশ আৰু ব্ৰাজিলত ১৩ঃ১ (Challenge of higher Education-Leena Srivastava-Financial Chronical-May-5, 2010) ব্ৰিটেইন ৬ কোটি জনসংখ্যাৰ (পশ্চিমবঙ্গৰ জনসংখ্যা ৮ কোটি ১০ লাখতকৈও কম জনসংখ্যা) দেশখনত বিশ্ববিদ্যালয়ৰ সংখ্যা ১২৫ খন, ৩০.৪ কোটি জনসংখ্যাৰ আমেৰিকা যুক্তৰাষ্ট্ৰত বিশ্ববিদ্যালয় ২৪০০ খন। ব্ৰিটেইনত প্ৰতি কোটি মানুহৰ মাজত ২১ খন বিশ্ববিদ্যালয় আছে, আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰতি কোটি মানুহৰ মাজত ৮০ খন বিশ্ববিদ্যালয় আছে। ভাৰতৰ ১১০ কোটি মানুহৰ মাজত খুববেছি ৩৬০ খন বিশ্ববিদ্যালয় আছে; অৰ্থাৎ প্ৰতিকোটি মানুহৰ মাজত ৪ খনতকৈও কম বিশ্ববিদ্যালয়হে আছে। অসমৰ দৰে পশ্চাদপদ ৰাজ্যত ১ কোটি মানুহৰ মাজত দুখন বিশ্ববিদ্যালয়হে আছে, অতি সম্প্ৰতি মুকলি কৰা মেডিকেল বিশবিদ্যালয়কলৈ মুঠ ৬ খন হ'ব। চীনদেশত ৰাজহুৱা ধনৰে পৰিচালিত ১৭০০ বিশ্ববিদ্যালয় আছে। অৰ্থাৎ চীনদেশৰ প্ৰতি কোটি লোকৰ মাজত ১৬ খনতকৈও অধিক বিশ্ববিদ্যালয় আছে। ভাৰতত ৩০০০ আই আই টিৰ আসনৰ বাবে ৬/৭ লাখ উপযুক্ত প্ৰাৰ্থীয়ে প্ৰতিযোগিতাত বহিব লাগে। মানৱ সম্পদ উন্নয়ন মন্ত্ৰী কপিল শিবাল ডাঙৰীয়াই কৈছে দেশত উচ্চশিক্ষিত নাম ভৰ্তিৰ হাৰ ৩০ শতাংশলৈ বৃদ্ধি কৰিবলৈ হ'লে আমি প্ৰায় ৮০০ খন নতুন বিশ্ববিদ্যালয় আৰু ৩৫০০০ পৰা ৪০০০০ খন নতুন কলেজ খুলিব লাগিব।

ভাৰতৰ স্বাধীনোত্তৰ শিক্ষাব্যৱস্থা (Academic System) উত্তৰাধিকাৰীসূত্রে ব্রিটিছৰ পৰা পোৱা। ভাৰতৰ উচ্চ শিক্ষাৰ আন্তঃগাঁথনি ব্রিটিছে আৰম্ভ কৰিছিল ১৮৫৭ চনত কলকাতা, মুম্বাই আৰু মাদ্রাজ বিশ্ববিদ্যালয় স্থাপন আৰু কিছুমান কলেজ স্থাপনৰ দ্বাৰা। ভাৰতত উচ্চ শিক্ষাৰ সূচনা কৰিছিল ব্রিটিছে তেওঁলোকৰ প্রশাসন আৰু প্রতিষ্ঠানসমূহ চলাবলৈ সীমিত উচ্চশিক্ষিত লোকৰ সৃষ্টি কৰিবলৈ। ভাৰত স্বাধীন হোৱাৰ সময়ত কলেজ বিশ্ববিদ্যালয়সমূহত গৱেষণাৰ কোনো সুবিধা নাছিল বুলিয়েই ক'ব পাৰি। ব্রিটিছ চৰকাৰে ভাৰতত গৱেষণাত খৰচ কৰাত আগ্রহী নাছিল। ভাৰতৰ ৯০ শতাংশ লোক উচ্চ শিক্ষাৰ পোহৰৰ বাহিৰত আছিল। স্বাধীন ভাৰততো ১৯৬১ চনলৈ উচ্চ শিক্ষাৰ নাম ভৰ্তিৰ হাৰ অৰ্থাৎ উচ্চ মাধ্যমিকৰ পৰৱৰ্তী শিক্ষাত নাম ভৰ্তিৰ হাৰ মাত্র ১.৫ শতাংশহে আছিল। বিগত বছৰসমূহত ভাৰতৰ প্রায়ভাগ শিক্ষা অনুষ্ঠানতে শিক্ষা নিম্নমানৰ আছিল।

উচ্চ শিক্ষাৰ প্রায়ভাগ চৰকাৰী অনুষ্ঠান নিম্ন মান সম্পন্ন হোৱাত আৰু চৰকাৰী শিক্ষা অনুষ্ঠান প্রয়োজন অনুসাৰে নথকাত ব্যক্তিগত শিক্ষা অনুষ্ঠান সমগ্র দেশতে চুকে-কোণে প্রচুৰ পৰিমাণে যোৱা বছৰকেইটাত জন্ম লাভ কৰিলে। ভাৰতবৰ্ষত উচ্চশিক্ষাৰ ৪০ শতাংশ ব্যক্তিগত অনুষ্ঠানত ৩০ শতাংশ ছাত্রই পঢ়া-শুনা কৰে (Agarwala, Higher Education Services and Trade Liberalisation-2009) এই শিক্ষা অনুষ্ঠানসমূহ খোলা হৈছে ব্যৱসায়ৰ বাবে, লাভৰ বাবে। কেন্দ্রীয় চৰকাৰে ১৯৫২ চনত The University Grant's Commission সৃষ্টি কৰিছিল আৰু ১৯৫৬ চনত UGC ক Statutory form প্রদান কৰিছিল। ইউ জি চিৰ লক্ষ্য আছিল দেশৰ শিক্ষানুষ্ঠানসমূহৰ শিক্ষাৰ মানদণ্ড উচ্চ কৰা আৰু বিত্তীয় সাহায্য প্রদান কৰা। প্রযুক্তি আৰু চিকিৎসা বিজ্ঞানৰ শিক্ষাৰ নিয়ন্ত্রণ আৰু প্রশাসনৰ বাবে ক্রমে AICTE আৰু MCI ৰ সৃষ্টি কৰিছিল। ইউ পি এ চৰকাৰে দেশৰ শিক্ষাব্যৱস্থা সংস্কাৰৰ প্রস্তাৱেৰে National Knowledge Commission আৰু Yashpal Committee গঠন কৰিছিল। National Knowledge Commission এ ২০০৬ চনত আৰু Yashpal Committee এ ২০০৯ জুনত প্রতিবেদন দাখিল কৰে।

গোলকীয় মুক্তবজাৰ অৰ্থনীতিৰ পটভূমিত শিক্ষাব্যৱস্থাৰ সামগ্রীক উদ্দেশ্যই পৰিৱৰ্তন হৈ গ'ল। ছাত্রসকলৰ এনেকুৱা ধৰণৰ ডিগ্রীৰ প্রয়োজন হ'ল যি ডিগ্রীয়ে বা শিক্ষাই বিশ্বৰ নব্য উদাৰবাদী বজাৰৰ চাহিদা পূৰণ কৰিব পাৰে। বিশ্ববজাৰত অংশগ্রহণ কৰিবলৈ বিশেষ কিছুমান জ্ঞান আৰু দক্ষতাৰ (Knowledge and Skill) প্রয়োজন। উচ্চশিক্ষাৰ পাঠ্যক্রমৰ পৰিৱৰ্তন ঘটিল বিশ্ববজাৰৰ উপযোগী পাঠ্যক্রমৰ জনপ্রিয়তা আৰু চাহিদা অনুযায়ী। বিশ্ববজাৰৰ অৰ্থনীতিৰ অংশ ল'ব পৰাটো বেছি লাভজনক (Lucrative) যি কাৰণে মধ্যবিত্ত শ্রেণীৰ লোকসকলৰ পৰা সামাজিক চাপ বেছি হ'ল, বজাৰ অৰ্থনীতিৰ চাহিদা পূৰাব পৰা উচ্চ শিক্ষাৰ পাঠ্যক্রম আৰু ডিগ্রীৰ বাবে। মধ্যবিত্ত ছাত্রসকলৰ উচ্চ শিক্ষাৰ বাবে প্রথম পচন্দ হ'ল মুক্তবজাৰ অৰ্থনীতিৰ প্রতিদ্বন্দিতাসমূহৰ চাহিদা অনুযায়ীহে, অধ্যাপক, শিক্ষক, আমোলা হ'বৰ বাবে নহয়। আজিৰ দিনত মেধাবী ছাত্র এজনে ভাৰতীয় প্রশাসনিক সেৱাৰ (IAS) চাকৰিতকৈ আই আই এমৰ ডিগ্রী লৈ মাহে দুই/তিনি লাখ টকাৰ দৰ্মহাৰ চাকৰি আৰু আন আন সুবিধাৰ প্রতি বেছি আকৰ্ষিত হয়। সেয়ে আজি উচ্চ শিক্ষাত ভাৰতৰ পৰম্পৰা নৈতিক শিক্ষা, ৰাষ্ট্রনির্মাণৰ সচেতনতাৰ শিক্ষাৰ কোনো প্রসঙ্গিকতা নোহোৱা হৈছে, উচ্চ শিক্ষাৰ প্রৱণতা (Trend) সম্পূৰ্ণ ঢাল খাইছে বজাৰৰ চাহিদা পূৰণৰ বাবে আৰু এই প্রৱণতাই উচ্চ শিক্ষাক প্রভূত্ব কৰিছে।

জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ অধ্যাপক বিখ্যাত অৰ্থনীতিবিদ ডঃ প্ৰভাত পট্টনায়কৰ 'Challenge Before Higher Education in Developing Societies' নামৰ প্ৰবন্ধৰ পৰা বৰ্তমানৰ উচ্চ শিক্ষাৰ অতি প্ৰাসঙ্গিক কথাখিনি উদ্ধৃত কৰা হ'ল।

Developing societies like India therefore apper to be caught in a serious contradication in the realm of highder education, namely, their avowed objective in this realm, of 'nation building', appears unsustainable in the face of the current globalization. If they retain the paradigm of the higher education system inherited from the anti-colonial struggle, and adhere to emphasizing the 'na tion building' task of higher education, then they get overtaken by the parallel development of a private education system that has scant regard for 'nation building', on the other hand if they abandon the paradigm and deliberately make the higher education system market-oriented, then the 'nation-building' task is given the go-by anyway.

One way or the other avowed objective of 'nation-building' appears unsustainable in the current milieu. This would not matter much if they could afford to ignore the 'nation building' task, if they could simply swim with the globalization tide and move towards the commoditization and commercializa tion of higher education. But precisely because the 'nation building' task retains its primary relevance, indeed becomes even more urgent because of the social strains that globalization brings in its wake, they can ignore this task only at their own peril. How to preserve the primacy of the 'nation-building' role of higher education in the context on the current globalization is the biggest challenge before the higer education system in developing societies like India.

On closer examination however it is clear that this contradiction facing the higher education system is not internal to it, but a consequence of developments extraneous to it. There is no reason for abandoing the 'nation-building' role of higher education in societies like ours even in this era of globalization provided a whole range of supportive policies are undertaken, and since these supportive polices are desirable in themselves there should be no qualms about undertaking them. For a start, the perception that, unless the higher education system adjusts its structure to the demand of the global market, its products will forfeit job opportunities, is more likely to be a reflection of the insecurity of middle class parents than a reality. Indian's recent success in exporting a range of 'Knowledge based' service is the outcome not of any change in the higher education system that has occurred in more recent times but of the old higher education system that was erected in the Nehruviar period, True, there has been a mushrooming of private 'self-financing' institutions (which are surreptitiously engaged in profit-making despite a Supreme Court directive proscribing profit-making in higher educational institutions); but the cream of "knowledge-practitioners" in India today, engaged in this entire range of activities, still consists of students drawn from institutions set up in the period when India was pursuing not a neo-liberal strategy but a dirigiste one. In fact the mushrooming of self-financing institutions arises not because of the structure of the quality of the public institutions of higher education but because of the structure or the quality of the public institutions of higher education but because of the shortage of such institutions. What is needed there-

fore is not a change in the nature or orientation of public instutions of higher education but an enormous expansion in their numbers.

This expansion need not be confined only to those disciplines and areas where there is a large palpable market demand, for that would discriminate against basic sciences, social sciences and humanities; it has to encompass a whole range of disciplines and areas, especially basic sciences, social sciences and humanities, for which even though no significant market demand may exist a Social demand needs to be promoted. Promoting these less marketable areas is necessary both for preseving the broad-based nature of the higher education system and for developing the intensity of intellectual engagement in Society.

আজি ৰাজহুৱা উচ্চ শিক্ষা ব্যৱস্থা (Public Higher Education System) অনিশ্চয়তাৰ সন্ধিক্ষণত। ৰাজহুৱা (চৰকাৰী) খৰচত পৰিচালিত হোৱা উচ্চ শিক্ষাৰ অনুষ্ঠানৰ শিক্ষাৰ পাঠ্যক্ৰমৰ যি সমূহ মৌলিক বিষয়ৰ বৰ্তমানৰ নব্যউদাৰ অৰ্থনীতিৰ চাকৰিৰ বজাৰত চাহিদা নাই সেইসমূহ বিষয়ত ৰাজহুৱা শিক্ষা বহু প্ৰকাৰে আবদ্ধ হৈ আছে। সেইকাৰণে প্ৰায় সংখ্যক ৰাজহুৱা উচ্চ শিক্ষা অনুষ্ঠানে কম মেধাৰ ছাত্ৰসকলকহে আকৰ্ষণ কৰে। তেওঁলোকৰ বাবে বৰ্তমানৰ অৰ্থনীতিৰ প্ৰতিষ্ঠানৰ চাকৰিৰ সুযোগ কম। সেয়ে অনেক ৰাজহুৱা শিক্ষা অনুষ্ঠান এলাগি হৈ পৰিছে।

এই পটভূমিত কংগ্ৰেছ দলৰ নেতৃত্বাধীন ইউ পি এ-১ চৰকাৰে ২০০৭ চনৰ মে মাহত 'Foreign Educational Institutions (Regulation of Entry and operation, Maintenace of quality and prevention of commercialisation) Bill-2007' নামৰ বিলখন ৰাজ্যসভাত উত্থাপন কৰিছিল কিন্তু বাওঁদলসমূহৰ প্ৰতিবাদ ক্ৰমে এই বিলখন উঠাই ল'বলৈ বাধ্য হয়। ইউ পি এ-২ চৰকাৰৰ সম্মুখত বৰ্তমান সেই বাধা নাই। গতিকে শিক্ষামন্ত্ৰী কপিল শিবালে বিলখনত লোকসভাৰ অনুমোদনৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে।

বিদেশী শিক্ষা অনুষ্ঠানক মুক্তভাৱে শিক্ষা অনুষ্ঠান খুলি ব্যৱসায় কৰিব নিদিয়াৰ বাবে ভাৰতবৰ্ষত উচ্চ শিক্ষাত নাম ভৰ্তিৰ হাৰ দহ শতাংশৰ ওপৰত যাব পৰা নাই, আৰু উচ্চ শিক্ষাৰ মান উন্নত হোৱা নাই, এনেকুৱা এটি ধাৰণাৰ সৃষ্টি কৰাৰ চেষ্টা চলিছে। যেনিবা বিদেশী শিক্ষা অনুষ্ঠানসমূহক মুক্তভাৱে শিক্ষানুষ্ঠান খুলিব দিলেই দেশত উচ্চ শিক্ষাৰ সকলো সমস্যা সমাধান হৈ যাব। ভাৰতবৰ্ষৰ ১১০ কোটি জনগণৰ ভিতৰত চৰকাৰী হিচাপমতেই আজিলৈ ১০ কোটি লোকো মধ্যবিত্ত শ্ৰেণীলৈ উন্নীত হ'ব পৰা নাই। চৰকাৰী হিচাপমতেই ভাৰতবৰ্ষৰ ৭৭ শতাংশ লোক দিনে ২০ টকা আয়ৰ তলৰ, দেশৰ বৰ্তমান অৰ্থনৈতিক বিকাশৰ সুফলসমূহৰ পৰা বঞ্চিত। মধ্যবিত্তসকলৰো প্ৰায় অংশৰে এজন ল'ৰা বা ছোৱালীৰ বাবে মাহে ২০ বা ৩০ হাজাৰ টকা খৰচ কৰিব পৰা অৱস্থা নাই। উচ্চ শিক্ষাত নামভৰ্তিৰ হাৰ বৃদ্ধি নিৰ্ভৰ কৰিব জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ উন্নতি আৰু বিনামূলীয়া বা অতি অলপ খৰচী ৰাজহুৱা শিক্ষানুষ্ঠান স্থাপন তথা দেশৰ সকলো উপযুক্ত উচ্চ শিক্ষাৰ প্ৰাৰ্থীৰ বাবে শিক্ষাক সহজলভ্য কৰাৰ ওপৰত। উচ্চ শিক্ষাৰ খৰচ মিলাব নোৱাৰাৰ বাবে দেশৰ ব্যাপক সংখ্যক যুৱক-যুৱতী উচ্চ শিক্ষা গ্ৰহণৰ পৰা বঞ্চিত হৈছে। উচ্চ শিক্ষাৰ অতিপাত খৰচ তথা পৰিয়ালৰ অভাৱ-অনাটনৰ বাবে অনেক দুখীয়ালোকৰ ল'ৰা-ছোৱালীয়েই নিম্ন বা মাধ্যমিক পৰ্যায়ৰ শিক্ষা সম্পূৰ্ণ কৰিয়েই যিকোনো উপায়েৰে ধন আয় কৰাৰ ৰাস্তা ল'ব লগা হৈছে। চীন দেশে উচ্চ শিক্ষাত নামভৰ্তিৰ হাৰ ২২ শতাংশলৈ বৃদ্ধি কৰিব পৰাৰ অন্তৰালত আছে চীনদেশৰ জনগণৰ

অৰ্থনৈতিক অৱস্থাৰ উন্নতি। বিদেশী উচ্চ শিক্ষা অনুষ্ঠানে দেশৰ উচ্চশিক্ষাত নামভৰ্তিৰ হাৰ বৃদ্ধি কৰিব নোৱাৰে।

২০০০ চনৰ পৰাই ভাৰতত বিদেশী শিক্ষা অনুষ্ঠান স্থাপন হৈ আছে প্ৰত্যক্ষ বিদেশী লগ্নীৰ (FDI) মাধ্যমৰে। প্ৰস্তাৱিত বিলখনৰ লগত ইয়াৰ এটাই পাৰ্থক্য যে এই অনুষ্ঠানসমূহে নিজাকৈ ডিগ্ৰী প্ৰদান কৰিব নোৱাৰে। এই বিদেশী শিক্ষা অনুষ্ঠানসমূহৰ শিক্ষাদানৰ নামত বিভিন্ন জাল, জুৱাচুৰি, ফাঁকি, প্ৰৱঞ্চনা ইত্যাদি ইত্যাদি পোহৰলৈ ইতিমধ্যে আহিছে। ২০০৮ চনত চলোৱা এটি অধ্যয়নৰ সমীক্ষা মতে ভাৰতত মুকলি কৰা ১৪৪ টা বিদেশী শিক্ষা অনুষ্ঠানৰ ভিতৰত ৪৪ টা কোনো দেশৰ শিক্ষা অনুষ্ঠানৰ দ্বাৰা স্বীকৃত নহয় আৰু এই অনুষ্ঠানকেইখন কোনো দেশৰ নহয় জাল কৰি কোনোবা এখন বিদেশী ৰাষ্ট্ৰৰ পৰা অহা বুলি ঘোষণা কৰিছে। ১১০ খন বিদেশী উচ্চ শিক্ষাৰ প্ৰতিষ্ঠানে আমাৰ দেশৰ কোনো ধৰণৰ অনুমতি বা অনুজ্ঞা নোহোৱাকৈ সকলো নিয়মনীতি ভঙ্গ কৰি বা অমান্যকৰি ব্যৱসায় চলাই আছে। AICTE বা আন আন নিয়ন্ত্ৰক অনুষ্ঠানসমূহে এই বে-আইনী অনুষ্ঠানসমূহৰ বিৰুদ্ধে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাই। নিশ্চয় ভাৰত চৰকাৰ আৰু নিয়ন্ত্ৰক কেন্দ্ৰসমূহ আৰু এই শিক্ষানুষ্ঠানসমূহৰ ব্যৱসায়ীসকলৰ মাজত বুজাবুজি আছে যি কাৰণে কোনো ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰে। All India Council for Technical Education আৰু বহু নিয়ন্ত্ৰকৰ দুৰ্নীতিৰ ঘটনা বৰ্তমান পোহৰলৈ আহি হুলস্থূল হৈ আছেই। প্ৰস্তাৱিত বিলখন সংসদত গৃহীত হ'লেই বিদেশী শিক্ষানুষ্ঠানসমূহক জালিয়াতি কৰাৰ পৰা বিৰত কৰিব পৰাৰ কোনো নিশ্চয়তা নাই। ভাৰতবৰ্ষৰ পৰম্পৰাগত দুৰ্নীতিৰ সংস্কৃতি, ন্যস্তস্বাৰ্থৰ সুবিধা ল'ব এই অনুষ্ঠানসমূহে। প্ৰস্তাৱিত বিধেয়কখনত আছে যে ভাৰত চৰকাৰে Foreign Education Provider হিচাপে স্বীকৃত নকৰিলেও বিদেশী যিকোনো অনুষ্ঠানে তেওঁলোকৰ কামকাজ সম্বন্ধে সকলো খা-খবৰ চৰকাৰক অৱগত কৰাই চাৰ্টিফিকেট কোৰ্চৰ বাবে শিক্ষানুষ্ঠান খুলিব পাৰিব। ইয়াৰ অৰ্থই হ'ল যিকোনো বিদেশী শিক্ষা অনুষ্ঠানে চৰকাৰৰ অনুমতি নোলোৱাকৈ ভাৰতত শিক্ষাৰ ব্যৱসায় কৰিব পাৰিব। 'Reputation' আৰু 'International Standing' পৰ্যায়ৰ শিক্ষা অনুষ্ঠানসমূহক লাভ কৰিবলৈ দিযাৰ বাহিৰে চৰকাৰে তেওঁলোকক সকলোধৰণৰ নিয়ন্ত্ৰণৰ নিয়ম-নীতিৰ পৰা ৰেহাই দিব বিচাৰিছে।

বিদেশলৈ পঢ়িবলৈ যোৱা ছাত্ৰৰ ক্ষেত্ৰত ভাৰত পৃথিৱীৰ ভিতৰত দ্বিতীয়— ২০০৮ চনত প্ৰায় ২,০০,০০০ ছাত্ৰ বিদেশলৈ পঢ়িব গৈছে, সেই বছৰ চীনদেশৰ পৰা গৈছে ৮,৯২,০০০ গৱেষকী ছাত্ৰ। ASSOCHAM ৰ তথ্য অনুযায়ী ভাৰতৰ বছৰি ৭.৫ বিলিয়ন ডলাৰ বিদেশী মুদ্ৰা খৰচ হয় উক্ত ছাত্ৰৰ বাবে। চৰকাৰে কৈছে বিদেশী শিক্ষা অনুষ্ঠান ভাৰতলৈ আহিলে এই ছাত্ৰসকল বিদেশলৈ নেযায়। বিদেশলৈ পঢ়িব যাব খোজা ছাত্ৰক ভাৰতলৈ অহা বিদেশী শিক্ষা অনুষ্ঠানে ধৰি ৰাখিব নোৱাৰিব। এই ছাত্ৰসকলে বিদেশলৈ যায় বিদেশৰ বিশ্ববিদ্যালয়ৰ কেম্পাচৰ সুবিধা, গৱেষণাৰ সুবিধা, অন্যান্য আন্তঃগাঁথনিৰ সুবিধা, অধ্যাপকৰ মান (Standard of Faculty) আৰু সৰ্বশেষত চাকৰিৰ সুবিধা আদিৰ বাবে। বিদেশলৈ পঢ়িব যোৱা ছাত্ৰ দেশলৈ ঘূৰি অহাৰ সংখ্যা তেনেই নগণ্য। ৯০ শতাংশ ভাৰতীয় ডক্টৰেট ডিগ্ৰীধাৰী ঘূৰি নাহে। অধ্যাপক এচ বৈদসুব্ৰমনীয়ামে তেখেতৰ 'Calibrate Entry of Universities' নামৰ প্ৰবন্ধত (Hindu Business Line-25-03-2010) লিখিছে যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ অৰ্থনৈতিক সংকটৰ ফলত চৰকাৰে বিশ্ববিদ্যালয়সমূহৰ অনুদান উচ্চ হাৰত কৰ্তন কৰিছে— এই সংকট অহা বহুবছৰলৈ থাকিব। চিকাগোৰ বিখ্যাত ইলিনইজ

(Illinois) বিশ্ববিদ্যালয়ৰ অনুদানৰপৰা ৪৮৭ নিযুত ডলাৰ (২১৯০ কোটি টকা) এই বছৰত কৰ্তন কৰিছে। আৰিজোনা (Arizona) ৰাজ্যই বিশ্ববিদ্যালয়ৰ অনুদান বাজেট ৬০০ নিযুত ডলাৰ (২৭০০ কোটি টকা) কৰ্তন কৰিছে। আমেৰিকান বিশ্ববিদ্যালয়সমূহে এতিয়া বাধ্য হৈছে বিকল্প বিত্তীয় আয়ৰ বাবে। সেয়েহে এই বিশ্ববিদ্যালয়সমূহে উন্নয়নশীল দেশৰ under graduate degree বজাৰখনৰ বাবে মন মেলিছে। সিদ্ধান্ত লৈছে Post graduate course ৰ ব্যৱসায়ৰ বাবে এই বিশ্ববিদ্যালয়সমূহে বিদেশলৈ নাহে। ভাৰতীয় ছাত্ৰসকলৰ প্ৰায় শতাংশই বিদেশলৈ যায় Post graduate, ডিগ্ৰী, গৱেষণা, Ph D ইত্যাদিৰ বাবে। তাৰোপৰি নিজৰ দেশৰ বিশ্ববিদ্যালয়খনে কেম্পাচৰ যি মান সেই মান বিদেশত নকৰে। বিদেশত মুকলি কৰা কেম্পাচৰ বিষয়ে ৰসায়নত নবেল বঁটা বিজয়ী ডঃ ভেংকটৰমন ৰাজকৃষ্ণণে যোৱা বছৰ কৈছিল—

'Whenever these outstation Universities set up compuses be it in Singapore or other places, they have not been able to reproduce the culture of the original place (The Hindu March 10,2010)। তেখেতে আৰু কৈছে প্ৰসিদ্ধ কেম্ব্ৰিজৰ (Cambridge) নিচিনা বিশ্ববিদ্যালয়ে ইতিমধ্যে সিদ্ধান্ত লৈ থৈছে বিদেশলৈ নোযোৱাৰ 'Not to go' আৰু Less tier ৰ। ভাৰতৰ বহুল প্ৰচাৰিত অৰ্থনীতিৰ বাতৰিকাকত 'The Economic Times'; যিখন কাকতে নব্য উদাৰ অৰ্থনীতিৰ প্ৰায়সমূহ কাৰ্যসূচী সমৰ্থন কৰে, সেই কাকতখনত যোৱা ১ জুনত প্ৰকাশ পোৱা 'Governance of Higher Education'– (by Kiran Karnik) ত কৈছে 'The other radical move, of permitting foreign Institutions, is far more controversial Topnotch Universities are unlikely to come in on their own, and the dream of a MIT, Harvard, Oxford or Cambridge setting up a campus in India will be just that a dream' ভাৰতৰ পৰা মেধাৱী ছাত্ৰসকলে উচ্চমানৰ বিদেশী বিশ্ববিদ্যালয়লৈ যায়, গতিকে বিদেশলৈ পঢ়িবলৈ যোৱা ছাত্ৰৰ সংখ্যা অকণো নকমে। ভাৰতৰ বিদেশী শিক্ষা অনুষ্ঠানতকৈ বিদেশৰ অনুষ্ঠানৰ চাকৰিৰ সুবিধা বেছি। তাৰোপৰি মেধাসম্পন্ন ছাত্ৰসকলে ডিগ্ৰীৰ বাহিৰেও বেছি অভিজ্ঞতা, বেছি exposure পাব। ইহুদিৰ দেশ ইজৰাইল আমেৰিকাকে ধৰি উন্নত দেশসমূহৰ অতি প্ৰিয় দেশ। ১৬ বছৰ আগতে ইজৰাইলে উচ্চ শিক্ষাৰ বাবে নিজৰ দেশ মুকলি কৰিছিল আৰু বহুত বিদেশী শিক্ষা অনুষ্ঠানে আহি স্থাপন কৰিছিল তেওঁলোকৰ কেন্দ্ৰ। চৰকাৰে পৰীক্ষা কৰি দেখিলে সকলো অনুষ্ঠান 'Sub-Standard' আৰু Low-grade teacher ৰ আৰু অনুভৱ কৰিলে— চৰকাৰে যি ভাবিছিল সেইটো নহ'ল। সৰ্বশেষত সকলো বিদেশী শিক্ষা অনুষ্ঠানকে দেশ পৰিত্যাগ কৰিবলৈ আদেশ দিলে। বিদেশী বিশ্ববিদ্যালয়সমূহে বিদেশত যি সমূহ কেম্পাচ মুকলি কৰিছে বিশ্ববিদ্যালয় কেম্পাচৰ দৰে নহয়, কৰপোৰেট অফিচৰ নিচিনাহে।

ভাৰত চৰকাৰৰ প্ৰস্তাৱিত বিধেয়কখনত শিক্ষাৰ মান-গুণৰ ক্ষেত্ৰত উদ্বেগ প্ৰকাশ কৰা হৈছে আৰু শিক্ষাৰ গুণগত মানৰ বাবে চৰকাৰে হাত দাঙি দি ব্যক্তিগত শিক্ষা প্ৰতিষ্ঠানৰ ওপৰত নিৰ্ভৰ কৰিছে। চীনদেশৰ ক্ষেত্ৰত Philip Altbach এ লিখিছে— China's state planning apparatus has developed higher education impressively, especially at the top of the system, but may lack flexibility. তেখেতে আৰু কৈছে— The past shows that China is capable of dramatic and sometimes unpredicatable policy shift. India, constantly debating new directions, changes gradually and often without clear planning (E&PW-June-12-2009)

ভাৰতত আজিৰ মুহূৰ্তত জৰুৰী হ'ল উচ্চ শিক্ষাৰ সাৰ্বিক উন্নতি (inclusive development) সাধন তথা উচ্চ শিক্ষাৰ সুযোগ বৃদ্ধি আৰু আধুনিকীকৰণ কৰা। দেশৰ খিলঞ্জীয়া জ্ঞান পদ্ধতিৰ লগত পশ্চিমীয়া জ্ঞান পদ্ধতিৰ সংমিশ্ৰণ ঘটাই উচ্চ শিক্ষাক উচ্চগুণসম্পন্ন কৰা উচিত। ব্যক্তিগত খণ্ড বা বিদেশী শিক্ষা অনুষ্ঠানৰ আসন প্ৰচুৰ পৰিমাণে বৃদ্ধি কৰিলেও ভাৰতৰ জনগণৰ অধিকাংশই এই বৰ্দ্ধিত আসনৰ সুবিধা ল'ব নোৱাৰে আৰ্থিক কাৰণত। বৰ্তমানো ব্যক্তিগত মেডিকেল, ইঞ্জিনীয়াৰিং কলেজসমূহত বহু আসন খালী আছে। যোৱাবছৰ তামিলনাডুৰ ব্যক্তিগত ইঞ্জিনীয়াৰিং কলেজসমূহৰ এক তৃতীয়াংশ আসন খালী হৈ পৰি আছিল। ভাৰতত বিদেশী শিক্ষা অনুষ্ঠান বহু আহিছে আৰু বহু আহিব। লক্ষ্য ব্যৱসায় কৰা, লাভ কৰা। তেওঁলোকে ভাৰতৰ জনগণক কৃপা কৰিবলৈ নাহে। নৈতিকতা, জ্ঞান, নীতিজ্ঞান, দেশ গঠনৰ আদৰ্শৰ পাঠ্যক্ৰমৰ চাহিদা নাই বজাৰত। বজাৰৰ চাহিদা থকা যি সমূহ প্ৰফেচনেল পাঠ্যক্ৰম বিপণনযোগ্য সেই সমূহৰ শ্ৰেণী খুলিব তেওঁলোকে June-11, 2009 ত প্ৰকাশিত Wall Street Journal ত কৈছে— 'Some for-profit schools are already bypassing the bureaucratic road blocks' 'given the US economy and shrinking endowments, (US) colleges may need incentives from the Government of India to be able to afford to open'

ভাৰতৰ সংসদে এতিযাও সিদ্ধান্ত গ্ৰহণ কৰা নাই যে দেশৰ শিক্ষা ব্যৱস্থা সামাজিক খণ্ডৰ বাহিৰত। The National Knowledge Commission আৰু Yashpal Committee এ পৰামৰ্শ আগবঢাইছে ১৬০০ খন নতুন বিশ্ববিদ্যালয় মুকলি কৰাৰ বাবে। তদুপৰি, বিশ্ববিদ্যালয়কে ধৰি শিক্ষানুষ্ঠান সমূহক স্বায়ত্বশাসন দি আমোলাতন্ত্ৰৰ পৰা মুকলি কৰিব লাগে আৰু বৰ্তমানৰ বিভিন্ন অধিনিয়মৰ UGC AICTE MCI NCTE ইত্যাদি ১৩ খন কাউন্সিল লগ লগাই 'The National Commission for Higher Education and Reseach – 'NCHER নামৰ এখন কাউন্সিল সৃষ্টি কৰিব লাগে বুলিও পৰামৰ্শ দিছে।

ভাৰতবৰ্ষৰ সন্মুখত বৰ্তমানৰ জৰুৰী প্ৰত্যাহ্বান হ'ল সকলো অংশৰ জনগণক উচ্চ শিক্ষাৰ সুযোগ আগবঢাব পৰা শিক্ষা ব্যৱস্থাৰ সৃষ্টি কৰা। উচ্চ শিক্ষাত নামভৰ্তিৰ হাৰ উন্নতদেশৰ পৰ্যায় ৭০ শতাংশ সাধন কৰিব নোৱাৰিলেও ৩০ শতাংশ সাধন কৰা উচিত। ব্যক্তিগত শিক্ষা অনুষ্ঠান বা বিদেশী অনুষ্ঠানে ধন লগ্নী কিয় কৰে– লাভৰ বাবে নহয়নে? এই অনুষ্ঠানসমূহৰ লক্ষ্য দেশৰ উচ্চ শিক্ষা বৃদ্ধি নহয়, লাভহে। লাভ বৃদ্ধি কৰিবলৈ যেতিয়া ধন লগ্নী কৰে তেতিয়া নিশ্চয় ব্যৱসায়ৰ প্ৰতিযোগিতাত ছাত্ৰ আকৰ্ষণ কৰিবলৈ শিক্ষাৰ মান উচ্চ কৰাৰ লগতে আন আন আধুনিক সুবিধাসমূহ আগবঢায। লাভ নহ'লে তেওঁলোকৰ শিক্ষা অনুষ্ঠান বন্ধ কৰি দিব। তেওঁলোকৰ কাৰণে এই কাম বদান্যতা নহয়। ভাৰতত ইতিমধ্যেই ব্যক্তিগত অনুষ্ঠানসমূহে– কেপিটেচন ফি লয় ইঞ্জিনীয়াৰিঙৰ বাবে একৰ পৰা দহ লাখ টকা, মেডিকেলৰ বাবে ২০ পৰা ৪০ লাখ টকা, ডেন্টল কোৰ্চৰ বাবে ৫ ৰ পৰা ২০ লাখকৈ, কলা বিজ্ঞানৰ আসনৰ বাবে ৫০,০০০ ৰ পৰা একলাখ টকা। তাৰোপৰি মাহেকীয়া ফি অতি উচ্চ পৰ্যায়ৰ। চৰকাৰে কেপিটেচন ফি বে আইনী কৰিলেও ব্যক্তিগত শিক্ষানুষ্ঠানৰ মালিকসকলে ক'লাধনৰ পাহাৰ তৈয়াৰ কৰিবলৈ প্ৰশাসনৰ চকুত ধূলিমাৰি কেপিটেচন ফি কেনেকৈ ল'ব লাগে ইয়াৰ আদব-কায়দাত পাৰ্গত। ৰাজহুৱা শিক্ষা অনুষ্ঠানেই 'Nation Building' নৈতিক শিক্ষাৰে শিক্ষিত কৰিব পাৰে ছাত্ৰসকলক যিটো সম্ভৱ নহয় লাভৰ বাবে খোলা ব্যক্তিগত বা বিদেশী শিক্ষা অনুষ্ঠানত।

ভাৰতত নালন্দা, তক্ষশীলা বিশ্ববিদ্যালয়ৰ সৃষ্টি হৈছিল। এই পৰম্পৰাৰে নৈতিকতা, দেশ নির্মাণ, মানৱীয়তাৰ লক্ষ্যৰে পশ্চিমীয়া শিক্ষাৰ সংমিশ্ৰণ ঘটাই দেশৰ সর্বজনে ঢুকি পোৱা উচ্চমানৰ ৰাজহুৱা শিক্ষা ব্যৱস্থাৰ প্ৰৱৰ্তন জৰুৰী। Yashpal Committee য়েও বজাৰৰ ধাৰণাক প্ৰত্যাখান কৰি মানৱীয় ধাৰণাৰ (Humanist Conception of knowledge) ৰ ওপৰত ভিত্তি কৰি উচ্চ শিক্ষা ব্যৱস্থাৰ সৃষ্টিৰ পৰামর্শ আগবঢ়াইছে। 'Knowledge belongs to humamkind and therefore can be shared by all. It is also the responsibility of the state to support the generation of knoweledge. University Supported by public fund is then a suited structure to produce the knowledge for societal reproduction. (Sudhanshu Bhusan-Yashpal Committee on Renovation and Rejuvenation of higher education-2009.)

দেশৰ ইউ পি এ চৰকাৰৰ ঘোষিত লক্ষ্য হ'ল সাৰ্বিক উন্নয়ণ (Inclusive development)। উচ্চ শিক্ষাৰ সাৰ্বিক উন্নয়ণৰ বহির্ভূত কৰি জনগণৰ সাৰ্বিক উন্নয়ণ হ'ব নোৱাৰে। দেশৰ সমস্ত পৰিয়ালৰ ল'ৰা-ছোৱালী ব্যক্তিগত বা বিদেশী শিক্ষানুষ্ঠানত পঢ়া-শুনা কৰি ডক্টৰেট, চফ্টৱাৰ ইঞ্জিনীয়াৰ, ডাক্তৰ বা বিভিন্ন প্ৰফেচনেল হোৱাৰ পৰিস্থিতি ভাৰতবৰ্ষত নাই। ১১০ কোটি জনসংখ্যাৰ দেশ এখনত উচ্চ শিক্ষাৰ বাবে ব্যক্তিগত আৰু বিদেশী শিক্ষা অনুষ্ঠানৰ ওপৰত নিৰ্ভৰ নকৰি ৰাজহুৱা খৰচত উচ্চ শিক্ষা সৰ্বস্তৰৰ জনগণৰ সহজলভ্য কৰাহে কল্যাণকামী ৰাষ্ট্ৰ এখনৰ কৰ্তব্য। উচ্চ শিক্ষা আধুনিকীকৰণৰ বাবে নিশ্চয় অধিক ধন লাগিব। একাদশ বিত্তীয় আয়োগে উচ্চ শিক্ষাত ২,২৬,৪১০ কোটি আবণ্টনৰ কথা কৈছিল। চৰকাৰে ইয়াৰে এক চতুৰ্থাংশ— ৭৭৯৩৩ কোটি টকা আবণ্টনৰহে সিদ্ধান্ত লৈছে। চৰকাৰৰ বৰ্তমান উচ্চ শিক্ষা নীতি আৰু প্ৰস্তাৱিত বিদেশী শিক্ষা অনুষ্ঠান বিধেয়কে ভাৰতৰ গৰিষ্ঠ সংখ্যক জনগণক উচ্চ শিক্ষাৰ পৰা বঞ্চিত কৰিব। এই উচ্চ শিক্ষা নীতিয়ে এক অভিজাত শ্ৰেণীৰ সৃষ্টি কৰিব যি শ্ৰেণীটোৰ ৰাষ্ট্ৰ নিৰ্মাণৰ প্ৰতি কোনো উদ্বেগ নাথাকিব। এই শ্ৰেণীটো অতি স্বাৰ্থপৰায়ণ, অৰ্থৰ লালাসাত তৎপৰ। সৰ্বোপৰি এই শ্ৰেণীটো আত্মকেন্দ্ৰীক, উচ্চাকাংক্ষী আৰু চূড়ান্ত ভোগবাদী। ☐☐

## পেইড নিউজ
# গণতন্ত্ৰৰ প্ৰতি প্ৰত্যাহ্বান

'পেইড নিউজ' এক কথাত ক'বলৈ হ'লে ধনৰ বিনিময়ত প্ৰকাশ কৰা সংবাদ। বিশ্বত জনসাধাৰণে সংবাদ তথা বিভিন্ন জ্ঞান আহৰণৰ বাবে বাতৰি-কাকত, আলোচনী আদি পঢ়ে আৰু ৰেডিঅ', টেলিভিছন প্ৰত্যক্ষ কৰে, শুনে। অতি সম্প্ৰতি প্ৰকাশ পোৱা তথ্য মতে বিশ্বৰ ভিতৰত ভাৰতবৰ্ষত বাতৰি-কাকত আৰু আলোচনী আদিৰ জনপ্ৰিয়তা দিনে দিনে বাঢ়িছে, প্ৰচাৰ তথা কাকতৰ সংখ্যাও বৃদ্ধি হৈছে, আনকি ভাৰতৰ বিভিন্ন আঞ্চলিক ভাষাতো। জনসাধাৰণে বা পাঠকে, বৈদ্যুতিক সংবাদ মাধ্যমৰ শ্ৰোতা দৰ্শকে বিভিন্ন সংবাদ, বিভিন্ন পৰ্যালোচনা, তথ্য আদি বিশ্বাস কৰে। বাতৰি কাকত, আলোচনী আৰু বৈদ্যুতিন সংবাদ মাধ্যমে জনমত গঠন কৰিব পাৰে, পাঠক তথা জনসাধাৰণক প্ৰভাৱান্বিত কৰে।

বাতৰি কাকত আৰু বৈদ্যুতিন সংবাদ মাধ্যমত দুই ধৰণৰ বাতৰি বা সংবাদৰ তথা পৰ্যালোচনাৰ সমীক্ষা প্ৰচাৰিত হয়— সংবাদ আৰু বিজ্ঞাপন। সংবাদৰ ভিতৰত বাৰ্তৰি, সম্পাদকীয়, নিবন্ধ, স্তম্ভ বা প্ৰবন্ধ, বিভিন্ন তথ্য, সমীক্ষা, পৰ্যালোচনা ইত্যাদি ইত্যাদি বিভিন্ন দিশৰ। বিজ্ঞাপন বিজ্ঞাপনেই— ই চৰকাৰী হ'ব পাৰে, ব্যক্তিগত প্ৰতিষ্ঠান, কোম্পানী, সংগঠন আৰু ব্যক্তিগত হ'ব পাৰে। কোম্পানী, প্ৰতিষ্ঠানসমূহে বিজ্ঞাপন দিয়ে তেওঁলোকৰ বিভিন্ন কাৰ্যাৱলী প্ৰচাৰ বা অৱগত কৰিবলৈ, উৎপাদিত সামগ্ৰী জনপ্ৰিয কৰি বিক্ৰীৰ বাবে চাহিদা বঢাবলৈ। চৰকাৰে বিজ্ঞাপন প্ৰচাৰ কৰে তেওঁলোকৰ শাসনকালত বিভিন্ন জনহিতকৰ আঁচনি গ্ৰহণৰ সংবাদ জনসাধাৰণক দিবলৈ তথা নিবিদা, চাকৰিৰ বিজ্ঞাপন আদি প্ৰচাৰৰ বাবে। এই বিজ্ঞাপনসমূহ প্ৰচাৰ কৰা হয় ধনৰ বিনিমযত। বিভিন্ন বাতৰি কাকত, আলোচনী, বৈদ্যুতিন সংবাদ মাধ্যমৰ বিভিন্ন হাৰ আছে বিজ্ঞাপনৰ। ধনৰ বিনিমযত বিজ্ঞাপন দাতাই তেওঁৰ ইচ্ছামতে বিজ্ঞাপন প্ৰকাশ কৰিব পাৰে সংবাদ মাধ্যমত।

জনসাধাৰণে অৰ্থাৎ পাঠকে বা শ্ৰোতা আৰু দৰ্শকে সংবাদ মাধ্যমৰ বিজ্ঞাপন আৰু সংবাদক বেলেগে চকুৰে চায। মানুহৰ দীৰ্ঘদিনীয়া অভিজ্ঞতাৰ ভিত্তিত সংবাদ মাধ্যমৰ প্ৰতি বিশ্বাসযোগ্যতাৰ সৃষ্টি হৈছে। মানুহে সাধাৰণতে বাতৰি কাকত, আলোচনীত ছপা হোৱা আৰু বৈদ্যুতিন সংবাদ মাধ্যমত প্ৰচাৰ হোৱা বাতৰি, পৰ্যালোচনা, তথ্য আদি বিভিন্ন উপাদানসমূহ বিশ্বাস কৰে। নিবন্ধ, প্ৰবন্ধ, পৰ্যালোচনা, সমীক্ষা আদি সংবাদ মাধ্যমে তৈয়াৰ কৰা উপাদানে লোকক প্ৰভাৱান্বিত কৰে, জনমত গঠন কৰে। বিজ্ঞাপনক সকলোৱে বিজ্ঞাপন হিচাপে ভাবে আৰু বিজ্ঞাপনক সূক্ষ্মদৃষ্টিৰে (critically) বিচাৰ কৰে আৰু বিজ্ঞাপনৰ ফাঁকি ধৰা পেলাব পাৰে, সেযে বিজ্ঞাপনক মানুহে বিশেষ গুৰুত্ব নিদিয়ে, বিজ্ঞাপনে জনমত গঠনো কৰিব নোৱাৰে।

বিশ্ব তথা ভাৰতৰ সমাজ ব্যৱস্থাত বৰ্তমান যুগত এটি আত্মকেন্দ্ৰিক, ন্যস্তস্বাৰ্থযুক্ত শ্ৰেণীৰ সৃষ্টি হৈছে। এই ন্যস্তস্বাৰ্থযুক্ত শ্ৰেণীটোৰ লোকসকলে, প্ৰতিষ্ঠানসমূহে, সংগঠনসমূহে নিজৰ

স্বাৰ্থসিদ্ধিৰ বাবে জনসাধাৰণক প্ৰভাৱান্বিত কৰিবলৈ, জনমত গঠন কৰিবলৈ সংবাদ মাধ্যমক ব্যৱহাৰ কৰি তেওঁলোকৰ স্বাৰ্থৰ পক্ষে বাতৰি, নিবন্ধ, তথ্য, সমীক্ষা পৰ্যালোচনা আদিৰ সৃষ্টি আৰু প্ৰচাৰ কৰাৰ কৌশল উদ্ভাৱন কৰিছে। বিভিন্ন ন্যস্তস্বাৰ্থৰ ৰাজনৈতিক দল, ৰাজনৈতিক দলৰ নেতা আৰু লোক, বৃহৎ দেশী-বিদেশী কোম্পানী, বিভিন্ন স্বাৰ্থজড়িত সংগঠন আৰু লোক, প্ৰশাসনৰ দুৰ্নীতি পৰায়ণ বিষয়া, আমোলা, ক'লা ধনৰ মালিক, চৰকাৰৰ দুৰ্নীতিপৰায়ণ মন্ত্ৰী, এম এল এ, এম পি, ন্যস্তস্বাৰ্থৰ জনপ্ৰতিনিধি আদিয়ে সূচনা বা আৱিষ্কাৰ কৰা কৌশলটো হ'ল 'পেইড নিউজ'। উক্ত লোকসকলে, অনুষ্ঠান সংগঠনসমূহে বিজ্ঞাপনত যথেষ্ট ধন খৰচ কৰে বা দৰকাৰ হ'লে বৰ্তমানে খৰচ কৰা ধনতকৈ আৰু বেছি পৰিমাণৰ ধন বিজ্ঞাপনত খৰচ কৰিবলৈ সাজু আছে; কিন্তু বিজ্ঞাপনৰে তেওঁলোকে বিচৰা ধৰণে জনসাধাৰণক প্ৰভাৱান্বিত কৰিব নোৱাৰে তেওঁলোকৰ ন্যস্তস্বাৰ্থ সিদ্ধিৰ বাবে। বিজ্ঞাপনৰ দ্বাৰা তেওঁলোকে বিচৰা ধৰণে জনসাধাৰণ প্ৰভাৱান্বিত নহয়, জনমত গঠন নহয়। দীৰ্ঘদিনীয়া অভিজ্ঞতাৰ পৰা জনসাধাৰণৰ সংবাদ মাধ্যমৰ প্ৰতি যি বিশ্বাসযোগ্যতাৰ সৃষ্টি হৈছে, সেই বিশ্বাসযোগ্যতাক ব্যৱহাৰ কৰি স্বাৰ্থপূৰণ কৰিবলৈ উক্ত ন্যস্তস্বাৰ্থৰ চক্ৰটোৱে 'পেইড নিউজ'ৰ সূচনা বা সৃষ্টি কৰিছে। এই গ্ৰুপটোৱে তেওঁলোকৰ ক'লাধনেৰে সংবাদ মাধ্যমৰ মালিকক সম্পাদকক বা বিভিন্ন সাংবাদিকক গোপনীয়ভাৱে কিনাৰ ব্যৱস্থা কৰি অসত্য তথ্যৰে ছদ্মবেশী সংবাদ, নিবন্ধ, প্ৰবন্ধ, পৰ্যালোচনা আৰু সংবাদ মাধ্যমৰ বিভিন্ন উপাদানৰ সৃষ্টি কৰি বাতৰি কাকত, টি ভি, ৰেডিঅ', আলোচনী বা আন আন সংবাদ মাধ্যমত প্ৰচাৰ কৰে। এই ধৰণৰ সংবাদ বা মিডিয়াই জনসাধাৰণক বিভ্ৰান্ত কৰে। ধন খৰচ কৰি 'পেইড নিউজ' তৈয়াৰ কৰাৰ দ্বাৰা তেওঁলোকৰ পক্ষত জনমত গঠন হোৱাত সঁহায়ক হয়। কাৰণ বিজ্ঞাপনক যেনেকৈ প্ৰকৃত বাতৰিৰ পৰা পৃথককৈ চিহ্নিত কৰিব পাৰি, পেইড নিউজক প্ৰকৃত বাতৰিৰ পৰা চিহ্নিত কৰা অতি কঠিন।

পেইড নিউজৰ বাবে বিভিন্ন ৰাজনৈতিক দল, ৰাজনৈতিক ব্যক্তি, মন্ত্ৰী, বিভিন্ন পৰ্যায়ৰ নিৰ্বাচিত জনপ্ৰতিনিধি, প্ৰশাসনৰ দুৰ্নীতি পৰায়ণ লোক, দেশী-বিদেশী বিভিন্ন কোম্পানী, দুৰ্নীতি পৰায়ণ ব্যৱসায়ী গোষ্ঠী, ন্যস্তস্বাৰ্থৰ বিভিন্ন সংগঠন, ব্যক্তিৰ লগত সংবাদ মাধ্যমৰ বিভিন্ন প্ৰতিষ্ঠান আৰু এই মিডিয়াৰ লগত জড়িত বিভিন্ন পৰ্যায়ৰ লোকসকলৰ সৈতে ধনৰ বিনিময় হয়। নিজৰ ন্যস্তস্বাৰ্থৰ বাবে নিজৰ পক্ষত জনমত সৃষ্টিৰ বাবে সংবাদ-পত্ৰৰ, আলোচনীৰ ঠাই কিনে এওঁলোকে। সেই একে ঘটনা ঘটে টেলিভিছন, ৰেডিঅ' বা আন আন বৈদ্যুতিন সংবাদ মাধ্যমত। অৰ্থৰ বিনিময়ত প্ৰস্তুত কৰা বাতৰি, সমীক্ষা, পৰ্যালোচনাৰ তথ্য প্ৰকাশ কৰা হয়, পাঠক, দৰ্শক, শ্ৰোতাসকলক মুৰ্খ বনোৱা হয়; এওঁলোকে উমান নাপায় এই সংবাদ উপাদানসমূহ যে সত্য নহয়।

১৭৮৭ চনত ব্ৰিটেইনৰ হাউচ অৱ কমন্সত বিখ্যাত পাৰ্লামেণ্টাৰিয়ান এডমুণ্ড বাৰ্কে ভাষণ দিয়াৰ সময়ত সাংবাদিক বহা গেলাৰীৰ ফালে আঙুলিয়াই কৈছিল— ইয়াতে বহি আছে গণতন্ত্ৰৰ 'চতুৰ্থ স্তম্ভ'। তেতিয়াৰ পৰা সংবাদ মাধ্যমক আখ্যা দিয়া হৈছে গণতন্ত্ৰৰ 'চতুৰ্থ স্তম্ভ' বুলি। গণতন্ত্ৰৰ প্ৰথম, দ্বিতীয়, তৃতীয় স্তম্ভ হ'ল ক্ৰমে আইন সভা, বিচাৰ ব্যৱস্থা, প্ৰশাসন। গণতন্ত্ৰৰ 'চতুৰ্থ স্তম্ভ' সংবাদ মাধ্যমে 'নিৰপেক্ষভাৱে' বিশ্বৰ সমাজৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল, সমাজক সজাগ কৰিছিল, অন্যায় অবিচাৰৰ বিৰুদ্ধে মাৰবান্ধি থিয় হৈছিল। সেয়ে সংবাদ মাধ্যমে 'অতন্দ্ৰ প্ৰহৰী' বা সচেতন প্ৰহৰীৰ (watchdog) মৰ্যাদা পাইছিল সমাজত। পৰিতাপৰ কথা যে সংবাদ মাধ্যমৰ এই মূল্যবোধ আৰু খ্যাতিৰ ক্ৰমে ক্ৰমে অৱক্ষয় হ'ব ধৰিছে বিশেষকৈ বিশ্বত ১৯৮০ চনত নব্য উদাৰ বিশ্বায়িত বজাৰ অৰ্থনীতিৰ সূচনাৰ দিন ধৰি।

মানৱ জাতিয়ে ক্ৰমবিকাশৰ স্তৰে স্তৰে তেওঁলোকৰ কাম, ক্ৰোধ, লোভ, মোহ প্ৰভৃতি বৃত্তিসমূহ ক্ৰমাগতভাৱে সংযমৰ বন্ধনলৈ আনি সামাজিক ক্ষেত্ৰৰ উন্নয়ন কৰিছিল। কিন্তু বিশ্বত নব্য-উদাৰবাদী, বিশ্বায়িত মুক্ত বজাৰ অৰ্থনীতিৰ সূচনাৰে ইয়াৰ মৌলিক স্বাৰ্থ পূৰণৰ বাবে এই সংযমৰ বান্ধোনক ক্ৰমে ক্ৰমে চূৰ্ণ-বিচূৰ্ণ কৰি দিলে। কাৰ্লমাৰ্ক্সে ১৮ শতিকাতে কৈছিল, ধনতান্ত্ৰিক সমাজৰ মূল্যবোধটো হ'ল নগ্ন আত্মস্বাৰ্থপৰতা মনোবৃত্তিৰ। ফ্ৰি মাৰ্কেট, ফেয়াৰ কম্পিটিচন আৰু প্ৰাইভেট প্ৰপাৰ্টিয়ে মানুহক এক সমাজ বিচ্ছিন্ন একক, নগ্ন আত্মস্বাৰ্থপৰ সত্তাত পৰিণত কৰিছে। পুঁজিবাদী সমাজৰ মূল্যবোধ সম্বন্ধে লেনিনে কৈছিল 'হয় লুট কৰা নহ'লে লুণ্ঠিত হোৱা।' মানুহৰ কাম, ক্ৰোধ, লোভ, মোহ নৈতিক অধঃপতনক আৰু বেছি উজ্জীৱিত কৰিছে বিশ্বায়িত মুক্ত বজাৰ অৰ্থনীতিয়ে। আত্মকেন্দ্ৰিকতা, লোভ, স্বাৰ্থপৰতা আদি দুৰ্গুণৰ প্ৰবৃত্তি বিশ্বায়ন অৰ্থনীতিৰ উপাদান, বিশ্বায়ন অৰ্থনীতিয়েই এই সমূহৰ জন্মদাতা। সমাজৰ প্ৰতি দায়বদ্ধতাৰ পৰিবৰ্তে ব্যক্তিৰ নিজৰ প্ৰতি দায়বদ্ধতাৰ মূল্যবোধ আনিছে বিশ্বায়ন অৰ্থনীতিয়ে। ১৯৯০ চনৰ আগতে পুঁজিবাদী অৰ্থনীতিৰ দ্বাৰা পৰিচালিত ভাৰতীয় সমাজ ব্যৱস্থাত দুৰ্নীতি, অনৈতিকতা, অমানৱীয়তা মূল্যবোধহীন ঘটনাৰ পৰিমাণ সীমিত আছিল। ১৯৯১ চনত ভাৰতৰ অৰ্থনীতি নব্য-উদাৰবাদী অৰ্থনৈতিক নীতিলৈ ৰূপান্তৰ কৰাৰ পৰৱৰ্তীকাল দেশৰ সমাজ ব্যৱস্থাৰ মূল্যবোধৰ দ্ৰুতহাৰত অৱক্ষয় হ'ব ধৰিছে। অনৈতিকতা অমানৱীয়তা, ভ্ৰষ্টাচাৰ, দুৰ্নীতি আদিয়ে প্ৰাধান্য লাভ কৰিছে। ভাৰতৰ সমাজ ব্যৱস্থাৰ এই পৰিবেশৰ মূল্যবোধ আৰু সংস্কৃতিয়ে সংবাদ মাধ্যমকো আক্ৰমণৰ লক্ষ্যৰ পৰা বাদ দিয়া নাই। আজিৰ যুগত 'কনভাৰভেন্স' অৰ্থাৎ প্ৰযুক্তিৰ মিলনে যেনেকৈ মিডিয়াক শক্তিশালী কৰিছে ঠিক সেইদৰে সংবাদ মাধ্যমৰ বৃহৎ কোম্পানীৰ সৃষ্টি হৈছে অৰ্থাৎ সংবাদ মাধ্যম কৰপোৰেট হাউচৰ দখললৈ আহি গৈছে। বিশ্বায়ন অৰ্থনীতিৰ দৌলতত মুক্ত বজাৰৰ পটভূমিত 'প্ৰেছ'ৰ সলনি 'মিডিয়াই' গঢ় লৈ উঠিছে। এই মাধ্যম আজি 'গ্ল'বেল' মিডিয়া ইণ্ডাষ্ট্ৰিলৈ ৰূপান্তৰিত হৈছে। এই মিডিয়া হাউচৰ অধীনত সংবাদ পত্ৰ, ৰেডিঅ', টি ভি, ৱেবচাইট প্ৰভৃতি মিডিয়াসমূহৰ সৃষ্টি হৈছে। ভাৰতত যেনে— টাইমছ অৱ ইণ্ডিয়া গ্ৰুপৰ সংবাদ পত্ৰ, টি ভি, কেবল আৰু ডি টি এইচ, আনন্দবজাৰ গ্ৰুপৰ ৰেডিঅ', সংবাদপত্ৰ , টি ভি, ইণ্ডিয়া টুডে গ্ৰুপৰ ৰেডিঅ' সংবাদ পত্ৰ, টি ভি, সংবাদ সাময়িকী। বৰ্তমানে ভাৰতবৰ্ষত ৭০,০০০ খন পঞ্জীভুক্ত বাতৰি কাকত আৰু ৪৫০ টা টেলিভিচন চেনেল আছে। অৰ্থনীতি আৰু প্ৰযুক্তি শক্তিৰ বলত মিডিয়া আদি বিশ্ববজাৰৰ এটি প্ৰধান আৰু গুৰুত্বপূৰ্ণ অংশ।

সংবাদ মাধ্যমৰ পেইড নিউজৰ ব্যৱস্থাৰে কেনেকৈ বহুজাতিক নিগমসমূহে নিজৰ উৎপাদিত সামগ্ৰীৰ বজাৰ সৃষ্টি কৰিবলৈ জনসাধাৰণক বিভ্ৰান্ত কৰে আৰু চৰকাৰৰ মন্ত্ৰী বা প্ৰশাসনক মেনেজ কৰি হাজাৰ কোটি টকাৰ অৰ্ডাৰ আদায় কৰে, তেনে ঘটনা এটি মোক দিল্লী চহৰত এজন চৰকাৰৰ উচ্চ বিষয়াই কৈছিল— এন্‌কেফেলাইটিছ ৰোগৰ ঔষধ তৈয়াৰ কৰা মাল্টিনেচনেল কোম্পানী এটাই পেইড নিউজৰ সহায়ত বাতৰি তথা লিখা-মেলাৰ মাধ্যমেৰে ৰোগটো ভয়ানক বুলি প্ৰচাৰ কৰি জনসাধাৰণক ৰোগটোৰ প্ৰতি সন্ত্ৰাসিত কৰি তোলে। এনফেলাইটিছ ঔষধ প্ৰস্তুতকাৰী বহুজাতিক কোম্পানীটোৱে বহু কোটি টকাৰ ঔষধৰ বাবে চৰকাৰী অৰ্ডাৰ মেনেজ কৰি ল'বলৈ সুযোগ পালে আৰু ল'লে। কিন্তু ভাৰতবৰ্ষত এন্‌কেফেলাইটিছ ৰোগত গড়ে দিনে ৫ জন লোকো নামৰে; অথচ দেশত ডায়েৰিয়া বা হাগনীৰোগত দিনে গড়ে ২ হাজাৰ লোকৰ মৃত্যু হয়। বৃহৎ বৃহৎ কোম্পানীসমূহে অকল বিজ্ঞাপনেৰে নহয়; তেওঁলোকে চাহিদা বঢ়াবলৈ তথা তেওঁলোকৰ সামগ্ৰীৰ উন্নত গুণমানৰ ভাবমূৰ্তি আনিবলৈ

পেইড নিউজক ব্যৱহাৰ কৰিবলৈ বিভিন্ন পন্থা গ্ৰহণেৰে পণ্যৰ বজাৰ দখলৰ ব্যৱস্থা কৰে।

ভাৰতবৰ্ষলৈ পেইড নিউজৰ সংস্কৃতি অহাৰ বেছি বছৰ হোৱা নাই। প্ৰথম ভাগত লুকাই চুৰকৈ পেইড নিউজৰ ব্যৱস্থা হৈছিল। বৰ্তমান দেশৰ বিভিন্ন অঞ্চলত পেইড নিউজে আনুষ্ঠানিক ৰূপ লৈছে। মহাৰাষ্ট্ৰ, অন্ধ্ৰপ্ৰদেশ, হাৰিয়ানা, দিল্লী, কৰ্ণাটক, উত্তৰ প্ৰদেশ, বিহাৰ ইত্যাদি ৰাজ্যত কিছুমান সংবাদ মাধ্যমে পেইড নিউজ পৰিচালনাৰ কাৰণে কাৰ্যালয়তে পৃথক বিভাগ খুলিছে। মাৰ্কেটিং এক্সিকিউটিভৰ নিচিনা পদাধিকাৰীৰ সহায়ত বিভিন্ন বৃহৎ কোম্পানী, বিভিন্ন অনুষ্ঠান, ৰাজনৈতিক দল, ৰাজনৈতিক নেতা, প্ৰশাসনৰ বিষয়াসকলৰ লগত যোগাযোগ স্থাপন কৰে পেইড নিউজৰ বাবে। বিভিন্ন পেকেজৰ সৃষ্টি কৰে বিভিন্ন মূল্যৰ। কোম্পানীসমূহৰ প্ৰয়োজন অনুসৰি, দলৰ প্ৰয়োজন অনুসৰি ইতিবাচক, নেতিবাচক কাৰোবাৰ বিৰুদ্ধে, কাৰোবাৰ সপক্ষে, কাৰোবাৰ উজ্জ্বল ভাবমূৰ্তি আৰু কাৰোবাৰ ভাবমূৰ্তি ম্লান কৰিবলৈ, কোম্পানীসমূহৰ উৎপাদিত সামগ্ৰী জনপ্ৰিয় কৰিবলৈ, চৰকাৰৰ ভাবমূৰ্তি উজ্জ্বল কৰিবলৈ, বিভিন্ন সংগঠনৰ ন্যস্তস্বাৰ্থৰ উদ্দেশ্যতে বিভিন্ন পেকেজৰ সৃষ্টি কৰা হয়।

মহাৰাষ্ট্ৰ, অন্ধ্ৰপ্ৰদেশ, হাৰিয়ানাৰ যোৱা বিধান সভা নিৰ্বাচন আৰু লোকসভা নিৰ্বাচনৰ সময়ত পেইড নিউজৰ ৰমৰমা ব্যৱসায়ৰ কথা নগ্নভাৱে প্ৰকাশ পাইছিল। হাৰিয়ানাৰ মুখ্য মন্ত্ৰী ভূপিন্দৰ সিং হুদাই প্ৰকাশ্যে স্বীকাৰ কৰিছিল যে তেখেতৰ বিৰুদ্ধে অপপ্ৰচাৰ চলাইছিল এখন দৈনিক কাকতে বহুকেইটা সংখ্যাত কাৰোবাৰ পৰা ধন লৈ। কাকতখনৰ অপপ্ৰচাৰ বন্ধ কৰিবলৈ কাকতখনক আগতে ধন দিয়া লোকজনৰ পৰিমাণতকৈ হুদাই বেছি ধন দিব লগা হৈছিল। মহাৰাষ্ট্ৰৰ তদানীন্তন মুখ্যমন্ত্ৰী অশোক চৱনে পৰোক্ষভাৱে স্বীকাৰ কৰিছিল যে তেওঁৰ দলে নিৰ্বাচনৰ সময়ত পেইড নিউজত ১১ হাজাৰ ৩৭০ কোটি টকা খৰচ কৰিছিল। হিন্দু কাকতে জনাইছিল যে প্ৰকৃতপক্ষে মহাৰাষ্ট্ৰত কংগ্ৰেছ দলে এই টকাতকৈও বেছি টকা খৰচ কৰিছিল। আউটলুক আলোচনীয়ে কৈছিল যে মহাৰাষ্ট্ৰত ধন নিদিলে কোনো দলৰ হৈ লিখা প্ৰকাশ নাপায়। অন্ধ্ৰপ্ৰদেশত হেনো যোৱা বিধান সভা নিৰ্বাচনৰ সময়ত প্ৰায় ৪০০ কোটি টকাৰ পেইড নিউজৰ পেকেজ বিক্ৰী হৈছিল।

আউটলুক আলোচনীত 'পাঞ্জাব কেশৰী' কাকতৰ এজন মেনেজমেণ্ট ইগজেকিউটিভৰ উদ্ধৃতি দি লিখিছিল ৰাজনৈতিক নেতা বা দলসমূহৰ পৰা সাংবাদিক বা সম্পাদকৰ ওপৰত অনেক সময়ত পেইড নিউজ ছপা কৰাৰ প্ৰবল চাপ থাকে। তাৰোপৰি প্ৰতিদ্বন্দ্বী সংবাদ মাধ্যম প্ৰতিষ্ঠানে যেতিয়া পেইড নিউজ ছপা কৰি বিৰাট মুনাফা অৰ্জন কৰে, কিয় আন সংবাদ মাধ্যমৰ প্ৰতিষ্ঠানসমূহ পিছুৱাই থাকিব। এই মনোভাৱে সকলো সাংবাদিক আৰু মিডিয়া হাউচৰ মালিকসকলক প্ৰভাৱান্বিত কৰিছে।

উক্ত পৰিৱেশত বৰ্তমান সংবাদ মাধ্যমত সাংবাদিক আৰু সম্পাদসকল দুৰ্বল হৈ গৈছে। মিডিয়াত মাৰ্কেটিং, আয় আৰু লাভ বৃদ্ধিৰ বাবে বিজ্ঞাপন সংগ্ৰহ, বিভিন্ন উৎসৰ উদ্ভাৱন আনকি পেইড নিউজৰ পেকেজ সংগ্ৰহৰ বাবে মাৰ্কেটিং বিভাগ আৰু এই বিভাগত বিভিন্ন পদাধিকাৰী থাকে। এই মাৰ্কেটিং বিভাগক মালিকে ক্ষমতা অৰ্পণ কৰে। সম্পাদক আৰু সাংবাদিকসকলক প্ৰত্যক্ষভাৱে নিৰ্দেশ দিয়াৰ বাবে কোনধৰণৰ সংবাদ ছপা হ'ব আৰু তেওঁলোকে তেনেকৈয়ে সংবাদ নিৰ্বাচন কৰে। বিভিন্ন জিলাৰ সাংবাদিকসকলকো সংবাদ সংগ্ৰহৰ উপৰি পেইড নিউজৰ পেকেজ সংগ্ৰহ কৰাৰ দায়িত্ব দিয়ে। তাৰোপৰি যি সমূহ কোম্পানীয়ে নিয়মিত দামী বিজ্ঞাপন দিয়ে সেইসমূহৰ ক্ষেত্ৰত নিৰপেক্ষ সংবাদ ছপা হ'ব নোৱাৰে, সদায়ে তেওঁলোকৰ পক্ষতহে সংবাদ ছপা হয়।

নব্য-উদাৰ অৰ্থনীতিৰ যুগৰ সংবাদ মাধ্যমৰ উক্ত উচ্চ লাভৰ লিপ্সাৰ পৰিবেশত সাংবাদিক, সম্পাদকসকল এক নতুন ভূমিকাত অৱতীৰ্ণ হ'ব লগাত পৰিছে। সাংবাদিকসকলৰ সংবাদ সংগ্ৰহেই একমাত্ৰ কাম নহয়, ৰাজনৈতিক নেতা, মন্ত্ৰী এম এল এ, এম পি, প্ৰশাসনৰ পদাধিকাৰী, বিভিন্ন কোম্পানী প্ৰতিষ্ঠানৰ পদাধিকাৰীসকলৰ লগত মিডিয়া কোম্পানীসমূহে লবি তৈয়াৰ কৰাৰ দায়িত্বও পালন কৰিব লাগে। বৰ্তমান হুলস্থূল হোৱা নীৰা ৰাদিয়াৰ ঘটনা সাংবাদিকৰ লবিৰ এটি স্পষ্ট প্ৰমাণ। এই কাৰণেই মিডিয়াত কৰপোৰেট হাউচৰ স্বাৰ্থ জড়িত ইভেণ্ট প্ৰচাৰৰ আধিক্য লক্ষ্য কৰা যায়। কৰপোৰেট হাউচসমূহে মিডিয়া হাউচক বা প্ৰভাৱশালী সাংবাদিকক কোম্পানীৰ ইকুইটি প্ৰদান কৰে, বহু গোপনীয়ভাৱে কোম্পানীসমূহৰ লগত মিডিয়া কোম্পানীৰ ট্ৰিটি সম্পাদিত হয়। কোম্পানীসমূহৰ লগত বহু মন্ত্ৰী, ৰাজনৈতিক নেতা, প্ৰশাসনিক উচ্চ বিষয়া জড়িত থাকে, গতিকে মিডিয়া হাউচে এইসমূহৰো স্বাৰ্থ ৰক্ষা কৰিব লগা হয়। চেবি (Security Exchange Board of India– SEBI) এ চৰকাৰক আইন কৰাৰ নিৰ্দেশ দিছে এই ব্যৱস্থা বন্ধ কৰাৰ বাবে মিডিয়া হাউচসমূহক কৈছে ট্ৰিটিসমূহৰ কথা মুকলি কৰাৰ বাবে।

বিশিষ্ট সাংবাদিক পি চাইনাথে 'দি হিন্দু' কাকতত তেখেতৰ নিযমিত নিবন্ধত পেইড নিউজৰ ভযাবহতা সম্বন্ধে উল্লেখ কৰি প্ৰেছ কাউন্সিল আৰু নিৰ্বাচন কমিচনক আবেদন জনাইছিল যথোপযুক্ত ব্যৱস্থা ল'বলৈ। 'পেইড নিউজ'ৰ ব্যৱসাযৰ ভয়ানক পৰিস্থিতিত উদ্বিগ্ন হৈ প্ৰেছ কাউন্সিল অৱ ইণ্ডিযাই যোৱা বছৰ জুলাই মাহত এই বিষযে অধ্যযন আৰু তদন্ত কৰাৰ কাৰণে এটি চাব কমিটি গঠন কৰি দিযে। এই কমিটিৰ সদস্য আছিল পৰঞ্জয গুহঠাকুৰতা আৰু শ্ৰীনিবাসন ৰেড্ডী। শ্ৰীনিবাসন ৰেড্ডী বিশাল অন্ধ্ৰ ডেইলিৰ লগত আৰু পৰঞ্জয গুহঠাকুৰতা ইউ জি চিৰ হৈ প্ৰেছ কাউন্সিলত প্ৰতিনিধিত্ব কৰে। এওঁলোকে দীৰ্ঘসময জুৰি ভাৰতৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি বিভিন্ন অভিযোগৰ বিষযে তথ্য সংগ্ৰহ কৰে, অভিযোগকাৰী আৰু অভিযুক্ত সংবাদ মাধ্যমৰ লিখিত বক্তব্য লয়, অনেক বিশিষ্ট ব্যক্তি, বুদ্ধিজীৱী, সমাজৰ সচেতন ব্যক্তি, বিশিষ্ট মিডিয়া বিশেষজ্ঞ আৰ ৰাজনৈতিক দলসমূহৰ নেতৃবৃন্দৰ বক্তব্য সংগ্ৰহ কৰে। সংগৃহীত তথ্যসমূহ বাস্তৱভিত্তিত পৰ্যালোচনা কৰি ৮০ পৃষ্ঠাৰ এটি প্ৰতিবেদখন প্ৰস্তুত কৰে। এই প্ৰতিবেদনত সংবাদ মাধ্যমক কলুষিত কৰা দিশসমূহৰ ভযানক চিত্ৰ এখন দাঙি ধৰে। পাঠক বা দৰ্শক আৰু শ্ৰোতাসকলক বিশ্বাসঘাটকতা কৰি সংবাদ প্ৰচাৰ আৰু নিবন্ধ, তথ্য সমীক্ষা প্ৰকাশৰ নামত কেনেকৈ সংবাদ মাধ্যমত অনৈতিক ব্যৱসাযৰ পৰিৱৰ্তন হৈছে ইযাৰ বিস্তাৰিত বিৱৰণ তথ্য সহকাৰে প্ৰতিবেদনত অন্তৰ্ভুক্ত কৰিছে। অন্ধ্ৰপ্ৰদেশত এজন নিৰ্বাচনী প্ৰাৰ্থীযে কেনেকৈ ব্যক্তিগত উদ্যোগত ষ্টিং অপাৰেচন চলাই এটি বৃহৎ মিডিয়া কোম্পানীৰ লগত পেইড নিউজৰ চুক্তি কৰিছে সেইটো প্ৰতিবেদনত উল্লেখ কৰিছে আৰু এই ৰকমৰ বহু ঘটনা আৰু তথ্য সংযোজন কৰিছে প্ৰতিবেদনত।

ভাৰতৰ প্ৰেছ কাউন্সিল দুষ্টচক্ৰৰ প্ৰভাৱৰ পৰা মুক্ত নহয়। ২০১০ চনৰ ৩০ জুলাই তাৰিখে প্ৰেছ কাউন্সিলৰ এখন সভাত চাব-কমিটিৰ ৮০ পৃষ্ঠাৰ প্ৰতিবেদনৰ আলোচনা অনুষ্ঠিত হয। প্ৰেছ কাউন্সিলত সাংবাদিক প্ৰতিনিধিৰ উপৰিও, মিডিয়া হাউচৰ মালিকসকলৰ প্ৰতিনিধি, লোকসভা আৰু ৰাজ্যসভাৰ সদস্য হিচাপে ৰাজনৈতিক প্ৰতিনিধি অন্তৰ্ভুক্ত হৈছে। প্ৰেছ কাউন্সিলৰ চেযাৰমেনে ন্যাযধীশ জি এন ৰায়ে প্ৰতিবেদনৰ পক্ষত ভোট প্ৰদান কৰা সত্ত্বেও সংখ্যা গৰিষ্ঠতাৰ ভোটৰ ভিত্তিত প্ৰতিবেদনখন কাউন্সিলত গৃহীত নহ'ল। বৃহৎ সংবাদ মাধ্যমৰ মালিকৰ প্ৰতিনিধিসকলে

প্ৰতিবেদন গ্ৰহণৰ বিৰোধিতা কৰিলে। বিজেপি, কংগ্ৰেছ দলৰ প্ৰতিনিধিসকলে লোকসভা আৰু ৰাজ্য সভাত পেইড নিউজৰ তীব্ৰ বিৰোধিতা কৰিছিল। প্ৰেছ কাউন্সিলৰ উক্ত গুৰুত্বপূৰ্ণ সভাখনত তেওঁলোকৰ প্ৰতিনিধিসকল অনুপস্থিত আছিল আৰু যি দুজন (বিজেপি সদস্য) উপস্থিত আছিল সেই দুজনেও ভোটদানৰ পৰা বিৰত আছিল। ১২-৯ ভোটৰ ব্যৱধানত প্ৰতিবেদনখন পৰাজিত হয়। আশী পৃষ্ঠাৰ মূল প্ৰতিবেদনখনৰ পেইড নিউজ সম্বন্ধীয় প্ৰকৃত অংশসমূহ বাদ দি ১৫ পৃষ্ঠাৰ এটি সাধাৰণ প্ৰতিবেদন গ্ৰহণ কৰা হয় কাউন্সিলৰ সভাত।

মিডিয়াৰ এই অৰ্থনৈতিক কাৰ্যকলাপ ৰোধ কৰিবলৈ প্ৰেছ কাউন্সিলৰ কাৰ্যতঃ কোনো ক্ষমতা নাই। প্ৰেছ কাউন্সিলে খুব বেছি ভৎৰ্সনাৎ কৰিব পাৰে, কোনো শাস্তি দিব নোৱাৰে। চাব কমিটিৰ সদস্য পৰঞ্জয় গুহঠাকুৰতাই পেইড নিউজ সংক্ৰান্তত প্ৰতিবেদনত পৰামৰ্শ আগবঢ়াইছিল যে কেন্দ্ৰীয় চৰকাৰে প্ৰেছ কাউন্সিলৰ আইন সংশোধন কৰি ক্ষমতা বঢ়াব লাগে। মিডিয়া হাউচৰ মালিকসকলৰ প্ৰতিনিধিসকলে এই পৰামৰ্শৰ বিৰোধিতা কৰিছে।

প্ৰেছ কাউন্সিলৰ চাব কমিটিৰ প্ৰতিবেদনত বিপদজনক চৰিত্ৰ আৰু ইয়াৰ কাৰণ আৰু এই সমূহক বাধা দিয়াৰ পৰামৰ্শসমূহ পঢ়িলেই বুজা যায় কিয় মিডিয়াৰ মালিক, প্ৰতিনিধি আৰু বিভিন্ন ৰাজনৈতিক দলৰ প্ৰতিনিধিসকলে প্ৰতিবেদনখন অনুমোদিত হোৱাত বিৰোধিতা কৰিছে। প্ৰেছ কাউন্সিলৰ মূল প্ৰতিবেদনখন গৃহীত নহ'লেও সেইখন জনমত গঠনৰ বাবে প্ৰকাশ কৰি দিছে। কিন্তু বৃহৎ মিডিয়া হাউচসমূহে এই প্ৰতিবেদনখনৰ উদ্বেগজনক দিশসমূহৰ প্ৰতি চুপচাপ হৈ আছে। প্ৰতিবেদনখনৰ অন্যতম ৰচিয়তা পৰঞ্জয় গুহঠাকুৰতাই এই ঘটনাক conspiracy of silence বুলি আখ্যা দিছে। আজি যিসকল সাংবাদিকে মিডিয়াৰ প্ৰকৃত স্বাধীনতা আৰু সত্য প্ৰচাৰৰ ভূমিকাৰ পক্ষে যুঁজ দি আহিছে। তেওঁলোকৰ বহুতেই হতাশ হৈছে। এইসকলৰ ভিতৰত অন্যতম হ'ল বিশিষ্ট সাংবাদিক পি চাইনাথ।

বিশ্ব তথা ভাৰতৰ অৰ্থনৈতিক, ৰাজনৈতিক পটভূমিত সৃষ্টি হোৱা সংবাদ মাধ্যমৰ উক্ত সংস্কৃতিৰ পৰা অসমৰ সংবাদ মাধ্যমক মুক্ত ৰাখিব পৰা নাযাব যদিও বৰ্তমানলৈ উক্ত সংস্কৃতি অসমৰ সংবাদ মাধ্যমত সম্পূৰ্ণভাৱে সংক্ৰামিত হোৱা নাই। উচ্চ অভিলাসী, আত্মকেন্দ্ৰিক, স্বাৰ্থ পৰায়ণ, নৈতিকতাহীন, ৰাজনীতিবিদেৰে ভৰি পৰিছে অসমৰ ৰাজনীতি। অসমৰ সংবাদ মাধ্যমক নিকা হৈ থাকিব নিদিয়ে এই ৰাজনীতিবিদসকলে। অসমৰ প্ৰায়সকল ৰাজনীতিবিদকে ৰাজপাট লাগে চৰকাৰী আঁচনিসমূহৰ ধন লুট কৰাৰ বাবে। বৰ্তমানৰ ৰাজনৈতিক কাৰবাৰবোৰ দেখিলে এনেকুৱা মনত হয় যে প্ৰায়সকল ৰাজনৈতিক দলৰ সভ্যই ৰাজনৈতিক দলত যোগদান কৰা নাই জনসাধাৰণৰ তথা ৰাজ্যখন বা দেশৰ উন্নয়নৰ আদৰ্শৰে। জনসাধাৰণৰ সেৱাৰ আদৰ্শৰ নামত নিজৰ সেৱা, নিজৰ স্বাৰ্থ, নিজৰ অঙহীবঙহীৰ স্বাৰ্থত কোনো এটি ৰাজনৈতিক দলত যোগদান কৰিছে এই সভ্যসকলে। এম এল এৰ বাবে দলৰ টিকটৰ কাৰণে ইমান মৰামৰি কিয় ? সমষ্টি প্ৰতি এজনহে এম এল এ হ'ব, দলৰ সকলো সভ্যইতো এম এল এ, মন্ত্ৰী হ'ব নোৱাৰে। বিভিন্ন ৰাজনৈতিক দলৰ সভ্যসকলে দলত যোগদান কৰে জনসাধাৰণৰ সেৱা, দেশৰ সেৱাৰ বাবে। কোনোবা এজন এম এল এ বা মন্ত্ৰী হ'লেই হ'ল। বাকীসকলে দলৰ মাধ্যমেদি জনসাধাৰণৰ সেৱা, ৰাইজৰ সেৱা কৰক। যি দলে শাসনৰ গাদী দখল কৰিব পাৰে চৰকাৰৰ মাধ্যমেদি জনসাধাৰণ আৰু ৰাজ্যৰ সেৱা আগবঢ়াওক। অসমত দলৰ টিকটৰ বাবে হাহাকাৰৰ ঘটনা প্ৰবাহে প্ৰমাণ কৰে যে ৰাজনৈতিক

দলসমূহৰ প্ৰায় সভ্যই দলত যোগদান কৰিছে উচ্চ আশাত, নিজৰ স্বাৰ্থত, জনসাধাৰণৰ স্বাৰ্থত নহয়। বৰ্তমান নব্য-উদাৰবাদী অৰ্থনীতিৰ সমৰ্থক ৰাজনীতিবিসকলৰ প্ৰায় ভাগৰে বহু ক'লা ধন আছে। ৰাজপাটৰ সুবিধা লৈ আৰু অনেক ক'লা ধন সংগ্ৰহ কৰাৰ লক্ষ্য আছে আছে তেওঁলোকৰ। সেইবাবে ৰাজপাট লাগে। মুকেশ আম্বানীয়ে তেওঁৰ পত্নীৰ জন্মদিনত ২৫০ কোটি টকা দামৰ উৰাজাহাজ দিব পৰা আৰ্থিক ক্ষমতা আছে। আমাৰ ৰাজ্যত শিক্ষকৰ ল'ৰা মন্ত্ৰী হৈ পাঁচ বছৰীয়া সন্তানৰ জন্মদিনত ২০ লাখ টকীয়া গাড়ী উপহাৰ দিব পৰাৰ ক্ষমতা হৈছে। জনসাধাৰণে কম্বল উপহাৰ পালেই সন্তুষ্ট। মটৰ-গাড়ী নালাগে। এই পৰিস্থিতিত ৰাজপাট কিমান লোভনীয় বস্তু! গতিকে যিকোনো উপায় অৱলম্বন কৰি হ'লেও ৰাজপাট ল'বই লাগিব। পেইড নিউজে যদি ৰাজপাট পোৱাত সহায় কৰে, এওঁলোকে পেইড নিউজৰ বাবে লাইন পাতিব।

সাংবাদিকসকলক মালিকসকলে অতি কম মজুৰি দিয়ে। সেয়ে বহু সাংবাদিকক পৰিস্থিতিয়ে বাধ্য কৰে অনৈতিকতাৰ আশ্ৰয় ল'বলৈ। তাৰোপৰি মালিকক সন্তুষ্ট কৰিব নোৱাৰিলে চাকৰিৰ নিৰাপত্তা নাথাকে। নব্য-উদাৰ অৰ্থনীতিয়ে জন্ম দিয়া ভোগবাদে সকলোকে বেয়াকৈ আক্ৰান্ত কৰিছে— সকলোকে ঘৰ লাগে, ফ্লেট লাগে, মটৰ গাড়ী লাগে, ফ্ৰীজ লাগে, এচি লাগে, সন্তানৰ উচ্চ শিক্ষাৰ বাবে কেপিটেচন ফি দিয়াৰ বাবে ক'লা ধন ২০/৩০ লাখ টকা লাগে আৰু বহু Luxury Goods লাগে। এই পৰিস্থিতিত আমাৰ অসমৰ জনসাধাৰণ প্ৰেমী দেশভক্ত ৰাজনীতিবিদসকল এক্সপাৰ্ট বা আৰ্ট জানে সাংবাদিক, সম্পাদকৰ দুৰ্বলতা এক্সপ্লইট কৰিবলৈ। গতিকে পেইড নিউজৰ সংস্কৃতি চলিবই অলপ অচৰপ হ'লেও। পেইড নিউজৰ বাবে ধনদাতা আৰু গ্ৰহণ কৰোতা উভয়েই লাভৱান হ'ব, প্ৰাৰ্থীৰ নিৰ্বাচনৰ খৰচৰ উচ্চ সীমাৰ ভিতৰত নপৰে এই খৰচ; কাৰণ এই খৰচ হয় নগদ ক'লা ধনেৰে গোপনীয়ভাৱে।

ৰামনাথ গোয়েঙ্কা 'Awards for Excellence in Journalism'— ৰ নতুন দিল্লীত অনুষ্ঠিত হোৱা অনুষ্ঠানত প্ৰবীণ সাংবাদিসকলে এইদৰে সহমত পোষণ কৰিছিল—

'To be fair, senior journalists and media executives present at the awards all agreed that something needed to be done about the issue. But what exactly? Are Indian media houses really going to improve transparency over their revenue sources? and will journalists be allowed to speak out on the issue without fear of being victimized?

It is a sad fact these days that few journalists dare to write the truth about politicians for fear of putting their sources in real physical danger. In addition, media groups ask their journalists to develop a good rapport with politicians and bureacrats not for the sake of developing good stories, but because of the potential financial and other benefits that such contacts can generate

সংবাদ মাধ্যম আজিৰ দিনত কৰপোৰেট হাউচসমূহৰ আৰু চৰকাৰী তথা ৰাজনৈতিক লবিটোৰ পাছে পাছে দৌৰাহে লক্ষ্য কৰা যায়। বিশিষ্ট সাংবাদিক পি চাইনাথে লিখিছিল যে মুম্বাইত অনুষ্ঠিত এক ফেশ্বনশো কভাৰ কৰিবলৈ যিমানজন সাংবাদিক নিয়োজিত হৈছিল তাৰ অৰ্ধেক সংখ্যক সাংবাদিকো বিদৰ্ভ কৃষকৰ দৰিদ্ৰতা, আত্মহত্যাৰ সমস্যাৰ কথা প্ৰত্যক্ষ আৰু পৰ্যালোচনা কৰিবলৈ নিয়োজিত হোৱা নাই। শ্বেয়াৰ বজাৰৰ উত্থান-পতনৰ সংবাদ যিমান গুৰুত্ব সহকাৰে প্ৰকাশ পায় তাৰে এক শতাংশও মিডিয়াই কভাৰ নকৰে গাঁৱৰ খেতি, জলসিঞ্চন, বাট-পথৰ খোৱাপানী, স্বাস্থ্য আদি সমস্যাকলৈ। বজাৰত নতুন মডেলৰ গাড়ীৰ সংবাদ যিমান গুৰুত্ব সহকাৰে প্ৰকাশিত হয় দুখীয়াসকলৰ গৃহনিৰ্মাণ বা

চেনিটাৰী ব্যৱস্থাৰ নতুন প্ৰকল্পৰ কথা তেনেকুৱা প্ৰচাৰৰ পৰা বঞ্চিত হয়। চেন্টাৰ ফৰ মিডিয়া ষ্টাডিজৰ (Centre for Media Studies) এটি সমীক্ষাৰ প্ৰতিবেদনত প্ৰকাশ কৰিছে নিউজ চেনেলসমূহত শিক্ষা, কৃষি, স্বাস্থ্য আৰু পৰিবেশ বিষয়ক মুঠ যিমান সংবাদ প্ৰদৰ্শন কৰা হয় তাৰ ৯ গুণ বেছি বিনোদনমূলক। শিশুসকলে কাৰ্টুন নেটৱৰ্ক ভাল পায়। সৰহভাগ কাৰ্টুন নেটৱৰ্ক আমেৰিকাৰ পৰা আমদানিকৃত। ইয়াতে হিংসাশ্ৰয়ী আৰু হত্যাকাণ্ডৰ ঘটনাৰ বিৰাম নাই। প্ৰাইম টাইমৰ ১০ টা অনুষ্ঠানৰ ভিতৰত ৭টাত হিংসাশ্ৰয়ী ঘটনাই ঠাই পায়। বিজ্ঞাপনৰ মাজত কুৰুচিয়ে প্ৰাধান্য পাইছে। আই পি এলৰ খেল আৰু ইয়াৰ লগত বিভিন্ন তাৰকাসকলৰ ডেঙ্গৰ প্ৰচাৰ দেখিলে কোনোবাই ভাবিব পাৰেনে আমাৰ দেশত ৭৭ শতাংশ লোকৰ আয় দিনে ২০ টকাৰ তলত। মিডিয়াত বৰ্তমান জনসাধাৰণৰ সমস্যাতকৈ বৃহৎ বৃহৎ কোম্পানীৰ ইভেণ্টেহে বেছি গুৰুত্ব পায় আৰু বেছি ভাগ সাংবাদিক এই সমূহৰ লগত জড়িত হৈ থাকে। ফেশ্বন শ্বোত সাংবাদিক বহিবলৈ ঠাই নাথাকে। সেয়ে বৰ্তমান মিডিয়া হৈ পৰিছে সংবাদ বিনোদনৰ অৰ্থাৎ ইনফোটেনমেণ্ট (Infortaintment)। প্ৰযুক্তিগত আৰু বিষয়গত (Technological and content wise) কনভাৰজে বৰ্তমানৰ আৰু ভৱিষ্যত মিডিয়াৰ বিকাশৰ প্ৰধান হাতিয়াৰ। এই প্ৰযুক্তি আৰু বিষয়ৰ ৯০ শতাংশই ব্যক্তিগত মালিকানাৰ হাতত। ভাৰতৰ মিডিয়াৰ আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ মিডিয়াৰ চৰিত্ৰৰ মাজত বিশেষ পাৰ্থক্য নাই। ৰাজনৈতিক দল, চৰকাৰ, প্ৰশাসন, ৰাজনৈতিক নেতা, সমাজ কৰ্মী, শিল্প, বাণিজ্য সংস্থাসমূহ বা কৰপোৰেট চেক্টৰ সকলোৰে মিডিয়াৰ ক্ষেত্ৰত খুবেই স্পৰ্শকাতৰ।

ধনৰ বিনিময়ত সংবাদ প্ৰকাশৰ উপৰিও ধনৰ বিনিময়ত সংবাদ গাপ দি ৰখা বা লুকাই ৰাখি, প্ৰকাশ নকৰাকৈ ৰখাৰ সংস্কৃতিৰো সৃষ্টি হৈছে। নৰেন্দ্ৰ প্ৰসাদ নামৰ এজন সাংবাদিকে কৈছে— 'Every one is talking now about paid news. But what about of suppression of news by eminent journalists for conderation received in cash, or any shape or if against any media Baron due to offer of higher posts from one media to that media, can any one take up this subject in limelight.

পেইড নিউজ সংস্কৃতিৰ বিৰুদ্ধে অক্লান্ত যোদ্ধা বিশিষ্ট সাংবাদিক পি চাইনাথে সাংবাদিকসকলক সতৰ্ক কৰি কৈছিল— 'Fruthermore, to entertain their growing demands, many media groups have even gone for arranging extra space (during election periods). Let's us finish the culture of paid news otherwise it will finish us in the coming days'.পি চাইনাথে আৰু কৈছিল যে বিশ্ব সংবাদ মাধ্যমক কৰ্পোৰেটাইজেচনে (Corporatisation) নিৰপেক্ষ আৰু মুক্ত সাংবাদিকতাৰ অস্তিত্বৰ প্ৰতি ভাবুকি প্ৰদান কৰিছে।

নবা-উদাৰ অৰ্থনীতি বা বিশ্বায়িত মুক্তবজাৰ অৰ্থনীতিয়ে জন্ম দিয়া সীমাহীন লোভ লিপ্সা, উচ্চাকাঙ্খা আৰু ভোগবাদে মানুহৰ মূল্যবোধক নস্যাৎ কৰিছে, নৈতিকতাবোধৰ অবক্ষয় আনিছে। এই পৰিস্থিতিত যিমানেই প্ৰশাসিক ব্যৱস্থা গ্ৰহণ নকৰক কিয়, আইন প্ৰণয়ন নকৰক কিয় পেইড নিউজৰ সংস্কৃতি বন্ধ কৰা সম্ভৱ নহয়। সমস্যা হৈছে বৰ্তমানৰ আইন প্ৰণেতাসকলেই পেইড নিউজৰ পদ্ধতি জীয়াই থকাটো বিচাৰে। পেইড নিউজৰ জন্মদাতা নব্য-উদাৰ মুক্তবজাৰ অৰ্থনীতিৰ অৱসান নহ'লে পেইড নিউজৰ, হালধীয়া সাংবাদিকতাৰ মৃত্যু হ'ব জানো। গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ সংবাদ মাধ্যমে গণতন্ত্ৰক মজবুত কৰাৰ বিপৰীতে পেইড নিউজে গণতন্ত্ৰ বিপন্নহে কৰিব। গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ (ফোৰ্থ এস্টেট) সংবাদ মাধ্যমক অনেক বিশেষজ্ঞই সেয়ে 'ৰিয়েল এস্টেট' (শিল্প বাণিজ্য মহল) আখ্যা দিছে। ❑❑